কিতাপ আৰু কিতাপ ঃ গ্ৰন্থসমালোচনা
ৰচনা কাল ঃ ১৯৯৪-১৯৯৭

প্ৰথম প্ৰকাশ ঃ আগষ্ট, ১৯৯৭

প্ৰকাশক ঃ
মৃণালিনী প্ৰকাশনৰ হৈ
শ্ৰীমতী জিনু গোস্বামী,
কমলাকান্ত ভট্টাচাৰ্য্য পথ
চেনিকুঠি, গুৱাহাটী -৭৮১ ০০৩

পৰিবেশক ঃ গ্ৰন্থপীঠ, পানবজাৰ, গুৱাহাটী -৭৮১ ০০১

প্ৰচ্ছদ শিল্পী ঃ
অবিনাশ শৰ্মা
উজান বজাৰ
গুৱাহাটী- ৭৮১০০১

মূল্য ঃ ৭০ টকা

মুদ্ৰক ঃ ব্ৰহ্মাপুত্ৰ অফ্‌চেট
এম, চি, ৰোড, গুৱাহাটী - ৩



# উৎসৰ্গ

।। শিক্ষাগুৰু, জনপ্ৰ[illegible] অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীছাৰৰ পবিত্ৰ স্মৃতিত, যি গৰাকী বহুগুণী ব্যক্তিৰ সান্নিধ্য লভি ধন্য হৈছিলো, যাৰ নিৰ্মল আশ্বাসৰ বাণী মোৰ বাবে আছিল সাহিত্যচৰ্চাৰ অনুপ্ৰেৰণাৰ উৎস ।।

**লিখক**

# কিতাপখনৰ প্ৰসঙ্গত



যেতিয়া কিতাপ পঢ়াৰ কোনো এটা নিৰ্দ্ধাৰিত বিষয় নাথাকে, যেতিয়া কোনো এজনৰ বিভিন্ন প্ৰকাৰৰ কিতাপ পঢ়াৰ অভ্যাস থাকে, তেতিয়া তেওঁৰ কোনখন প্ৰিয়, কোনখন আমনিদায়ক কোৱা সহজ নহয়। মোৰ নিজৰ এই বিষয়ত মনোযোগ বিভিন্ন প্ৰকাৰৰ। গল্প উপন্যাসৰ পৰা আৰম্ভ কৰি গধুৰ সমালোচনাত্মক কিতাপলৈকে বিস্তাৰিত। অসমীয়া, বঙলা, ইংৰাজী কিতাপৰ মোৰ এটা বুজন সংখ্যক সংগ্ৰহ আছে। মানে, ব্যক্তিগত পুথিভঁৰাল। যিহেতু মই কিতাপৰ লগত জড়িত ব্যক্তি সেইবাবে মোৰ হাতলৈ বিভিন্ন ঠাইৰ পৰা কিতাপ আহে। কিছুমান আহে লিখকৰ পৰা, কিছুমান প্ৰকাশকৰ পৰা আৰু বেছিভাগ আহে বাতৰিকাকত আৰু আলোচনীৰ সম্পাদকৰ পৰা। পুথি সমালোচনাৰ শিতান আছে বাবে সেই শিতানত এটা প্ৰকাশন প্ৰতিষ্ঠানে অৰ্থব্যয় কৰি প্ৰকাশ কৰা, নতুবা এজন লিখকে সদ্য প্ৰকাশিত কিতাপ এখনৰ সমালোচনা ওলোৱাটো বাঞ্ছা কৰে। কিতাপখনৰ চমুপৰিচয় আৰু ইয়াৰ ৰসবিচাৰ দাঙি ধৰাই হৈছে সমালোচনাৰ উদ্দেশ্য। কিতাপখনৰ গাঁঠনি, চিন্তাপ্ৰবাহ, বিষয়বস্তুৰ গুৰুত্ব আৰু উপলব্ধি নিৰপেক্ষভাৱে ফ'হীয়াই দেখুওৱা হৈছে সমালোচকৰ কাম। ইয়াৰ দ্বাৰা পঢ়ুৱৈ সমাজ লাভৱান হয়, লিখক জনো উপকৃত হয় বিভিন্ন দিশত। সাফল্যৰ লগতে তেওঁ বুজিব পাৰে দোষ ক্ৰটি আৰু প্ৰকৃত নিৰ্ণয়। অৱশ্যে সমালোচক জনৰ সমালোচনা কৰা জ্ঞান, উপলব্ধি আৰু সাহিত্যৰ লগত ঘনিষ্ঠ সম্পৰ্ক থকা দৰকাৰ। তেওঁৰ নিৰপেক্ষ মূল্যায়নে অনুসন্ধিৎসু পঢ়ুৱৈক আগ্ৰহ বঢ়োৱাত সহায় কৰিব। সমালোচক এজন দোষমুক্ত বুলিব নোৱাৰি। তেওঁৰ বিচাৰ পদ্ধতিত কোনোৱে হয়তো আপত্তিও দৰ্শাব পাৰে, গৰিহণাও দিব পাৰে। মনঃপূত নহলে অথবা স্বাৰ্থহানি হলে সমালোচকৰ বিৰুদ্ধে কটূমন্তব্য দিবলৈকো তেনে লিখকে কুণ্ঠাবোধ নকৰে। আমাৰ ভাগ্যটো এনে দশা ঘটিছে।

সাম্প্ৰতিক কালত পুথি সমালোচনা এটা শক্তিশালী মাধ্যম হৈ পৰিছে। নতুন সমালোচনাই সাহিত্যকৰ্মৰ সমৃদ্ধি বঢ়াইছে, লিখক গোষ্ঠীক শিক্ষিত সমাজত প্ৰতিষ্ঠা কৰাত সহায় কৰিছে। দুখৰ কথা, অসমৰ সাহিত্য জগতত সমালোচনা প্ৰক্ৰিয়াই যিমান গুৰুত্বপূৰ্ণ স্থান পাব লাগিছিল, পোৱা নাই। আমি ভাবো, সাহিত্য প্ৰসাৰৰ লগতে সমালোচনা সাহিত্যকো সমানে বিবেচনা কৰিব লাগে, পালমৰা বিধৰ নহয়। বাতৰিকাকত আলোচনী আদিত এনেদিশত কৰিবলগীয়া বহুতো আছে। উন্নত সমালোচনাইহে সাহিত্য বিচাৰ শক্তিশালী কৰিব পাৰিব।

মোৰ এই গ্ৰন্থৰ নাম ৰখা হৈছে "কিতাপ আৰু কিতাপ"। মোৰ টেবুললৈ অহা ন-পুৰণি কিছুমান কিতাপৰ সমালোচনা ইয়াৰ মূলাধাৰ। মোৰ সম্যক জ্ঞানেৰে এনে সমালোচনা দাঙি

ধৰা হৈছে। মই স্বীকাৰ কৰিছো যে মোৰ সমালোচনাৰ মূল্যবোধ উচ্চ খাপৰ নহয়। এই মূল্যবোধ মোৰ ব্যক্তিগত উপলব্ধিহে। পঢ়ুৱৈ সমাজৰ সমাদৰ পালে মোৰ প্ৰচেষ্টা সাৰ্থক হব, মই উৎসাহিত হম। যিকেইখন সংবাদপত্ৰ আৰু আলোচনীত মোৰ সমালোচনা প্ৰকাশ পাইছিল, সেইবোৰৰ সম্পাদকসকল মোৰ নমস্য। তেওঁলোকে মোক প্ৰেৰণা যোগাইছিল, লেখিবলৈ কিতাপ পঠাই যথাৰ্থ সহায় কৰিছিল। ছপাকাৰ্যত ব্ৰহ্মপুত্ৰ অফচেট প্ৰেছৰ শ্ৰীদিনেশ চক্ৰৱৰ্ত্তী ধন্যবাদৰ পাত্ৰ। অনেক সময়ত তাগিদা দিবলৈ গৈ ভ্ৰাতৃস্বৰূপ দিনেশক টান কথা কৈছিলো। তেওঁ মাত্ৰ হাঁহি পলমহোৱা বাবে দুখ কৰিছিল। তেওঁৰ সহায় পাহৰিব পৰা নাই। ধন্যবাদ থাকিল যশস্বী শিল্পী, অভিনেতা অবিনাশ শৰ্মালৈ, বেটুপাতৰ ছবিখন আঁকি দিয়াৰ বাবে।

১৫ আগষ্ট, ১৯৯৭ — ৰাম গোস্বামী

কমলাকান্ত ভট্টাচাৰ্য পথ,
চেনিকুঠি, গুৱাহাটী -৭৮১০০৩

# সূচীপত্ৰ

# কিতাপ পঢ়াৰ আনন্দ

কম সংখ্যক এচাম পঢ়ুৱৈয়েহে সাহিত্যক সদায় জীয়াই ৰাখে। সকলো দেশতে সাহিত্য অনুৰাগী মুষ্টিমেয় পাঠকসকলে সাহিত্যৰ প্ৰচাৰ আৰু বিকাশত অনুপ্ৰেৰণা যোগায়। কিছুমান পাঠক আছে, যিসকলে নিজৰ প্ৰিয় লেখকজনৰ কিবা ৰচনা প্ৰকাশ পালেই বিচাৰ-খোচাৰ কৰি সংগ্ৰহ কৰে আৰু পঢ়ি ৰস উপভোগ কৰে। প্ৰিয় লেখকজনৰ বিষয়বস্তুৰ লগতে পাঠকজনে লেখকজনৰ ৰচনাশৈলীৰ দ্বাৰা আকৰ্ষিত হয়। যিসকল প্ৰতিভাসম্পন্ন লেখক, তেওঁলোকৰ নিজস্ব একোটা লিখাৰ ষ্টাইল থাকে। প্ৰত্যেকটো বাক্যত, প্ৰত্যেকটো পেৰাগ্ৰাফত, প্ৰত্যেকটো অধ্যায়ত এই ষ্টাইল ধৰা পৰে। যিসকল বিখ্যাত লেখক, তেওঁলোকৰ সাহিত্যকৰ্ম বহুতো কামত লাগে। সেই সাহিত্যকৰ্মই তৰুণসকলক শিক্ষিত কৰে, বন্ধুত্বৰ বান্ধ দৃঢ় কৰে, মানুহৰ জীৱন-ধাৰাৰ বিভিন্ন স্তৰত জ্ঞান সংৰক্ষণৰ ভঁৰাল হিচাপে সাহিত্যৰাজিয়ে অৰিহণা যোগায়। মই কিতাপ পঢ়ি ভালপাওঁ বাবেই এনে কথা প্ৰত্যয়ৰ সৈতে লিখিবলৈ সাহস কৰিছো। মই পুথিভঁৰালী হিচাপে জীৱিকাৰ পথ বাছি লোৱাৰ বাবে হয়তো কিতাপৰ লগত মোৰ এটা আন্তৰিক প্ৰীতি গঢ়ি উঠিল। কিতাপক মই ভালপাবলৈ শিকিলো। যেনেকৈ আমাৰ প্ৰিয়জনে বেলেগ বেলেগ সাজ পোছাক পিন্ধিলে আমি ভালপাওঁ, নতুনত্ব অনুভৱ কৰো, ঠিক তেনেকৈ ভাল বিষয়ৰ কিতাপখনকো আমি বিভিন্নজন লেখকৰ মনোভংগিৰে ৰচনা কৰা পঢ়ি আমোদ পাওঁ, নতুন কথাৰ সম্ভেদ পাওঁ। মই কিতাপ পঢ়া অভ্যাস আগবয়সতে আৰম্ভ কৰাহেঁতেন ইমান দিনে কিমান কিতাপ পঢ়িলোহেঁতেন হিচাপ দিয়া টান। তথাপিও লাইব্ৰেৰীত কাম কৰি পলমকৈ কিতাপৰ লগত মোৰ বন্ধুত্ব স্থাপন হ'ল। ইয়াৰ বাবে মই জীৱনত লাভৱান হৈছো। বৰ্তমান অৱসৰ জীৱনত কিতাপেই মোৰ লগৰীয়া। ঘৰতে মই এটা ব্যক্তিগত পুথিভঁৰাল পাতি লৈছো।

কিতাপ পঢ়াত মই সদায় ব্যক্তিকেন্দ্ৰিক। এই ব্যক্তিবাদে মোক কোনো ধৰা-বন্ধা অধ্যয়নৰ সীমাবদ্ধতাৰ মাজত ৰাখিব পৰা নাই। মানে ক'ব খুজিছো, মই যেতিয়াই যি মন যায় তাকে পঢ়ি ভালপাওঁ। সঁচা কথা ক'বলৈ গ'লে, মই এতিয়াও টলষ্টয়ৰ 'ৱাৰ এণ্ড পিচ'ৰ মূল ইংৰাজী পাঠ পঢ়া নাই। সংক্ষিপ্ত অনুবাদ মাত্ৰ পঢ়িছো। মূল পাঠৰ ৰস নিশ্চয় বেলেগ হ'ব। ইমান ডাঙৰ মানৱ সংহিতা এখন পঢ়িবলৈ ধৈৰ্যৰ প্ৰয়োজন। সময় লাগিব বাবে ইয়াক মই অৱহেলা কৰিলো। মোৰ বুককেচত ইয়াৰ দুটা খণ্ড সংৰক্ষণ কৰি ৰাখি থৈছো। দেখা যাওঁক, পঢ়িব পাৰোনে নোৱাৰো। এনে ক্লাছিক কিতাপ পঢ়িবলৈ ভাল পৰিবেশ আৰু মুক্তমনৰ প্ৰয়োজন।

কিতাপ পঢ়া অভ্যাস অব্যাহত ৰাখিছো বাবেই মই একোখন কিতাপ কম সময়ৰ ভিতৰতে পঢ়ি শেষ কৰিব পাৰো। কেতিয়াবা শিক্ষা আৰু বুদ্ধিগত বিকাশৰ বাবে, কেতিয়াবা আকৌ

সম্পূৰ্ণ মনোৰঞ্জনৰ বাবে কিতাপ পঢ়া মোৰ সাধাৰণ নিয়ম। আনন্দবৰ্ধন আৰু মনোৰঞ্জনৰ বাবে কিতাপ বহুত ওলাইছে। নিৰ্বাচন যিহেতু মোৰ ব্যক্তিগত, সেইবাবে মই পঢ়া কামটো ব্যক্তিগত চিকিৎসা সেৱা বুলি (পাৰ্চনেল থেৰাপি) গণ্য কৰো। কিতাপত নিমগ্ন হ'ব পাৰিলে শৰীৰ আৰু মনৰ 'টনিক'ৰূপে ইয়াৰ পৰা উপকাৰ আশা কৰিব পাৰি। ইয়াৰ মাজেদি ধ্যানস্থ হৈ কল্পনা ৰাজ্যলৈ উৰা মাৰিব পাৰি। এনে ধৰণৰ মনোৰঞ্জনকাৰী কিতাপ অনেক প্ৰকাৰৰ আছে। সেইবোৰৰ ভিতৰত কবিতা, গল্প, উপন্যাস, ৰম্য ৰচনা, জীৱনী, ভ্ৰমণ কাহিনী আদি পৰে। কেনেকৈ পঢ়ি সোৱাদ লাভ কৰিব পাৰি সেই বিষয়ে ধৰা-বন্ধা নিয়ম নাই। ব্যক্তিগত ৰুচি হৈছে ইয়াৰ মুখ্য বিবেচনা। ডিটেকটিভ উপন্যাস পঢ়াটো মই বেয়া নোবোলো। মই নিজেই এনে কিতাপ অসংখ্য পঢ়ি উপভোগ কৰিছো। হেড্‌লি ছেজ, ৰেমণ্ড ছেণ্ডলাৰ ষ্টেনলি গাৰ্ডনাৰ, আগাথা ক্ৰিষ্টি প্ৰভৃতিৰ কিতাপ মোৰ প্ৰিয়। ডিটেকটিভ কিতাপ (গোয়েন্দা বিষয়ক) বুলিলে নাক কোঁচাব নালাগে। কথা হৈছে, ইয়াৰ যিবোৰ আটাইতকৈ ভাল সেইবোৰ পঢ়া। এনে কিতাপৰ এটা স্থায়ী ৰস আছে। জীৱনৰ বিভিন্ন সময়ত পুনৰ পঢ়ি নতুন আমেজ পাব পাৰি। খেয়ালমতে পঢ়াটো বাস্তৱিকতে তৃপ্তিদায়ক। পুথিভঁৰালত কিছু সংখ্যক পঢ়ুৱৈ পাইছো তেওঁলোকে ৰেকবোৰৰ মাজে মাজে ঘূৰি ফুৰি লাইন পাতি থকা কিতাপবোৰ চাই, লিৰিকি-বিদাৰি পৰম আনন্দ উপভোগ কৰে। কোনোৱে পঢ়া টেবুললৈ কিছুমান কিতাপ ৰেকৰ পৰা তুলি আনি ইখনৰ পিছত সিখনৰ পাত লুটিয়াই তৃপ্তি উপভোগ কৰে। কোনোৱে আকৌ জীৱনৰ দৈনন্দিন কাম-কাজৰ মাজতে সুৰুঙা উলিয়াই কিতাপ পঢ়ে। এনে এজন লোক আছিল ডঃ হিৰণ্য ভূঞা। তেওঁৰ সকলো কিতাপতে নিচা প্ৰবল। অনেক কিতাপ তেওঁ বহুবাৰ পঢ়িছে। অদ্ভুত স্মৰণ শক্তিৰ পঢ়ুৱৈ আছিল ডঃ হিৰণ্য ভূঞা। তেওঁৰ ব্যক্তিত্বৰ সোৱাদ পাই মই ধন্য হৈছিলো।

কিতাপ পঢ়াৰ ক্ষেত্ৰত দেৱকান্ত বৰুৱাৰ নাম মই পাহৰিব নোৱাৰো। গ্ৰন্থাগাৰিক বিদ্যা লাভ কৰিবৰ বাবে মোক কলিকতা বিশ্ববিদ্যালয়লৈ পঠালে ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই ব্যক্তিগত প্ৰচেষ্টাৰে আৰু কিতাপৰ প্ৰতি মোৰ মধুৰ সম্পৰ্ক গঢ়ি তোলাত উদ্‌গনি যোগালে দেৱকান্ত বৰুৱাই। তেতিয়া মই শ্বিলঙত ৰাজ্যিক গ্ৰন্থাগাৰিক। বেছিদিন কাম কৰা হোৱা নাই। দেৱকান্ত বৰুৱা বিধানসভাৰ অধ্যক্ষ। এদিন আবেলি পৰত হঠাৎ আহি উপস্থিত হ'লহি। মই বিস্ময় মানিলো, কি কৰো, কি নকৰো অৱস্থা। বৰুৱাই ক'লে, "মই এখন কিতাপ বিচাৰি ক'তো পোৱা নাই। দিল্লীৰ সদনৰ গ্ৰন্থাগাৰতো পাবলৈ নাই। এজন বন্ধুৱে ক'লে, 'আপুনি শ্বিলঙত খবৰ কৰিছেনে? ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰালত থাকিব পাৰে। লাইব্ৰেৰীয়ান ৰাম গোস্বামীক সুধিবচোন। তেওঁ কিতাপ পঢ়া লাইব্ৰেৰীয়ান।' সেয়েহে মই তোমাৰ ওচৰলৈ নিজে আহিছো।" নামটো সোধাত তেওঁ কলে, Death comes for the Archbishop" লেখিকা Willa Cather. এখন কাগজত নামটো ভুল হয় বুলি লিখি ললো। কি কিতাপ হ'ব পাৰে বাৰু? মই ভাবিলো, উপন্যাস নে কি? কথা-কবিতা? ধৰ্মীয় জীৱনী? ইতিহাস? একো উৱাদিহ নাপাই মই পুৰণি কিতাপৰ কেটেলগখন আনি তন্ন তন্নকৈ চাবলৈ ধৰিলোঁ। পলম হোৱা দেখি বৰুৱা ছাৰ যাবলৈ উঠিল আৰু মোক কিতাপখন

পালে খবৰ দিবলৈ কৈ গ'ল। দুদিন কিতাপখন বিচাৰি সকলো ৰেক্ পৰীক্ষা কৰি অৱশেষত Willa Cather ৰ কিতাপখন আবিষ্কাৰ কৰি উলিয়ালো। কিতাপখন চকু ফুৰাই চাই বুজিলো এইখন মেক্সিকোৰ ধৰ্ম-যাজক লেমিক কেন্দ্ৰ কৰি ৰচিত কিছুমান কৌতুহলী গল্প, ব্যংগ আৰু করুণ ৰসৰ সমষ্টি। ইয়াত মেক্সিকোৰ ধৰ্মীয় আৰু সামাজিক বিৱৰণ বহুতো আছে, অত্যন্ত বিতৰ্কৰ বিষয়। লগে লগে বৰুৱাৰ বাসভৱনলৈ ফোন কৰিলো। ছাৰ নথকাত শ্ৰীযুক্তা বাইদেৱে ফোন ধৰিলত 'মই কিতাপখন পালো' বুলি খবৰটো দিলো। দহমিনিটৰ পাছতে বৰুৱা ছাৰ আহি মোৰ ওচৰত নিজে উপস্থিত হ'ল। মই কিতাপখন তেওঁৰ হাতত তুলি দিলো। কি পৰম আনন্দ। যেন ইয়াতকৈ অমূল্য ধন পৃথিৱীত একোৱেই নাই। মই জীৱনত মানুহ এজনৰ যে এনে পৰিৱৰ্তন চেহেৰা ফুটি ওলাব, সপোনতো ভৱা নাছিলো। বৰুৱা চকী এখনত বহি পৰিল, কিতাপখনৰ পাত লুটিয়াবলৈ ধৰিলে, মাজে মাজে নিমগ্ন হৈ আপোন মনে নিজৰ লগতে কথা পাতিলে। দেখিলো, কিতাপখনৰ মাজত মানুহজন হেৰাই গৈছে —। অৱশেষত মোক ক'লে, কিতাপখন মই নাপাম বুলিয়েই ভাবিছিলো। বহুত ডাঙৰ ডাঙৰ লাইব্ৰেৰীত বিচাৰি নাপাই হতাশ হৈছিলো। এতিয়া ইয়াতেই পালো। এইখন দুষ্প্ৰাপ্য গ্ৰন্থ। তুমি বাস্তৱিকতে প্ৰশংসাৰ পাত্ৰ; এজন ভাল আৰু অধ্যয়নপুষ্ট লাইব্ৰেৰীয়ান হ'বা বুলি মোৰ আশা থাকিল। বৰুৱা ছাৰে মোক এদিন ঘৰলৈ মাতি পঠালে। তেওঁৰ কিতাপৰ সংগ্ৰহটো দেখি মই অভিভূত হৈ কৈ পেলালো, "ছাৰ, আপুনি এগৰাকী সুপ্ৰসিদ্ধ পণ্ডিত গ্ৰন্থাগাৰিক হোবাহেঁতেন—" এনে গ্ৰন্থকীট্ মই দেখা নাই। বিস্তৰ পঢ়া-শুনা কৰা ব্যক্তি আছিল দেৱকান্ত বৰুৱা। কবি আৰু সাহিত্যৰসিক। কিতাপ এখন পালেই বৌদ্ধৰ দৰে তন্ময় হৈ পৰে. মুখত তৃপ্তিৰ হাঁহি আৰু ৰস বিভোল। মানুহে তেওঁৰ ৰাজনীতিৰ বেয়া কথাবোৰহে আলোচনা কৰে। কিন্তু তেওঁৰ কিতাপৰ প্ৰতি থকা অদ্ভুত আগ্ৰহ আৰু মননভংগীৰ কথা ক'ব নোখোজে। মই অভিজ্ঞতাৰ পৰা ক'ব পাৰো যে তেওঁ ৰাজনীতিত প্ৰবেশ কৰি মানসিকভাৱে সুখী হ'ব পৰা নাছিল। এই ৰাজনীতিৰ আৱৰণত তেওঁ হেৰাই যোৱাৰ দৰে হ'ল।

অনেকে কোৱা শুনিছো, কিতাপ পঢ়িবলৈ সময়ৰ অভাব। তাতে দিনটোৰ ২৪ ঘণ্টাৰ ভিতৰত কৰিবলগীয়া অলেখ কাম থাকে। কিতাপ পঢ়া নিৰ্ধাৰিত সময় এটা নাই। সময় উলিয়াই লোৱাটোহে প্ৰকৃত কথা। কিছুমান কাম স্থগিত ৰাখি বা আন উপায়েৰে পূৰণ কৰিও সময় কিছু ৰাহি কৰিব পাৰি। মই তাছখেলা বা দূৰদৰ্শনত সকলো কাৰ্যসূচী চোৱাতকৈ কিতাপ এখন পঢ়াটো বেছি লাভজনক বুলি ভাবো। এখন ভাল কিতাপ হৈছে জীৱনৰ গৌৰৱ। কিতাপবিহীন জীৱন অৰ্থহীন। বহুত দিনৰ আগতে এলডাছ হাস্কলিৰ এটা প্ৰবন্ধত পঢ়িছিলো—কিতাপ পঢ়াৰ আনন্দ! লোভ সামৰিব নোৱাৰি ভাঙনি কৰি দিলো-।

"ভাৰতবৰ্ষৰ পৰা উভতি অহা জাহাজখনত আমি থকা যাত্ৰীসকলৰ মাজত ভাৰতবৰ্ষত কেনেকৈ দিনকেইটা কটালে, সেই বিষয়ে আলোচনা চলিল। প্ৰত্যেকে Good time ৰ কথা বখানিলে। এই Good time ৰ অৰ্থ হ'ল-কোনোৱে ঘোঁৰাদৌৰ (Races) চালে, কোনোৱে তাছ খেলি আমোদ কৰিলে, কোনোৱে সাগৰৰ পাৰত ৰ'দত উমনি ল'লে, কোনোৱে

গোটেই ৰাতি নাচগান চাই মদপান কৰি সময় অতিবাহিত কৰি আনন্দ লভিলে, পাৰ্টিত যোগ দি নাচি বাগি বিভোৰ হ'ল। কিন্তু মহান দেশ ভাৰতবৰ্ষৰ গ্ৰন্থ ভাণ্ডাৰৰ কথা, বিখ্যাত ভাৰতীয় লেখকৰ ৰচিত কিতাপ কোনে পঢ়িলে, কি কিতাপ আনিলে আদি ভাৰতীয় কলা-সংস্কৃতি আৰু গ্ৰন্থজগতৰ বতৰা কোনেও নকলে। 'গুড টাইম' মানে ইয়াকে বুজায়নে? এই ধুনীয়া পৃথিবীখন জানিবলৈ আমাৰ কিমানবোৰ আবিষ্কাৰ কৰিব লগা কাম আছে? জীৱনটো জানো সদায় থাকিব? ই ক্ষণস্থায়ী, সময় অবিৰামভাৱে পাৰ হৈ গৈ আছে, ঠিক যেন অস্ত্ৰাঘাতৰ পৰা ওলাই থকা ৰঙা তেজৰ সোঁতহে। পৃথিৱীত জানিব লগা অফুৰন্ত জ্ঞান সঞ্চিত হৈ আছে, কলা আছে, বিজ্ঞান আছে। আৰু আছে বিচিত্ৰ মানুহৰ কৌতূহলী মনৰ বিশালতা। নতুনক আবিষ্কাৰ কৰি পুৰণি স্মৃতিৰ মাজত বিচৰণ কৰিবলৈ যি চিৰন্তন বাসনা তাক জ্ঞানৰ শ্ৰেষ্ঠ ঐতিহ্য আৰু নিদৰ্শন কিতাপেহে বহন কৰে। মই এই মনোজ্ঞ জগতত বিচৰণ কৰিহে 'Good time' অতিবাহিত কৰিব খোজো।"

অনেকৰ বাবে কি কিতাপ পঢ়িব এটা ভাবিবলগা বিষয়। কোনখন প্ৰথমে বাছিব, স্থিৰ কৰা টান। অৱশ্যে কিতাপ এখনৰ অলংকৰণ আৰু মুদ্ৰণ আকৰ্ষণীয় হ'লে কিতাপখনৰ প্ৰতি সহজে আগ্ৰহ ওপজে। আজিকালি সেইবাবে এই দিশত প্ৰকাশকে অধিক মনোযোগ দিছে। প্ৰায়বোৰ কিতাপতে ছপাবস্থা উন্নত কৰা হৈছে, জেকেট 'লেমিনেশ্যন কৰা নিয়মত পৰিণত হৈছে। আগতে এইবোৰ শোভা প্ৰয়োজনীয় বুলি ভবা নহৈছিল। কবি গুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে ক'বৰ দৰে, "ভাল কিতাপ মানে অকল সুন্দৰ ছপা আৰু সুদৃশ্য প্ৰচ্ছদ নুবুজায়। ভাল কিতাপ বুলিলে বুজিব লাগিব চিন্তাশীল ৰচনাৰ আৰু সুস্থ সংস্কৃতিৰ প্ৰকাশ মাধ্যম।" কেতিয়াবা আকৌ লেখকৰ জনপ্ৰিয়তায়ো কিতাপ এখনৰ প্ৰকৃত মূল্যায়ন দাঙি নধৰে। কোনো কোনো প্ৰখ্যাত লেখকৰ প্ৰথম কিতাপখন ভাল হ'ল বুলিলেই দ্বিতীয়খন যে সমানে ভাল হ'ব, কোৱা টান। এনেকুৱা উদাহৰণ অনেক আছে। ছমৰছেট্ মমৰ 'দ্য চামিঙ আপ', 'খ্ৰীষ্টিয়ান হলিডে' পঢ়ি তেওঁৰ 'আপ এট দ্য ভিলা' মোৰ মনপুতঃ নহ'ল। তেনেকৈ ডি এইছ লৰেঞ্চৰ 'লেডী ছাটাৰ্লি লাৰ্ভছি' পঢ়াৰ পাছত তেওঁৰ 'ছন্স এণ্ড লাৰ্ভাছ' মোৰ বাবে নিৰস যেন লাগিল। অৱশ্যে, আগতে কৈ অহাৰ দৰে লিখাৰ ষ্টাইল হৈছে পাঠক এজনৰ বাবে প্ৰয়োজনীয় গুণ। ষ্টাইল নাথাকিলে কোনো কিতাপে বেছি দিন জীয়াই থাকিব হয়তো নোৱাৰে। আৰু এটা কথা মনত ৰখা দৰকাৰ যে ৰেডিঅ' আৰু টেলিভিশ্যন কিতাপৰ বিকল্প নহয়। কিতাপৰ ক্ষুধা এইবোৰ মাধ্যমে জানো পূৰাব পাৰিব?



## এখন চমৎকাৰ গ্ৰন্থ

# নেহৰু : দ্য মেকিং অৱ ইণ্ডিয়া

জৱাহৰলাল নেহৰুৰ ওপৰত বিশিষ্ট সাংবাদিক এম, জে, আকবৰে এখন তথ্যসমৃদ্ধ গ্ৰন্থ লিখিছে। ৬০৯ পৃষ্ঠাৰে সুবৃহৎ এই গ্ৰন্থ খনৰ মূল্য গুৱাহাটীৰ কিতাপৰ দোকানত ৩৬৩ টকা ৯০ পইচা। গ্ৰন্থখনৰ প্ৰকাশক ভিকিং, পৰিবেশক ৰূপা এণ্ড কোম্পানী। ১৯৮৮ চন যাওঁ যাওঁ অৱস্থাতে যি কেইখন উল্লেখনীয় ইংৰাজী গ্ৰন্থই ভাৰতীয় পঢ়ুৱৈ সমাজক বিপুলভাৱে আকৰ্ষণ কৰিলে তাৰ ভিতৰত আকবৰৰ এই গ্ৰন্থখন অনন্য- সাধাৰণ। সমগ্ৰ বিশ্বতে গ্ৰন্থখনে সমাদৰ লাভ কৰিছে আৰু নতুন ভাৰত নিৰ্মাতা জৱাহৰলাল নেহৰুৰ ওপৰত ৰচিত অনুপম জীৱনালেখ্য বুলি প্ৰশংসা লাভ কৰিছে।

সঁচা কথা, নেহৰুৰ ওপৰত ভালেকেইখন গ্ৰন্থ ওলাইছে। ডঃ গোপালে তিনিটা খণ্ডত নেহৰুৰ জীৱনী লিখিছে। নেহৰুৱে নিজেই ১৭ খন কিতাপ লিখি গৈছে। ইয়াৰ ভিতৰত তেওঁৰ আত্মজীৱনীখন অন্যতম লেখৰ গ্ৰন্থ। নেহৰু পৰিয়ালৰ কৃষ্ণা হাথিসিংহ, নয়নতৰা সেগল, নেহৰুৰ ব্যক্তিগত সচিব মাথাই আদিয়ে নেহৰুৰ পাৰিবাৰিক, ৰাজনৈতিক জীৱনধাৰাৰ ওপৰত আলোকপাত কৰিছে। এইবোৰ থকা সত্বেও আকৌ এখন জীৱনীৰ কি প্ৰয়োজন আছিল ? এই প্ৰশ্নৰ উত্তৰ আকবৰে দিছে। তেওঁ কৈছে যে যিবোৰ নেহৰু সাহিত্য ইতিমধ্যে ওলাইছে, সেইবোৰৰ পাণ্ডিত্য নিঃসন্দেহে সমাদৃত; কিন্তু নেহৰুৰ জীৱনটো অফুৰন্ত। এই বিচিত্ৰ জীৱনটোৰ পৰা বিভিন্ন দিশত উপাদান বুটলিব পাৰি। তেওঁৰ জীৱন দৰ্শনৰ মাজেদি সাম্প্ৰতিক কালৰ বহুতো উপাদেয় ঘটনা বুজিব পাৰি। প্ৰত্যেকজন জীৱনীকাৰৰ দৃষ্টিভংগী একেধৰণৰ হব বুলি কব নোৱাৰি। এজন নায়কৰ প্ৰতি তেওঁলোকৰ পৰিজ্ঞান বেলেগ বেলেগ। আকবৰে কৈছে, "মোৰ গ্ৰন্থখনৰ নামটোলৈ মন কৰক। "নেহৰুঃ দ্য মেকিং অৱ ইণ্ডিয়া"। ডঃ গোপালৰ খনৰ নাম "জৱাহৰলাল নেহৰুঃ জীৱনী"। প্ৰবেশ পথ বেলেগ। বিষয় প্ৰসংগতো ব্যতিক্ৰম আছে। মই নেহৰুৰ আধুনিক ভাৰত নিৰ্মাণৰ দিশটোত মনোনিবেশ কৰিছো।"

জৱাহৰলাল নেহৰু ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী। তেওঁক কোৱা হৈছিল মহাত্মাগান্ধীৰ প্ৰিয় আৰু ৰাজনৈতিক উত্তৰাধিকাৰী। নেহৰুৱে মহাত্মা গান্ধীৰ ভিত্তিত প্ৰতিষ্ঠিত হৈ কংগ্ৰেছৰ দলপতি আৰু ১৯৪৭ চনৰ পৰা স্বাধীন ভাৰতৰ প্ৰধান মন্ত্ৰী পদত থাকি নতুন ভাৰত গঢ়াত ব্ৰতী হৈছিল। নেহৰুৰ ইতিবৃত্ত মানেই ভাৰতৰ ইতিবৃত্ত। আকবৰে ৪৭ টা অধ্যায়ত এই ইতিবৃত্ত লিপিবদ্ধ কৰিছে। আকবৰে গ্ৰন্থখন যুগুত কৰিছে নেহৰুৰ সম্পৰ্কীয় প্ৰকাশিত অপ্ৰকাশিত গ্ৰন্থৰাজি, দলিল-পত্ৰ অধ্যয়নকৰি। সকলোবোৰ জুকিয়াই মেলি, অনেক ব্যস্ত

সময় ব্যয় কৰি তেওঁ গ্ৰন্থখন সম্পূৰ্ণ কৰিছে। কব লাগিব, এই চেষ্টা, এই কষ্ট আৰু ত্যাগৰ আঁৰত আকবৰৰ নেহৰুৰ প্ৰতি থকা অকুণ্ঠ শ্ৰদ্ধা আৰু ভালপোৱা সোমাই আছে।

কিন্তু সেইবুলি আকবৰে অন্ধবিশ্বাসেৰে বা ভুল তথ্যপাতিৰে গ্ৰন্থখন গধুৰ কৰি তোলা নাই। তেওঁৰ সাংবাদিকতাৰ সৎ- নীতি আৰু কৰ্তব্য ইয়াত প্ৰকাশ পাইছে। যি সময়ত আবুল কালাম আজাদৰ "ইণ্ডিয়া উইন্স ফ্ৰিদম"ৰ পূৰ্ণ পাঠ প্ৰকাশ হৈ নেহৰুৰ প্ৰতি বিৰূপ মন্তব্যই কিছু সন্দেহৰ বাতাবৰণ সৃষ্টি কৰিছে তেনে সময়তে আকবৰে নিৰপেক্ষভাবে নেহৰুৰ ভাবমূৰ্তি দাণ্ডি ধৰিবলৈ যত্ন কৰিছে। নেহৰুৰ জন্মশতবাৰ্ষিকীৰ সময়ত মৌলানা আজাদৰ (তেওঁৰো শতবাৰ্ষিকী অনুষ্ঠিত হৈছে) গ্ৰন্থখনে কিছু প্ৰতিক্ৰিয়া ব্যক্ত কৰিছে। পাঠকে আকবৰৰ গ্ৰন্থখনত এটা বেলেগ দৃষ্টিভংগী লক্ষ্য কৰিব। আকবৰে নেহৰুক দেৱতাৰ শাৰীত থোৱা নাই। তেওঁৰ ভুলভ্ৰান্তিবোৰো আঙুলিয়াই গৈছে। ভাৰত বিভাজন প্ৰসংগটোৰে নেহৰুৰ বিচাৰ বুদ্ধিৰ ভ্ৰান্ত নিদৰ্শন বুলি পতিয়ন নিয়াইছে। তেনেকৈ নেহৰুৰে দেখুৱা অযৌক্তিক বিশ্বাস আৰু নিৰ্ভৰশীলতাৰ ফলত কেনেকৈ কৃষ্ণমেনন আৰু চৰ্দাৰ পানিকৰে ভাৰতৰ লগত চীনৰ বিবাদ বৃদ্ধি পোৱাত ইন্ধন যোগাইছিল সেইকথা গ্ৰন্থখনৰ ৪৬ অধ্যায়ত (China: a stab from the Front) আলোচনা কৰা হৈছে। ১৯৬২ চনৰ যি অপমানজনক অৱস্থাত ভাৰতবৰ্ষ সন্মুখীন হৈছিল তাৰবাবে নেহৰুকে প্ৰধানকৈ দোষাৰোপ কৰা হৈছিল। ভুল পথে পৰিচালিত হৈ নেহৰুৰে এই অবাঞ্ছিত অপমান সহ্য কৰিব লগা হৈছিল। প্ৰতিৰক্ষামন্ত্ৰী মেননৰ কু-পৰামৰ্শতে ভাৰত-চীনৰ মৈত্ৰীত কুঠাৰঘাত পৰিছিল আৰু প্ৰধানমন্ত্ৰী নেহৰু অপদস্থ হৈছিল। পানিক ৰ আৰু মেনন এজনৰো ৰাজনৈতিক ভিত্তি নাছিল।

নেহৰু পৰিয়ালৰ বিৱৰণ, পণ্ডিত মতিলালৰ পাৰিবাৰিক ইতিবৃত্ত, ৰাজনৈতিক যোগসূত্ৰ, ১৯ শতিকাৰ সংস্কৃতি আৰু মতবিৰোধ, হিন্দু জাতীয়তাবোধৰ উত্থান আদি বিষয়বোৰ গ্ৰন্থখনৰ আৰম্ভণিৰ অধ্যায় কেইটাত আলচ কৰা হৈছে। মতিলালে নেহৰু বংশৰ বুনিয়াদ সু-প্ৰতিষ্ঠিত কৰিবলৈ সক্ষম হৈছিল এজন সুদক্ষ আইনজীৱী হিচাপে। কবলৈ গলে ১৯ শতিকাৰ মাজভাগৰ পৰা ২০ শতিকাৰ কালছোৱালৈ ভাৰতবৰ্ষত বহুতো সু-প্ৰসিদ্ধ উকীলৰ জন্ম হৈছিল যি সকলে ভাৰতৰ স্বাধীনতা সংগ্ৰামত আগভাগ লৈছিল। বালগংগাধৰ তিলক, মতিলাল নেহৰু, মদন মোহন মালব্য, গোপালকৃষ্ণ গোখলে, মোহনদাস কৰমচাঁদ গান্ধী, চি. আৰ. দাস, বল্লভ ভাই পেটেল, মহম্মদ আলি জিন্না, যতীন্দ্ৰমোহন সেনগুপ্ত, নবীন চন্দ্ৰ বৰদলৈ, তৰুণ ৰাম ফুকন আদি অনেকৰ নাম লব পাৰি যি সকল সদাস্মৰণীয়। এই যুগটোতে জন্ম লৈছিল, চাৰ মহম্মদ ইকবাল, সৰোজিনী নায়ডু, চি, ৰাজগোপালাচাৰী, ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণ, এম. এন. ৰায়, ড° ৰাজেন্দ্ৰ প্ৰসাদ, সীমান্ত গান্ধী আবদুল গফৰখান, বি. আৰ. আমবেদকাৰ প্ৰভৃতি দেশবৰেণ্য নেতাসকলে। ফিৰোজ বখট, যি গৰাকী ব্যক্তিৰ নাম মুহিউদ্দিন আহমেদ ওৰফে মৌলনা আবুল কালাম আজাদৰ জন্ম হৈছিল ১৮৮৮ চনত আৰু ইয়াৰ পিছৰ বছৰৰ ১৪ নৱেম্বৰত তেওঁৰ সতীৰ্থ বন্ধু জৱাহৰলাল নেহৰুৰে জন্ম গ্ৰহণ কৰে। এটা কাহিনীত উল্লেখ আছে যে (১৮৮৯ চনত ওলোৱা) ২৯ বছৰীয়া মতিলাল

সন্তানহীন হৈ শোকাতুৰ হৈ পৰিছিল আৰু এটা পুত্ৰ সন্তান কামনা কৰি ব্যাকুল হৈ পৰিছিল। তেওঁৰ প্ৰথম সন্তানৰ মৃত্যু হৈছিল। মতিলালে পণ্ডিত মদনমোহন মালব্য আৰু পণ্ডিত দীনদয়াল শাস্ত্ৰীৰ লগত হিমালয়ৰ পাদদেশত অৱস্থিত ঋষিকেশলৈ গৈছিল। তাতে তেওঁলোকে এজন যোগীক লগ পালে। যোগী তপস্যাত বিভোল। মালব্যজীয়ে যোগীক প্ৰাৰ্থনা জনালে আৰু কলে যে মতিলালে এটা পুত্ৰসন্তান কামনা কৰিছে। ইয়াৰ বাহিৰে তেওঁক একো নালাগে। যোগীয়ে চকুমেলি মতিলাললৈ নিৰীক্ষণ কৰি কলে যে মতিলালৰ ভাগ্যত সন্তান লাভ নাই। তেতিয়া পণ্ডিত দীনদয়ালে যোগীক শাস্ত্ৰৰ উদ্ধৃতি দি জনালে যে সিদ্ধিপ্ৰাপ্ত যোগীজনে ইচ্ছা কৰিলে মতিলালৰ এই ভাগ্যৰেখা সলনি কৰি দিব পাৰে। এই আশীৰ্বাদ কামনা কৰিয়েই তেওঁলোক আহি উপস্থিত হৈছেহি। যোগী ধ্যানষ্ঠ হ'ল আৰু কিছু সময়ৰ পাছতে চকুমেলি মতিলালৰ গালৈ তিনিবাৰ কমণ্ডলুৰপৰা পানী চটিয়ালে। যোগীৰ জ্যোতি ম্লান পৰি আহিল। তেওঁ কলে যে মতিলালে তেওঁৰ সাধনাৰ সকলো ফল লৈ গল। পিছদিনা যোগীৰ মৃত্যু ঘটিল। মতিলালৰ পুত্ৰসন্তান লাভ হল ১৮৮৯ চনৰ ১৪ নৱেম্বৰৰ ৰাতি ১১ বাজি ৩০ মিনিটত। মতিলালে নাম থলে জৱাহৰলাল, যি নামটো তেওঁৰ লৰাই বৰ ভাল নাপাইছিল।

আধুনিক ভাৰতত ওপৰত উল্লেখ কৰা কাহিনীটো পৌৰাণিক সাধুকথা বুলি উৰাই দিব, আনকি জৱাহৰলালেও পাছত গম পাই হাঁহি দিছিল। ডেকা ল'ৰা জৱাহৰলালে কৈছিল, "ধৰ্মৰ ধাৰণা মোৰ বাবে অস্পষ্ট। ইয়াক মাইকী মানুহৰ কাম যেনহে লাগে" কিন্তু জৱাহৰলালে ধৰ্মীয় উৎসৱৰ আনন্দমেলা উপভোগ কৰিছিল, হোলী উৎসৱৰ ৰঙীন পৰিৱেশত তেওঁ অংশ গ্ৰহণ কৰিবলৈ ভাল পাইছিল। এলাহাবাদৰ হিন্দু মুছলমান উভয়ৰে উৎসৱত তেওঁৰ আকৰ্ষণ আছিল প্ৰবল। দেৱালী, ৰাসলীলা আদিত তেওঁ নাচি বাগি ফুৰিছিল। ঈদত তেওঁ মুছলমান পৰিয়ালৰ লগত মিলিত হৈছিল। জৱাহৰলালে জাতিভেদ নামানিছিল। তেওঁৰ ভনীয়েকহঁতৰ বিবাহ হৈছিল নিজ সম্প্ৰদায়ৰ বাহিৰত। সৰুকালতে জৱাহৰলাল আছিল মুক্তমনৰ চৌখিন ডেকা। যদিও তেওঁ এলাহাবাদত আছিল, তথাপি তেওঁ জন্মভূমি কাশ্মীৰক পাহৰিব নোৱাৰিছিল। সময় পালেই তালৈ ঢাপলি মেলিছিল। বাপেকে ওকালতি কৰি অজস্ৰ ধন-সম্পত্তি ঘটিছিল আৰু পুতেকক ইণ্ডিয়ান চিভিল চাৰ্ভিচ (আই-চি-এচ) ত যোগ দিবলৈ উপদেশ দিছিল। কিন্তু জৱাহৰলালে জানিছিল যে এই পৰীক্ষাত তেওঁ কৃতকাৰ্য হব নোৱাৰে। এই লাইন তেওঁৰ নহয়। সেইকালত এনে চাৰ্ভিচ আছিল অতি সৌভাগ্যজনক। সত্যেন্দ্ৰ নাথ ঠাকুৰ আছিল প্ৰথম ভাৰতীয় আই-চি-এচ বিষয়া। এওঁৰ পাছতে এই স্বৰ্গীয় দুৱাৰত ভৰি দিছিল চাৰিজন ভাৰতীয়ই। তেওঁলোক হ'ল, যথাক্ৰমে বি, এল, গুপ্তা, এছ, বি, ঠাকুৰ, আৰ, চি, দত্ত আৰু এছ, এন, বেনাৰ্জী। এজনে এটা কৌতুকহলপূৰ্ণ প্ৰশ্ন কৰিছিল। অৰবিন্দ ঘোষ, মহম্মদ আলি, জৱাহৰলাল আৰু সুভাষচন্দ্ৰ বোস যদি জিলা কলেক্টৰ আৰু জিলা হাকিম হৈ বৃটিছ শাসন ৰক্ষা কৰিবলৈ চৰকাৰী কাম কৰিলেহেঁতেন তেতিয়াহলে বাৰু কেনে লাগিলহেতেন? কিন্তু এই আটাইকেইজনৰ ভাগ্যত ডেকাবয়সত এনে সুযোগ আহিছিল। জৱহৰলালে পাছত স্বীকাৰ কৰিছিল যে তেওঁ এই শ্ৰেণীত নোসোমাই অতি

উত্তম কাম কৰিলে। এই কাম অত্যন্ত নিৰস আৰু ঠেকমনোবৃত্তিৰ। তেওঁ বৃটিছৰ আজ্ঞাবহ বিষয়া নহৈ বৃটিছ শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰাটোকে জীৱনৰ মুখ্যকাম বুলি বিবেচনা কৰিলে। অৱশ্যে য়ুৰোপত শিক্ষালাভৰ সময়খিনি তেওঁৰ বাবে সদাস্মৰণীয় হৈ ৰ'ল। এন, বি, খেৰৰ মন্তব্য আছিল এনে ধৰণৰ ঃ "জৱাহৰলাল শিক্ষাত ইংৰাজ, সংস্কৃতিত মুছলমান আৰু ঘটনা ক্ৰমেহে হিন্দু"।

নেহৰু যদিও বাৰিষ্টাৰ আছিল তেওঁৰ সেইফালে আগ্ৰহ নাছিল। তেওঁ ৰাজনীতিকে ভাল পাইছিল আৰু তাতে মনে প্ৰাণে সোমাই পৰিছিল। কংগ্ৰেছ আছিল তেওঁৰ বাবে মহান অনুষ্ঠান। তেওঁ এই অনুষ্ঠানৰ শীৰ্ষস্থানত সন্মানিত হৈছিল। ১৯৪৭ চনত গান্ধীৰ আশামতে স্বাধীন ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী হৈছিল। ভাৰতৰ জনগণে এই সিদ্ধান্তক ১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত ওলগ জনালে। ১৯৫৫ চনত কেন্দ্ৰীয় মন্ত্ৰী সভাই তেওঁলৈ আগবঢ়ালে "ভাৰত ৰত্ন" মহোত্তম সন্মান।

আকবৰে ভাৰতবৰ্ষৰ ৰাজনীতিত প্ৰভাৱ বিস্তাৰ কৰা তিনি গৰাকী মুছলমান নেতাৰ উল্লেখ কৰিছে। তেওঁলোক হ'ল, মৌলানা মহম্মদ আলি (১৮৭৮-১৯৩১), মহম্মদ আলি জিন্না (১৮৭৬-১৯৪৮) আৰু মৌলানা আবুল কালাম আজাদ (১৮৮৮-১৯৫৮)। তেওঁলোক তিনিওজনে ভাৰতৰ মুছলমান সকলৰ আশা, আকাঙ্খা, স্থিতি, নিৰাপদ, ভবিষ্যতক কেন্দ্ৰ কৰি ৰাজনীতি কৰিছিল। কিন্তু তেওঁলোকৰ অগ্ৰসৰৰ পথ বেলেগ আছিল। জিন্নাই ধৰ্মনিৰপেক্ষ সংবিধানৰ পক্ষে প্ৰথমতে মতপোষণ কৰি পাছত গৈ এখন বেলেগ মুছলিম ৰাষ্ট্ৰ দাবী কৰিলে। আকবৰে জিন্নাৰ ৰাজনীতিক কটুসমালোচনা কৰিছে। জিন্নাই গান্ধীজীৰ "ভজন গোৱা ৰাজনীতি" আৰু "সানমিহলি নৈতিক পাঠ হজম কৰিব পৰা নাছিল। জিন্নাৰ মনত মুছলমানৰ প্ৰশ্নটোৱে অযথা তোলপাৰ লগাইছিল। ভাৰত বিভক্ত কৰি ভাৰতবৰ্ষৰ ঐক্য বিনষ্ট কৰি জিন্না সুখী হব নোৱাৰিলে। আজাদে ভাৰতবৰ্ষত হিন্দুমুছলমানৰ অখণ্ডতা অক্ষুণ্ন ৰাখিবলৈ আপ্ৰাণ চেষ্টা কৰি বিফল হৈছিল। আলি, জিন্না আৰু আজাদ তিনিও গৰাকী মুছলমান নেতাই ভগ্ন হৃদয়েৰে মৃত্যুক আঁকোৱালি লৈছিল। আলি হতাশাগ্ৰস্থ হৈ ৫২ বছৰ বয়সতে মৃত্যুৰ মুখত পৰিল। জিন্নাই যক্ষ্মাৰোগত তিলতিলকৈ কষ্ট ভোগী এজন ট্ৰেজিক নায়ক আৰু হতবুদ্ধিৰ বীৰৰ দৰে চকুমুদিলে; আজাদে ভাৰত বিভাজনত যি মনস্তাপ পালে সেই অসহ্য বেদনাই তেওঁৰ স্বাস্থ্য ভাঙি পেলাইছিল। তেওঁ যেন ইচ্ছামৃত্যু বৰণ কৰি নশ্বৰ দেহা এৰি মুক্তি পালে। এই তিনিজন নেতাই ইতিহাস ৰচনা কৰিছিল, প্ৰথমতে ভাল উদ্দেশ্য আগত ৰাখি পাছত হিতে বিপৰীত হ'ল। তেওঁলোকৰ ৰাজনীতিৰ গূঢ় ৰহস্য উদঘাটন নোহোৱালৈকে কোৱা টান কিয় জৱাহৰলাল নেহৰু এখন সংযুক্ত ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী নহৈ বিভক্ত ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰী হ'ল।

আকবৰৰ 'নেহৰুত' আছে, গান্ধীজীয়ে যে পাকিস্থানৰ ধাৰণাটো সহ্য নকৰিছিল সেইকথা সকলোৱে বুজিছিল। তেওঁ কৈছিল যে পাকিস্থানত তেওঁ জীৱনৰ বাকীদিন কেইটা তাতে কটাব। (গান্ধীজীয়ে ১৯৪৭ চনৰ ৬ আগষ্টৰ লাহোৰত দিয়া বক্তৃতা) পাকিস্থানৰ কোন

ঠাইত? গান্ধীজীয়ে উত্তৰ দিছিল, "পূৰ্ববংগত বা পশ্চিম পঞ্জাবত, নহ'লে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত। মোৰ বৰ্তমান গন্তব্য স্থান হ'ল নোৱাখালি, তালৈ মই যাম। মৃত্যুলৈ মোৰ ভয় নাই। নোৱাখালিত কাম শেষ হ'লেই মই পঞ্জাৱলৈ আহিম"।

কিন্তু গান্ধীজীৰ এই সপোন দিঠকত পৰিণত হবলৈ নাপালে। সাম্প্ৰদায়িক সংঘৰ্ষই তেওঁক বিব্ৰত কৰি তুলিলে,আক্ৰান্ত ভাৰতবৰ্ষৰ ক্ষতিগ্ৰস্ত অঞ্চলসমূহত তেওঁ ভ্ৰমণ কৰিব লগা হ'ল। জানুৱাৰীৰ ৩০ তাৰিখে এজন ধৰ্মোন্মত্ত হিন্দুৱে তেওঁক হত্যা কৰিলে।

আকবৰে আক্ষেপৰ সুৰত কৈছে যে ভাৰত বিভাজনৰ বাবে নেহৰুক জগৰীয়া কৰাটো দুৰ্ভাগ্যজনক। বৃটিছে এটা অমূল্য ভাণ্ডাৰ আমাৰ বাবে দান দি গৈছিল। সেইটো হৈছে চৰকাৰী কাগজ পত্ৰ লেখাগাৰ (আৰ্কাইভ)। বৃটিছ সকলে ভাৰতবৰ্ষত কি কৰিছিল কেনেকুৱা অৱস্থাৰ সন্মুখীন হৈছিল, ৰাজনৈতিক চিন্তা ভাৱনা আদি বিতং বিৱৰণ লিপিবদ্ধ কৰি সযত্নৰে সংৰক্ষণ কৰি থৈছিল। ক্ষমতা হস্তান্তৰৰ সকলো ধৰণৰ নথি-পত্ৰ আজি আমাৰ হাতলৈ আহিছে। ১৯৪৭ চনৰ মে' মাহত ভাৰত বিভাজনৰ চূড়ান্ত সিদ্ধান্ত ঘোষণা কৰাৰ দুসপ্তাহমান আগতে গম পোৱা গৈছিল যে বৃটিছ কেবিনেটে এখন খণ্ড-বিখণ্ড ভাৰতবৰ্ষৰ বাবে ক্ষমতা হস্তান্তৰ কৰিবলৈ সন্মতি দিছে। এই ভাৰতবৰ্ষ হব অন্ততঃ ৮ খন স্বাধীন অথবা স্বাধীনতাৰ ক্ষমতা লাভ কৰা সদৃশ সৰু সৰু ৰাষ্ট্ৰ। কেন্দ্ৰত এটা একেবাৰে দুৰ্বল চৰকাৰ থাকিব। নেহৰুৱে এই সিদ্ধান্তৰ কথা আগতীয়াকৈ গম পাইছিল আৰু ইয়াৰ বিৰোধিতা কৰিছিল। তেওঁ বুজিছিল যে কেন্দ্ৰত শক্তিশালী চৰকাৰ ভাৰতৰ নাথাকিলে ভাৰতৰ ঐক্য সম্প্ৰীতি নাথাকে। এই বৃটিছ প্ৰস্তাৱে ভাৰতৰ ধ্বংস আনিব। নেহৰুৱে এই গোপন সিদ্ধান্তৰ কথা চিমলাত থকা মাউন্ট বেটেন পৰিয়ালৰ পৰা কথা প্ৰসংগত জানিব পাৰিছিল আৰু নিজে এই অভিসন্ধিৰ বিৰুদ্ধে থিয় দিছিল। অৱশেষত তেওঁ ভাৰতত ঘটা সাম্প্ৰদায়িক ঘটনাৱলীত মৰ্মাহত হৈ পাকিস্থানৰ প্ৰস্তাৱটোত সন্মতি জনাবলৈ বাধ্য হৈছিল। তেওঁ বুজিছিল যে এখন পাকিস্থানতে যদি দেনা-পাওনা মিলি যায় আৰু বাকী ভাৰতবৰ্ষ একেলগে থাকে তথাপি ভাল। বহুতে আনকি মৌলানা আজাদেও নেহৰুক ভাৰতবৰ্ষ দ্বিখণ্ডি কৰাৰ বাবে দোষ দিয়ে।

নেহৰুৱে কিন্তু পাকিস্থান মানি লৈ কন্দলকাৰী বহুতো গোটৰ ভাঙনৰপৰা ভাৰতবৰ্ষক ৰক্ষা কৰিলে। চৰ্দাৰ পেটেলে বৃটিছৰ ষড়যন্ত্ৰ গম পাইছিল। তেওঁ নেহৰুক এই ষড়যন্ত্ৰ ৰোধ কৰিবলৈ সহায় কৰিছিল। তেওঁ পাকিস্থান গঠনত বাধাদিয়াটো অসম্ভৱ বুলি বিবেচনা কৰি নেহৰুতকৈ আগতে বৰলাটক সন্মতি জনাইছিল। নেহৰু আৰু পেটেলে পাকিস্থান কিয় মানি ললে এই বিষয়ে অনেক ভাল-বেয়া তথ্য প্ৰকাশ পাইছে।

সেইবোৰৰ অধিকাংশ মনেসজা কাহিনী। প্ৰকৃত কথা হ'ল কংগ্ৰেছ লীগ সন্মিলিত চৰকাৰ গঠনৰ তিক্ত অভিজ্ঞতাই লীগ আৰু বৃটিছ দুয়ো পক্ষকে এনে এটা সুযোগ আনি দিছিল যে পাকিস্থান নাপালে দুয়ো পক্ষই কংগ্ৰেছক শান্তিৰে শাসন চলাবলৈ নিদিয়ে। তেওঁলোকে ভাৰতবৰ্ষক দ্বিখণ্ডহে নালাগে বহুখণ্ড টুকুৰা টুকুৰ কৰি পেলাব। আকবৰে

কৈছে যে নেহৰুৱে যদিও পাকিস্থান মানি লৈছিল তেওঁ আশা কৰিছিল যে এদিন দুয়ো ৰাষ্ট্ৰ পুনৰ মিলিত হ'ব। নেহৰুৰ এই ধাৰণা তেওঁৰ ৰোমান্টিক মনৰ স্পৰ্শকাতৰ অনুভূতি মাত্ৰ। পাকিস্থান আজি ঐতিহাসিক সত্য হৈ পৰিছে।

গ্ৰন্থখনত থকা "হাৰ ফাদাৰছ দটাৰ" শিতানত আকবৰে লিখিছে কেনেকৈ জৱাহৰ লাল নেহৰুৰ ভাৱমূৰ্ত্তিৰ মাজেদি ইন্দিৰা গান্ধীয়ে সৰুকালৰে পৰা নিজা বৈশিষ্ট্যৰ বিকাশ ঘটাবলৈ অনুপ্ৰেৰণা পাইছিল আৰু কেনেকৈ ইন্দিৰাই নিজৰ স্ব উপাৰ্জিত গুণৰাজিৰ বলত ভাৰতৰ প্ৰধানমন্ত্ৰী হ'বলৈ সক্ষম হৈছিল। জৱাহৰলালে ইন্দিৰাক তেওঁৰ উত্তৰাধিকাৰী ৰূপে তৈয়াৰ কৰিছিল নে? প্ৰশ্নটোৰ উত্তৰ দি আকবৰে লিখিছে, তেওঁ নিজে ইন্দিৰা গান্ধীক ৰাজনীতিলৈ অনা নাছিল। কিন্তু আনবোৰে ইন্দিৰা গান্ধীক ৰাজনীতিলৈ আহিবলৈ উৎসাহ দিওতে নেহৰুৱে বাধা দিয়া নাছিল। ইন্দিৰা গান্ধীয়ে নিজ গৌৰৱেৰে সু-প্ৰতিষ্ঠিত হৈছিল। নেহৰুৱে ইন্দিৰাক ভাল পাইছিল আৰু সহায় কৰিছিল ব্যক্তিত্ব বিকাশত। পিতাই জীয়েকক আবদাৰ কৰা জীয়েকে পিতাকক আবদাৰ কৰাটো ভাৰতীয় পৰম্পৰা। ইন্দিৰা যেতিয়া কংগ্ৰেছ সভাপতি হ'ল তেতিয়াই তেওঁৰ ভাগ্য চকৰি সৌভাগ্যৰ ফালে ঘূৰিবলৈ ধৰিলে। চিজাৰৰ দৰে তেওঁ হৈ পৰিল, দীপ্তিমান, যশমান।

আকবৰে ১৯৫৫ চনটো নেহৰুৰ বাবে আটাইতকৈ সুন্দৰ বছৰ বুলি উল্লেখ কৰিছে। সেইবছৰতে চাৰ্চিলে নেহৰুক "এচিয়াৰ জ্যোতি" বুলি প্ৰশংসা কৰিছিল। ১৯৫৫ চনৰ পাছতে নেহৰুৰ জীৱনলৈ আহিল অৱসাদ, প্ৰতিশ্ৰুতি ভংগ। চীনা আক্ৰমণত তেওঁ অপদস্ত হ'ল, গৌৰৱৰ পদচিহ্ন ম্লান পৰি আহিল। শেষ (৪৭) অধ্যায়ত আকবৰে নেহৰুৰ শেষ অৱস্থা অন্তস্পৰ্শী ভাষাত বৰ্ণনা কৰিছে, বৰ্ণনা কৰিছে তেওঁৰ কৰ্মৰাজিৰ মহত্তম প্ৰতিফলন।।



## আন এখন বিতৰ্কিত গ্ৰন্থ

# ফ্ৰম ৰাজ টু ৰাজীৱ

অনেক ধৰণৰ গল্প লেখা হয়। ৰাজনীতিৰ লগৰ ঘটনাৱলীবোৰো কেতিয়াবা মজাৰ গল্প হৈ পৰে। ৰাজনীতি নেখেলা মানুহেও এই বোৰ কাহিনীৰ আমেজ পায়। ময়ো ৰাজনীতিৰ বাহিৰৰ মানুহ। সাহিত্য চৰ্চাই মোৰ কাম। কিন্তু সাম্প্ৰতিক কালত এনে এটা পৰিবেশত আমি সোমাই পৰিছো যি পৰিবেশত থাকি আমি ৰাজনীতিৰ পৰা বহুত নৰম-গৰম অভিজ্ঞতা লাভ কৰিছো। পুৱাৰ খবৰ কাগজখন মেলিয়েই যিবোৰ চাঞ্চল্যকৰ বাতৰিয়ে আমাৰ নিদ্ৰা ভংগ কৰে সেইবোৰ হৈছে ৰাজনীতিৰ গৰম খবৰ। বাতৰি কাগজক তৃতীয় চকু, মানে থাৰ্ড আই বুলি কোৱা হয়। এই তৃতীয় চকুৰে আমি দেশৰ, সমগ্ৰ বিশ্বৰ ৰাজনীতিৰ খেলখন দেখিবলৈ পাওঁ, মজাৰ ৰাজনৈতিক গল্প পঢ়িবলৈ পাওঁ। প্ৰতিবাদ, পদযাত্ৰা, দলত্যাগ, অনুশাসন ভংগ, চাৰিওফালে লজ্জাজনক অবিশ্বাস্য অঘটন। আমি সকলোৱে যেন এই প্ৰহসনৰ অসহায় দৰ্শক।

ভাৰতবৰ্ষৰ ৰাজনৈতিক ইতিহাসৰ ধাৰাবাহিক দিন পঞ্জিকাত বহুতো ঘটনা লিপিবদ্ধ কৰা হৈছে, যি বোৰ অনুধাৱন কৰিলে আমি বিস্ময় নোহোৱাকৈ নাথাকো। যিসকল দেশবৰেণ্য নেতাৰ প্ৰতি আমাৰ শ্ৰদ্ধা সদা বিৰাজমান, সেইসকলৰ প্ৰত্যেকজনেই অপৰাধবোধত আক্ৰান্ত। অনেকৰ ৰাজনৈতিক ক্ৰিয়াকাণ্ড ধুৱলি কুৱলি। ৰাজনৈতিক খেলখন যেনিবা দবা খেলহে, দুজনে খেলে, দহজনে চাই থাকে। হাৰজিতৰ খেলৰ মজা এনেকুৱাই হয়। কোন জিকিল, কোন হাৰিল তাকে চাই আমি সোৱাদ পাওঁ। ভাৰতৰ ৰাজনীতিত আজি নহয়, কেতিয়াবাই এই হৰা জিকা চলি আহিছে, ৰাজনীতি খেলি কোনে কিমান দূৰ আগুৱাব পাৰিব, এনে এটা উচ্চাশাক বিশেষ গুৰুত্ব দিয়া মনোবৃত্তি ভাৰতীয় নেতাসকলে আয়ত্ব কৰি পেলাইছে। সময়ৰ সুযোগ নিয়া মনস্তত্বক জীয়াই ৰখাই আমাৰ গণতন্ত্ৰ। প্ৰকাশ হোৱা মৌলানা আবুল কালাম আজাদৰ "ইণ্ডিয়া উইন্স ফ্ৰিদম"ৰ পূৰ্ণপাঠ, এম জে আকবৰৰ "নেহৰু 'দ্য মেকিং অৱ ইণ্ডিয়া" আৰু "ৰায়ট আফ্‌টাৰ ৰায়ট", মাৰ্ক টুলী আৰু যাবীৰ মাচানিৰ "ফ্ৰম ৰাজ টু ৰাজীৱ, আয়েষা জালালৰ দ্য চোল স্পকছমেন' আদি গ্ৰন্থ কেইখন পঢ়িলে স্বভাৱতে বহুতো নতুন প্ৰশ্নই পাঠকৰ কৌতুহল বৃদ্ধি কৰে। মহাত্মা গান্ধী, চৰ্দাৰ পেটেল, জৱাহৰলাল নেহৰু, মহম্মদ আলি জিন্না, কালাম আজাদ আদিৰ ৰাজনৈতিক কাৰ্যকলাপৰ মাজেদি ভাৰতীয় বুদ্ধিজীৱীসকলৰ আত্ম জিজ্ঞাসা প্ৰকাশ পাইছিল। পৰবৰ্তীকালৰ ৰাজনৈতিক পৰ্যবেক্ষক আৰু প্ৰতিবেদকসকলে ইতিহাসৰ নথিতথ্য সমৃদ্ধ ৰচনাৰে স্বাধীনতা সংগ্ৰামী কংগ্ৰেছী, অকংগ্ৰেছী আৰু ইংৰাজ কূটনৈতিক ব্যক্তিৰ আচৰণ, ব্যক্তিগত অভিলাষ, অভ্ৰান্ত ধাৰণা, বিচাৰ বিবেচনাবোৰ সমালোচনা কৰিছে।

মার্কটুলি আৰু যাৰীৰ মাচানিৰ দ্বৈত ৰচনাত বিতৰ্কিত এখন কিতাপ ওলাইছে, নাম ফ্ৰম ৰাজ টু ৰাজীৱ। প্ৰকাশক নতুন দিল্লীৰ ইউনিভাৰচেল বুকষ্টল। মাৰ্কটুলি হৈছে ভাৰতত থকা লণ্ডনৰ বি, বি, চিৰ সংবাদদাতা। তেওঁ কুৰি বছৰ কাল ধৰি ভাৰতৰ বাতৰি, বি, বি চিলৈ পঠাইছে, আৰু এই বাতৰিবোৰৰ কিছুমান তাৎপৰ্যপূৰ্ণ সমীক্ষা বি, বি চিৰ ৰেডিঅ'ত তথ্য চিত্ৰ ধাৰাবাহিক পৰিবেশনত প্ৰচাৰ হৈছে। সেইবোৰ হৈছে ভাৰতৰ স্বাধীনতা লাভৰ চল্লিছ বছৰৰ কাহিনী। অলপ দিনৰ আগতে ভাৰতত চল্লিছ বছৰ অতিক্ৰম কৰাৰ উৎসৱ মহাধুমধামেৰে হৈ গৈছে। মাৰ্কটুলিয়ে তেওঁৰ প্ৰযোজক যাৰীৰ মাচানিৰ সৈতে ভাৰতৰ বিভিন্ন অঞ্চল ভ্ৰমণ কৰিছিল। অনেকৰ সাক্ষাৎ গ্ৰহণ কৰিছিল। তেওঁলোকে ভাৰতৰ বিভিন্ন সমস্যাৰ বুজ লৈছিল। ভাৰতত চলা বংশীয় গণতন্ত্ৰৰ পৰা সাধাৰণ ৰাজনীতিলৈ, চহৰ অঞ্চলৰ বস্তি ভূমিৰ পৰা গাৱঁৰ শ্ৰমজীৱী দুখীয়া লোকসকললৈ, ভাৰতৰ প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰাৰ পৰা নতুন ভাৰত নিৰ্মাণ প্ৰযুক্তি বিদ্যাৰ বিপ্লৱলৈ, মঠ মন্দিৰ, মচজিদৰ ধৰ্মীয় আচৰণৰ পৰা নাৰী নিৰ্যাতন আৰু অস্পৃশ্যতালৈ তেওঁলোকে এটা সমীক্ষা চলাইছিল। তেওঁলোকে কৈছে যে ভাৰতবৰ্ষৰ প্ৰকৃত কণ্ঠস্বৰ শুনিবলৈ তেওঁলোকে ভ্ৰমণৰ এখন বিস্তৃত কাৰ্যসূচী হাতত লৈছিল।

"ফ্ৰম ৰাজ টু ৰাজীৱ" এখন ইতিহাস নহয়। ইয়াত স্বাধীন ভাৰতৰ বুৰঞ্জী দাঙি ধৰা হোৱা নাই। এজন বিদেশীৰ দৃষ্টিত ভাৰতবৰ্ষৰ চল্লিছ বছৰৰ উন্নয়ণৰ কাহিনী ইয়াত সম্যক ভাবে বৰ্ণিত হৈছে। মাৰ্কটুলিয়ে লিখিছে যে পশ্চিমৰ মানুহে ভাৰতবৰ্ষৰ সমস্যাৰ বিষয়ে বৰকৈ নাভাবে। কাৰণ, ভাৰতৰ সমস্যাই পশ্চিমীয়া দেশবোৰক সাধাৰণতে স্পৰ্শ নকৰে। যদিও পশ্চিমীয়া দেশবোৰে গণতন্ত্ৰৰ কথা কয়, তথাপি সেই দেশবোৰে ভাৰতে গণতন্ত্ৰৰ ৰক্ষাৰ হকে চলোৱা নীতি মানি লবলৈ টান পায়। পশ্চিমৰ জনসাধাৰণৰো ভাৰতৰ প্ৰতি ভাল ধাৰণা নাই। তেওঁলোকে ভাবে দুখীয়া দেশবোৰৰ দৰেই ভাৰতবৰ্ষ অক্ষম, অযোগ্য বা নিজে নিজৰ ভৰিত থিয় দিবলৈ অসমৰ্থ, অনিচ্ছুক। টুলিক ভাৰতীয় উকীল এজনে কৈছিল যে ভাৰতবৰ্ষৰ জনসাধাৰণক অক্ষম বুলি ক'ব নোৱাৰি। কাৰণ, দেখিবলৈ পোৱা যায় যে সাধাৰণ মানুহৰ হাততে ৰাজনৈতিক নেতাক নিয়ন্ত্ৰণলৈ অনা চাবি কাঠি আছে।

গ্ৰন্থখনত ১৯৪৭ চনৰ ১৫ আগষ্টৰ স্বাধীনতা দিৱসৰ পৰা ১৯৮৭ চনৰ ভাৰত শ্ৰীলঙ্কা-চুক্তিলৈকে আলোচনা কৰা হৈছে। স্বাধীন ভাৰতৰ প্ৰথম প্ৰধান মন্ত্ৰীৰ প্ৰথম স্বাধীনতা দিৱসৰ ভাষণটো আছিল ঐতিহাসিক। মাজৰাতি দিয়া ভাষণত জৱাহৰলালে কৈছিল, "আজি এই মাজৰাতি সমগ্ৰ পৃথিৱী যেতিয়া নিদ্ৰাত নিমগ্ন, তেতিয়া ভাৰতে নতুন জীৱন আৰু মুক্তিৰ বাবে সাৰ পাইছে।" ভাৰতবৰ্ষই দ্বিখণ্ডিত হৈ স্বাধীনতা লাভ কৰিছিল। হিন্দু মুছলমানৰ সাম্প্ৰদায়িক গৃহ যুদ্ধ বন্ধ কৰিবলৈকে ভাৰত বিভাজন হৈছিল। কিন্তু এই সূত্ৰ আৱিস্কাৰ কৰা পণ্ডিত সকলে ইয়াৰ ফলাফল যে কিমান ভয়াবহ আৰু শোকাবহ হ'ব, সেই কথা ভাৱিব পৰা নাছিল। বিভাজনে দুয়োটা ভৌগোলিক সীমাৰেখাৰ স্থায়ী সংখ্যালঘিষ্ঠ হিন্দু আৰু মুছলমান সম্প্ৰদায়ক ভগনীয়া হ'বলৈ বাধ্য কৰিলে। নেহৰুৰ ঐতিহাসিক বক্তৃতাৰ

পাছতে আৰম্ভ হৈছিল সাম্প্ৰদায়িক সংঘৰ্ষ। পঞ্জাবৰ লাহোৰ সোমাল পাকিস্থানত আৰু অমৃতচৰ সোমাল ভাৰতত। সংঘৰ্ষত কিমান মানুহ মৰিল লেখ নাই। কোনোৱে কয় দুই লাখ, কোনোৱে কয় চাৰিলাখ, কোনোৱে হিচাপ দিয়ে দহলাখ বুলি। বৃটিছ ৰাজ্যৰ আমোলত মহা ৰাজসুখেৰে ভাৰতবৰ্ষত দিন কটোৱা ইংৰাজ চাহাব, মেমচাহেব সকলে প্ৰমাদ গণিলে। ভয়ত টালি টোপোলা বান্ধি পলাবলৈ ধৰিলে। বৃটিছ বিষয়া অধিকাংশই ভাৰতীয় শাসকৰ তলত কাম কৰিবলৈ দ্বিধা বোধ কৰি স্বদেশলৈ ৰাওনা হ'ল। তেওঁলোকে নতুন ৰাষ্ট্ৰখন গঠন কৰাত সহায় নকৰিলে। অৱশ্যে ইংৰাজে ভাৰতবৰ্ষক শাসন কৰিবলৈহে আহিছিল। তেওঁলোকৰ অনেকে আহি বেপাৰ বাণিজ্য কৰি টকাঘটি চহকী হৈছিল। ভাৰতবৰ্ষত স্থায়ী ভাবে থাকি দেশখনৰ সামাজিক, অৰ্থনৈতিক বা ৰাজনৈতিক দিশত বিশেষ ফলদায়ক অৰিহণা যোগোৱা তেওঁলোকৰ উদ্দেশ্য নাছিল। বৃটিছ ৰাজৰ সদায় এটা বাসনাই আছিল, ভাৰতবৰ্ষৰ পৰা উভতি গৈ স্বদেশত এটা সুখৰ আৰু আৰামৰ অৱসৰ জীৱন কটোৱা।

মাৰ্কটুলিয়ে মন্তব্য দি কৈছে যে নেহৰু আৰু জিন্নাই কেন্দ্ৰত এটা দুৰ্বল আৰু ক্ৰিয়া বিহিন চৰকাৰ গঠনক ৰোধ কৰিবলৈ ভাৰত বিভাজনক বিকল্প পন্থা বুলি ভাবিছিল। তেওঁলোকে কেবিনেট মিছনৰ প্ৰস্তাৱ ভাল পোৱা নাছিল। মিনু মাচানিয়ে কৈছিল যে ভাৰতবৰ্ষ দ্বিখণ্ডিত কৰি স্বাধীনতা লাভ কৰাটো আছিল দুৰ্ভাগ্যজনক সিদ্ধান্ত।

"মই ইয়াৰ বিৰোধিতা কৰিছিলো। মহাত্মাগান্ধী আৰু মোৰ প্ৰিয় বন্ধু জয়প্ৰকাশ নাৰায়ণেও বিৰোধিতা কৰিছিল। কিন্তু আমি আছিলো সংখ্যাত তাকৰ। নেহৰু, পেটেল আদি অধিক সংখ্যক নেতাই মুছলমানৰ প্ৰতিবন্ধক আঁতৰ কৰি নিজৰ দেশৰ শাসনভাৰ শীঘ্ৰে ল'বৰ বাবে অধীৰ হৈ পৰিছিল। এফালে জিন্নাৰ স্বাৰ্থ মূলক মতবাদ, আনফালে নেহৰুৰ অহমিকা। এই দুই ভাৱধাৰাৰ সংঘৰ্ষত মিলিত ভাৰতবৰ্ষ এখনে স্বাধীনতা আনিব নোৱাৰিলে। ইংৰাজ শাসকেও ভাৰতত আৰম্ভ হোৱা ১৯৪২-৪৩ চনৰ ভাৰত ত্যাগ কৰা আন্দোলনৰ গতিগোত্ৰ লক্ষ্য কৰি ভাৰতবৰ্ষত বেছি দিন যে আৰু থাকিব পৰা নহ'ব, উপলব্ধি কৰিছিল। বৃটিছ প্ৰধানমন্ত্ৰী এট্‌লিয়ে ভাৰতত থকা বৃটিছৰ ক্ষমতা আৰু দায়িত্বৰ অৱসান ঘটাবলৈ মাউন্ট বেটেনক ভাৰতৰ বৰলাট কৰি পঠাইছিল। মাউন্ট বেটেন আছিল চতুৰ আৰু দক্ষ প্ৰশাসক। তেওঁ কাম সমাধা কৰি বৃটিছ শাসনৰ অন্ত পেলালে। মাউন্ট বেটেনে ভাৰতবৰ্ষৰ পৰা লগে লগে বৃটিছ সৈন্য বাহিনী অপসাৰণ কৰি বৃটেনৰ বাবে ভাল কাম কৰিলে, কিন্তু তেওঁ ভাৰতবৰ্ষৰ বাবে এটা ঘৃণনীয় কাম কৰি থৈ গ'ল। হঠাৎ বৃটিছ সৈন্য বাহিনী আঁতৰাই এনে এটা অৰাজকতাৰ সুবিধা দিলে যাৰ ফল স্বৰূপে সংঘটিত হ'ল সাম্প্ৰদায়িক নৰমেধ যজ্ঞ।

লৰ্ড মাউন্ট বেটেনৰ জীৱনীকাৰ ফিলিপ জীয়েগলাৰে লিখিছিল যে ভাৰতৰ শেষ বৰলাটজনৰ ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি বিদায় লোৱাৰ বাহিৰে আন কোনো বিকল্প উপায় নাছিল। তেওঁ ভাৰত বিভাজন অগ্ৰাহ্য কৰাহেঁতেন মহাদেশখনত হিন্দু-মুছলমানৰ গৃহ-যুদ্ধ লাগিলহেঁতেন। জীৱনীকাৰজনে আৰু লিখিছিল যে মহাদেশখনত শান্তি স্থাপন হোৱালৈ দেশবিভাজনৰ প্ৰশ্ন থৈ দিয়াহেঁতেন মাউন্টবেটেনে আৰু ভয়ঙ্কৰ পৰিস্থিতিৰ সন্মুখীন হ'ব

লগাত পৰিলহেঁতেন। আলোচ্য গ্ৰন্থৰ লিখক জনে মন্তব্য দিছে এইবুলি ঃ "ভাৰত বিভাজনত নভবা-নিচিন্তা ক্ষতি সাধন হ'ল। দুই পক্ষৰ মাজত প্ৰায় দহলাখ মানুহে মৃত্যুবৰণ কৰিলে, হেজাৰ হেজাৰ মহিলা ধৰ্ষিতা হ'ল, সা-সম্পত্তি হানি হ'ল, দুই সম্প্ৰদায়ৰ মাজত অন্তৰৰ সদভাৱ নোহোৱা হ'ল। আজিও ভাৰত আৰু পাকিস্থানৰ মাজত সৌহাৰ্দ্যপূৰ্ণ সহযোগ নঘটিল। যুদ্ধৰ ভাবুকিয়ে দুই প্ৰতিবেশী ৰাষ্ট্ৰক সন্দেহৰ ভাবেৰে আজিও বিব্ৰত কৰি ৰাখিছে। এদিন বৃটিছে খণ্ড খণ্ড হৈ থকা ভাৰতবৰ্ষক একত্ৰিত কৰি শাসন সু-প্ৰতিষ্ঠিত কৰা গৌৰৱ দাবী কৰিছিল, কিন্তু ভাৰতবৰ্ষ এৰি যাব লগা হোৱাৰ সময়ত এখন বেয়াকৈ ভাগ বন্টন কৰা ভাৰতবৰ্ষ এৰি থৈ এটা ঐতিহাসিক ভুল কৰিলে।" গ্ৰন্থখনত গান্ধীজীক হত্যা কৰা কাণ্ডটোক অৱহেলাৰ চৰম দৃষ্টান্ত বুলি বৰ্ণনা কৰিছে। ভাৰত বিভাজনৰ বলি মহাত্মা গান্ধীৰ নাম মাউন্ট বেটেনৰ গোৰ্খা গাৰ্ডৰ কমাণ্ডত থকা মেজৰ সিংহ বোলা অফিচাৰজনে শুনাই নাছিল। হত্যাকাণ্ডৰ দিনা আবেলি মাউন্ট বেটেন, তেওঁৰ জীয়েক পামেলা মাউন্ট বেটেন আৰু প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৱে একেলগে সান্ধ্য ভ্ৰমণ কৰিছিল। যেতিয়া মাউন্টবেটেন বৰলাট প্ৰাসাদলৈ উভতি আহিছিল, তেতিয়া মেজৰ সিংহ আহি খবৰ দিছিল যে গান্ধী নামৰ এজন লোকক বিৰলা ভৱনত কোনোবাই গুলীয়াই হত্যা কৰিলে। মাউন্ট বেটেনে গান্ধীৰ হত্যাকাণ্ডটো লৈ এটা বিপদজনক হিংসাত্মক সংঘৰ্ষ হ'ব বুলি ভাবি তৎক্ষণাৎ মেজৰ সিংহক ২৫০ জন গোৰ্খা সৈন্যক মহাত্মাৰ মৃতদেহ থকা বিৰলা ভৱন সুৰক্ষিত কৰিবলৈ আদেশ দিছিল। লাইনত থিয় দিওঁতে গোৰ্খা সৈন্যবোৰে মহাত্মা গান্ধীনো কোন বুলি প্ৰশ্ন কৰাত মেজৰজনে বিমোৰত পৰিছিল। মেজৰ সিংহই গোটেই জীৱন "বৃটিছ ইণ্ডিয়া আৰ্মি"ত কটাইছিল। কিন্তু পৰিতাপৰ কথা এয়ে যে তেওঁলোকক ভাৰতীয় ৰাজনীতিৰ পৰা এনেকৈ আঁতৰাই ৰাখিছিল যে তেওঁলোকে জাতিৰ পিতাজনৰ নাম পৰ্যন্ত গম পোৱা নাছিল। দ্য গাৰ্ডিয়ান কাকতৰ ভাৰতত থকা সাংবাদিক টায়া জিনকিনে লিখিছিল, "নেহৰু আছিল অনুপ্ৰেৰণাৰ উৎস। তেওঁ এজন সুদৰ্শন পুৰুষেই নাছিল, তেওঁ আছিল এজন ভাল লেখক। ইংৰাজী ভাষাত তেওঁৰ ব্যুৎপত্তি আছিল প্ৰচুৰ। অতি গোড়া আৰু ভাৰত বিদ্বেষী ইংৰাজেও নেহৰুক ভাল পাইছিল। মোৰাৰজী দেশায়ে এনে এটা ভাবমূৰ্তি গঢ়ি তুলিব নোৱাৰিছিল। বৃটিছসকলৰ অনেকেই গম পোৱা নাছিল যে ভাৰতীয় ৰাজনীতিৰ প্ৰেক্ষাপটত আৰু দুগৰাকী প্ৰবীণ নেতাই প্ৰবেশ কৰি অতুলনীয় দক্ষতাৰ পৰিচয় দিছিল। তেওঁলোক হৈছে, চৰ্দাৰ বল্লভ ভাই পেটেল আৰু পণ্ডিত গোবিন্দ বল্লভপন্থ। ভাৰতবৰ্ষ দ্বিখণ্ডিত হৈয়ো যে জীয়াই থাকিল তাৰ মূলতে এই দুজন নিষ্ঠাবান, সুদক্ষ ভাৰতীয় প্ৰশাসক বুলি কব লাগিব। তেওঁলোকে কঠোৰ হাতেৰে পৰিস্থিতি নিয়ন্ত্ৰিত কৰিছিল। তেওঁলোক দুজনে ৰাজনীতি বুজি পাইছিল। কিন্তু নেহৰু আছিল আদৰ্শবাদী, ভাববিলাসী। তেওঁক পূৰ্বৰ "হেমলেট" বুলি কোৱা হৈছিল। সম্ভৱ ঠিকেই কৈছিল।

মাৰ্ক টুলিয়ে নেহৰুৰ নতুন ভাৰত নিৰ্মাণত থকা বৰঙণিৰ কথা দোহাৰিছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাত নেহৰুৱে পৰম উৎসাহ দেখুৱাইছিল। "এটমিক্ এনাৰ্জি", "স্পেচ্ প্ৰগ্ৰেম", বিজ্ঞান আৰু কাৰিকৰী দিশৰ গৱেষণা আদিত নেহৰুৰ দূৰদৃষ্টি পৰিচয় পোৱা

গৈছিল। ১৯৪৭ চনৰ পৰা ১৯৬৪ চনলৈকে নেহৰুৱে ভাৰতৰ আন্তর্জাতিক খ্যাতি সু-প্রতিষ্ঠা কৰিবলৈ অক্লান্ত পৰিশ্রম কৰিছিল। যদিও নেহৰুৰ কন্যা ইন্দিৰা গান্ধীৰ বাপেকৰ দৰে ব্যাপক দূৰদর্শিতা নাছিল, তথাপি তেওঁ বাপেকৰ সান্নিধ্যত থাকি নেহৰুৰ ঐতিহ্য ৰক্ষা কৰা সংকল্প কামত পৰিণত কৰিবলৈ সমর্থ হৈছিল। নেহৰুৰ দৰে ইন্দিৰা গান্ধীয়েও ভাৰতৰ উন্নতিৰ হকে বিজ্ঞান আৰু প্রযুক্তি বিদ্যাত গুৰুত্ব দিছিল।

ক'ব লাগিব, কুৰি শতিকাৰ এটা দীর্ঘদিন ব্যাপি জীয়াই থকা এটা প্রতাপী ৰাজনৈতিক পৰিয়ালৰ বংশধ্বজ ৰাজীৱ গান্ধী জেনেৰেশ্যনটোৰ চতুর্থ প্রতিনিধি।

'ফ্রম ৰাজ টু ৰাজীৱ' গ্রন্থখনত বহুতো উপাদেয় কাহিনী আছে। তাৰে এটা হ'ল ঃ "নেতা বাবুৰাজ' টাইমছ অব ইণ্ডিয়াৰ কার্টুনিষ্ট আৰ. কে লক্ষ্মণৰ ব্যংগচিত্রবোৰে আধুনিক ভাৰতখন বঢ়িয়াকৈ দাঙি ধৰিছে। চিত্রবোৰত তিনিটা চৰিত্র প্রায়ে দেখুৱা হয়। এজন ৰাজনীতিবিদ নেতা, এজন তোষামোদকাৰী আমোলাতান্ত্রিক বিষয়া আৰু এজন বুঢ়া মানুহ। এই বুঢ়া মানুহজন হৈছে লাইনৰ ভীৰত হেঁচাঠেলা কৰি থিয় হোৱা নিৰিহ মানুহ, এওঁ ভাৰতৰ সকলো দুখ-কষ্ট, যন্ত্রণাৰ অংশীদাৰ, এওঁ ৰাজনৈতিক নেতা আৰু বিষয়াসকলৰ দ্বাৰা প্রতাৰিত সাধাৰণ মানুহ। এটা আলোচনাত লক্ষ্মণে কৈছিল যে পশ্চিমীয়া কার্টুনিষ্টৰ দৰে ভাৰতৰ অকল বেয়া ফালটো দেখুৱা তেওঁৰ উদ্দেশ্য নহয়। তেওঁ বুজিছিল যে গণতন্ত্রই কার্টুনিষ্ট বিচাৰে। গণতন্ত্র বিৰোধী কার্যকলাপ সমালোচনা কৰা, ধ্বংস কৰা, বন্ধ কৰা ইয়াৰ কাম। যদিও ইয়াক বহুতে ভাল নাপায়। অমংগলীয়া কলা বুলি বিবেচনা কৰে। তথাপি গণতন্ত্রৰ বিকাশৰ বাবে এই কলা অত্যন্ত প্রয়োজনীয়। ৰাজনৈতিক ব্যংগচিত্রই প্রকৃত জীৱনক দাঙি ধৰি নোৱাৰিলে অর্থ নাথাকে। লক্ষ্মণৰ ব্যংগচিত্রসমূহৰ বিশেষত্বই হ'ল এইবোৰ দৈনন্দিন জীৱনৰ বাস্তৱ ঘটনা প্রকাশ কৰাত সমর্থ হোৱা। এফালে ৰাজনৈতিক নেতা আৰু চৰকাৰী বিষয়া আনফালে সাধাৰণ মানুহ। ভাৰতীয় জনসাধাৰণৰ জীৱনত এই নেতা (ৰাজনীতি কৰালোক), বাবু (চৰকাৰী বিষয়া) ৰাজে প্রভাৱ বিস্তাৰ কৰিছে। নেতা বাবুৰ দলেই নিয়ন্ত্রণ কৰিছে জৱাহৰলাল নেহৰুৱে স্থাপন কৰা সমাজবাদী পৰিকল্পনা। ভাৰতৰ অর্থনীতি আজি নেতা বাবুৰ হাতৰ মুঠিত।

এই 'নেতা-বাবু ৰাজ'ৰ প্রাধান্য বৃটিছ শাসনৰ কু- ফল বুলি কোনো কোনো সমাজবাদী নেতাই অভিযোগ কৰে। তেওঁলোকে কয় যে ভাৰতত চলা এই নেতা বাবু ৰাজে ইংৰাজী ভাষাৰ প্রভূত্ব, জাত-পাতৰ বিচাৰ, অর্থনৈতিক বৈষম্য বাহাল ৰাখি ভাৰতৰ জাতীয় পৰিবেশ কলুষিত কৰিছে। বি, কে, নেহৰু যদিও বৃটিছৰ দিনৰ আই, চি, এছ বিষয়া, তেওঁ স্বাধীন ভাৰততো দক্ষতাপূর্ণ চাকৰি কৰিছে। জৱাহৰলাল নেহৰুৰ ঘনিষ্ঠ সম্বন্ধীয় ব্যক্তি। অনেকে উচ্চ পদত কাম কৰাৰ বাহিৰেও তেওঁ কাশ্মীৰ আৰু অসমৰ নিচিনা সমস্যা বহুল ৰাজ্য দুখনৰ ৰাজ্যপাল আছিল। তেওঁ ইন্দিৰা গান্ধীৰ দিনত লণ্ডনত ভাৰতীয় হাই কমিছনাৰ হৈছিল। তেওঁ কৈছিল, "মই যিহেতু আই, চি, এচ, সেইবাবে মোৰ মানসিক গাঠনি বেলেগ বুলি বদনাম থাকিব পাৰে। কিন্তু মই ভাবো যে বৃটিছে ভাৰতত এৰি থৈ যোৱা এটা

উল্লেখযোগ্য অৱদান হ'ল—'জ্যেষ্ঠ প্ৰশাসনীয় সেৱা' আৰু এই সেৱাৰ দৃষ্টান্ত স্বৰূপ ঐতিহ্য'। কিন্তু কথা হৈছে, আধুনিক "ভাৰতীয় অসামৰিক সেৱাই (আই, চি, এছ) সেই ঐতিহ্য ৰক্ষা কৰিব পাৰিছেনে? ভাৰতৰ অকংগ্ৰেছী প্ৰধান মন্ত্ৰী মোৰাৰজী দেশাই আছিল স্পষ্টবাদী। তেওঁ ৰাজনীতিজ্ঞ নে উপদেশক, বহুতে সন্দেহ কৰে। তেওঁ বিশ্বাস কৰে যে সুস্থ প্ৰশাসন ঘাইকৈ নিৰ্ভৰ কৰে অসামৰিক সেৱাৰ ওপৰত। অসামৰিক বিষয়াই ৰাজনৈতিক দলৰ নেতা সকলক নিষ্ঠাৰে আৰু দক্ষতাৰে কাম-কাজত সহায় কৰিব পাৰে। মন্ত্ৰীৰ নিৰ্বোধ কাৰ্যকলাপক এই সেৱাত কাম কৰা জ্যেষ্ঠ বিষয়াসকলে শুধৰাব পাৰে। দেশায়ে কৈছিল, "মই বৃটিছৰ দিনত চৰকাৰী কাম কৰিছিলো। কিন্তু ওপৰৰ হুকুম ভুল বুলি বিবেচনা কৰিলে মই সেই হুকুম সমাধা নকৰিছিলো। মোক ইয়াৰ বাবে কামৰ পৰা বৰখাস্ত কৰিবলৈ ভয় দেখুৱালেও মই কেৰেপ্ নকৰিছিলো। কিন্তু মোক বৰখাস্ত কৰা সাহস ওপৰৱালাৰ নাছিল।

তেওঁলোকে বঢ়িয়াকৈ বুজিছিল যে মই শুদ্ধ, ওপৰৱালাৰ হুকুম অবৈধ।"

যেতিয়া ৰাজীৱ গান্ধী প্ৰধান মন্ত্ৰী হ'ল, তেৱোঁ ভাৰতীয় অসামৰিক সেৱাৰ বিৰুদ্ধে জেহাদ ঘোষণা কৰিছিল। কিন্তু তেওঁ যেতিয়া বুজিলে যে এই কাম সহজ নহয়, তেতিয়া তেওঁ হাত দাঙি দিলে। কংগ্ৰেছৰ জটিল সমাজবাদী নীতিকে খামোচা মাৰি ৰাজীৱে নিজ "নেহৰু ঐতিহ্য"ৰ জয়গান গাবলৈ আৰম্ভ কৰিলে। কংগ্ৰেছী নেতা সকলে প্ৰথমতে আশংকা কৰিছিল ৰাজীৱৰ নীতি কেনে, আৰু কোনফালে প্ৰবাহিত হ'ব পাৰে বুলি। পাছত দেখিলে যে তেওঁলোকৰ ভয়ৰ কাৰণ নাই। কাৰণ, যি সাঁচত ৰাজীৱ গঢ় লৈছে"তাত "নেতা বাবু ৰাজৰ প্ৰাদুৰ্ভাৱ অক্ষুন্ন থাকিব. ৰাজীৱে ভাৰতীয় সমাজবাদত বিশেষ একো পৰিবৰ্তন আনিব নোৱাৰে। এল, কে,ঝাই কৈছিল যে ভাৰতীয় শাসন ব্যৱস্থাত বৃটিছে যি গঢ় দিছিল সেই গঢ়তে ৰৈ গৈছে, ভাঙি যোৱা নাই। এই ব্যৱস্থা ভাল হ'লেও গতিশীল নহয়, ষ্টেটিক, গতিশূণ্য।

ৰচনাকাল -১৯৮৮



## বহুবিতৰ্কিত গ্ৰন্থ

# ইণ্ডিয়া উইন্স ফ্ৰিদম

১৯৮৮ চনৰ প্ৰকাশিত গ্ৰন্থ মৌলানা আবুল কালাম আজাদৰ ইণ্ডিয়া উইন্স ফ্ৰিদমৰ সম্পূৰ্ণ পাঠ এখন বিতৰ্কিত গ্ৰন্থলৈ পৰিণত হৈছে। ১৯৫৯ চনতে ওলোৱা গ্ৰন্থখনৰ অতিৰিক্ত প্ৰায় ত্ৰিছ পৃষ্ঠা সংযোগ কৰি ইয়াক সম্পূৰ্ণ কৰা হৈছে। গ্ৰন্থখনৰ প্ৰকাশক ওৰিয়েন্ট লংমেন, ২৮৩ পৃষ্ঠা, কেইবাখনো স্মৰণীয় চিত্ৰ আৰু ১৬ টা মূল অধ্যায়ত সমৃদ্ধ, ইয়াৰ ১৯৫৯ চনৰ তাওৰণৰ ভূমিকা ডঃ হুমায়ুণ কবীৰৰ উল্লেখনীয় বিষয়। সংযোগ কৰা অতিৰিক্ত ৩০ পৃষ্ঠাৰ বেলেগ ধাৰাবাহিকতা নাই। মূল পাঠৰ বিভিন্ন প্ৰসংগত ইয়াক সিচৰিত কৰি গুৰুত্ব বঢ়োৱা হৈছে। অধ্যায়ৰ মাজে মাজে এই সমলবোৰ যোগ দিয়া হৈছে। এনে কৰোতে মূল কিতাপখন নতুন ধৰণৰ হৈছে, কিতাপখনতনো কি নতুন কথা যোগ দিয়া হৈছে, মানুহে জানিবৰ বাবে কৌতূহল জন্মিছে। মৌলানা চাহাবে তেওঁৰ সমসাময়িক দেশনেতাসকলৰ বিষয়ে কৰা কটু সমালোচনা তেওঁৰ জীৱিত কালত প্ৰকাশ হোৱাটো নিবিচাৰিছিল। মৌলানাৰ মৃত্যুৰ পাছত হুমায়ন কবীৰে ১৯৫৮ চনৰ চেপ্টেম্বৰত গ্ৰন্থখন ছপাবলৈ ওৰিয়েন্ট লংমেনক দিয়ে আৰু প্ৰায় ত্ৰিশ পৃষ্ঠা কলিকতা নেচনেল লাইব্ৰেৰী আৰু নতুন দিল্লীৰ নেচনেল আৰকাইভছত সু-সুৰক্ষিত কৰি থৈ দিয়ে। ত্ৰিছ বছৰৰ পাছত, ১৯৮৮ চনৰ চেপ্টেম্বৰ মাহৰ ২৯ তাৰিখে কেইবাটাও মেল-মোকৰ্দমা গছকি এই পৃষ্ঠা কেইটাই প্ৰকাশকৰ হাতত পৰে আৰু কোনো সংশোধনী নোহোৱাকৈ মূল গ্ৰন্থৰ অংগীভূত হৈ ছপা হৈ ওলাই আহে।

যদিও পৃষ্ঠা কেইটাত থকা বিষয়বোৰৰ প্ৰাসংগিকতা বা ৰাজনৈতিক প্ৰভাৱ এতিয়া আৰু নাই তথাপি ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ১৯৩৫-৪৮ চনলৈকে কালছোৱাত ঘটা ৰাজনৈতিক নাটকৰ কিছুমান দৃশ্যাৱলী ইয়াত দাঙি ধৰা হৈছে আৰু এজন প্ৰত্যক্ষদৰ্শীয়ে নিজ বিচাৰ বিবেচনাৰে দৃশ্যপটৰ ওপৰত টিপ্পনী দি গৈছে। নকলেও হ'ব যে এই টিপ্পনীবোৰৰ ঐতিহাসিক সত্য-অসত্য কিমান দূৰ গ্ৰহণযোগ্য, সেই বিষয়ে বাদানুবাদৰ থল আছে। আজাদৰ খোলা খুলি ভাৱে কোৱা কথাবোৰ একপক্ষীয় আৰু আক্ৰমণাত্মক বুলি ইতিমধ্যে দুই এজনে চোকা মন্তব্য দিছে। বৃটিছে শাসনৰ শেষ পৰ্যায়ৰ ঐতিহাসিক তথ্যবোৰ সঠিক ভাৱে অধ্যয়ন কৰি মৌলানা চাহাবে বা তেওঁৰ অনুগত অধ্যাপক হুমায়ুণ কবীৰে গ্ৰন্থখন যুগত কৰিছিল নে নাই, সেই বিষয়ে সন্দেহৰ অৱকাশ আছে। মৌলানাই যিখিনি কথা স্মৰণ কৰিছিল, সেইখিনিকে ইয়াত লিপিবদ্ধ কৰিছিল বা কবীৰৰ হতুৱাই লিখাইছিল। সেইবাবে, এই গ্ৰন্থখন এখন বিশ্বাসযোগ্য ঐতিহাসিক দলিল বুলি কোৱা টান। এইখনক মৌলানা চাহাবৰ 'স্মৃতি কথা' বুলিহে কোৱাটো যুক্তিসংগত বুলি কোনোৱে অভিমত দিছে। গ্ৰন্থখন যেতিয়া অসমাপ্ত অৱস্থাত ১৯৫৯ চনত ওলাইছিল, তেতিয়াই ইয়াৰ বিপক্ষে কটু সমালোচনা ওলাইছিল। আলোচিত সময়ছোৱাত কংগ্ৰেছৰ সাধাৰণ সম্পাদক হিচাপে কাৰ্য চলোৱা

জে-বি কৃপালনিয়ে ১৯৭০ চনত ওলোৱা তেওঁৰ সমীক্ষাত লিখিছিল, "মৌলানাচাহাবৰ বিৱৰণবোৰ সত্য আৰু কল্পনাৰ অদ্ভুত সংমিশ্রণ। মৌলানাৰ স্মৃতি শক্তি কমি আহিছিল। গ্রন্থখন সহজে সংশোধন কৰিব নোৱাৰি। এঠাইত বা দুঠাইৰ প্রশ্ন নহয়, সমগ্র গ্রন্থখন ইমান আসোঁৱাহপূর্ণ আৰু ভুল তথ্যৰে ভৰপূৰ যে এইবোৰ শুধৰাবলৈ গ'লে মৌলানাৰ গ্রন্থখনৰ সমানে এখন গ্রন্থ ৰচনা কৰিব লাগিব।" হুমায়ুণ কবীৰে তেওঁৰ পাতনিত লিখিছিল যে মৌলানাই জীৱন অৱসান ঘটাৰ শেষ বছৰকেইটাত গ্রন্থখন সম্পূর্ণ কৰিছিল ৰুগ্ন আৰু ভগ্ন শৰীৰেৰে।

মৌলানাৰ 'ইণ্ডিয়া উইন্স ফ্রিদম'ত স্বাধীনতা লাভৰ আনন্দৰ লগতে ইয়াৰ লগত জড়িত বেদনাৰ কৰুণ কাহিনী ব্যক্ত হৈছে। ভাৰত দ্বিখণ্ডিত হৈ যি স্বাধীনতা লাভ হ'ল তাত মৌলানা অকল প্রত্যক্ষদর্শীয়ে নাছিল, তেওঁ আছিল প্রত্যক্ষভাৱে জড়িত আগশাৰীৰ জাতীয় কংগ্রেছৰ নেতা। ১৯২৩ চনতে তেওঁ সন্মানিত হৈছিল কংগ্রেছৰ সভাপতিৰূপে। আকৌ তেওঁ সভাপতি হৈছিল ১৯৪০-৪৬ সময়ছোৱাত যি সময়ছোৱা আছিল ভাৰতবর্ষৰ স্বাধীনতা সংগ্রামৰ চৰম মুহূর্ত। তেওঁৰ কার্যকালতে ভাৰতীয় নেতাসকলৰ লগত বৃটিছ চৰকাৰে ক্ষমতা হস্তান্তৰৰ বিষয়ে আলোচনাত গুৰুত্ব দিযে আৰু ১৯৪২ চনত ক্রিপছ মিছন ভাৰতলৈ আহে আৰু প্রস্তাৱ আগবঢ়ায়। গ্রন্থখনৰ পঞ্চম অধ্যায়ত মৌলানাই ক্রিপছ মিছনত তেওঁৰ ভূমিকা, চাৰ ক্রিপছৰ লগত হোৱা তেওঁৰ কথোপকথন, যুদ্ধৰ সময়ত বৃটিছৰ ল গত ভাৰতৰ সহযোগিতা প্রভৃতি বিষয়বোৰ দাঙি ধৰিছে। কিতাপখনৰ পৰিশিষ্টতো আজাদৰ লগত চাৰ ষ্টেফোর্ডৰ হোৱা পত্রালাপৰ সবিশেষ দিয়া হৈছে। কোৱা প্রয়োজন যে বৃটিছ চৰকাৰে আগবঢ়োৱা প্রস্তাৱ কংগ্রেছ ৱর্কি কমিটীয়ে প্রত্যাখ্যান কৰিলে। এই প্রত্যাখ্যানৰ মূলতে আছিল গান্ধীজীৰ যুদ্ধ বিৰোধী প্ৰৱল যুক্তি। জৱাহৰলাল নেহৰুৱে প্রস্তাৱটো গ্রহণ কৰাৰ পক্ষে (কংগ্রেছৰ মূল নীতিৰ লগত আপোছ নকৰাকৈ) আৰু মৌলানা আছিল এটা মধ্য পন্থা গ্রহণ কৰাৰ পক্ষে। তেওঁ কৈছিল যে যদিহে প্রস্তাৱটোৱে ভাৰতৰ স্বাধীনতা লাভ নিশ্চিত কৰে তেতিয়াহলে ৱর্কি কমিটীয়ে কোনো মানসিক দ্বিধা বা সংশয় নৰখাকৈ ইয়াক গ্রহণ কৰিব পাৰে। যিহেতু ক্রিপছৰ প্রস্তাৱত কোনো গ্রহণযোগ্য লক্ষণ নাছিল, সেইবাবে ইয়াক প্রত্যাখ্যান কৰা হৈছিল।

গ্রন্থখনৰ আন এটা উল্লেখযোগ্য অধ্যায় হৈছে ব্রিটিছ কেবিনেট মিছন (১১)। ১৯৪৬ চনৰ ১৫ মার্চত বনুৱা দলৰ প্রধান নেতা আৰু বৃটিছ প্রধান মন্ত্রী মিঃ এটলিয়ে হাউচ অৱ কমন্সত ঘোষণা কৰিলে যে ভাৰতবর্ষক স্বাধীনতা প্রদান কৰাটো খৰতকীয়া কৰিবলৈ তেওঁৰ চৰকাৰে সিদ্ধান্ত লৈছে আৰু এই উদ্দেশ্যে এটা কেবিনেট মিছন গঠন কৰা হৈছে। এই মিছনত লর্ড পেথ্রিক লৰেন্স, চাৰ ষ্ট্রেফোড ক্রিপছ আদি অভিজ্ঞলোকসকল সভ্য হৈছিল। মিছন ভাৰতলৈ আহি উপস্থিত হৈছিল ২৩ মার্চত। মৌলানা চাহাবে মিছনৰ ভাৰত আগমণত স্বাগতম জনাই চাৰ ক্রিপছলৈ পত্র প্রেৰণ কৰিছিল। মৌলানাই গ্রন্থখনত ব্যাখ্যা কৰিছে যে কেবিনেট মিছনৰ আগত এইবাৰ মূল প্রশ্ন ভাৰতবর্ষ আৰু ব্রিটেনৰ মাজত থকা ৰাজনৈতিক সমস্যা নাছিল। এইবাৰ ভাৰতৰ সাম্প্রদায়িকতা প্রশ্নটোৱে সকলোকে বিব্রত

কৰি দুচিন্তাৰ কাৰণ হৈছিল। চিমলা বৈঠকত ৰাজনৈতিক প্ৰশ্নটোৱে সমাধানৰ পথ মুকলি কৰিছিল। কিন্তু সাম্প্ৰদায়িক প্ৰশ্নটো অমিমাংসিত ভাৱে ৰৈ গৈছিল। সাম্প্ৰদায়িক প্ৰশ্নত মুছলমানসকলে তেওঁলোকৰ ভবিষ্যতকলৈ অত্যন্ত উদ্বিগ্ন হৈ পৰিছিল। যদিও কোনো কোনো প্ৰদেশত তেওঁলোক সংখ্যাগৰিষ্ঠ আছিল কিন্তু সৰ্বভাৰতবৰ্ষৰ ভিত্তিত তেওঁলোক হৈ পৰিছিল সংখ্যালঘিষ্ঠ। তেওঁলোকে ভাবিছিল যে স্বাধীন ভাৰতত তেওঁলোকৰ স্থিতি আৰু ক্ষমতা সুৰক্ষিত নহ'ব, তেওঁলোকে ভয়, ত্ৰাস আৰু উৎকণ্ঠাৰে দিন কটাব লাগিব।

কেবিনেটত মিছনে ভাৰতীয় নেতা সকলৰ লগত আলোচনা কৰি তেওঁলোকৰ আঁচনি ১৬ মে' তাৰিখে প্ৰকাশ কৰে। মৌলানা আবুল কালাম আজাদ আছিল ৱৰ্কিং কমিটীৰ মুখ পাত্ৰ। কংগ্ৰেছে তেওঁক কেবিনেট মিছনৰ লগত যোগাযোগ কৰিবলৈ সম্পূৰ্ণ ক্ষমতা দিছিল। মিছনে নিজাববীয়াকৈ আলোচনাৰ বাবে কিছুমান প্ৰশ্ন যুগুত কৰি লৈছিল আৰু ইয়াৰে প্ৰথমটোৱেই আছিল ভাৰতৰ সাম্প্ৰদায়িক সমস্যা। মৌলানা চাহাবে এই বিষয়ত তেওঁ পূৰ্বৰে পৰা প্ৰস্তুত কৰি ৰখা সমাধানৰ উপায় ব্যক্ত কৰিছিল। তেওঁ ভাৰতবৰ্ষৰ বাবে এনে এখন সংবিধানৰ কথাত গুৰুত্ব আৰোপ কৰিছিল, যিখনে দৰাচলতে সন্মিলিত ৰাষ্ট্ৰ গাঠনিৰ পক্ষপাতী। ইয়াত প্ৰাদেশিক স্বায়ত্ত শাসন অধিক শক্তিশালী কৰাৰ ওপৰত জোৰ দিয়া হৈছিল আৰু ইয়াৰ মাজেদি জাতীয় ঐক্য মজবুত কৰাৰ আশা কৰা হৈছিল। আজাদে প্ৰতিৰক্ষা, যোগাযোগ আৰু বৈদেশিক পৰিক্ৰমা বিষয় কেইটা কেন্দ্ৰীয় চৰকাৰৰ অধীনত ৰাখিবলৈ পৰামৰ্শ দিছিল। দ্বিতীয় তালিকাত এনে কিছুমান বিষয় আছিল যিবোৰ প্ৰাদেশিক চৰকাৰৰ এলেকাভুক্ত। তৃতীয়খন তালিকাত থকা বিষয়বোৰ যদিও প্ৰাদেশিক পৰ্য্যায়ৰ তথাপি তেওঁলোকে ইচ্ছা কৰিলে বিষয়বোৰ কেন্দ্ৰলৈ প্ৰেৰণ কৰিবৰ সুবিধা পাব। আজাদে ভাবিছিল যে মুছলিম সংখ্যা গৰিষ্ঠ প্ৰদেশ কেইখনে এনে সাংবিধানিক সুবিধা লাভ কৰিব পাৰিলে অধিক নিৰাপত্তা অনুভৱ কৰিব। তেওঁ কৈছিল যে যি খচৰা তেওঁ আগবঢ়াইছে তাৰ দ্বাৰা ভাৰতবৰ্ষৰ ৰাজনৈতিক অস্থিৰতা আঁতৰ কৰিব পৰা যাব।

কংগ্ৰেছ ৱৰ্কিং কমিটীৰ ১২ এপ্ৰিলৰ বৈঠকত আজাদৰ প্ৰস্তাৱ বিশদ ভাৱে আলোচনা হৈছিল। সভ্যসকলে প্ৰস্তাৱৰ বিভিন্ন বিষয়ত প্ৰশ্ন তুলিছিল আৰু পৰামৰ্শ আগবঢ়াইছিল। আজাদে গ্ৰন্থখনত লিখিছে যে কেন্দ্ৰীয় বিষয় সমূহত চৰ্দাৰ পেটেলে যি আপত্তি দৰ্শাইছিল সেই আপত্তি গান্ধীজীয়ে খণ্ডন কৰিছিল। ৱৰ্কিং কমিটীয়ে অৱশেষত আজাদৰ যুক্তিত পতিয়ন গৈছিল আৰু গান্ধীজীয়েও তেওঁৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল।

ইফালে মুছলীম লীগে লাহোৰত বহা বৈঠকত পাকিস্থানৰ প্ৰস্তাৱ লৈ ঘোষণা কৰিছিল যে ভাৰতবৰ্ষক দ্বিখণ্ডিত কৰি মুছলমান সকলৰ বাবে এখন বেলেগ স্বাধীন ৰাষ্ট্ৰ দিব লাগে। মুছলীম লীগৰ ভয় হৈছিল যে ভাৰতক স্বাধীনতা দিলে হিন্দুৰ সংখ্যা গৰিষ্ঠতাই সংখ্যালঘিষ্ঠ মুছলমান সম্প্ৰদায়ক নিৰ্যাতন কৰিব। আজাদে কৈছিল যে তেওঁৰ প্ৰস্তাৱৰ যোগে এই ভয় আঁতৰ কৰিবলৈ যত্ন কৰা হৈছে। আজাদে কৈছিল যে লাহোৰৰ পাকিস্থান প্ৰস্তাৱ (১৯৩৯) অস্পষ্ট। প্ৰস্তাৱটোৱে প্ৰকৃততে কি বিচাৰিছে বুজিব নোৱাৰি। কিন্তু মূল উদ্দেশ্যই হৈছে মুছলিম সকলৰ বাবে মুছলিম সংখ্যা গৰিষ্ঠ প্ৰদেশ কেইখনক পূৰ্ণ স্বায়ত্ত শাসন প্ৰদান কৰা।

মুছলীম লীগে ঠাৰে চিয়াঁৰে ভাৰতবৰ্ষক দ্বি-খণ্ডিত কৰি মুছলিমসকলৰ বাবে এখন বেলেগ ৰাষ্ট্ৰৰ দাবী কৰিছিল। কেবিনেট মিছনে তেওঁলোকৰ এই দাবী মানি লোৱা নাছিল। বৰং তেওঁলোকে আজাদৰ প্ৰস্তাৱটোকে কিছু সংশোধনৰ সৈতে গ্ৰহণ কৰিছিল। মিছনে কংগ্ৰেছৰ আৰু লীগৰ সভাপতি দুজন যথাক্ৰমে মৌলানা আজাদ আৰু মিঃ জিন্নাক আৰু দুই পক্ষৰ প্ৰতিনিধিবৰ্গক চিমলাত আলোচনা কৰি এটা শেষ পৰ্যায়ত উপনীত হ'বলৈ আমন্ত্ৰণ জনাইছিল। মৌলানাৰ লগত কংগ্ৰেছ পক্ষৰ হৈ জৱাহৰলাল আৰু চৰ্দাৰ পেটেল সদস্য হৈছিল। গান্ধীজীয়ে সেই আলোচনাৰ বাবে আনুষ্ঠানিক নিমন্ত্ৰণ নাপালেও মিছনে গান্ধীজীক সেই সময়ত চিমলাত উপস্থিত থাকিবলৈ বিশেষ অনুৰোধ জনাইছিল আৰু গান্ধীজীয়ে সেই অনুৰোধ ৰক্ষা কৰিছিল। চিমলা আলোচনা গুৰুত্বপূৰ্ণ আছিল আৰু এই আলোচনা ২ মে'ৰপৰা ১২ মে' পৰ্যন্ত চলিছিল। ১৬ মে'ত মিছনে তেওঁলোকৰ প্ৰস্তাৱ প্ৰকাশ কৰিছিল। আজাদে লিখিছে যে তেওঁ ১৫ এপ্ৰিলত যি প্ৰস্তাৱ দিছিল কেবিনেট মিছনে তাকে গ্ৰহণ কৰিছিল। অৱশ্যে মিছনে এটা নতুন অংশ যোগ দিছিল। এই অংশত উল্লেখ থকামতে দেশখন তিনিটা মণ্ডল বা অঞ্চলত বিভক্ত হ'ব। (এ, বি, চি) বি অংশত পঞ্জাৱ সিন্ধু, এন, ডব্লিউ, এফ পি, আৰু বৃটিছ বেলুচিস্থান সোমাব। এই অংশ হ'ব মুছলিম গৰিষ্ঠ মণ্ডল, চি অংশত বঙ্গদেশ আৰু অসম সোমাব আৰু এ অংশত আন বৃটিছ অধিকৃত অঞ্চল থাকিব। কেবিনেট মিছনে ভাৰতবৰ্ষক দ্বিখণ্ড নকৰাকৈ এই প্ৰস্তাৱ আগবঢ়াইছিল আৰু মুছলিম সংখ্যা লঘিষ্ঠ লোকসকলৰ মনত থকা সকলো শংকা আৰু ভয় আঁতৰ কৰাৰ প্ৰতিশ্ৰুতি দিছিল। মুছলিম লীগে এই প্ৰস্তাৱত সন্মতি দিবলৈ তিনিদিন ধৰি আলোচনাত বহিছিল। জিন্নাই কৈছিল যে কেবিনেট মিছনৰ এই প্ৰস্তাৱ গ্ৰহণীয়। কাৰণ, এই প্ৰস্তাৱে লীগৰ পক্ষে যথাসম্ভৱ সুবিধা আগবঢ়াইছে। আজাদে দৃঢ়তাৰে কৈছিল যে ভাৰতৰ সমস্যা সমাধানৰ বাবে কেবিনেট মিছনৰ প্ৰস্তাৱ আছিল উত্তম সিদ্ধান্ত। তেওঁ কৈছিল যে এই প্ৰস্তাৱ গ্ৰহণ কৰি দুই পক্ষই দেশখন দ্বি-খণ্ডিত কৰা বিপদজনক অৱস্থা এটাৰ পৰা ৰক্ষা পৰিছিল।

মৌলানা আজাদ কংগ্ৰেছৰ সভাপতি পদত ১৯৩৯ চনৰ পৰা ১৯৪৬ চনলৈকে থাকি কাৰ্যভাৰ বহন কৰিছিল। সভাপতি পদৰ বাবে তেওঁ পুনৰ উঠিবলৈ বাঞ্চা নকৰি জৱাহৰলালৰ নাম প্ৰস্তাৱ কৰিলে। সৰ্বসন্মতিক্ৰমে জৱাহৰলাল সভাপতি নিৰ্বাচিত হ'ল। কেবিনেট মিছনৰ প্ৰস্তাৱ ইতিমধ্যে মুছলিম লীগ কাউন্সিলে আৰু কংগ্ৰেছ ৱৰ্কিং কমিটীয়ে গ্ৰহণ কৰিছিল। এই প্ৰস্তাৱ এ, আই, চি চি ৰ সমৰ্থনৰ বাবে প্ৰেৰণ কৰা হৈছিল। ১৯৪৬ চনৰ ৭ জুলাইত বোম্বে চহৰত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত বহা এ, আই, চি চিৰ বৈঠকত কেবিনেট মিছনৰ প্ৰস্তাৱটো আজাদে দাঙি ধৰি সকলোৰে সমৰ্থন আশা কৰিলে। আজাদৰ গ্ৰন্থখনৰ 'বিভাজনৰ প্ৰস্তাৱনা' শিতানত আমি এই প্ৰস্তাৱ গ্ৰহণৰ সময়ত আজাদে সন্মুখীন হোৱা বিৰূপ সমালোচনা, কংগ্ৰেছ বাওঁপন্থী দলৰ তীব্ৰ প্ৰতিবাদ পঢ়িবলৈ পাওঁ। আজাদে তেওঁৰ সমসাময়িক কংগ্ৰেছ নেতা অনেকক এই শিতানত আক্ৰমণ কৰি কটূ মন্তব্য লিপিবদ্ধ কৰিছে যদিও এ, আই, চি, চিত প্ৰস্তাৱটো বহুতো বাক বিতণ্ডাৰ মাজেদি গৃহীত হ'ল, ইয়াৰ প্ৰতি অনেকৰে আন্তৰিক সমৰ্থন নাছিল। কংগ্ৰেছৰ সভাপতি জৱাহৰলালে উপলব্ধি কৰিছিল যে কেন্দ্ৰত এটা দুৰ্বল চৰকাৰ পাতি শক্তিশালী মাণ্ডলিক শাসন ব্যৱস্থাৰে সাম্প্ৰদায়িক সমস্যা

সমাধান কৰা সহজ নহয়। অনেকে তেওঁক কৈছিল যে প্ৰস্তাৱিত গ্ৰুপিং আঁচনিৰ দ্বাৰা প্ৰকাৰান্তৰে পাকিস্থান স্থাপনৰ ষড়যন্ত্ৰ সোমাই আছে। জৱাহৰলালে ১০ জুলাইত বোম্বাইত অনুষ্ঠিত প্ৰেছ মেলত কৈছিল যে যদিও এ, আই, চি, চিয়ে কেবিনেট মিছনৰ প্ৰস্তাৱ গ্ৰহণ কৰিছে, তাত বিব্ৰত হ'বৰ কাৰণ নাই। কিয়নো, কংগ্ৰেছে সংবিধান সভাত যোগ দিব খুজিছে কোনো 'চুক্তি বদ্ধ' বন্ধনেৰে নহয়। কংগ্ৰেছে কোনো বাধ্য বাধকতা নোহোৱাকৈ সকলো সমস্যা মুক্তমনেৰে সমাধান কৰিব। প্ৰেছে তেওঁক প্ৰশ্ন কৰিছিল যে ইয়াৰ অৰ্থ এয়েনে কি কেবিনেট মিছনৰ আঁচনিখন কংগ্ৰেছে সংশোধন কৰিব পাৰিব? জৱাহৰলালে জোৰেৰে উত্তৰ দি কৈছিল, "কংগ্ৰেছে অকল সংবিধান সভাত সহযোগ কৰিবলৈ মান্তি হৈছে আৰু কংগ্ৰেছে ভাবে যে উপযুক্ত বুলি বিবেচনা কৰিলে, কেবিনেট মিছনৰ আঁচনি বদলাব বা সংশোধন কৰিবলৈ কংগ্ৰেছৰ কোনো বাধা নাথাকিব।" আজাদে ক্ষোভেৰে বৰ্ণনা কৰিছে যে জৱাহৰলালৰ এই বিবৃতি দুৰ্ভাগ্যজনক। এনে এটা অবাঞ্চিত বিবৃতি দি কংগ্ৰেছ সভাপতি জৱাহৰলাল এ, আই, চি, চিয়ে গ্ৰহণ কৰা প্ৰস্তাৱৰ বিৰুদ্ধে গৈছে। আজাদে কৈছে যে জৱাহৰলালৰ এনে মন্তব্যৰ ফলতে মুছলিম লীগ কাউন্সিলে কেবিনেট মিছনৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি পাকিস্থানৰ দাবী পুনৰ তুলিবলৈ সুযোগ পালে। কোৱা বাহুল্য যে জিন্নাই মিছনৰ প্ৰস্তাৱ সমৰ্থন কৰি সহযোগী সকলৰ বিৰাগভাজন হৈছিল। এতিয়া তেওঁ মত পৰিবৰ্তন কৰিবলৈ সুবিধা পালে। জৱাহৰলালৰ প্ৰেছ বক্তৃতাই এই সুবিধা আনি দিলে। জিন্নাই তুৰন্তে প্ৰেছ বিজ্ঞপ্তি দি জনালে যে যিহেতু কংগ্ৰেছ সভাপতিয়ে ঘোষণা কৰিছে যে প্ৰয়োজন হ'লে গোটেই প্ৰস্তাৱটো পুনৰ বিবেচনা কৰা হ'ব, সেইবাবে তেওঁৰ ভয় হৈছে যে সংখ্যা গৰিষ্ঠতাৰ জোৰত কংগ্ৰেছে এই কাম সহজে কৰি পেলাব আৰু তেতিয়া সংখ্যা লঘিষ্ঠ মুছলমান সকল সংখ্যা গৰিষ্ঠ সকলৰ দয়া আৰু সহানুভূতিৰ পাত্ৰ হ'ব লাগিব।

বোম্বাইত বহা (২৭ জুলাই) মুছলীম লীগ কাউন্সিলৰ বৈঠকত পাকিস্থানৰ দাবী পুনৰ ঘোষিত হ'ল। কেবিনেট মিছনৰ প্ৰস্তাৱ লীগে অগ্ৰাহ্য কৰি পাকিস্থানৰ দাবীত প্ৰত্যক্ষ গণ আন্দোলন কৰিবলৈ স্থিৰ কৰিলে। আজাদে লিখিছে যে কংগ্ৰেছে যদিও কেবিনেট মিছনৰ প্ৰস্তাৱটো সম্পূৰ্ণ সমৰ্থনেৰে গ্ৰহণ কৰিছিল, জিন্নাই জৱাহৰলালৰ প্ৰেছ মেলৰ উক্তিত অধিক গুৰুত্ব দিছিল আৰু কৈছিল যে জৱাহৰলালৰ বিবৃতিত কংগ্ৰেছৰ প্ৰকৃত মনটো ব্যক্ত হৈছে। তেওঁ আশংকা কৰিছিল যে বৃটিছ গলেই কংগ্ৰেছে নীতি সলনি কৰিব আৰু জৱাহৰলালৰ ধাৰণা ফলৱতী কৰিব। যি সকলে জৱাহৰলালৰ বিবৃতিত ওলগ জনাইছিল, সেই সকলে কৈছিল যে মুছলীম লীগৰ প্ৰাধান্য বৃদ্ধি কৰিবলৈকে গ্ৰুপিঙৰ কল্পনা। দহবছৰৰ ভিতৰত মুছলিম লোকৰ সংখ্যা পঞ্জাব আৰু বংগদেশত অধিক বৃদ্ধি পাব আৰু অসমতো মুছলমানৰ সংখ্যা বৰ্তমানৰ ভাগতকৈ বহুত বেছি হৈ তেওঁলোকৰ স্থিতি, ৰাজনৈতিক ক্ষমতা শক্তিশালী কৰিব। মহাত্মা গান্ধীয়ে এই ৰহস্য বুজি পাইছিল। তেওঁ অসমৰ মুখ্যমন্ত্ৰী স্বৰ্গীয় গোপীনাথ বৰদলৈক পাছত কৈছিল যে 'গ্ৰুপিঙলৈ গ'লে বিপদ হ'ব বুলি ভাবিলে, নাযাবা। মই শিখ সকলকো একে উপদেশ দিছো। ..... প্ৰত্যেক ব্যক্তিৰে নিজা সিদ্ধান্ত লোৱা অধিকাৰ আছে (নোৱাখালি বক্তৃতা, ১৯৪৬ ডিচেম্বৰ)' জৱাহৰলাল, চৰ্দাৰ পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ আদি দেশবৰেণ্য কংগ্ৰেছ নেতাসকলে কেবিনেট মিছনৰ অন্তৰালত থকা অভিসন্ধিৰ উমান

পাইছিল। কেৱল মাত্ৰ মৌলানা আজাদে ভাবিছিল যে ভাৰত বিভাজন নকৰাকৈ, কোনো সাম্প্ৰদায়িক সংঘৰ্ষ নোহোৱাকৈ স্বাধীনতা লাভ কৰাৰ বিকল্প উপায় কেবিনেট মিছনৰ প্ৰস্তাৱৰ বাহিৰে আন নাছিল। এই প্ৰস্তাৱ যুগুত কৰোতে, ইয়াৰ প্ৰতি সমৰ্থন আদায় কৰোতে তেওঁ কঠোৰ ত্যাগ আৰু পৰিশ্ৰম কৰিব লগাত পৰিছিল। কেবিনেট মিছনৰ প্ৰস্তাৱৰ প্ৰতি জৱাহৰলালে আন্তৰিক সমৰ্থন নজনাই আৰু এটা দুৰ্ভাগ্যজনক পৰিস্থিতিৰ অৱতাৰণা কৰিলে। আজাদে লিখিছে, 'জৱাহৰলাল মোৰ অত্যন্ত প্ৰিয় সতীৰ্থ। তেওঁ ভাৰতৰ জাতীয় জীৱনলৈ যি অৱদান দিছে, তাৰ তুলনা নাই। তথাপি মই কওঁ যে এইটোৱেই তেওঁৰ একমাত্ৰ ভুল নহয়। ১৯৩৫ চনৰ ভাৰত আইন অনুসৰি অনুষ্ঠিত হোৱা ১৯৩৭ চনৰ প্ৰথম নিৰ্বাচনতো তেওঁ এনে ধৰণৰ ডাঙৰ ভুল কৰিছিল (১৭০ পৃষ্ঠা)। কংগ্ৰেছে কেবিনেট মিছনৰ প্ৰস্তাৱ গ্ৰহণ কৰাত বৰলাটে ১২ আগষ্টত কংগ্ৰেছ সভাপতি জৱাহৰলালক কেন্দ্ৰত মধ্যকালীন চৰকাৰ গঠন কৰিবলৈ আমন্ত্ৰণ জনালে। জৱাহৰলালে জিন্নাক যোগদান কৰিবলৈ বাৰম্বাৰ অনুৰোধ কৰিও বিফল হৈছিল। মুছলীম লীগে সহযোগ নকৰি প্ৰত্যক্ষ গণ বিক্ষোভ আৰম্ভ কৰি পৰিস্থিতি জটিল কৰিহে তুলিলে। আজাদে টিপ্পনী দি লিখিছে যে জিন্নাই নিজে গণ আন্দোলন বিশ্বাস নকৰিছিল। তেওঁ ভাবিছিল, কেবিনেট মিছনৰ প্ৰস্তাৱ এনেদৰে প্ৰত্যাখ্যান কৰি জটিল পৰিস্থিতি এটা সৃষ্টি কৰিব পাৰিলে বৃটিছ চৰকাৰ পুনৰ আলোচনাত বহিব। জিন্না আছিল চতুৰ বাৰিষ্টাৰ। আলোচনাত দাম-দৰ বঢ়াই অধিক সুবিধা আদায় কৰিবলৈ তেওঁ সুযোগ বিচাৰিছিল। কিন্তু বৃটিছ চৰকাৰে তেওঁক নতুন আলোচনালৈ নামাতিলে। জৱাহৰলালৰ নেতৃত্বত মধ্যৱৰ্তী চৰকাৰ গঠন হ'ল আৰু মুছলিম লীগৰ যোগদানৰ বাবে পথ মুকলি থাকিল।

লৰ্ডৱেভেলৰ যত্নত অৱশেষত মধ্যৱৰ্তী চৰকাৰত মুছলিম লীগে যোগদান কৰিলে। এইটো নকলেও হ'ব যে এই চৰকাৰ প্ৰতিষ্ঠা হৈছিল কংগ্ৰেছ আৰু মুছলিম লীগৰ সন্দেহ, অবিশ্বাস আৰু উত্তপ্ত পৰিবেশত। চৰ্দাৰ পেটেলৰ হাতত গৃহ বিভাগ আৰু লীগৰ লিয়াকৎ আলিৰ হাতত বিত্ত বিভাগ আছিল। এই দুই বিভাগৰ মাজত সহযোগিতা নোহোৱাত কাম কাজ চলোৱাত প্ৰবল অসুবিধাই দেখা দিলে। বিত্ত বিভাগে গৃহ বিভাগৰ সকলো প্ৰস্তাৱ নামাঞ্জুৰ কৰি অচল অৱস্থাৰ সৃষ্টি কৰিলে। লিয়াকৎ আলিৰ আঁকোৰগোজ- প্ৰতি বন্ধকত চৰ্দাৰ পেটেল অতিষ্ঠ হৈ পৰিল। গৃহ দপ্তৰৰ কাম চলোৱা তেওঁৰ পক্ষে অসম্ভৱ হ'ল। ইফালে গ্ৰুপিঙৰ সমস্যা, প্ৰাদেশিক চৰকাৰ গঠনৰ সমস্যা, কংগ্ৰেছৰ কাৰ্যসূচী ৰূপায়ণ আদি বিষয়বোৰত কংগ্ৰেছ দলে প্ৰতিবন্ধকৰ সন্মুখীন হ'ব লগা হ'ল। আজাদে লিখিছে যে চৰ্দাৰ পেটেলক তেওঁ বিত্ত বিভাগটো লবলৈ কৈছিল। কিন্তু পেটেলে নললে। তেওঁ গৃহ বিভাগ লবলৈ জোৰ দিলে। লিয়াকৎ আলিয়ে বিত্তীয় বিভাগ লৈ কংগ্ৰেছক বুৰ্বক বনালে। লৰ্ড ৱেভেলৰ পাছত যেতিয়া লৰ্ডমাউন্টবেটেন্ট ভাৰতলৈ আহিল তেতিয়া অৱস্থাই চৰম সীমা পালেগৈ।

মুছলীম লীগে ঘোষণা কৰিছিল যে কেবিনেট মিছনৰ প্ৰস্তাৱত থকা বিষয়বোৰ পৰিবৰ্তন বা সংশোধন কৰিলে লীগে সমৰ্থন প্ৰত্যাখ্যান কৰিব। কিন্তু দেখা গ'ল যে গ্ৰুপিং প্ৰশ্নটোৱে

সকলোকে বিব্রত কৰিলে। অসমে বংগৰ লগত যোগ দিবলৈ অমান্তি হ'ল। ভাৰতবৰ্ষত হিন্দু মুছলমানৰ সংঘৰ্ষই ভয়াবহ ৰূপ ধাৰণ কৰিলে। কলিকতা, নোৱাখালি, বিহাৰ, পাঞ্জাব আদিত বিক্ষোভ আৰম্ভ হ'ল। কেন্দ্ৰীয় চৰকাৰৰ কাম-কাজ অচল হৈ পৰিল। কংগ্ৰেছ আৰু মুছলিম লীগৰ মনোমালিন্য ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। লৰ্ড মাউন্ট বেটেনে ভাৰতৰ ৰাজনৈতিক মঞ্চত প্ৰৱেশ কৰি ভাৰত বিভাজনৰ বিষয়টো পুনৰ সক্ৰিয় কৰি তুলিলে। আজাদে লিখিছে যে ইমান দিনে পাকিস্থানৰ বিষয়টো জিন্নাৰ বাবে দাম-দৰ কৰি সুবিধা আদায় কৰা পুতলা আছিল। এতিয়া এই পুতলাই নতুন ৰূপ লৈ ওলাই পৰিল। জিন্নাৰ কাৰ্যকলাপত চৰ্দাৰ পেটেল ইমান অতিষ্ঠ হৈছিল যে তেওঁ পাকিস্থানৰ বিষয়টো বিশ্বাস কৰিবলৈ বাধ্য হৈছিল। যেতিয়া লৰ্ড মাউন্ট বেটেনে পাকিস্থানৰ কথা উলিয়াইছিল তেতিয়া পেটেলে কোনো আপত্তি জনোৱা নাছিল। আজাদে অভিযোগ তুলিছে যে চৰ্দাৰ পেটেলে লৰ্ড মাউন্ট বেটেন্টে কোৱাৰ আগতে পাকিস্থানৰ সপক্ষে শতকৰা ৫০ ভাগ মত পোষণ কৰিছিল। তেওঁ প্ৰকাশো কৈছিল যে মুছলিম লীগৰ লগত তেওঁ কাম চলাব নোৱাৰে। ভাৰতবৰ্ষ খণ্ডিত হৈ মুছলিম লীগৰ পৰা ৰেহাই পাবলৈ তেওঁ আক্ষেপ নকৰে। "বোধকৰো কলে অবিচাৰ নহ'ব যে বল্লভ ভাই পেটেল ভাৰত বিভাজনৰ প্ৰতিষ্ঠাপক।" (১৯৮ পৃষ্ঠা) আজাদে লিখিছে যে লৰ্ড মাউন্ট বেটেন্টে আছিল অত্যন্ত বুদ্ধিবান বৃটিছ বিষয়া। তেওঁ চৰ্দাৰ পেটেলৰ মনটো সহজে ধৰিব পাৰিছিল। তেওঁ ৰগৰ কৰি পেটেলৰ নাম ৱাল নাট (Walnut) ৰাখিছিল। পেটেলৰ দৰে টান ভাৰতীয় নেতা এজনক তেওঁৰ ধাৰণা সলাবলৈ সমৰ্থ হোৱাত মাউন্ট বেটেন্ট জৱাহৰলালৰ মন বুজিবলৈ নানা উপায় অৱলম্বন কৰিছিল। জৱাহৰলালে প্ৰথমতে পাকিস্থানৰ প্ৰশ্নত দুৰ্ঘোৰ আপত্তি জনাইছিল। আজাদৰ ধাৰণা যে লেডী মাউন্ট বেটেন্টে জৱাহৰলালৰ ওপৰত এই বিষয়ত প্ৰভাৱ পেলাইছিল। কৃষ্ণ মেননেও এই ক্ষেত্ৰত লৰ্ড মাউন্ট বেটেনক প্ৰকাৰান্তৰে সহায় কৰিছিল। আজাদে কৃষ্ণ মেননৰ বিষয়ে ভাল মত পোষণ কৰা নাছিল। গ্ৰন্থখনত "মাউন্টবেটেন্ট মিছন" শীৰ্ষক অধ্যায়ত জৱাহৰলাল নেহৰু, চৰ্দাৰ পেটেল, কৃষ্ণ মেনন প্ৰভৃতি লোকসকলৰ বিষয়ে মৌলানা আজাদৰ কেনে ধাৰণা আছিল বুজিব পাৰি। তেওঁ কৈছে যে জৱাহৰলাল যদিও ভাৰত বিভাজনক উত্তম সমাধান বুলি নাভাবিছিল তথাপি হেঁচাত পৰি তেওঁ ভাবিবলৈ বাধ্য হৈছিল যে ইয়াৰ বাহিৰে সেই অৱস্থাত আনকোনো বিকল্প পন্থা কংগ্ৰেছৰ আগতে নাছিল। কাৰ্যকৰী কাউন্সিলৰ সভ্যসকলে এনে এটা পৰিস্থিতিৰ সূচনা কৰি জৱাহৰলালৰ মন তিক্ততাৰে পৰিপূৰ্ণ কৰি পেলাইছিল, যাৰ বাবে তেওঁ বিভাজনৰ বাহিৰে আন কোনো উপায় বিচাৰি পোৱা নাছিল। অৱশেষত দেখা গ'ল যে চৰ্দাৰ পেটেল আৰু জৱাহৰলাল দুয়ো ভাৰত বিভাজনৰ সমৰ্থক হৈ পৰিল। মহাত্মা গান্ধীয়ে ভাৰত বিভাজন হোৱাটো নিবিচাৰিছিল। তেওঁ আনকি কৈছিল, কংগ্ৰেছে যদি বিভাজন আশা কৰে সেই আশা পূৰণ হ'ব মোৰ মৃতদেহৰ ওপৰত। গান্ধীজীয়ে সমস্যাটো সমাধানৰ বাবে আনকি মিঃ জিন্নাকে চৰকাৰ গঠন কৰিবলৈ আৰু তেওঁৰ মতে মন্ত্ৰীমণ্ডল ল'বলৈ পৰামৰ্শ দিছিল। তেওঁ ভাবিছিল, এনে কৰিলে হয়তো ভাৰত দ্বিখণ্ডিত হোৱাৰ পৰা ৰক্ষা পাব। লৰ্ড মাউন্ট বেটেনে গান্ধীজীৰ পৰামৰ্শত ওলগ জনাইছিল। কিন্তু চৰ্দাৰ পেটেল আৰু জৱাহৰলালে আপত্তি দৰ্শোৱাত গান্ধীজীয়ে তেওঁৰ পৰামৰ্শ উঠাই ললে। ইয়াৰ পাছতে

গান্ধীজীয়ে ভাৰতৰ ৰাজনীতিৰ লগত নিজকে জড়িত কৰিবলৈ টান পালে। আজাদে লিখিছে যে তেওঁ ভাৰতবৰ্ষৰ অখণ্ডতাৰ হকে লৰ্ড মাউন্ট বেটেনৈক পুনৰ কেবিনেট মিছনৰ প্ৰস্তাৱ কাৰ্যকৰণত গুৰুত্ব দিবলৈ অনুৰোধ জনাই বিফল হৈছিল। তেওঁ ভাৰত বিভাজনৰ ওপৰত অধিক মূল্য আৰোপ কৰিলে। কোৱা বাহুল্য যে মিঃ চাৰ্চিলে এই বিভাজনক সমৰ্থন কৰিছিল।

গ্ৰন্থখনত থকা ১৫ আৰু ১৬ অধ্যায় দুটাত বৃটিছ ৰাজৰ শেষ দিনকেইটা বৰ্ণনা কৰা হৈছে। ভাৰতবৰ্ষ দ্বিখণ্ডিত হৈ যি সাম্প্ৰতিক সংঘৰ্ষ আৰম্ভ হ'ল, যি ৰক্তাক্ত ভাৰতৰ শোকাবহ ঘটনা সংঘটিত হ'ল তাক মৌলানা চাহাবে মৰ্মান্তিক বেদনা, তিক্ততা আৰু ক্ষোভেৰে আলোচনা কৰিছে। তেওঁ দৃঢ়তাৰে কৈছে যে ভাৰতৰ জন সাধাৰণে ভাৰত বিভাজন বিচৰা নাছিল। প্ৰকৃততে তেওঁলোকৰ হৃদয় আৰু আত্মাই বিভাজনৰ ধাৰণাটোকে ভাল পোৱা নাছিল আৰু ইয়াৰ বিৰুদ্ধে বিদ্ৰোহ কৰি দেশত অশান্তিৰ সৃষ্টি কৰিছিল। আজাদে কৈছে, "কংগ্ৰেছ আৰু মুছলিম লীগে বিভাজন মানি ললে। যিহেতু কংগ্ৰেছে সমগ্ৰ ভাৰতবাসীৰ প্ৰতিনিধি হিচাপে আৰু মুছলিম লীগে এক বুজন সংখ্যক মুছলমানৰ প্ৰতিনিধি হিচাপে বিভাজন মানি ললে, ইয়াৰ পৰাই বুজা গ'ল, গোটেই দেশখনেই এই বিভাজন গ্ৰহণ কৰিলে। কিন্তু প্ৰকৃত ছবিখন বেলেগ। যদি দেশখনৰ ফালে চাওঁ, তেতিয়া দেখিবলৈ পাম যে বিভাজন গ্ৰহণৰ সিদ্ধান্ত কংগ্ৰেছ ৱৰ্কিং কমিটীৰ প্ৰস্তাৱৰ মাজত আৰু মুছলিম লীগৰ ৰেজিষ্টাৰ্ড পাতত লিপিবদ্ধ হৈছে মাথোন। ভাৰতৰ হিন্দু মুছলমান অগণন জনসাধাৰণে ইয়াত সন্মতি দিয়া নাছিল। অনেক মুছলমানে এই সিদ্ধান্তত আপত্তি জনাইছিল আৰু হিন্দু শিখ দুয়ো সম্প্ৰদায়ে একগোট হৈ প্ৰতিবাদ কৰিছিল।

আজাদে লৰ্ড মাউন্ট বেটেন্টক ভাৰত বিভাজনৰ বাবে দোষ দিলেও তেওঁৰ সামৰিক অভিজ্ঞতা কৌশল আৰু প্ৰশাসনীয় বিচক্ষণতাক প্ৰশংসা কৰিছিল। বিভাজনৰ দৰে জটিল বিষয় এটা তেওঁ অতি কৌশল আৰু চতুৰতাৰে সম্পূৰ্ণ কৰিলে। যি সাম্প্ৰদায়িক সংঘৰ্ষই ভাৰতীয় নেতাসকলৰ মনত অনিশ্চয়তাৰ সূচনা কৰিছিল, সেই বিপদক তেওঁ বিপুল সাহসেৰে আঁতৰ কৰিলে। তেওঁ কঠোৰ হাতেৰে সাম্প্ৰদায়িক কন্দল বেছি আগবাঢ়িবলৈ নিদি দমন কৰিলে। তেওঁৰ পৰামৰ্শমতে উত্তপ্ত পৰিস্থিতিৰ দৈনন্দিন বুজ লবলৈ ৱাৰ কাউন্সিল গঠন হৈছিল আৰু এই কাউন্সিলে দিনটোৰ ২৪ ঘন্টা পৰিস্থিতিৰ পৰ্য্যালোচনা কৰি উত্তপ্ত অঞ্চল নিয়ন্ত্ৰিত কৰিবলৈ যুদ্ধ কালীন ব্যৱস্থা লৈছিল। দেশ বিভাজনৰ পাছৰে পৰা মহাত্মা গান্ধীয়ে যে ভীষণ মানসিক যাতনাত ভুগিছিল সেই কথা আজাদে উপলব্ধি কৰিছিল। তেওঁ লিখিছে যে গান্ধীজীৰ প্ৰত্যেক ডাল শিৰতে বেদনাৰ দাগ স্পষ্ট হৈ উঠিছিল। তেওঁৰ একান্ত কামনা আছিল সাম্প্ৰদায়িক সমভাৱ স্থাপন হওঁক, মুছলমান সকলৰ জীৱন আৰু সম্পত্তি সুৰক্ষিত হওঁক। কিন্তু অত্যন্ত পৰিতাপৰ কথা যে তেওঁৰ সকলো যত্ন অথলে গৈছিল। দেশ বিভাজন হোৱাৰ পাছত ওলট পালট হৈ গ'ল। কোনেও কাকো বিশ্বাস নকৰা হ'ল, জনসাধাৰণৰ জীৱন যাত্ৰাত প্ৰৱল ধুমুহা আহিল। মানুহে নিৰাপত্তা হেৰুৱাই ভগনীয়া হ'ল। ভগনীয়াৰ সোঁতে কৰুণ দৃশ্যৰ সূচনা কৰিলে। আজাদে গ্ৰন্থখনৰ শেষৰ ফালে গান্ধীজীৰ অন্তিম যাত্ৰাৰ কথা অনুভূতিৰে বৰ্ণনা কৰিছে। ১৯৪৮ চনৰ ৩০ জানুৱাৰীত দিনৰ ২-৩০ বজাৰ পৰা আবেলি ৩-৩০ বজালৈকে আজাদ গান্ধীজীৰ লগত আছিল আৰু কিছুমান

গুৰুত্বপূৰ্ণ বিষয় আলোচনা কৰিছিল। তেওঁ আকৌ ৫-৩০ বজাত বিৰলা হাউচলৈ গৈছিল পুনৰ গান্ধীজীক দেখা কৰিবলৈ। কিন্তু গেট বন্ধ আছিল। চাৰিওফালে লোকে লোকাৰণ্য। আজাদে কোনোমতে ভিতৰ সোমাল, লগে লগে কোনোবা এজনে কান্দি কান্দি ক'লে গান্ধীজীক গুলী কৰিলে। তেওঁ অজ্ঞান হৈ পৰি আছে। কোঠাটোলৈ সোমাই আজাদে দেখিলে গান্ধীজী পৰি আছে। মুখ শেঁতা, চকু জপোৱা। "গান্ধীজীৰ নাতি ল'ৰা দুজনে ককাকৰ ভৰিত ধৰি কান্দিব লাগিছে। মই যেন সপোন দেখিছো, ..... গান্ধীজীৰ মৃত্যু হ'ল।"

আজাদে মৰ্মান্তিক বেদনাৰে লিখিছে যে গান্ধীজীৰ হত্যা কাণ্ডই এটা যুগৰ অৱসান ঘটালে। আজাদে লিখিছে, "মই আজিলৈকে পাহৰিব পৰা নাই যে আধুনিক ভাৰতৰ মহান সন্তান জনাক ৰক্ষণাবেক্ষণ দিবলৈ আমি কিমান শোচনীয় ভাৱে ব্যৰ্থ হলো।" আজাদে ইয়াৰ বাবে চৰ্দাৰ পেটেলক জগৰীয়া কৰিছে। গৃহ দপ্তৰৰ দায়িত্বত থাকি পেটেলে অসুস্থ, দুৰ্বল মানুহজনৰ প্ৰতি মনোযোগ নিদিলে। জনসাধাৰণেও গান্ধীজীক হত্যা কৰা কাৰ্যত পেটেলকে দোষ দিছিল; জয়প্ৰকাশ নাৰায়ণ, প্ৰফুল্ল চন্দ্ৰ ঘোষ প্ৰভৃতি নেতা সকলে প্ৰকাশ্যে গৃহমন্ত্ৰীক দোষাৰোপ কৰি ৰাজহুৱা সভাত বক্তৃতা দিছিল। আজাদে কৈছে যে গান্ধীজীৰ হত্যাকাৰী গডছেৰ বিচাৰ সংক্ৰান্তীয় নথিপত্ৰ যুগুত কৰোতেও পুলিচে কেইবামাহো লগাইছিল। ভাৰতবাসীয়ে গডছেক জুদাছৰ লগত তুলনা কৰি ভৰ্ৎসনা কৰিছিল আৰু তাৰ ফাঁচী হোৱাটো কামনা কৰিছিল। আজাদে চৰ্দাৰ পেটেলৰ প্ৰতিক্ৰিয়া সম্পৰ্কে কৈছে যে গান্ধীজী যেতিয়া জীৱিত আছিল, তেতিয়া পেটেলৰ খং গান্ধীৰ ওপৰত প্ৰবল আছিল। যেতিয়া গান্ধীক হত্যা কৰা হ'ল আৰু যেতিয়া মানুহে খোলা খুলি ভাবে পেটেলক অৱহেলা আৰু অযোগ্যতাৰ বাবে দোষাৰোপ কৰিবলৈ ধৰিলে, পেটেলে তেতিয়া মানসিক পীড়াত আক্ৰান্ত হ'ল, তেওঁ নিজকে দোষী বুলি ভাবিলে, অপমানেৰে তেওঁ অপদস্থ হ'ল। দুমাহৰ পাছতে পেটেল হৃদৰোগত ভুগিলে। চাৰি বছৰ ভগ্ন শৰীৰেৰে জীয়াই থাকি পেটেলৰ মৃত্যু ঘটিল।

গ্ৰন্থখনত কিছুমান এনে কথা যোগ দিয়া হৈছে যিবোৰৰ বিৰুদ্ধে এতিয়া আপত্তি উঠিছে। জৱাহৰলাল নেহৰু, চৰ্দাৰ পেটেল, গান্ধীজীৰ ওপৰত আজাদে কৰা মন্তব্য অত্যন্ত দুখজনক বুলি কোৱা হৈছে। পাৰ্শ্ব চৰিত্ৰ যেনে ৰাজেন্দ্ৰ প্ৰসাদ, কৃষ্ণ মেনন, খান আব্দুল গফ্ফৰ খান, ডঃ খান চাহেব প্ৰভৃতিকো আজাদে দোষাৰোপ কৰিছে। আজাদে কৈছে যে ডঃ চৈয়দ মাহমুদক বিহাৰৰ প্ৰথম কংগ্ৰেছ মুখ্যমন্ত্ৰী পতা নহ'ল। চৰ্দাৰ পেটেল ইয়াৰ বাবে দায়ী। ৰাজেন্দ্ৰ প্ৰসাদৰ লগ লাগি পেটেলে অনুগ্ৰহ- বাবুক নেতা নিৰ্বাচন কৰিলে। আজাদে অনুভৱ কৰিছিল যে চৰ্দাৰ পেটেলে কংগ্ৰেছৰ আদৰ্শ মানি চলা নাছিল। কৃষ্ণ মেননক তেওঁ বিশ্বাস-ভাজন বুলি গণ্য নকৰিছিল। নেহৰুৰ কিছুমান কামে তেওঁক বিৰক্ত কৰিছিল। কি বোৰ কথাত আজাদে নেহৰুক বেয়া পাইছিল সেইবোৰৰ ব্যাখ্যা প্ৰথম ছপা হোৱা গ্ৰন্থত দিয়া হোৱা নাছিল। নেহৰুৰ ভাবমূৰ্ত্তি তেওঁৰ জীৱিত কালত হেয় কৰাটো জাতীয় স্বাৰ্থৰ পৰিপন্থী বুলি বিবেচনা কৰা হৈছিল। ভৱিষ্যতে যাতে বুৰঞ্জীবিদসকলে আজাদৰ অকলশৰীয়া মনৰ প্ৰতিক্ৰিয়াবোৰ জানিব পাৰে তাৰ বাবে অপ্ৰকাশিত অংশখিনি মূল গ্ৰন্থত যোগ দি ছপা হৈ ওলাইছে।

★ ★ ★

# শ্বেইক্সপীয়েৰৰ নাটক আৰু ভাৰতত ইয়াৰ জনপ্ৰিয়তা

বিশ্ববিশ্ৰুত নাট্যকাৰ উইলিয়াম শ্বেইক্সপীয়েৰৰ নাটকসমূহক জনপ্ৰিয় কৰাৰ যি অদম্য হেঁপাহ তাৰ ফলশ্ৰুতি হৈছে পৃথিৱীৰ বিভিন্ন ভাষাত অনুদিত আৰু মঞ্চস্থ হোৱা তেওঁৰ স্মৰণীয় নাটকসমূহ। শ্বেইক্সপীয়েৰৰ ৰচনাসমূহ যিসকল সম্পাদক আৰু সমালোচকৰ কঠোৰ পৰিশ্ৰমৰ ফলত এনে জনপ্ৰিয়তা লাভ কৰিবলৈ সমৰ্থ হ'ল সেইসকলৰ ভিতৰত সৰ্বপ্ৰথম ব্যক্তি আছিল নিকোলাচ ৰো। তেওঁ ১৭০৯ চনত শ্বেইক্সপীয়েৰৰ নাটকসমূহৰ ওপৰত এখন পুথি সম্পাদনা কৰে আৰু ইয়াত নাটসমূহ অংক আৰু দৃশ্য ভাগ কৰি অভিনেতাসকলৰ প্ৰবেশ আৰু প্ৰস্থান নিৰ্ণয় কৰি দেখুৱায়। এনে বিভাজনৰ বাবে নাটসমূহ পঢ়িবলৈ সহজ হ'ল। শ্বেইক্সপীয়েৰৰ নাটকৰ আন এটা উল্লেখযোগ্য সম্পাদনা হ'ল-প্ৰখ্যাত সমালোচক চেমুৱেল জনচনৰ ১৭৬৫ চনত ওলোৱা শ্বেইক্সপীয়েৰৰ ৰচনাসমূহৰ পৰ্যালোচনা। ক'ব পাৰি, এওঁলোক দুজনৰ ধ্যান-ধাৰণাৰ ওপৰত ভিত্তি কৰি বহুতো ইংৰাজী সমালোচকে এই মহান নাট্যকাৰজনক সু-প্ৰতিষ্ঠিত কৰাত সহায় কৰিলে। ১৬২৩ চনত ওলোৱা প্ৰথম খণ্ডৰ পৰৱৰ্তী কালত দুশৰো অধিক শ্বেইক্সপীয়েৰ বিষয়ত মূল্যবান সমালোচনা পুথি ইংৰাজী ভাষাত প্ৰকাশ পাইছে আৰু এইবোৰ সম্পাদনা কৰিছে বিদগ্ধ ইংৰাজ অধ্যাপকসকলে। ইংৰাজী ভাষাৰ যোগেদিয়েই শ্বেইক্সপীয়েৰ ভাৰতত সোমাল। বেন জনচনে এই নাট্যকাৰজনৰ প্ৰতি শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱা জনাই কৈছিল যে শ্বেইক্সপীয়েৰ এটা যুগৰ নহয়, তেওঁ সকলো সময়ৰ বাবেই আদৰণীয় কবি-নাট্যকাৰ। তেওঁৰ মহত্ত্ব কৈ অন্ত পেলাব নোৱাৰি। তেওঁৰ নাটকত থকা চৰিত্ৰসমূহৰ বিশেষত্ব হৈছে মানুহৰ অন্তৰ চুই যাব পৰা অলৌকিক ক্ষমতা। তেওঁৰ নাটকৰ ঘটনাবোৰ মানৱ জীৱনৰ মূল সুঁতিৰ লগত জড়িত। মানুহৰ সুখ দুখ, হাঁহি-কান্দোন ইয়াত সোমাই আছে। তেওঁৰ নাটকৰ ভাষা-গাথনি ভাষা-লালিত্যৰ গহনা-গাঠৰিয়ে অলংকৃত। শ্বেইক্সপীয়েৰ আছিল মানৱ দৰদী কবি। সকলো শ্ৰেণীৰ মানুহৰ বাবে তেওঁৰ আগ্ৰহ অপৰিসীম। তেওঁৰ চৰিত্ৰবোৰ ভয়ংকৰ দুৰ্দান্তও নহয়, দেৱতাসদৃশো নহয়। দোষে গুণে, ভুল-ভ্ৰান্তিৰে চৰিত্ৰবোৰ আকৰ্ষণীয়। শ্বেইক্সপীয়েৰৰ সাধুকওঁতা চাৰ্লচ, লেম্বৰ ভাষাত ক'বলৈ হলে শ্বেইক্সপীয়েৰে সজ অভিপ্ৰায়বোৰক শক্তি যোগায়, স্বাৰ্থান্বেষী আৰু আত্মলোভীক তিৰস্কাৰ কৰে, মানুহৰ মনৰ হীনতা আঁতৰ কৰে। ইয়াৰ বিপৰীতে, শ্বেইক্সপীয়েৰৰ নাটসমূহে ভাল আৰু মধুৰ কাৰ্য্য সমাপনত উদ্‌গনি যোগায়, সৌজন্যতা, উদাৰতা আৰু মানৱিকতাৰ হকে প্ৰেৰণা দিয়ে। অৱশ্যে শ্বেইক্সপীয়েৰৰ মহত্ত্ব সহজে অহা নাছিল। তেওঁক লৈ অনেকজন সমালোচকে বৈধতাৰ প্ৰশ্ন তুলিছিল। বাক্-বিতণ্ডাৰ কোলাহল কৰিছিল। অনেক কেইজন ইংৰাজী ভাষাৰ অধ্যাপকে এনে ধৰণৰ

কিছুমান মনে সজা কথা কৈছিল, যিবোৰে শ্বেইক্সপীয়েৰৰ অস্তিত্বকে নোহোৱা কৰিছিল। কৈছিল, "ষ্ট্ৰাটফোৰ্ডৰ পৰা অহা নাম-গোন্ধ নথকা, অশিক্ষিত মানুহ এটাই কেনেকৈ এনে গধুৰ ভাৱাশ্ৰয়ী ৰচনা লেখিব পাৰে?, কোনোৱে কৈছিল, "শ্বেইক্সপীয়েৰ বোলা মানুহজনে থিয়েটাৰ-দৰ্শকৰ ঘোঁৰা ৰখে, চকিদাৰী কৰে। নিজৰ নামটো কোনোমতে লিখিবলৈ শিকিছে মাত্ৰ। এনে এজন মানুহে ইংৰাজী ভাষাত কেনেকৈ ইমানবোৰ নাটক লেখিব, কবিতা ৰচিব? মিছা কথা হ'ব, ইত্যাদি ইত্যাদি। কোনোৱে কৈছিল, 'শ্বেইক্সপীয়েৰৰ নামত ওলোৱা কিছুমান বিখ্যাত নাটৰ লেখক ছাৰ ফ্ৰাঞ্চিছ বেকন আৰু কিছুমানৰ মাৰলো।' এচাম সমালোচকৰ মতে শ্বেইক্সপীয়েৰ নামটো ছদ্মনামহে। এদল বুদ্ধিজীৱীয়ে (ছিণ্ডিকেট) ৰাজৰোষৰ ভয়ত থিয়েটাৰ দলৰ বাবে গোপনে এইবোৰ নাট ৰচনা কৰি জনগণৰ মাজত জাগৰণ আনিবলৈ চেষ্টা কৰিছিল। কিন্তু এইবোৰ অপবাদ আৰু সন্দেহ আছিল অমূলক। শ্বেইক্সপীয়েৰৰ প্ৰতিভা এইবোৰে বিনষ্ট কৰিব নোৱাৰিছিল। জুয়ে পোৰা সোণৰ দৰে তেওঁৰ প্ৰতিভা দুগুণে বাঢ়িছিলহে আৰু কালজয়ী নাট্যকাৰৰূপে বিশ্ববন্দিত হৈছিল। সকলো ৰহস্যৰ ভেদ ভাঙি তেওঁ মহত্ব লাভ কৰিছিল।

চমুকৈ, শ্বেইক্সপীয়েৰৰ জন্ম কাহিনী এনেকুৱাঃ ৰাণী এলিজাবেথৰ শাসনকালৰ ষষ্ঠ বছৰৰ সময়ত ইংলণ্ডৰ ৱাৰউইকশ্বায়াৰৰ অন্তৰ্গত এভন নদীৰ পাৰত থকা ষ্ট্ৰাটফোৰ্ড চহৰৰ এঘৰ মধ্যবিত্ত পৰিয়ালৰ ঘৰত তেওঁৰ জন্ম হৈছিল। ১৫৬৪ চনৰ এপ্ৰিল মাহত। তাৰিখটো লৈ মতনৈক্য আছে। কোনোৱে কৈছে এপ্ৰিল মাহৰ ২২তাৰিখ, কোনোৱে কৈছে ২৩, আকৌ কোনোৱে কৈছে ২৬ এপ্ৰিল। অৱশ্যে স্থানীয় গীৰ্জাৰ জন্ম তালিকাত ২৬ তাৰিখে তেওঁক খ্ৰীষ্টান মাক-বাপেকৰ নৱজাত সন্তানৰূপে নামভৰ্তি কৰা গম পাব পাৰি। তেও আছিল জন আৰু মেৰী আৰডেন শ্বেইক্সপীয়েৰৰ তৃতীয় সন্তান। শ্বেইক্সপীয়েৰৰ পঢ়াশুনা স্থানীয় গ্ৰামাৰ স্কুলত আৰম্ভ হৈছিল যদিও তেওঁ বেছি উধাব নোৱাৰিলে। ছয়-সাত বছৰ পঢ়াশুনা কৰি তেওঁ কামত সোমায়। ১৫৮২ চনত শ্বেইক্সপীয়েৰে বাধ্যত পৰি তেওঁতকৈ বয়সত ৮ বছৰ ডাঙৰ এনি হাথওৱে নামৰ মহিলা এগৰাকীক বিয়া কৰায়। ১৫৮৮ চনত তেওঁ লণ্ডনলৈ আহে আৰু তাত থকা থিয়েটাৰ দল এটাত যোগ দিয়ে। অত্যন্ত নিম্ন খাপৰ লগুৱা চাকৰিত প্ৰথমতে সোমাই তেওঁ দোপতদোপে উন্নতি লাভ কৰি থিয়েটাৰ দলৰ মেনেজাৰ, অভিনেতা আৰু শেষত গৈ নাট্যকাৰ ৰূপে পৰিচিত হয়। শেইক্সপীয়েৰে নাট ৰচনাৰ বাবে লেটিন, ফৰাচী আৰু আন আন পুৰণিসাহিত্য অধ্যয়ন কৰিব লগা হৈছিল। এইবোৰে তেওঁৰ মনত নাট্য-সাহিত্যৰ প্ৰতি প্ৰবল ধাউতি জন্মায় আৰু তেওঁ অভিনয় জগতত একাগ্ৰতাৰে জড়িত হৈ পৰে। যদিও তেওঁ চেমনীয়া কালত ৰংগমঞ্চৰ লগত জড়িত হৈ পৰিছিল তেওঁৰ থিয়েটাৰী কাৰ্য্যকলাপ ১৫৯২ চনলৈকে জনসাধাৰণে গম পোৱা নাছিল। ৰবাৰ্ট গ্ৰীণ নামৰ নাট্যকাৰ আৰু নাট্য সমালোচক এজনে "গ্ৰটছৱৰ্থ অব উইট" নামৰ আত্মজীৱনী এখন লিখি তাত শ্বেইক্সপীয়েৰৰ ওপৰত অপবাদজনক মন্তব্য দিছিল। এই নিন্দাসুচক লিখাখিনিয়েই ক বলৈ গলে, শ্বেইক্সপীয়েৰৰ প্ৰতি দৰ্শক -ৰাইজৰ লগতে নাট্যৰসিকসকলৰ মন আকৃষ্ট কৰিলে। নিন্দা -অপবাদক নেওচি তেওঁ নিষ্ঠাৰে

অভিনয়ত মনোনিবেশ কৰি নিজৰ আৰ্থিক অৱস্থা টনকিয়াল কৰিবলৈ সমৰ্থ হ'ল। তেওঁ ষ্ট্ৰাটফোৰ্ডত এটা ধুনীয়া ঘৰ কিনিলে। নাম দিলে "নিউ প্লেচ" অৰ্থাৎ 'নতুন ঘৰ'। ইয়াতে তেওঁ জীৱনৰ শেষ দিনবোৰ অতিবাহিত কৰে। ১৫৯৮ চনত তেওঁৰ "লাভ লেবাৰছ লষ্ট' নাটখন প্ৰকাশ পায়। ইয়াৰ মূল নাম পৃষ্ঠাত শ্বেইক্সপীয়েৰৰ নাম ছপা হৈ ওলায়। ইয়াৰ আগলৈকে নাটকত তেওঁৰ নাম ওলোৱা নাছিল। নাম প্ৰকাশ হোৱাৰ লগে লগে তেওঁলৈ চাৰিওফালৰ পৰা প্ৰশংসা আৰু অভিনন্দন আহিবলৈ ধৰিলে। কাকতে-পত্ৰই তেওঁৰ নাম ওলাল। ইংলণ্ডৰ ৰজা জেইমছে শ্বেইক্সপীয়েৰক পৰম উৎসাহ যোগাবলৈ গ্লোব থিয়েটাৰক আৰ্থিকভাবে সহায় কৰে আৰু শ্বেইক্সপীয়েৰৰ কুল মৰ্যাদাৰ প্ৰতি সন্মান জনাবলৈ প্ৰাৱৰণ চিহ্ন (Coat of arms) প্ৰদান কৰে। সাহিত্য জগততো শ্বেইক্সপীয়েৰৰ নাম সুপ্ৰতিষ্ঠিত হ'ল। "মেৰীমেইড টেভাৰ্ন" নামৰ সাহিত্য সংস্কৃতি চ'ৰাত তেওঁ ছাৰ ৱাল্টাৰ ৰেলি, বেন জনছন আদি প্ৰখ্যাত সাহিত্য সমালোচকসকলৰ সমাদৰ লাভ কৰে। ১৬১৩ চনত গ্লোব থিয়েটাৰত জুই লাগি সকলো ধ্বংস হৈ যোৱাত শ্বেইক্সপীয়েৰে মনত অত্যন্ত দুখ পায়। তেওঁৰ "সপ্তম হেনৰী" নামৰ নাটকখন সেই সময়ত গ্লোবত মঞ্চস্থ হৈ আছিল। সম্ভৱ, তেওঁৰ এইখনেই আছিল শেষ নাটক। কঠোৰ পৰিশ্ৰম, থিয়েটাৰী জীৱনৰ অনিদ্ৰা, অনিশ্চয়তা আৰু অস্বাভাৱিকতাৰ মাজেদি তেওঁৰ স্বাস্থ্যৰ অৱনতি ঘটিছিল দ্ৰুতভাৱে। ১৬১৬ চনৰ এপ্ৰিল মাহৰ ২৩ তাৰিখে ৫২ বছৰ বয়সত ষ্ট্ৰাটফোৰ্ডৰ বাসভৱনত এইজনা মহান নাট্যকাৰৰ মৃত্যু ঘটিল। তেওঁৰ সমাধিৰ ওপৰত লিখিত বিখ্যাত স্মৃতি-পংক্তিখিনি হ'ল-

> "Good friend, for Jesus sake forbear
> To dig the dust enclosed here,
> Blest be the man that spares these stones,
> And curst be he that moves my bones."

শ্বেইক্সপীয়েৰৰ দুজন সহযোগী যথাক্ৰমে হেমিঞ্জ আৰু কনদেলে ১৬২৩ চনত নাটসমূহ বহু যত্নৰে সংগ্ৰহ কৰি ছপা কৰি উলিয়ায়। এই প্ৰথম খণ্ডত ৩৬ খন নাটক অন্তৰ্ভুক্ত কৰা হৈছিল। তেওঁ ১৫৯০ চনৰ পৰা ১৬১৩ চনৰ ভিতৰত অসংখ্য নাট ৰচনা কৰিছিল। এইবোৰৰ ভিতৰত আছে ঐতিহাসিক নাটক, কমেডি আৰু ট্ৰেজেডি নাটসমূহ। তেওঁৰ ৰচিত শ্ৰেষ্ঠ চাৰিখন ট্ৰেজেডি নাটক হৈছে হেমলেট, ওথেলো, কিং লীয়েৰ আৰু মেকবেথ। ট্ৰেজেডি, কমেডি আৰু ঐতিহাসিক নাটসমূহৰ ভিতৰত দ্য কমেডি অব এৰৰ, ৰোমিঅ' জুলিয়েট, ৭ম হেনৰী, জুলিয়াচ চিজাৰ, এজ ইউ লাইক ইট, এ মিড চামাৰ নাইটছ ড্ৰীম, মাৰ্চেন্ট অব ভেনিছ, এন্টনি এণ্ড ক্লিঅ'পেট্ৰা প্ৰভৃতি উল্লেখযোগ্য। তেওঁৰ টেম্পেষ্ট নামৰ নাটখনো বহু সমাদৃত। ইয়াত শ্বেইক্সপীয়েৰৰ দাৰ্শনিক ভাৱধাৰা প্ৰকাশ পাইছে। ক'ব লাগিব যে ইংৰাজ জাতিৰ সংস্কৃতিৰ অনুপম চানেকি এই নাটসম্ভাৰে সমগ্ৰ বিশ্বলৈ কঢ়িয়াই নিছে।

## ভাৰতত শ্বেইক্সপীয়েৰ

ইংৰাজ শাসনৰ প্ৰৱৰ্তনৰ লগে লগে শ্বেইক্সপীয়েৰ ভাৰতলৈ আহিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ বিষয়াসকলে অৱসৰ বিনোদনৰ বাবে শ্বেইক্সপীয়েৰৰ নাটক অনুষ্ঠিত কৰিছিল

আৰু বোম্বাই, কলিকতা, মাদ্ৰাজ প্ৰভৃতি ডাঙৰ চহৰকেইখনত এনে অনুষ্ঠান আয়োজিত হৈছিল। ইংৰাজ অভিনেতাই মঞ্চস্থ কৰা এনে নাটক চাই শিক্ষিত ভাৰতীয়সকলে পৰম বিস্ময় মানিছিল। ইংৰাজী ভাষাৰ প্ৰচলন ভাৰতীয় শিক্ষানুষ্ঠানত সোমোৱাৰ লগে লগে ইংৰাজী নাটকৰ প্ৰতিও ভাৰতীয় ছাত্ৰসকলৰ আগ্ৰহ বাঢ়িল। ইংৰাজ শিক্ষকসকলে এই বিষয়ত ছাত্ৰসকলক উৎসাহ যোগাইছিল আৰু কোনো বিশেষ উৎসৱ উপলক্ষে শ্বেইক্সপীয়েৰৰ নাটক মঞ্চস্থ কৰাত সহায় কৰিছিল। শ্বেইক্সপীয়েৰৰ নাট পাঠ্যক্ৰমৰ অন্তৰ্ভূক্ত হোৱাত ভাৰতীয় ছাত্ৰই সেইবোৰৰ পাঠদান শুনি আৰু পঢ়ি মুগ্ধ হৈছিল। শ্বেইক্সপীয়েৰ নাটকৰ বছা বছা দৃশ্যবোৰ আবৃত্তি কৰিবলৈ ইংৰাজ অধ্যাপকসকলে ভাৰতীয় ছাত্ৰক উদগনি দিছিল। এটা তথ্যৰ পৰা গম পাব পাৰি যে ১৮৩৭ চনত কলিকতাৰ হিন্দু কলেজৰ ছাত্ৰসকলে প্ৰথমতে মাৰ্চেন্ট অব ভেনিচ নামৰ সুবিখ্যাত নাটকখন অভিনয় কৰি নতুন অভিলেখৰ সূচনা কৰে। ইয়াৰ পাছত অভিনীত হয় অথেলো নাটখন। ইংৰাজ দৰ্শকসকলে ভাৰতীয় ছাত্ৰসকলৰ এনে অভিনয় চাই পৰম সন্তোষ লভিছিল আৰু অভিনেতাসকলক পুৰস্কৃত কৰি উৎসাহ যোগাইছিল। ভাৰতীয় ভাষাৰ উন্নতি আৰু স্বীকৃতি লাভৰ পাছত শ্বেইক্সপীয়েৰক ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ প্ৰচেষ্টা চলিল। ১৮৫০ চনত এনে প্ৰচেষ্টা চকুত পৰিল। অৱশ্যে, শ্বেইক্সপীয়েৰৰ নাট্য জগতখন ভাৰতীয়সকলৰ বাবে আচহুৱা হোৱাত নাটকৰ হুবহু ভাঙনি কৰিব নোৱাৰা এটা অৱস্থাৰ সৃষ্টি হৈছিল বাবে অনুবাদকসকলে মূল পাঠৰ সাল- সলনি কৰি ভাৰতীয় পৰিবেশৰ লগত মিলাই লব লগা হৈছিল। ভাৰতীয় ভাষাত বিশেষ সমাদৰ লাভ কৰা শ্বেইক্সপীয়েৰ ৰচিত 'মাৰ্চেন্ট অব্ ভেনিচ।' প্ৰায়বোৰ মূল ভাষাতে এই নাটকখন অনুদিত হৈছে। নাটখনত থকা চৰিত্ৰ আৰু উৎকণ্ঠা ইয়াৰ বিশেষত্ব। ভাৰতীয় দৰ্শকে বিয়োগাত্মক নাটকতকৈ মিলানাত্মক নাটক চাই ভাল পাইছিল। তাতে, সংস্কৃত নাটকৰ পৰম্পৰাত ট্ৰেজেডিৰ পৰিবৰ্তে কমেডিৰ আদৰ বেছি বাবে ভাৰতীয় দৰ্শকৰ মন বুজি নাট্যকাৰসকলে শ্বেইক্সপীয়েৰৰ নাটক নিৰ্বাচন কৰোতে কমেডিৰ ওপৰত অধিক গুৰুত্ব দিছিল। সেয়েহে দেখা গৈছিল যে কোনো ভাৰতীয় অনুবাদকে শ্বেইক্সপীয়েৰৰ ট্ৰেজেডিকো কমেডিলৈ ৰূপান্তৰ ঘটাই ভাৰতীয় দৰ্শকক আমোদ দিছিল। উদাহৰণ স্বৰূপে পাৰ্চী থিয়েটাৰলৈ আঙুলিয়াব পাৰি। কিং লীয়েৰৰ দৰে ট্ৰেজিক নাটকো কমেডি কৰি ইয়াত অভিনয় কৰা হৈছিল। নাটখনৰ পৰিণতি মিলনাত্মক ৰূপত প্ৰদৰ্শিত কৰা হৈছিল। কোনো কোনোৱে শ্বেইক্সপীয়েৰৰ নাটকৰ মূল আখ্যানো সলনি কৰিছিল। নাটকৰ নাম, চৰিত্ৰবোৰৰ নাম পৰ্যন্ত ভাৰতীয়কৰণ কৰা হৈছিল আৰু মূল নাট্যকাৰৰ উল্লেখ পৰ্যন্ত নকৰিছিল। আৰু এটা কথা মনকৰিবলগীয়া যে শ্বেইক্সপীয়েৰৰ নাটবোৰৰ জনপ্ৰিয়তা লাভৰ বাবেই এইবোৰত অপৰ্য্যাপ্ত গান আৰু নাচ সংযোগ কৰা হৈছিল। পাৰ্চী থিয়েটাৰ আছিল এই বিষয়ত আগৰণুৱা। চৰিত্ৰবোৰে ভাৰতীয় সাজ-পোছাক পিন্ধিছিল আৰু ভাৰতীয় ঢঙত নাচ-গান দেখুৱাইছিল। হেমলেটৰ উৰ্দু অভিযোজনাত অনেক লঘু সংগীত যোগ হৈছিল। এনে এখন চিৰিয়াচ নাটক ভাৰতীয় পটভূমিত নৃত্যগীত মধুৰ নাটক ৰূপে নতুন ৰূপ লৈছিল। 'মাৰ্চেন্ট অব্ ভেনিচ'ৰ বঙলা অনুবাদ আছিল বঙালী সামাজিক অৱস্থাৰ লগত সংগতি ৰক্ষা কৰি। বঙলা

ভাষাতে শ্বেইক্সপীয়েৰৰ নাটক অধিক সংখ্যক অনূদিত হৈছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰে মেকবেথৰ বঙলা ভাঙনি কৰিছিল ১৩ বছৰ বয়সতে। ভাৰতৰ প্ৰায়বিলাক প্ৰান্তীয় ভাষাতে শ্বেইক্সপীয়েৰৰ নাটক অনুবাদ হৈছিল আৰু ৰংগমঞ্চত ভাৰতীয় ধ্যান-ধ্যাৰণাৰে, গীতে-মাতে, নাচে-বাগৰে, সাজ-পাৰে অভিনীত হৈছিল। অকল প্ৰাদেশিক ভাষাতে নহয় সংস্কৃত ভাষাতো শ্বেইক্সপীয়েৰৰ নাটক অনুদিত হোৱা উদাহৰণ আছে। ১৮৭৭ চনত "কমেডি অব এৰৰ" নাটখন অনুবাদ কৰিছিল শৈল্য দীক্ষিতে। ১৮৯২ চনত কৃষ্ণমাচাৰ্যই মিড্চামাৰ নাইটচ ড্ৰীম নাটখন সংস্কৃতলৈ অভিযোজনা কৰিছিল। আদি ভট্ট নাৰায়ণ দাস নামৰ পণ্ডিত এজনে শ্বেইক্সপীযেৰ আৰু কালিদাসৰ মাজত আলোচনাত্মক পুথি এখন ৰচনা কৰিছিল, নাম আছিল নৱমসতৰঙ্গিনী"। ওথেলো নাটখনো সংস্কৃত ভাষাত অনুবাদ হোৱাৰ গম পাব পাৰি।

ঊনবিংশ শতিকাৰ শেষ দশকমানত অসমলৈ আধুনিক নাটকৰ ধাৰা প্ৰৱাহিত হৈছিল। সংস্কৃত নাটক আৰু অংকীয়া নাটৰ জনপ্ৰিয়তা ক্ৰমাৎ হ্ৰাস পাই আহিছিল ৰাজনৈতিক দ্ৰুত পৰিৱৰ্তনৰ ফলত। ইংৰাজ শাসনৰ ৰাজ্য পত্তনৰ লগে লগে এই পৰিবৰ্তন আহিছিল। পাশ্চাত্য শিক্ষাৰ প্ৰচলনে অসমীয়া তৰুণ সম্প্ৰদায়ক ইংৰাজী ভাষাত ওলোৱা নাট্যৰজিয়ে আকৰ্ষণ কৰিছিল। নৱ্য ইংৰাজী-শিক্ষিত অসমীয়া যুৱকসকলে যেতিয়া ইংৰাজী নাট্য-সাহিত্যৰ পৰিচয় পাবলৈ ধৰিলে, তেতিয়াৰে পৰা এই নতুন পাশ্চাত্য নাট্য ধাৰাৰ প্ৰতিও তেওঁলোকৰ দৃষ্টি আকৃষ্ট হ'ল। বিশেষকৈ পাশ্চাত্য নাট্যধাৰাত থকা আংগিকৰ চমকপ্ৰদ প্ৰদৰ্শনে তেওঁলোকৰ মনত নতুন জাগৰণৰ সূচনা কৰিলে। অসমীয়া যুৱকসকলে উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাব লগাত পৰিছিল। বঙালীসকলে ইংৰাজৰ সংস্পৰ্শত আগৰে পৰা ইংৰাজী নাট্য-সাহিত্য আৰু ইংৰাজী নাটকৰ বঙলা অভিনয়ৰ লগত পৰিচিত হৈছিল। অসমীয়া ডেকাসকলে কলিকতাৰ ৰংগমঞ্চত শ্বেইক্সপীয়েৰৰ মূল আৰু ভাঙনি নাটকৰ অভিনয় চাবলৈ পাইছিল। এনে অভিনয় চাই তেওঁলোক অনুপ্ৰাণিত হৈছিল আৰু অসমতো তেনে আৰ্হিৰে নাটক অভিনীত কৰিবলৈ প্ৰয়াস কৰিছিল। শ্বেইক্সপীয়েৰৰ ক্ৰিয়াবাহুল্য নাটসমূহে অসমৰ নাট্যাভিনয়ক নতুন আদৰ্শৰে প্ৰভাৱান্বিত কৰিবলৈ সমৰ্থ হ'ল। অভিনয়ত ঢাল-তৰোৱাল লৈ যুদ্ধ দৃশ্য দেখুৱা, লোমহৰ্ষক আৰু অতিনাটকীয় ঘটনাৱলী প্ৰদৰ্শন কৰা, উপ-দৃশ্যৰ অৱতাৰণা কৰা, দীঘল স্বগতোক্তি প্ৰয়োগ কৰা, ভয়াবহ আৰু শোকাৱহ ঘটনাক মঞ্চত দেখুওৱা, আগন্তুক ঘটনাৰ পূৰ্বাভাস দিয়া প্ৰভৃতি এই নতুন পাশ্চাত্য ধাৰাই অভিনয়ৰ বাবেই নহয়, শ্বেইক্সপীয়েৰৰ নাটকে পাঠ্যক্ৰমত বিশিষ্ট স্থান লাভ কৰিলে। লগতে ভাৰতীয় বিষয়বস্তু আশ্ৰিত, সমাজ সংস্কাৰমূলক অসমীয়া নাটকেও শ্বেইক্সপীয়েৰৰ নাটকৰ আৰ্হিত অভিনীত হ'বলৈ ধৰিলে। অসমৰ আধুনিক নাট্য জগতত পাশ্চাত্য আৰু শ্বেইক্সপীয়েৰৰ নাট্যৰাজিৰে কি প্ৰভাৱ স্থাপন কৰিছিল সেই বিষয়ে ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই তেখেতৰ অসমীয়া নাট্য সাহিত্য গ্ৰন্থত বিতং আলোচনা কৰিছে।

শ্বেইক্সপীয়েৰৰ কি কি নাটক অসমীয়া ভাঙনি হৈছিল সেই বিষয়ে এখন নিৰ্ভৰযোগ্য তালিকা পাবলৈ নাই। অসমৰ চহৰকেইখনত থকা অস্থায়ী আৰু স্থায়ী ৰংগমঞ্চকেইটাত

নাট্যপ্ৰেমী উৎসাহী শিক্ষিত ডেকাচামে দুৰ্গাপূজা, কালীপূজা উপলক্ষে নাটক অনুবাদ কৰি মঞ্চস্থ কৰা গম পোৱা যায়। ১৮৮৮ চনত কলিকতাৰ ২ নং ভৱানীচৰণ দত্ত লেনত মেছ পাতি থকা অসমীয়া ডেকা ছাত্ৰসকলে শ্বেইক্সপীয়েৰৰ কমেডি অব্ এৰৰ ভাঙনি কৰি ইয়াৰ অসমীয়া নাম "ভ্ৰমৰংগ" দি প্ৰকাশ কৰে। তেওঁলোকে ভ্ৰমৰংগৰ অভিনয়ো কৰিছিল। নাটকখনৰ ভাঙনি কৰিছিল ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতী, গুঞ্জানন বৰুৱা আৰু ঘনশ্যাম বৰুৱাই। শিৱৰাম বৰুৱা আৰু লক্ষ্মীনাথ বেজবৰুৱাও এই কাৰ্যত সহায়ক আছিল। নাটখনৰ ভাঙনি কৰোতে অমিত্ৰাক্ষৰ ছন্দৰ পৰিৱৰ্তে গদ্য প্ৰয়োগ মূল প্ৰয়াস আছিল আৰু অভিনয়ৰ বাবে উপযোগী হৈ পৰিছিল। নাটকৰ চৰিত্ৰবোৰো নিভাঁজ অসমীয়া হৈ অসমীয়া দৰ্শকৰ বাবে আপোন হৈ উঠিছিল। লক্ষ্মীনাথ বেজবৰুৱা, কনকলাল বৰুৱা (মালতী) গুঞ্জানন বৰুৱা আদিয়ে ভ্ৰমৰংগত অভিনয় কৰিছিল। (বিঃ দ্ৰঃ অতুল চন্দ্ৰ হাজৰিকা ৰচিত "মঞ্চলেখা" পৃষ্ঠা ঃ ৯৫-৯৬ )

দুৰ্গেশ্বৰ শৰ্মাই শ্বেইক্সপীয়েৰৰ এজ ইউ লাইক ইট' নাটকৰ মুকলি অনুবাদ কৰি নাম দিছিল 'চন্দ্ৰাৱলী' (১৯১০ )। তেওঁ 'চিম্বেলিন' নামৰ নাটকখনো অসমীয়ালৈ ভাঙিছিল। নাম থৈছিল পদ্মাৱতী (১৯১১ )। শৰ্মাই নাটখন দেশীয় পৰিবেশত সজাই-মেলি অভিনয়ৰ বাবে মনোগ্ৰাহী কৰি তুলিছিল। নাটখন আছিল সৰল আৰু কাব্যিক অভিযোজনা। শৈলধৰ ৰাজখোৱাই অথেলো নাটকখন 'ৰণজিৎ' নামেৰে অনুবাদ কৰে। ইয়াৰ অভিনয়ত তেওঁ এটা পাৰ্শ্ব ভুমিকাত ওলাই প্ৰশংসা লাভ কৰিছিল। কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে কিং লীয়েৰ ভাঙনি কৰি নাম দিছিল "বিষাদ কাহিনী"। তেওঁ শ্বেইক্সপীয়েৰৰ আন নাটকো অনুবাদ কৰিছিল বুলি গম পাব পাৰি। 'চিম্বেলিন' নাটখন 'তাৰা' নামকৰণেৰে অম্বিকা প্ৰসাদ গোস্বামীয়ে অনুবাদ কৰে। ভাস্কৰ নাট্য মন্দিৰত এই অনুদিত নাটখন সফলতাৰে মঞ্চস্থ হৈছিল। অথেলো নাটখন অসমীয়া ভাষালৈ অনুবাদ কৰোতাসকল হ'ল, দুলাল চন্দ্ৰ বৰঠাকুৰ,, (১৯৫৯), কুমুদেশ্বৰ বৰঠাকুৰ, হিতেশ্বৰ বৰবৰুৱা (ডেচডি মোনা)। দুলাল চন্দ্ৰ বৰঠাকুৰে ১৯৫০ চনত কিং লীয়েৰৰো অসমীয়া ভাষান্তৰ কৰে। 'মেকবেথ' নাটক ভাঙনি কৰিছিল দেবানন্দ ভৰালীয়ে (ভীমদৰ্প ১৯৪০) পদ্মধৰ চলিহাই ৰোমিঅ' জুলিয়েটৰ আধাৰত ৰচনা কৰিছিল 'অমৰলীলা' (১৯২২)। আনফালে যজ্ঞেশ্বৰ শৰ্মাই 'টেম্পেষ্ট'ৰ সৰল অনুবাদ কৰিছিল 'ধুমুহা' নামেৰে (১৯৩১)। বিপিনচন্দ্ৰ বৰুৱাই 'কমেডি অব এৰৰ' অসমীয়ালৈ ভাঙনি কৰি অভিনয় কৰিছিল। 'মাৰ্চেন্ট অব ভেনিছ' আছিল জনপ্ৰিয় নাটক। অসমীয়ালৈ এই নাটক আহিছে কেইবা গৰাকী নাট্যকাৰৰ যোগেদি। সেইসকলৰ ভিতৰত জ্ঞানদাভিৰাম বৰুৱা (ভেনিচৰসাউদ, ১৮৫৪), অতুল চন্দ্ৰ হাজৰিকাৰ অনুবাদখনৰ নাম 'বণিজ কোঁৱৰ'। তেওঁ কিং লীয়েৰখনো 'অশ্ৰুতীৰ্থ' নামেৰে অসমীয়া ভাঙনি কৰে। অনুবাদ কৰোতে হাজৰিকাই অসমৰ পৰিবেশ এটা সৃষ্টি কৰিবলৈ যত্নপৰ হৈছে। শ্বেইক্সপীয়েৰ ৰচিত নাটক সমূহ জনপ্ৰিয় হোৱাৰ কাৰণে অসমৰ প্ৰায়বোৰ চহৰত শাৰদীয় উৎসৱ উপলক্ষে অনুবাদ কৰি উৎসাহী যুৱকসকলে অভিনয় কৰি মনৰ চখ পূৰাইছিল। যিহেতু অনুবাদ কৰা নাটবোৰ

হাতে লিখা অৱস্থাতে আছিল, সেইবোৰ সংৰক্ষণ বা ছপোৱাৰ ব্যৱস্থা নাছিল। পুৰণি চাম প্ৰায়বোৰ অভিনেতাই এইবোৰ নাটকত অভিনয় কৰি সুনাম ৰক্ষা কৰিছিল। এটা কথা লক্ষ্য কৰিব পাৰি যে শ্বেইক্সপীয়েৰৰ নাটকীয় চৰিত্ৰ সৃষ্টিয়ে অসমৰ যুৱ নাট্যকাৰ আৰু ঔপন্যাসিকক পৰোক্ষভাৱে হলেও অনুপ্ৰাণিত কৰিছিল। উদাহৰণ স্বৰূপে বেজবৰুৱাৰ গহীন ঐতিহাসিক নাটক 'বেলিমাৰ' আৰু চক্ৰধ্বজ সিংহত চৰিত্ৰ সৃষ্টি আৰু সংলাপ-কৌশলত এনে আভাস পোৱা যায়। নকুল চন্দ্ৰ ভূঞা, দুৰ্গেশ্বৰ শৰ্মা আদিৰ ৰচনাতো শ্বেইক্সপীয়েৰৰ দুখাত্মক ভাবধাৰা প্ৰবাহিত হোৱা চকুত পৰে।

সাম্প্ৰতিক কালত যদিও শ্বেইক্সপীয়েৰ নাটকৰ অভিনয়ৰ প্ৰতি দৰ্শকৰ আগ্ৰহ কম. তথাপি শ্বেইক্সপীয়েৰৰ নাট্যৰাজিৰ যি চিৰন্তন আকৰ্ষণ তাক সময়ৰ গতিয়ে ম্লান পেলাব পৰা নাই। শ্বেইক্সপীয়েৰৰ ৰচনা আজিও ভাৰতীয় ছাত্ৰসকলৰ পাঠ্যক্ৰমত অন্তৰ্ভুক্ত। আজিও শ্বেইক্সপীয়েৰৰ বিষয়ে ইংলণ্ড, আমেৰিকা, জাৰ্মান আদি দেশত গৱেষণা চলি আছে, পণ্ডিতসকলে নতুন নতুন তথ্য আৰু জীৱনীৰ নতুন সমল উলিয়াইছে। বৰ্তমান শ্বেইক্সপীয়েৰৰ অনুশীলন এটা ত্যাৎপৰ্যপূৰ্ণ বিষয় হৈ পৰিছে। তেওঁৰ বিভিন্ন নাটকৰ ওপৰত, চৰিত্ৰ বিশ্লেষণৰ ওপৰত, ছন্দ, প্ৰতীক আৰু পাঠৰ সমীক্ষাত্মক বিশ্লেষণৰ ওপৰত স্নাতকোত্তৰ মহলাত গৱেষণা চলিছে, ডক্টৰেটৰ বিষয় হৈ পৰিছে।

সাম্প্ৰতিক কালত শ্বেইক্সপীয়েৰৰ বিষয়ে অসমীয়া ভাষাত যিকেইখন কিতাপ ওলাইছে তাৰ ভিতৰত সত্যপ্ৰসাদ বৰুৱাৰ অথেলো, মেকবেথ, ফণী তালুকদাৰৰ হেমলেট, ডঃ দয়ানন্দ পাঠকৰ হেমলেট, ডঃ দীনেশ শৰ্মাৰ জুলিয়াচ চিজাৰ আৰু মাৰ্চেন্ট অৱ্ ভেনিছ নামৰ গ্ৰন্থকেইখন আমাৰ দৃষ্টিগোচৰ হৈছে। কীৰ্তিকমল ভূঞাই প্ৰকাশত হেমলেটৰ অনুবাদ ধাৰাবাহিকভাবে লিখিছে। নাট্যমঞ্চ সম্পৰ্কে অভিজ্ঞ বৰুৱাৰ অনুবাদ যথাযথ হৈছে অসমীয়া পাঠকৰ বাবে। তেওঁৰ গ্ৰন্থ দুখন প্ৰয়োজনীয় হৈছে অথেলো আৰু মেকবেথৰ চৰিত্ৰৰ বিশেষত্বত ঘনীভূত হোৱা যাতনাবোধ উপলব্ধি কৰাত। মেকবেথৰ দুৰাকাংক্ষা, অপৰাধজনিত কাৰ্যকলাপত আমি ঘৃণা নকৰো,বৰং তেওঁৰ প্ৰতি আমাৰ সহানুভূতিহে প্ৰকট হৈ উঠে। শ্বেইক্সপীয়েৰে দক্ষতাৰে মেকবেথ চৰিত্ৰটো অংকিত কৰি মুখত চিন্তাপ্ৰসূত কাব্যিক সংলাপ দি আমাৰ চিত্ত আলোকিত কৰিছে। সত্যপ্ৰসাদ বৰুৱাই এই দৃষ্টিকোণৰ প্ৰতি সজাগ হৈ অনুবাদ সাৱলীল কৰিছে। তেনেকৈ তেওঁ অথেলোৰ দাম্পত্য জীৱনৰ কৰুণ আৰু ক্ৰুৰতাৰ পৰিচয় দিছে। ডঃ দয়ানন্দ পাঠকৰ হেমলেট এখন কাহিনীগ্ৰন্থ। ডঃ পাঠক ইংৰাজীৰ ছাত্ৰ আৰু নাটকৰ প্ৰতি বিশেষ অনুৰাগী সমালোচক। হেমলেট এখন ট্ৰেজেডি। হেমলেটত আমি শ্বেইক্সপীয়েৰৰ অন্তৰ পৰশা অভিজ্ঞতাৰ যাতনাদায়ক চিত্ৰ কিছুমান লক্ষ্য কৰো। হেমলেটৰ চৰিত্ৰ অংকনত শ্বেইক্সপীয়েৰৰ এক চিন্তাশীল মনোভংগী ব্যক্ত হৈছে। হেমলেট ওপজাৰ লগে লগে আহিছিল দুখ-দুৰ্গতি। এইবোৰৰ পাক ঘূৰণিতে তেওঁ হৈ পৰিছিল ক্লান্ত আৰু অসহায়। তেওঁৰ মনৰ সংশয়বোৰ আমি গম পাওঁ নাটকত থকা মনস্তাত্বিক বিশ্লেষণত। হেমলেটৰ স্বগতোক্তিৰ মাজেদি প্ৰকাশ পাইছে তেওঁৰ অৱচেতন

মনৰ ব্যথা, হাহাকাৰ আৰু মনুষ্য জীৱনৰ সীমাহীন কাৰ্যাৱলী। শ্বেইক্সপীয়েৰে হেমলেটৰ কাহিনী পুৰণি বুৰঞ্জীমূলক উৎসৰ পৰা আহৰণ কৰিছে। ডেনমাৰ্কৰ ৰজাজনক হত্যা কৰি তেওঁৰ ভায়েক ক্লডিয়াছে ৰাজ সিংহাসন অধিকাৰ কৰে আৰু মৃত ৰজাৰ ৰাণী গাৰট্ৰডক বিয়া কৰায়। মৃত ৰজাৰ পুত্ৰ আছিল হেমলেট। মৃত ৰজাৰ প্ৰেতাত্মাই পুতেকক দেখা দি ঘটনাৰ সবিশেষ জনালে আৰু হত্যাকাৰী ক্লডিয়াছৰ ওপৰত প্ৰতিশোধ ল'বলৈ ক'লে। হেমলেটৰ মন মাকৰ প্ৰতি ঘৃণাত উপচি পৰে আৰু ক্লডিয়াছক হত্যা কৰাৰ বাবে মন স্থিৰ কৰে। অপ্ৰকৃতিস্থ হেমলেট এই হত্যাকাণ্ডত অগ্ৰসৰ হব নোৱাৰিলে। তেওঁৰ মনত ভয়, সংশয়ে আৱৰি পেলালে। ৰজাৰ ভয়ত তেওঁ বলিয়াৰ ভাও ধৰিলে। তেওঁৰ প্ৰেয়সী. পলনিয়াচৰ কন্যা ওফেলিয়াকো অৱহেলা কৰিবলৈ ধৰিলে। হেমলেটৰ মাকৰ প্ৰতি বিৰাগ ভাব জন্মিছিল। মাকে স্বামীৰ মৃত্যুৰ এমাহ পূৰ নৌহওঁতেই এটা অপদাৰ্থ লোকক বিয়া কৰোৱা দেখি কৈছিল , Frailty thy name is woman.

হেমলেট আৰু তেওঁৰ বন্ধুকেইজনে প্ৰেতাত্মাৰ কথাখিনি প্ৰমাণ কৰাৰ বাবে এখন নাটকৰ আয়োজন কৰে। নাটকত হেমলেটৰ পিতৃক কেনেকৈ ঘৃণনীয়ভাৱে গোপনে হত্যা কৰা হৈছিল, কেনেকৈ ৰাণী চক্ৰান্তত জড়িত হৈ পৰিছিল আৰু ক্লডিয়াছক হত্যাকাণ্ডৰ এমাহৰ ভিতৰত বিয়া কৰাইছিল, হেমলেটে কেনেকৈ মাকৰ বিশ্বাসঘাতকতাক গৰিহণা দিছিল প্ৰভৃতি অভিনয় কৰি দেখুওৱা হয়। অভিনয়ৰ সময়ত ঘটনাচক্ৰে আঁৰ-কাপোৰৰ পিছফালে লুকাই থকা ওফেলিয়াৰ পিতৃ পলনিয়াচক হেমলেটে ক্লডিয়াছ বুলি ভুল কৰি তৰোৱালেৰে খুচি হত্যা কৰে। পিতৃ হত্যাকাৰীক বধ কৰিবলৈ পলনিয়াচৰ পুত্ৰ লেয়াৰ্টিজে ৰজাৰ অনুমতি সাপেক্ষে হেমলেটৰ লগত তৰোৱাল যুদ্ধত লিপ্ত হয়। লেয়াৰ্টিজে বিষাক্ত তৰোৱালেৰে হেমলেটক হত্যা কৰে। কিন্তু মৰাৰ আগতে হেমলেটৰ তৰোৱাল লেয়াৰ্টিজৰ আৰু ৰজাৰ বুকুতো তৰোৱাল- বিদ্ধ হয়। হেমলেটক মাৰিবৰ বাবে বিকল্প ব্যৱস্থা আছিল বিষ মিহলোৱা পানীয়। ভাগৰত হেমলেটে এই পানীয় পান কৰিব বুলি ক্লডিয়াছে বুদ্ধি পাঙিছিল। পিছে সেই বিষাক্ত পানী হেমলেটে খাবলৈ নেপালে। ৰাণীয়ে হেমলেটৰ মৃত্যুদৃশ্যত অভিভুত হৈ সেই পানী পান কৰি মৃত্যুৰ মুখত পৰে। এই শোকাৱহ ট্ৰেজেডিৰ মাজেদি নাটকখনৰ অন্ত পৰে। ডঃ দয়ানন্দ পাঠকে হেমলেটৰ কাহিনীটো এখন উপন্যাসৰ দৰে বৰ্ণনা কৰিছে আৰু প্ৰসঙ্গ অনুযায়ী নাটকখনৰ বৈশিষ্ট্যসমূহ দাঙি ধৰিছে। তেওঁ নাটকত থকা স্বগতোক্তিৰ উল্লেখ কৰি কৈছে যে এনে উক্তিৰ মাজেদি শ্বেইক্সপীয়েৰৰ জীৱন দৰ্শনৰ আভাস পাব পাৰি। হেমলেটৰ সৃষ্টি কৰি এই মহান নাট্যকাৰগৰাকীয়ে চিৰন্তন মানৱীয় সমস্যা আৰু মূল্যবোধ প্ৰত্যক্ষ কৰিছে। পুৰণি মধ্যযুগৰ ৰাজশক্তিৰ ঔদ্ধত্য আৰু ইয়াৰ পৰিণামত ঘটা ৰাজনৈতিক-সামাজিক বিপৰ্য্যয় শ্বেইক্সপীয়েৰৰ নাটকত পোৱা যায়। লগতে ইয়াত মানৱৰ শক্তি সম্পৰ্কে নতুন সম্ভাৱনাৰো ইঙ্গিত দেখিবলৈ পোৱা যায়। শ্বেইক্সপীয়েৰৰ নাটকত যি মানৱীয় লক্ষণ তাক সকলো কালতে কৌতূহলৰ সৈতে উপলব্ধি কৰিব পাৰি। এনে গুণৰ বলতে শ্বেইক্সপীয়েৰ অমৰ হৈ আছে আৰু জনপ্ৰিয়তা অৰ্জন কৰিবলৈ সক্ষম হৈছে। ডঃ দয়ানন্দ পাঠকৰ এই হেমলেট বোলা গ্ৰন্থখনে মূল চৰিত্ৰৰ

মাজেদি শ্বেইক্সপীয়েৰৰ গৰিমা পৰ্য্যালোচনা কৰি আমাক তাকে অৱগত কৰাইছে। তেওঁৰ ভাষাত ক'তো উজুতি খাব লগা হোৱা নাই। অসমত শ্বেইক্সপীয়েৰক সু-প্ৰতিষ্ঠিত কৰাত তেওঁৰ গ্ৰন্থখনেও অৰিহণা যোগাইছে।

ডঃ দীনেশ শৰ্মাৰ 'মাৰ্চেন্ট অব ভেনিচ' আৰু 'জুলিয়াচ চিজাৰ' সেই নামৰে শ্বেইক্সপীয়েৰৰ নাটক দুখনৰ সৰল অভিযোজনা। অভিযোজনা বুলি কোৱা হৈছে এইবাবেই যে মুল নাটকৰ ই সাক্ষৰিক অনুবাদ নহয়। ইয়াত মূল নাট দুখনৰ চৰিত্ৰ, ঘটনাৱলী যেনে আছে তেনেকৈয়ে ৰাখি অসমীয়া পাঠকক মূল নাট দুখনৰ ৰসাস্বাদন কৰাত বহুত সুবিধা দিছে। ডঃ শৰ্মা নিজেও এগৰাকী মঞ্চ অভিনেতা। সেয়েহে সময়োপযোগী কৰি তেওঁ নাট দুখন অসমীয়ালৈ ভাঙনি কৰিছে। মঞ্চ উপযোগী কৰোতে মূল নাটকৰ কিছু সালসলনি ঘটাটো স্বাভাৱিক। অসমৰ মঞ্চ আৰু দৰ্শকৰ সুবিধাৰ বাবে কিছুমান সংলাপৰ দৈৰ্ঘ্য কমোৱা হৈছে আৰু কেইটামান ওপৰঞ্চি চৰিত্ৰ বাদ দিয়া হৈছে। নাটক যিহেতু ৰংগমঞ্চৰে বস্তু সেইবাবে ইয়াত দৰ্শক-সংযোগ অধিক ত্যৎপৰ্যপূৰ্ণ। সেই কথা ডঃ শৰ্মাই জানে বাবেই নাট দুখনৰ উপস্থাপনত মঞ্চ নিৰ্দেশ সংযোজন কৰিছে আৰু সংলাপৰ আকৰ্ষণ মনোগ্ৰাহী কৰাত অধিক সচেতন হোৱা দেখিবলৈ পোৱা গৈছে। নাটকত ব্যৱহাৰ হোৱা কিছুমান ঠাই, জনবিশ্বাস, ব্যক্তি বিশেষ বুজাত সহজ কৰিবলৈ তেওঁ শব্দ নিৰ্দেশিকা এখন সন্নিৱিষ্ট কৰিছে।

মাৰ্চেন্ট অৱ ভেনিছ বা ভেনিচৰ সাউদ এখন কমেডি শ্ৰেণীভুক্ত নাটক যদিও ইয়াত ট্ৰেজেডিৰো লক্ষণ নোহোৱা নহয়। নাটখনৰ আকৰ্ষণীয় চৰিত্ৰ শ্বাইলকৰ নিৰ্দয়তা আৰু অমানৱতা শ্বেইক্সপীয়েৰৰ কুশলী লেখনীত বিধ্বস্ত মানুহৰ বেদনাদায়ক পৰিণতি স্বৰূপে উপস্থাপিত হৈছে। ইহুদীসকলৰ অৰ্থলালসা চৰিতাৰ্থ কৰোতে কেনেকৈ বিবেক,মৰ্যাদা আৰু মনুষ্যত্বৰ পতন ঘটে সেই কথা নাটখনে শ্বাইলকৰ চৰিত্ৰৰ মাজেদি প্ৰত্যক্ষ কৰিছে। লোভৰ চেহেৰা কিমান ভয়ংকৰ হ'ব পাৰে সেইকথা এই চৰিত্ৰটোত নিহিত আছে। সম্ভৱ খৃষ্টীয়ানসকলে ইহুদীসকলৰ স্বাৰ্থপৰতাক হেয় চকুৰে চাইছিল। মাৰ্চেন্ট অব্ ভেনিছত এই কথা প্ৰতীয়মান হৈছে। শ্বাইলকৰ পৰাজয়ৰ মাজেদি নাট্যকাৰে মানৱ চেতনাৰ ওপৰত গুৰুত্ব দিছে। প্ৰতিশ্ৰুতি ৰাখিব নোৱাৰি ভেনিছ চহৰৰ সদাগৰ এন্টনিওৰ যি বিপৰ্যয় ঘটিছিল তাক "সুখ নাই, সুখ নাই কতো ধৰুৱাৰ" কবিতা ফাকিলৈ মনত পেলালেই বুজিব পৰা যায়। মাৰ্চেন্ট অব্ ভেনিছৰ আখ্যানটোৰ লগত ভাৰতীয় আখ্যান 'শিৱিজাতকৰ' তুলনা কৰিছে ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে। বাদানিত্তৰ সংলাপত আমি ভাৰতবৰ্ষৰো নাম প্ৰসংগক্ৰমে শুনিবলৈ পাওঁ। (The beauteous searf, veiling an Indian beauty, Act 3)

আনখন অভিযোজনা হৈছে জুলিয়াচ চিজাৰ। এইখন ট্ৰেজেডি। শ্বেইক্সপীয়েৰে আনুমানিক ১৫৯৯ খ্ৰীষ্টাব্দত এইখন নাট ৰচনা কৰিছিল বুলি জনা যায়। ইয়াৰ উৎস হ'ল ৰোমানসকলৰ ডা-ডাঙৰীয়াসকলৰ মাজত থকা গৃহকন্দল, অবিশ্বাস আৰু স্বাৰ্থপৰতা। নাটকত চিজাৰৰ বীৰত্ব দেখুৱা হৈছে আৰু তেওঁৰ স্বেচ্ছাচাৰিতাই কেনেকৈ তেওঁৰ বিশ্বাসী বন্ধু ব্ৰুটাছক বিদ্ৰোহী কৰি তুলিছিল, ফলত কেনেকৈ ব্ৰুটাছৰ অস্ত্ৰাঘাতত চিজাৰৰ মৃত্যু হৈছিল বৰ্ণিত হৈছে। চিজাৰৰ মৃত্যুৰ পাছতে নাটকৰ অন্ত পৰা নাই। ব্ৰুটাছৰ চৰিত্ৰৰ মাজেদি

নাট্যকাৰে ট্ৰেজেডিৰ পৰিণতি জানিবলৈ দিছে। অসমীয়া পাঠকে ডঃ শৰ্মাৰ দুয়োখন নাট পঢ়িলে পৰিতৃপ্ত হ'ব আৰু শ্বেইক্সপীয়েৰৰ বিশ্বজনীনতা বুজিব পাৰিব।

শ্বেইক্সপীয়েৰৰ জনপ্ৰিয়তা প্ৰসংগত উল্লেখ কৰিব পাৰি যে এই বিশ্ববিশ্ৰুত নাট্যকাৰজনৰ বিভিন্ন দিশ সামৰি নাটকৰ অনুবাদ আৰু অভিনয়ৰ উপৰিও অসমীয়া ভাষাত ভালেমান আলোচনামূলক পুথি ওলাইছে, প্ৰবন্ধ -পাতিও অনেকজনে লিখিছে। কটন মহাবিদ্যালয়ৰ ইংৰাজী বিভাগে ১৯৮৭ চনৰ ৩১ মেত অধ্যাপক আনন্দেশ্বৰ শৰ্মা স্মাৰক বক্তৃতাৰ পাতনি মেলি ইংৰাজী ভাষাৰ অধ্যয়নৰ এখন আলোচনাচক্ৰ আৰম্ভ কৰে আৰু বছৰি বিদগ্ধ পণ্ডিতক আমন্ত্ৰণ জনাই গুৱাহাটীৰ ইংৰাজী ভাষা-সাহিত্য-প্ৰেমীসকলক এই ভাষাৰ ৰস পান কৰিবলৈ সুবিধা দিছে। এই আলোচনাচক্ৰৰ স্মাৰক বক্তৃতাৰ প্ৰথম বক্তৃতাটো দিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ মুৰব্বী অধ্যাপক ডক্টৰ হীৰেন গোহাঁয়ে। 'ইংলিছ ষ্টাডিজ ইন ইণ্ডিয়া টু ডে' বিষয় প্ৰসংগৰ ওপৰত তেওঁ এটা সমীক্ষাত্মক আলোচনা দাঙি ধৰি কয় যে স্বাধীনতা লাভ কৰাৰ পাছত ইংৰাজী ভাষা চৰ্চাৰ প্ৰাসংগিকতা হ্ৰাস পাব বুলি যি আশংকা কৰা হৈছিল, কাৰ্য্যক্ষেত্ৰত তেনে এটা অৱস্থা নহৈ বৰং শিক্ষিত সমাজত ইংৰাজী ভাষা-সাহিত্যৰ সমাদৰ বৃদ্ধিহে পোৱা পৰিলক্ষিত হৈছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ চমকপ্ৰদ অগ্ৰগতিৰ লগত পৰিচয় ঘটাবলৈ, উচ্চ শিক্ষাৰ হাবিয়াস পূৰণ কৰিবলৈ ইংৰাজী ভাষাৰ অধ্যয়ন যে অপৰিহাৰ্য্য সেই বিষয়ে ডক্টৰ গোহাঁইৰ বক্তৃতাই যুক্তিমূলক আৰু সুবিন্যস্ত অভিমত দাঙি ধৰে। তেওঁ বক্তৃতা প্ৰসঙ্গত শ্বেইক্সপীয়েৰৰ সাহিত্যৰাজিৰ জনপ্ৰিয়তাৰ কথা উল্লেখ কৰি কয় যে, এই বিশ্ববৰেণ্য কবি-নাট্যকাৰজনৰ পূৰ্ণ স্ব ৰূপ উদঘাটন কৰিবলৈ আজিও তেওঁৰ বিষয়ে চিন্তা-চৰ্চা হৈছে, নতুন নতুন দিশত আলোকপাত হৈছে। তেওঁৰ লিখন ৰীতি, (Style) বহিৰাকৃতি (Form) গঠন পদ্ধতি (Structure), মূল উপাদান (sources) প্ৰভৃতিৰ বিষয়ে জানিবলৈ আগ্ৰহৰ সীমা নাই। এই চ'ৰাতে আমি এটা উপাদেয় বক্তৃতা শুনিছিলো কলিকতাৰ প্ৰেসিডেন্সী কলেজৰ ইংৰাজী বিষয়ৰ অধ্যাপক ডক্টৰ সুকান্ত চৌধুৰীৰ। তেওঁৰ বিষয় আছিল " Shakespeare and the Image of Man"। এওঁৰ ককাক হৈছে কটন কলেজৰ এসময়ৰ প্ৰখ্যাত ইংৰাজী অধ্যাপক পি চি ৰয়, যিজনাৰ বিষয়ে পুৰণি কটনিয়ানসকলে আজিও প্ৰশংসা কৰে। অধ্যাপক চৌধুৰীয়ে শ্বেইক্সপীয়েৰ নাটকত মানুহৰ ভাৱমূৰ্তি কিভাৱে ৰূপায়িত হৈছে, সেই কথা সদৰি ব্যাখ্যা কৰিছিল। 'অথেলো', 'কিংলীয়াৰ, 'মেকবেথ' আৰু এন্টনি ক্লিয়োপেট্ৰা এই চাৰিখন নাটকৰ চৰিত্ৰ বিশ্লেষণ কৰি কৈছিল যে ১৬ শতিকাতে মানুহৰ প্ৰতি থকা পূৰ্ব ধাৰণা সলনি হৈছিল। এই ধাৰণা প্ৰবৰ্তিত হৈছিল বহল আৰু সীমাহীন সম্ভাৱনাৰ ওপৰত। ভাল আৰু বেয়া, সৎ আৰু অসৎ, উচ্চ আৰু নীচৰ মাজত যি দ্বন্দ্ব, তাৰে সংমিশ্ৰিত মানৱীয় চৰিত্ৰ প্ৰতিফলিত হৈছিল মেকবেথ, কিংলীয়েৰ, অথেলো, এন্টনি আৰু ক্লিয়োপেট্ৰাৰ ভিতৰেদি। উদাহৰণ স্বৰূপে,মেকবেথৰ চৰিত্ৰটোলৈ আঙুলিয়াব পাৰি। এই চৰিত্ৰটোৱে মানৱ জীৱনৰ জাগতিক আশা আকাংক্ষা মূৰ্ত ৰূপত দাঙি ধৰিছে। মেকবেথৰ ভাবমূৰ্তিত আমি দেখিবলৈ পাওঁ, আকাংক্ষাৰ বাবে জাগৰিত হোৱা জিঘাংসা আৰু নিৰ্মমতা। উদাৰ ৰজা ডানকানক হত্যা কৰি আৰু এই পাপৰ পৰিণতিত সংঘটিত হোৱা ঘটনাই মেকবেথক নিকৃষ্টতৰ মানুহলৈ অধঃপতন ঘটালে, তেওঁ

নিজৰ স্বভাৱৰ উচ্চতম আৱেগ-অনুভূতিক বিশ্বাসঘাতকতা কৰিলে। আত্মপ্রতিষ্ঠাৰ সংকটৰ মাজত ডুব গৈ মেকবেথে সন্দেহ, অবিশ্বাস আৰু নিঃসংগতাৰ নিদাৰুণ কষ্ট ভোগ কৰিলে। ডক্টৰ চৌধুৰীয়ে শ্বেইক্সপীয়েৰৰ মানুহৰ স্বভাৱৰ বিষয়ে থকা সুবিখ্যাত উক্তি স্মৰণ কৰিছিল।

যথা-

What a piece of work is a man, how noble in reason, how infinite in faculties, in form and moving how express and admirable, in action how like an angel, in apprehension how like a God: the beauty of the world. the paragon of animals- and yet, to me, what is this quintessence of dust? (Hamlet) । হেমলেটৰ নৈতিক আদৰ্শত যেতিয়া পৰিস্থিতিয়ে চৰম বেত্ৰাঘাত কৰিলে তেতিয়াই শোকাবহ পৰিণতি তেওঁৰ জীৱনলৈ নামি আহিল। বিষাদগ্রস্ত হেমলেটে মানসিক ভাৰসাম্য হেৰুৱালে।

শেষত ক'ব পাৰি যে শ্বেইক্সপীয়েৰ পৃথিবীৰ এক চিৰন্তন বিস্ময়। এজন সমালোচকে কবৰ দৰে, No critic as yet has been able to probe to the depth's of Shakespeare's mind. শ্বেইক্সপীয়েৰৰ ৰহস্য অনুধাবন কৰা বাস্তবিকতে এটা কঠিন বিষয়। তেওঁৰ প্ৰতিভাৰ যি আন্তৰ্জাতিক আবেদন সেই আবেদন মানুহৰ ৰহস্য উদঘাটনৰ এটা প্ৰক্ৰিয়া মাত্ৰ। এইবাবেই তেওঁৰ জনপ্ৰিয়তা সকলো দেশতে সকলো সময়তে সমানে চলি আছে। তেওঁৰ নাট্যৰাজি বিশ্ব সাহিত্যৰ শ্ৰেষ্ঠ আৰু দুৰ্লভ সম্ভাৰ, ৰংগমঞ্চৰ বাবে অপৰূপ অৱদান।

উল্লেখ কৰিব পাৰি, ১৯৮১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধীনত শ্বেইক্সপীয়েৰৰ বিষয়ে এখন মনোজ্ঞ আলোচনাচক্ৰ অনুষ্ঠিত হৈছিল। এই আলোচনাচক্ৰ পৰিচালনা কৰিছিল ডক্টৰ হীৰেন গোহাঁয়ে। ইয়াত ভাৰতৰ ভালেকেইজন অধ্যাপক আমন্ত্ৰিত হৈ বিষয় প্ৰসংগৰ ওপৰত সাৰগৰ্ভ বক্তৃতা দিছিল। তেওঁলোকৰ ভিতৰত ডক্টৰ জগন্নাথ চক্ৰৱৰ্তী (যাদৱপুৰ বিশ্ববিদ্যালয়) ডক্টৰ এছ পি সেনগুপ্ত (নৰ্থ বেংগল বিশ্ববিদ্যালয়) অন্যতম। বিখ্যাত চলচ্চিত্ৰ অভিনেতা আৰু ইংৰাজী বিষয়ৰ সুপৰিচিত ব্যক্তি প্ৰয়াত উৎপল দত্তয়ো শ্বেইক্সপীয়েৰৰ বিষয়ে এক ৰসজ্ঞ বক্তৃতা দাঙি ধৰি সকলোকে মুগ্ধ কৰিছিল। লগতে তেওঁ শ্বেইক্সপীয়েৰৰ নাটকৰ সংলাপ গাই অভিনয়সুলভ প্ৰদৰ্শন কৰি উপস্থিত দৰ্শক শ্ৰোতাক অপাৰ আনন্দ দিছিল। মনত আছে এই বিখ্যাত অভিনেতাজনৰ এটা সাক্ষ্যৎকাৰ লব'লৈ সেই সময়ৰ প্ৰকাশৰ সম্পাদক বৰ্তমান 'গৰীয়সী'ৰ সম্পাদক চন্দ্ৰপ্ৰসাদ শইকীয়াৰ লগত প্ৰকাশন পৰিষদৰ সদস্য হিচাপে ময়ো গৈছিলো। দত্তৰ শ্বেইক্সপীয়েৰৰ বিষয়ে থকা অগাধ জ্ঞানৰ পৰিচয় পাই আমি উপকৃত হৈছিলো। পাছত 'প্ৰকাশ' আলোচনীত এই দুৰ্লভ সাক্ষাৎকাৰ আকৰ্ষণীয় ৰূপত শইকীয়াই প্ৰকাশ কৰিছিল। দত্তই বিশ্ববিশ্ৰুত নাট্যকাৰগৰাকীৰ বিষয়ে বস্তুনিষ্ঠ যুক্তিবাদী আৰু মননশীল আলোচনা দাঙি ধৰি শ্বেইক্সপীয়েৰৰ প্ৰাসংগিকতা বৰ্ণনা কৰিছিল।

★★★

## বিদ্যায়তনিক অধ্যয়ন

# শংকৰদেৱ

বৰ্তমান শতিকাত মানুহৰ জ্ঞানলিপ্সা ইমান দ্ৰুতগতিত প্ৰসাৰিত হৈছে যে মানুহে জীৱন আৰু জীৱনৰ মূল্যায়ন সম্পূৰ্ণভাবে নতুন দৃষ্টিভংগীৰে চাবলৈ যত্ন কৰিছে। এই নব মূল্যায়নৰ যি প্ৰৱেশ পথ, সেইয়া একান্তভাবে কাৰ্য্যকৰী জীৱনদৰ্শনৰ লগত প্ৰযুক্ত । শংকৰদেৱৰ যি জীৱন পৰ্য্যপ্ত অবদান, সেই অবদান ক্ষণস্থায়ী নাছিল বাবেই আজিও আমি ব্যৱহাৰিক দৃষ্টিকোণৰপৰা (applied Sankaradeva) শংকৰদেৱৰ ভাৱমূৰ্তিক আন্তৰিক প্ৰয়াসেৰে ব্যাখ্যা কৰো, প্ৰাসংগিকতা নিৰূপণ কৰো, সমীক্ষাত্মক বৈশিষ্ট্য লক্ষ্য কৰো। শংকৰদেৱৰ গতিময়তা ইমান প্ৰসাৰিত যে ইয়াৰ প্ৰত্যেকটো শাখাই বিস্তৃততৰ অনুধাৱনৰ বাবে বৌদ্ধিক সমাজত আকৰ্ষণীয় বিষয়বস্তুৰূপে অচ্ছেদ্য হৈ আছে। পৰিবৰ্তনশীলতাই শংকৰদেৱৰ অধ্যয়ন ব্যাপক কৰি তুলিছে। তাত্বিক আৰু ব্যৱহাৰিক চিন্তাধাৰাৰে শংকৰী প্ৰতিভাৰ বিশালতা আৰু গভীৰতা দুয়োটাকে পণ্ডিত সকলে বিচাৰ-বিশ্লেষণ কৰি আমাৰ মনত থকা অজানা সংশয় আঁতৰ কৰাত যত্নপৰ হৈছে। হয়, শংকৰদেৱৰ এটা পুৰাতন ইতিবৃত্ত আছে। আজিৰ যি বিদ্যায়তনিক চৰ্চা তাৰ মাজতো পুৰাতনৰ এটা সংমিশ্ৰণ আছে। আমাৰ নতুন ভাবনাক এই পুৰাতন সম্পদে অবশ্যে সহায় কৰিছে আৰু আমাৰ শংকৰদেৱ অধ্যয়নৰ ভিত্তি দৃঢ়তৰ কৰাত সক্ষম কৰিছে। শংকৰদেৱ অথবা অসমত বৈষ্ণৱ ধৰ্ম বিষয়ক কোনো গৱেষণা কাৰ্য সম্পূৰ্ণ নহয় যদিহে শংকৰদেৱৰ ওপৰত বিস্তাৰিত আলোচনা , যুক্তিতৰ্ক, ধৰ্মীয় আৰু সাহিত্য ৰচানৰ সম্ভাৰৰ উপযুক্ত ব্যাখ্যা, মূলভাৱ, প্ৰশংসাৰ মৌলিক ভিত্তি আদিৰ চৰ্চা নাথাকে। এই ধাৰণাৰ পশ্চাদভূমিত আমি অধ্যাপক ৰঞ্জিত কুমাৰ দেৱ গোস্বামী আৰু তেওঁৰ সহযোগী ডক্টৰ প্ৰদীপজ্যোতি মহন্ত সম্পাদিত ইংৰাজী গ্ৰন্থ 'এছেজ অন্ শংকৰদেৱ' নামেৰে প্ৰকাশিত ৰচনা সংগ্ৰহখিনি পঢ়ি চাইছো। আমি জানো যে সকলো দিশ সামৰি শংকৰদেৱৰ ওপৰত এখন গ্ৰন্থ যুগুত কৰা কঠিন কাম। কঠিন কাম বুলি কোৱা হৈছে এইবাবে যে গ্ৰন্থখন হৈছে বাৰ গৰাকী প্ৰাবন্ধিকৰ বিভিন্ন ৰচনা, যিবোৰ বাস্তৱিকতে বিবিধ দৃষ্টিকোণৰ অনুভৱ প্ৰসংগহে মাথোন। কোৱা বাহুল্য যে গুৱাহাটীত অৱস্থিত শংকৰদেৱ অধ্যয়ন কেন্দ্ৰৰ (Forum For Sankaradeva Studies) কাৰ্য্যসূচীত এটা গুৰুত্বপূৰ্ণ পৰিকল্পনা হৈছে শংকৰদেৱৰ সামগ্ৰিক অৱদানৰ বিদ্যায়তনিক চিন্তা-চৰ্চা কৰা, অৱদানৰ যৌক্তিকতা বিচাৰ- বিশ্লেষণ কৰা, বক্তৃতাৰ মাজেদি শংকৰদেৱৰ বিভিন্ন ৰচনাৰ উচিত পৰিচয় দাঙি ধৰা। অন্যান্য ভাৰতীয় ভাষাত শংকৰদেৱক খ্যাতিমান ৰূপত প্ৰকাশ কৰিবলৈকো অধ্যয়ন কেন্দ্ৰই অনুবাদৰ মাধ্যমত প্ৰচেষ্টা চলাইছে। ভাৰতীয়সকলৰ মাজত যাতে ভুলধাৰণা নাথাকে, সেই বিষয়ত যাতে বিচাৰ- ভ্ৰান্তি নহয় সেই বিষয়ে কেন্দ্ৰই ইংৰাজী ভাষাত গ্ৰন্থ প্ৰকাশ কৰিছে। উদ্যোক্তাসকলৰ, লগতে লেখকসকলৰো যোগ্যতা সম্পৰ্কে আমাৰ সন্দেহ নাই। আলোচ্য গ্ৰন্থখনৰ যি বাৰখন ৰচনা অন্তৰ্ভুক্ত হৈছে আটাইকেইখনত শংকৰদেৱৰ

বিৰল প্ৰতিভা আৰু কৰ্মৰাজি আলোচিত হৈছে। এই আলোচনা হৈছে আলোচ্য বিষয়ৰ বুদ্ধিভিত্তিক বিশদ ব্যাখ্যা। তিনিটা ভাগত বিভক্ত বিষয় সূচীত আছে দিল্লী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰবীন্দ্ৰ নাথ ঠাকুৰ অধ্যাপক ৰবীন্দ্ৰ কুমাৰ দাসগুপ্তৰ 'Sankaradeva :The Founder of Assamese Vaisnavism' গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ৰবীন্দ্ৰ নাথ ঠাকুৰ অধ্যাপক সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'Sankaradeva : An introducation' , গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন জৱাহৰলাল নেহৰু অধ্যাপক মহেশ্বৰ নেওগৰ 'Literary Works of Sankaradeva' প্ৰভৃতি। দ্বিতীয় ভাগত আছে- অধ্যাপক উপেন্দ্ৰ নাথ শৰ্মা, বীৰেন্দ্ৰ কুমাৰ ফুকন, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ড° মুকুণ্ড মাধৱ শৰ্মা, ড° কবীন ফুকন, ড° অনিমাদত্ত, ড° কিশোৰ ভট্টাচাৰ্য্য, ড° শিৱনাথ বৰ্মন, ড° অৰ্পণা মহন্ত, ড° বীৰেন্দ্ৰ নাথ দত্তৰ প্ৰবন্ধ। পৰিশিষ্ট শিতানত আছে লক্ষ্মীনাথ বেজবৰুৱা, কণকলাল বৰুৱা, সুনীতিকুমাৰ চট্টোপাধ্যায়, বাণীকান্ত কাকতি, মনমোহন ঘোষৰ শংকৰদেৱৰ বিষয়ে লেখা মূল্যৱান মন্তব্য। ইয়াৰ লগতে আছে শংকৰদেৱৰ ৰাজভটিমা আৰু বিষয়ৰ নিৰ্দেশনা সূচী। ২৮৩ পৃষ্ঠাৰ এই ইংৰাজী-সংকলনখন সাম্প্ৰতিক সময়ৰ গুৰুত্বপূৰ্ণ গ্ৰন্থ ৰূপে গণ্য হ'ব বুলি আশা কৰিব পাৰি। ভাৰতীয় পটভূমিত এই গ্ৰন্থখনে শংকৰী সাহিত্যৰ গতি- প্ৰগতিৰ এটা তথ্যভিত্তিক ৰূপ দাঙি ধৰিব বুলি ভাৱিবৰ থল আছে। গ্ৰন্থখন উচৰ্গা কৰা হৈছে, অধ্যয়ন কেন্দ্ৰটোৰ প্ৰতিষ্ঠাপক সভাপতি অধ্যাপক মহেশ্বৰ নেওগৰ স্মৃতিত। ড° নেওগৰ শংকৰদেৱ অধ্যয়নৰ বিচাৰ পদ্ধতি আছিল প্ৰণিধান যোগ্য। তেওঁৰ চিন্তাৰ উন্মেষ, বিকাশ আৰু অৱদান নিঃসন্দেহে উৎকৃষ্ট নিদৰ্শন। তেওঁৰ চিন্তা আৰু অধ্যয়নৰ মাজেদি শংকৰদেৱ এক সুসংবদ্ধ আৰু সুনিৰ্দিষ্ট বিষয় হৈ পৰিছিল। তেওঁ শংকৰদেৱ- সাহিত্য সম্ভাৰৰ বিষয়ে যিটো প্ৰবন্ধ ৰচনা কৰিছিল আৰু যিটো এই গ্ৰন্থখনত সন্নিবিষ্ট হৈছে সেইটোৱে প্ৰত্যক্ষ কৰিছে — শংকৰদেৱৰ বিষয়ে থকা তেওঁৰ জ্ঞানগৰ্ভ আৰু আলোক সন্ধানী উপলব্ধি। তুলনামূলকভাৱে আলোচনাৰ মাজেদি ড° নেওগে শংকৰদেৱৰ সাহিত্য আৰু শিল্পকলা সাৰ্থকভাৱে দাঙি ধৰিছে। বিষয়ৰ বৈচিত্ৰ্য, বৰ্ণনাৰ ঔজ্জ্বল্য আৰু সূক্ষ্ম বিচাৰ সমন্বিত মনোহৰ ৰচনা শৈলীৰে ড° নেওগে এই প্ৰবন্ধটো ৰচনা কৰি গৈছে। ড° সতেন্দ্ৰ নাথ শৰ্মাই তেওঁৰ প্ৰৱন্ধত নতুন ব্যঞ্জনা দি শংকৰদেৱৰ পৰিচয় পৰ্য্যালোচনা কৰিছে। প্ৰশ্ন- শংকৰদেৱক কিয় মহাপুৰুষ বোলা হৈছে? এই বাবেই যে গুৰুজনা আছিল সৰ্বগুণাকৰ। সামাজিক, নৈতিক আৰু আধ্যাত্মিক দিশত গুৰুজনা আছিল অসমীয়া জাতীয় জীৱনৰ মূলাধাৰ। অসমীয়া জাতিৰ অন্তৰত বৈষ্ণৱ ভাবধাৰা জগাই তোলা আছিল শংকৰদেৱৰ সমগ্ৰ জীৱনৰ সাধনা। নৃত্য-গীত, ভাওনা, চিত্ৰকলা, শিল্প- সাহিত্যৰ সকলো দিশত শংকৰদেৱৰ অনুপম দান প্ৰবন্ধটোত উল্লেখ কৰা হৈছে। শংকৰদেৱৰ শিক্ষাত থকা সমভাৱ, সামাজিক ঐক্য, দুষ্কৃতিক দমন কৰা শৌৰ্য্য-বীৰ্য, বিশ্বপ্ৰেম আৰু চাৰিত্ৰিক মাধুৰ্য্যতাৰ সাধনা আজিৰ সমাজত অত্যন্ত প্ৰয়োজনীয় হৈ পৰিছে। কেনেকৈ জীৱন যাপন কৰিব লাগে, এটা নৈতিক প্ৰশ্ন। শংকৰদেৱৰ ধৰ্মতত্ত্বত ইয়াৰ উত্তৰ বিচাৰি পাব পাৰি। সৰ্বাধিক মানুহৰ মনত উদয় হোৱা এই প্ৰশ্নটোৰ উত্তৰ কীৰ্তন-ঘোষা আৰু নামঘোষাত গুৰু দুজনাই দি থৈছে। তত্বাৰ্থ সমীক্ষা কৰিলে বুজিব পৰা যাব যে মানুহৰ জীৱন যাপনৰ সমস্যাটো অকল আৰ্থ-সামাজিক নহয়। নৈতিকভাৱেও ই সমানে কাৰ্য্যবাহী। অকল প্ৰেমৰ বৈষয়িক অথবা ঘৃণাৰ সংস্কাৰে মানুহ জীয়াই থাকিব নোৱাৰে। সজ আচৰণ,

সজ চিন্তা, ভজন-কীৰ্তন হৈছে মানুহৰ পুৰাতন সংস্কৃতি আৰু নৈতিক আদৰ্শ। সৰ্বশ্ৰেষ্ঠ কবিসকলৰ বিশেষত্ব এয়ে যে তেওঁলোক প্ৰগাঢ়সাধনাৰ তত্ত্বচিন্তাৰে ভাস্কৰ। জীৱনৰ ধাৰণা সম্পৰ্কে তেওঁলোকৰ যুক্তি সৰল আৰু সু-গভীৰ। তেওঁলোকে প্ৰকৃততে এক নৈতিক আদৰ্শৰ ভাষ্যকাৰৰূপে স্বীকৃতি লাভ কৰে। শংকৰদেৱৰ সমগ্ৰ কৰ্মৰাজি হৈছে মনুষ্যজীৱনৰ প্ৰতিচ্ছবি। তেৰাই প্ৰবৰ্তন কৰা ভাগৱতী ধৰ্মৰ গভীৰন্তৰত এই প্ৰতিচ্ছবিৰ অৰ্থ-সন্ধানৰ সুস্পষ্ট নিদৰ্শন আছে। এইয়া হৈছে নৈতিক আদৰ্শৰে পৰিপুষ্ট মানৱতাবাদৰ অন্তৰতম প্ৰকাশ। কীৰ্তন ঘোষা অথবা নামঘোষা হৈছে জীৱনৰ অৰ্থ-সন্ধানৰ শক্তিশালী সংকেত। দুয়োগৰাকী মহাপুৰুষে এই গ্ৰন্থদুখনৰ মাজেদি এই সংকেত ব্যক্ত কৰিছে কিছুমান ব্যাহ্যিক দৃষ্টান্ত স্বৰূপ ভাগৱতৰ কাহিনী আৰু প্ৰতীকধৰ্মী বিষয়বস্তুৰে।

গ্ৰন্থখনৰ এটা তাৎপৰ্যপূৰ্ণ মন্তব্য হৈছে, অধ্যাপক ৰবীন্দ্ৰ কুমাৰ দাসগুপ্তই তেওঁৰ প্ৰবন্ধত উল্লেখ কৰা শংকৰদেৱ আৰু চৈতন্যদেৱৰ জ্যেষ্ঠতা বিষয়ক। কোন গৰাকী ধৰ্মপ্ৰচাৰক অগ্ৰজ? শংকৰদেৱ নে চৈতন্যদেৱ? পদমৰ্য্যাদাত কোন গৰাকী অগ্ৰবৰ্তী? বংগদেশত 'বৈষ্ণৱধৰ্ম আৰু চৈতন্য মহাপ্ৰভু' সম্পৰ্কে লিখিত অনেক গ্ৰন্থত শংকৰদেৱক চৈতন্যদেৱৰ শিষ্য বুলি কোৱা হৈছে। অধ্যাপক দাসগুপ্তই কৈছে যে যিহেতু অসমৰ শংকৰদেৱ বংগদেশৰ চৈতন্যদেৱতকৈ বয়সত ৩৬ বছৰ ডাঙৰ আৰু বংগদেশত বৈষ্ণৱ আন্দোলন আৰম্ভ হোৱাৰ বহু আগতে অসমত ইয়াৰ প্ৰচাৰ আৰম্ভ হৈছিল সেইবাবে ক'ব লাগিব যে শংকৰদেৱ বংগদেশৰ বৈষ্ণৱধৰ্মৰ প্ৰচাৰক চৈতন্য-দেৱৰ অগ্ৰগামী প্ৰচাৰক। অধ্যাপক দাসগুপ্তই আক্ষেপ কৰিছে যে শংকৰদেৱৰ বিষয়ে যিমান প্ৰচাৰ হ'ব লাগিছিল হোৱা নাই। পেংগুইন প্ৰকাশিত ৬০০ পৃষ্ঠাৰো অধিক 'Anthology of Indian literature' (1971) ত শংকৰদেৱৰ বিষয়ে কোনো উল্লেখ নথকাটো পৰিতাপৰ বিষয়। অথচ শংকৰদেৱ বিৰচিত কীৰ্তন-ঘোষা এখন সৰ্বশ্ৰেষ্ঠ,, সুবিস্তৃত আৰু ভাগৱতী ধৰ্মৰ বিদ্যায়তনিক অধ্যয়নৰ বাবে সৰ্বভাৰতীয় মূলসুতিৰ লগত প্ৰবাহিত গুৰুত্বপূৰ্ণ পুথি। অধ্যাপক দাসগুপ্তৰ মন্তব্য তাৎপৰ্য্যপূৰ্ণ, সন্দেহ নাই। আন এটা আকৰ্ষণীয় প্ৰবন্ধ হৈছে সংগীত বিষাৰদ প্ৰয়াত বীৰেন্দ্ৰ কুমাৰ ফুকনৰ 'বৰগীতঃ- এটা ৰাগ-সংগীতৰ ধাৰা'। ফুকনে যুক্তিসহ দেখুৱাইছে যে শংকৰদেৱ আৰু মাধবদেৱ প্ৰণীত বৰগীতসমূহ দৰাচলতে ভক্তিমূলক গীত হ'লেও এইবোৰ ভাৰতীয় শাস্ত্ৰীয় সংগীতৰে অন্তৰ্গত এক বিশিষ্ট ধাৰা। ঘোষা, কীৰ্তন, ভটিমা, প্ৰসংগ আদি যিবোৰ শংকৰদেৱে প্ৰৱৰ্তন কৰিছিল আৰু যিবোৰ আজিও ভকতিভাৱে সত্ৰসমূহত গোৱা হয়, সেইবোৰ ৰাগ-সংগীত নামেৰে জনা যায়। গ্ৰন্থখনৰ বাকী প্ৰবন্ধকেইটাও সু-নিৰ্বাচিত। শংকৰদেৱৰ বিভিন্ন দিশ যথা শংকৰদেৱৰ কবিতা, শংকৰদেৱৰ সংস্কৃতশ্লোকৰ পৰ্য্যালোচনা, বেজবৰুৱাৰ দৃষ্টিত শংকৰদেৱ, বেজবৰুৱাৰ বিচাৰ-বিশ্লেষণত শংকৰদেৱৰ আদৰ্শগত ধ্যান-ধাৰণা, শংকৰদেৱৰ বৈষ্ণৱ ভাব-ধাৰাৰ মতবাদৰ গাঁথনি, শংকৰদেৱৰ মনোজগতত থকা সমভাৱসম্পন্ন দৃষ্টিভংগীৰ অন্বেষণ, শংকৰদেৱ আৰু নাৰীৰ মৰ্য্যাদা, উত্তৰ পূৰ্বাঞ্চলৰ জনগোষ্ঠী আৰু শংকৰদেৱ- আদি প্ৰশ্নবোৰ আলোচনা কৰা হৈছে। পৰিশিষ্টখিনিও মূল্যবান। মাত্ৰ গ্ৰন্থখনৰ মূল্য অলপ কম হোৱাহেঁতেন ক'বলৈ একো নাথাকিলেহেঁতেন।

★★★

## মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ ঃ

মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ পঞ্চাশততম আবিৰ্ভাৱ মহোৎসৱ উদ্‌যাপন সমিতি
বৰপেটা সত্ৰ, বৰপেটা

মহাপুৰুষ মাধৱদেৱৰ জীৱন আৰু সাধনাৰ বিষয়ে বিভিন্ন দৃষ্টিকোণৰ পৰা আলোচনা আগবঢ়োৱা এই গ্ৰন্থখন সাম্প্ৰতিক সংকলন। তিনিগৰাকী পৰিচিত ব্যক্তি যথাক্ৰমে শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ, শ্ৰীতিলক দাস আৰু ড° ভূপেন্দ্ৰ ৰায় চৌধুৰীৰ অনেক দিনৰ শ্ৰম আৰু যত্নৰ ফলত এই বৃহৎ আকাৰৰ গ্ৰন্থখন প্ৰকাশ পাইছে। গ্ৰন্থখনত সন্নিবিষ্ট হৈছে অসমীয়া, ইংৰাজী আৰু হিন্দী ভাষাত লিখা ত্ৰিভাষিক প্ৰবন্ধ পাতি। মহাপুৰুষ মাধৱদেৱৰ বিষয়ে ৰচিত গ্ৰন্থৰ সংখ্যা তাকৰ। মহাপুৰুষ শংকৰদেৱৰ বিষয়ে চৰিত পুথি কেইখনৰ বাহিৰেও ভালেমান গ্ৰন্থ ওলাইছে। অসমীয়া ভাষাৰ বাহিৰেও মহাপুৰুষ গৰাকীৰ জীৱন, প্ৰতিভা আৰু অৱদানৰ ওপৰত আলোকপাত কৰা কেইবাখনো গ্ৰন্থ ইংৰাজী আৰু হিন্দী ভাষাত প্ৰণয়ন হৈছে। সেই তুলনাত মহাপুৰুষ মাধৱদেৱৰ ওপৰত ৰচিত গ্ৰন্থৰ সংখ্যা নিতান্তই কম। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ বিশাল প্ৰতিভাৰ ছত্ৰছায়াত তেখেতৰ প্ৰিয় শিষ্য গৰাকীৰ ব্যক্তিত্ব সৰ্বাত্মকভাৱে লীন হৈ গৈছে। সচা কথা, শ্ৰীমাধৱদেৱ আছিল মহাপুৰুষ শংকৰদেৱৰ একান্ত অনুগত শিষ্য আৰু আধ্যাত্মিক উত্তৰাধিকাৰী। এই গুৰু-শিষ্য সম্পৰ্কত শ্ৰীমাধৱদেৱে তেখেতৰ মন-প্ৰাণ সৰ্বস্ব গুৰুৰ নামতেই উচৰ্গা কৰি এক উজ্জ্বল ত্যাগৰ দৃষ্টান্ত প্ৰত্যক্ষ কৰিছিল। তেখেতে চিৰকুমাৰ ব্ৰত ধৰি গুৰু সেৱাকে জীৱনৰ ধৰ্ম-কৰ্ম, চিন্তাভাৱনা, সুখ-ভোগৰ পৰম লক্ষ্য বুলি বিবেচনা কৰিছিল।

এই আলোচ্য গ্ৰন্থখনত শ্ৰীমাধৱদেৱৰ জীৱন ৰহস্যৰ বিষয়ে বৰ্ণনা আছে। প্ৰথম খণ্ডত ব্যক্তিত্বৰ বিবিধ ৰূপে, দ্বিতীয় খণ্ডত ধৰ্ম-দৰ্শন, শিল্প সংস্কৃতি, তৃতীয় খণ্ডত সাহিত্য আৰু চতুৰ্থ খণ্ডত বিবিধ শিতানত শ্ৰীমাধৱদেৱৰ সাংগঠনিক দক্ষতা, সত্ৰ প্ৰতিষ্ঠা, সেৱা ৰস প্ৰভৃতিৰ ওপৰত বিভিন্নজনে আলোকপাত কৰিছে। গ্ৰন্থখনৰ আৰম্ভণিতে ড০ মুকুন্দ মাধৱ শৰ্মা বিৰচিত 'শ্ৰীশ্ৰীমাধৱদেৱ প্ৰশস্তি ঃ' সংযুক্ত হৈছে। প্ৰথম খণ্ডত শ্ৰীতিলক দাস, শ্ৰীধৰণীধৰ চৌধুৰী, শ্ৰীঅৰুণ চন্দ্ৰ কাকতি, শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ, শ্ৰীৰাধাকান্ত তালুকদাৰ আৰু ড০ ভূপেন্দ্ৰ ৰায় চৌধুৰীয়ে শ্ৰীমাধৱদেৱৰ জীৱনকথাৰ পৰিচয় দিছে। সীমিত সমলৰ ওপৰতে ভিত্তি কৰি লেখককেইজনে মহাপুৰুষজনাৰ ব্যক্তিত্ব সম্পৰ্কে আলোচনা কৰিছে। কোনোজনে সংস্কাৰক হিচাপে, কোনোজনে আকৌ ত্যাগৰ জ্বলন্ত নিৰ্দেশন স্বৰূপে শ্ৰীমাধৱদেৱৰ প্ৰসংগ দাঙি ধৰিছে।

দ্বিতীয় খণ্ডত থকা ধৰ্ম-দৰ্শন, শিল্প-সংস্কৃতি শিতানৰ প্ৰবন্ধকেইটা তাত্ত্বিক বিচাৰ-বিশ্লেষণেৰে অৰ্থবহ আৰু সহজবোধ্য হৈছে। শ্ৰীহৰেকৃষ্ণ মিশ্ৰৰ 'নামঘোষাৰ তত্ত্বদৰ্শন'

প্ৰবন্ধটোত ৰসময়ী ভকতিৰ ওপৰত ৰেখাপাত কৰিছে। এই ভকতি (ভক্তি) শ্ৰৱণ, কীৰ্ত্তন, অৰ্চন, বন্দন, স্মৰণ, পদসেৱন, সখিত্ব আৰু দেহ-নিবেদন লক্ষণযুক্ত। শ্ৰীমাধৱদেৱে ভক্তি-ৰত্নাৱলীত ইয়াৰ ব্যাখ্যা দাঙি ধৰিছে। শ্ৰৱণ আৰু কীৰ্ত্তন মহা শ্ৰেষ্ঠতৰ বুলি আখ্যা দিয়া হৈছে। ভকতিৰ পৰাই যে জ্ঞানৰ উদয় হয় সেইকথা এই প্ৰবন্ধত গুৰুত্ব সহকাৰে লেখকে নামঘোষাৰ উক্তিৰে আলোচনা কৰিছে। আন এটা প্ৰবন্ধ হৈছে বৰপেটা সত্ৰৰ ডেকা সত্ৰীয়া ইষ্টদেৱ নবিশৰ 'মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ আৰু একশৰণ হৰিনাম ধৰ্ম।' তাত্বিক ব্যাখ্যাৰে লেখকে হৰিনাম ধৰ্মৰ অনুশীলনৰ কাৰণে একান্ত ভক্তি যে একমাত্ৰ পথ আৰু হৰিনাম শ্ৰৱণ কীৰ্ত্তনেই যে এই ভক্তিৰ অবলম্বন সেই কথা শ্ৰীমাধৱদেৱৰ অনুপম সৃষ্টি নামঘোষাৰ উদ্ধৃতিৰে সংযোজন কৰিছে। বৰপেটা সত্ৰৰ বুঢ়াসত্ৰীয়া শ্ৰীচন্দ্ৰকান্ত মিশ্ৰদেৱৰ সুচিন্তিত প্ৰবন্ধ ভক্তি ৰত্নাৱলী আৰু ভক্তি মাহাত্ম্যত আমি বিষ্ণুপুৰী সন্ন্যাসীৰ মূল সংস্কৃত পুথিৰ শ্ৰীমাধৱদেৱে কৰা অনুবাদৰ এক বিজ্ঞ পৰ্য্যালোচনা পঢ়িবলৈ পাইছোঁ। ডেকাসত্ৰীয়া আৰু বুঢ়াসত্ৰীয়া দুগৰাকীৰ মনোনিৱেশ আধ্যাত্মিক দিশত ঘাইকৈ বিস্তাৰিত হৈছে। নামঘোষাৰ বিষয়ে আন এটা তথ্য গধুৰ প্ৰবন্ধ হৈছে ডঃ সুভাষ শাসমলৰ 'উপনিষদৰ আঁলোকত'। নামঘোষাক প্ৰবন্ধকাৰে যুক্তি সহকাৰে প্ৰতিপন্ন কৰিবলৈ চেষ্টা কৰিছে যে নামঘোষা হৈছে উপনিষদৰ সাৰ্থক উত্তৰাধিকাৰ। নতুন কমলাবাৰী সত্ৰৰ অধিকাৰ শ্ৰীনাৰায়ণ চন্দ্ৰ গোস্বামীদেৱে অসমীয়া সংস্কৃতিলৈ মহাপুৰুষ মাধৱদেৱৰ অৱদান প্ৰবন্ধত মাধৱদেৱ ধৰ্ম সংস্কৃতিত কেনেকৈ নৃত্য, নাট্য, বাদ্য আৰু সংগীতে প্ৰাধান্য লাভ কৰিছিল তাক বৰ্ণনা কৰিছে। ড° নৱেন কলিতাৰ "ৰঙিয়াল ঘৰ-নটুৱাঘৰ- নামঘৰ" নামৰ প্ৰবন্ধটোত স্থাপত্য বা প্ৰথাগত নিৰ্মাণ পদ্ধতিৰ আভাস আছে। গবেষ্য বিষয় হিচাপে ডাঃ কলিতাৰ প্ৰবন্ধটো মূল্যবান।

গ্ৰন্থখনৰ তৃতীয়খণ্ডত আছে স্বৰ্গীয় বাণীকান্ত কাকতিদেৱৰ 'বৰগীত' নামৰ প্ৰবন্ধটোৰ পুনৰ্মুদ্ৰণ। বৈষ্ণৱ আন্দোলনত ভক্তিৰ উচ্ছ্বাস সজাগ কৰি তোলাত আমাৰ বৰগীতবোৰে এক বিশিষ্ট ভূমিকা পালন কৰিছিল। ড০ কাকতিৰ এই প্ৰবন্ধটো সন্নিবিষ্ট হোৱাটো যুক্তিসংগত হৈছে। ড০ হৰিনাথ শৰ্মাদলৈয়ে 'ৰাজসূয়' প্ৰবন্ধত মাধৱদেৱৰ এখন স্বতন্ত্ৰ ৰচনাৰ পৰিচয় দিছে। এই ৰচনাৰ প্ৰধান অবলম্বন ভাগৱতৰ আখ্যান আৰু ভক্তিৰস ইয়াৰ ঘাই প্ৰবাহ। শ্ৰীকৃষ্ণ কাব্যখনৰ মূল আকৰ্ষণ। বৈষ্ণৱ সাহিত্য আৰু সংস্কৃতিত শ্ৰীকৃষ্ণ কথা অত্যন্ত মূল্যবান উপাদান। কৃষ্ণ কথাৰ মাজত ভাগৱতী ধৰ্মৰ গভীৰ তত্ত্ব আৰু বিশ্বাস সোমাই আছে। ড০ শৰ্মাদলৈৰ এই প্ৰবন্ধটো মনোজ্ঞ, তাত সন্দেহ নাই। আন আন প্ৰবন্ধৰ ভিতৰত শ্ৰীযোগেন বায়নৰ 'মাধৱদেৱৰ নাট ঝুমুৰা', ড০ সত্যেন্দ্ৰ নাৰায়ণ গোস্বামীৰ 'মাধৱদেৱৰ ব্ৰজ বুলি' আৰু শ্ৰীনৱকান্ত বৰুৱাৰ 'মাধৱদেৱৰ কবিতা-গীত নাট' উল্লেখযোগ্য। বিস্তৃত আলোচনা নহ'লেও প্ৰবন্ধকেইটা সুখপাঠ্য হৈছে। কবি নৱকান্ত বৰুৱাই মাধৱদেৱৰ কবিতাত সাহিত্যিক মূল্য চিহ্নিত কৰাৰ প্ৰয়াস কৰিছে। শ্ৰীবৰুৱাই কৈছে, "কবি মাধৱদেৱ তীক্ষ্ণধীসম্পন্ন এজন মানুহ। সংস্কৃত আদি শাস্ত্ৰত অধ্যয়নশীল এজন তৰুণ। চিত্তত উদ্দাম।" তেওঁ কৈছে যে ধৰ্মীয় আন্দোলন হিচাপে বৈষ্ণৱ নৱজাগৰণ আছিল সংস্কাৰবাদী আৰু সাহিত্যিক আন্দোলন। ই আছিল জাগৰণবাদী। মাধৱদেৱৰ ৰসময় কাব্যিক ব্যঞ্জনা প্ৰকাশ পাইছে নামঘোষাত, যাক অসমৰ বৈষ্ণৱ আন্দোলনৰ জীৱন বেদ আখ্যা দিব পাৰি। শ্ৰীবৰুৱাৰ প্ৰসংগটো একাডেমিক আৰু নতুন দৃষ্টিভংগীৰ পৰিচয়।

চতুৰ্থখণ্ডৰ বিবিধ শিতানত সংযোগ কৰা হৈছে স্বৰ্গীয় অৰ্জুন চন্দ্ৰ দাসৰ পূৰ্ব প্ৰকাশিত প্ৰবন্ধ 'মহাপুৰুষ মাধৱদেৱ আৰু বৰপেটা সত্ৰৰ প্ৰতিষ্ঠা,' শ্ৰীপ্ৰেমকান্ত মহন্তৰ 'মাধৱদেৱৰ সেৱাৰস', নাট্যকাৰ শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ "অন্তৰ দৰ্শনত শ্ৰীশ্ৰীমাধৱদেৱ"। সচাঁ কথা, বৰপেটা সত্ৰ প্ৰতিষ্ঠা আছিল মাধৱদেৱৰ অতুলনীয় অৱদান। বৰপেটা সত্ৰ অকল পীঠস্থানেই নহয়, এই সত্ৰ সত্ৰীয়া কলা-সংস্কৃতিৰ প্ৰশিক্ষণ কেন্দ্ৰ। হাটী পদ্ধতিৰ প্ৰচলন, ভাগলোৱা নিয়ম প্ৰবৰ্তন, ভকতৰ লেখকৰণ, সেৱাৰ বস্তু সংৰক্ষণ, চৈধ্য প্ৰসংগৰ নিবন্ধন আদি এই সত্ৰৰ অনুপম নিদৰ্শন। শ্ৰীঅচ্যুতানন্দ দাসে 'মাধৱদেৱৰ সাংগঠনিক দক্ষতা' প্ৰবন্ধত গুৰুজনাৰ বহুমুখী প্ৰতিভাৰ এটা চমু আভাস দিছে।

ইংৰাজী প্ৰবন্ধখিনিৰ লেখকসকল হৈছে, শ্ৰীভৱপ্ৰসাদ চলিহা, জীতেন্দ্ৰ নাথ দাস, ড° শিৱনাথ বৰ্মণ, ড° শ্ৰীখগেন্দ্ৰ নাথ বৰা, ড° ৰামচৰণ ঠাকুৰীয়া, ড° বীৰেন্দ্ৰ নাথ দত্ত, তীৰ্থ নাথ শৰ্মা, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ড° শৈলেন ভৰালী, ড° পোনা মহন্ত, ড° হীৰেন গোহাঁই, ড° কৰবী ডেকা হাজৰিকা আৰু শ্ৰীদ্বীপেন্দ্ৰ কুমাৰ বৰুৱা। এই লেখকসকলৰ প্ৰবন্ধত মহাপুৰুষ মাধৱদেৱৰ বিভিন্ন দিশ আলোচিত হৈছে আৰু আলোচনাত এটা অকাডেমিক বিচাৰ বিশ্লেষণ প্ৰকট হৈ উঠিছে। লেখকসকলে নিজস্ব অধ্যয়নৰ মাজেদি আৰু বিশ্বাসৰ ভিত্তিত নিজ নিজ প্ৰবন্ধবোৰ যুগুত কৰিছে। ড০ অঞ্জলী শৰ্মাই তেওঁৰ 'Mahapurusha Madhavadeva in Biographical writings' নামৰ আলোচনাত অসমৰ জীৱনী সাহিত্যত মহাপুৰুষ মাধৱদেৱৰ বিষয়ে নিতান্ত তাকৰ সংযোজনা হোৱা বিষয়টো অৱতাৰণা কৰি কৈছে যে, কথা-গুৰু চৰিত, বৰদোৱা চৰিত, দুয়োখনতে মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱক একত্ৰে আলোচনা কৰা হৈছে। তেনেকৈ কৰিছে সাহিত্যৰথী বেজবৰুৱা আৰু ড° মহেশ্বৰ নেওগে। ড° মেদিনী চৌধুৰীয়ে উপন্যাসৰ আধাৰত লিখিছে 'বণ্ডুকাবেহাৰ'। ড° অঞ্জলী শৰ্মাৰ প্ৰবন্ধটোত থকা যুক্তিবোধ প্ৰশংসনীয়। আলোচ্য গ্ৰন্থখনতো আমি দুয়োজনা গুৰুৰ অৱতাৰণা লক্ষ্য কৰিছো।

মাধৱদেৱৰ প্ৰসংগত শ্ৰীশংকৰদেৱৰ কথামৃত উপচি পৰাত সংশ্লিষ্ট ব্যক্তিজনাৰ আকৰ্ষণীয় দিশটো স্থানচ্যুত হোৱা উচিত নহয়। চৰ্বিত চৰ্বণ প্ৰায়বোৰ প্ৰবন্ধতে চকুত পৰিছে। অৱশ্যে স্মৃতিগ্ৰন্থ এখন যুগুতে কৰোতে লেখকসকলৰ পৰা পৃথক পৃথক বিষয়ত প্ৰবন্ধ আশা কৰাটো দুৰাশা। শ্ৰীমাধৱদেৱৰ ক্ষেত্ৰতো একে সমস্যা। যিহেতু উপাদান সংগ্ৰহৰ উৎস একেই আৰু সীমিত সেইবাবেই হয়তো একেবোৰ কথাৰ পুনৰাবৃত্তি হোৱা স্বাভাৱিক। নামঘোষাৰ কথা প্ৰায় সঘনাই উল্লেখ হৈছে। সকলো লেখকৰ মনত এই অমূল্য গ্ৰন্থখনে শ্ৰীমাধৱদেৱৰ প্ৰতি শ্ৰদ্ধা নিবেদনত প্ৰবলভাৱে উৎসাহ যোগাইছে। হিন্দী ভাষাত ৰচিত আঠোটা প্ৰবন্ধ তথ্যভিত্তিক হোৱা বাবে হিন্দী ভাষী পাঠকসকলে মহাপুৰুষ মাধৱদেৱৰ বিষয়ে জানিবলৈ সহজ পাব। শেষত কওঁ যে মহাপুৰুষজনাৰ পঞ্চাশততম্ আবিৰ্ভাৱ মহোৎসৱ উদ্‌যাপন সমিতিৰ দ্বাৰা প্ৰকাশিত এই গ্ৰন্থখনে এটা ডাঙৰ অভাৱ পূৰণ কৰি সকলো পাঠকৰ অভিনন্দন লাভ কৰিবলৈ সমৰ্থ হৈছে।

★ ★ ★

## হোমেন বৰগোহাঞিৰ

# জীৱনৰ সাধনা আৰু অন্যান্য ৰচনা

চীনাপ্রবাদ এটা আছে। এই প্রবাদত কোৱা হৈছে যে সাহিত্য আৰু কলা সেই সকলৰ বাবে যি সকলে ইয়াক প্রশংসা কৰিব জানে। লেখক আৰু শিল্পীসকলে যি আদর্শ দাঙি ধৰে, সেই আদর্শই আমাৰ মন আলোকিত কৰিলে আমি তাক প্রশংসা কৰো আৰু আনক কৈ আনন্দ লভো। কুৰি শতিকাৰ বহুতো খ্যাতিসম্পন্ন লেখকে তেওঁলোকৰ ৰচনাত নৈতিক মূল্যায়নৰ ওপৰত গুৰুত্ব আৰোপ কৰি আবেগপূর্ণ ৰচনা লেখি গৈছে। সাহিত্যৰ দিশত এই দৃষ্টিভংগীয়ে জীৱনৰ দর্শন ৰূপে সমাদৃত হৈছে। ভাৰতীয় লেখকৰ ক্ষেত্রত সর্বপল্লী ৰাধাকৃষ্ণন, স্বামী বিবেকানন্দ প্রভৃতি মনীষীসকলৰ ৰচনাবলী পঢ়িলে এই বিষয়ত জ্ঞানগর্ভ কথা গম পাব পাৰি। কথাবোৰত আছে মানৱ জীৱনৰ সাধনাত কেনেকৈ শৃংখলা, সংযম, নিয়মানুৱর্তিতা আৰু একাগ্রতাই বিস্ময়ৰ সূচনা কৰে- তাৰ মনোৰম ব্যাখ্যা আৰু দৃষ্টান্ত। হোমেন বৰগোহাঞি পঢ়াশুনা কৰা ব্যক্তি। তেওঁ সমকালীন সাহিত্যৰ বাহিৰেও পুৰণি সাহিত্যৰ লগতো ধাৰাবাহিকতা ৰক্ষা কৰিছে। তেওঁ ৰচনা কৰা গ্রন্থৰ সংখ্যা যথেষ্ট সৰহ। সাহিত্যৰ তাত্ত্বিক পর্য্যালোচনা কৰোতে তেওঁৰ বিচক্ষণতা পাঠকে উপলব্ধি কৰে। ইয়াৰ এটা কাৰণ হৈছে— যি বিষয়টোৰ ওপৰত তেওঁ লিখিবলৈ লৈছে— সেই বিষয়টো তেওঁ বঢ়িয়াকৈ জানে আৰু সজাই-মেলি পাঠকৰ মনোগ্রাহী কৰি তুলিব পাৰে। আলোচ্য গ্রন্থখন পঢ়ি এনে ধাৰণা এটা মোৰ মনলৈ আহিছে । তেওঁৰ সাহিত্য জগতত বিচৰণ-ক্ষেত্র ব্যাপক। বিশ্ব সাহিত্যৰ লগত তেওঁ এটা সতেজ সম্পর্ক ৰাখিছে। সম্ভৱ এই সম্পর্কৰ গভীৰতাৰ মাজত সোমাই তেওঁ বহুতো উপাদেয় কথা জানিব পাৰিছে। অনেক উপাদেয় কথা বাস্তৱ জীৱনত গ্রহণ কৰিব পাৰিলে মানুহে বহুতো চৰম দুর্ভাগ্য, হতাশা আৰু যন্ত্রণাৰ হাত সাৰিব পাৰিব বুলি তেওঁ প্রত্যয় গৈছে। গ্রন্থখনৰ পাতনি মেলিছে জীৱনৰ সাধনাৰ কিছুমান সংকেত ব্যাখ্যা কৰি। প্রখ্যাত লেখকৰ মন, বুদ্ধি আৰু অভিজ্ঞতাৰ মাজেদি প্রকাশ পোৱা এই মৌলিক সংকেটবোৰ আন্তৰিকতাৰে পালন কৰিব পাৰিলে মানুহে জীৱন সাধনাত সু-ফল লাভ কৰিব পাৰিব বুলি আশা কৰিব পাৰি। সাহিত্যৰ যোগেদি লাভ কৰা ব্যক্তিগত জ্ঞানেৰে আমি মহৎ কামো সমাধা কৰিবলৈ শক্তি লাভ কৰিব পাৰো। হোমেন বৰগোহাঞিয়ে বিশ্ব সাহিত্যৰ অধ্যয়ন কৰোতে যিবোৰ সুন্দৰ কথা গম পাইছে সেইবোৰ কথা পাঠকক নিবেদন কৰিছে। এই নিবেদন সুক্ষ্মভাৱে ব্যাখ্যা কৰি তেওঁ নিজস্ব অভিমতো সংযোগ কৰিবলৈ দ্বিধাবোধ কৰা নাই।

গ্রন্থখন তিনিটা খণ্ডত সজোৱা হৈছে। প্রথম খণ্ডত জীৱনৰ সাধনাত আছে বীৰ বীৰাংগনাসকলৰ প্রকৃত চাৰিত্রিক বৈশিষ্ট্য। তেওঁলোকে কেনেকৈ কঠোৰ সংগ্রামৰ মুখামুখি

হৈ জীৱনক গ্ৰহণ কৰিছিল তাৰ উদাহৰণ। দেহৰ ওপৰত কেনেকৈ আধ্যাত্মিক শক্তিয়ে প্ৰভাৱ পেলায়, কেনেকৈ সাধাৰণ মানুহে ভৱিষ্যতৰ কথা ভাৱিচিন্তি অনাহকত উদ্বিগ্ন হৈ পৰে, দুখ-কষ্টৰ বাবে সঘনাই আপত্তি দৰ্শায় সেই বিষয়ে বৰগোহাঞিয়ে ৰেখাপাত কৰিছে।

আন এটা উল্লেখযোগ্য বিষয়ৰ প্ৰতি তেওঁ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছে। সেইটো হৈছে, খোজ কঢ়া অভ্যাসৰ উপকাৰিতা। যিসকলে শৰীৰ আৰু মনৰ প্ৰফুল্লতা কামনা কৰে, খোজ কঢ়া কিমান প্ৰয়োজন সেই কথা তেওঁ দৃষ্টান্ত সহ পাঠকক অৱগত কৰাইছে। সৌন্দৰ্য্য চেতনা আৰু ধৰ্মীয় অনুভূতিবোৰে মানুহক সংবেদনশীল কৰি তোলে। সুস্থ দেহ আৰু সুস্থ মন নহ'লে সাহিত্য সাধনাও কৰিব নোৱাৰি। শৰীৰ তত্ত্বৰ আলোচনাত লেখকে চিগাৰেট খোৱা বদ অভ্যাস আঙুলিয়াইছে।

বৰগোহাঞিয়ে কবি অজিৎ বৰুৱাক কিছু দিনৰ বাবে কলেজত ইংৰাজী সাহিত্যৰ শিক্ষকৰূপে পাইছিল। অজিৎ বৰুৱাৰ বুদ্ধিদীপ্ত চেহেৰা আৰু প্ৰত্যুৎপন্নমতি পাঠদানত বৰগোহাঞি প্ৰথম দিনটোতে কেনেকৈ মুগ্ধ হৈছিল সেই কথা অযাচিতে বৰ্ণনা কৰিছে। লগতে, বহুমুখী প্ৰতিভা সম্পন্ন ইংৰাজ লেখক চেষ্টাৰটনৰ বুদ্ধিদীপ্ত আৰু আবেগৰ লাৱণ্য উল্লেখ কৰিছে— এটা মনোগ্ৰাহী ঘটনাৰ মাজেদি। জি° কে° চেষ্টাৰটন আছিল মেদ বহুল প্ৰকাণ্ড শৰীৰৰ মানুহ। তেওঁৰ আকৰ্ষণীয় দিশটো আছিল— তেওঁৰ মুখৰ ফুটি উঠা ব্যক্তিত্ব ভৰা চেহেৰাটো আৰু আনৰ মনত আলোড়ন সৃষ্টি কৰিব পৰা অদ্ভুত ক্ষমতা। বহুজনৰ বাবে চেষ্টাৰটন অন্তহীন আনন্দৰ উৎস। আন এগৰাকী বৰেণ্য কবি ইয়েটছ। তেওঁ পয়ষষ্ঠি বছৰ বয়সত ভৰি দিয়ো প্ৰেমৰ কবিতা লিখি হাতৰ পৰা পিছলি পৰিব খোজা যৌৱনটো ধৰি ৰাখিবলৈ চেষ্টা কৰিছিল। বাৰ্ধক্যক প্ৰশ্ৰয় দিয়া মানেই জীৱনক পংগু কৰি তোলা। বাৰ্ধক্যৰ ভূতক বাঁহ বান্ধিবলৈ নিদি ব্যস্ততাৰ মাজেদি বাৰ্ধক্যক সহনীয় কৰি তোলা হৈছে জীৱন উপভোগৰ শুভ দৃষ্টি ভংগী। স্মৃতি শক্তি নাথাকিলে মানুহৰ জীৱন অৰ্থহীন হৈ পৰিলেহেঁতেন। চিন্তা শক্তি সতেজ কৰিবলৈ মগজৰ বাবে ব্যায়াম লাগে। ইয়াৰ বাবে চিন্তা উদ্ৰেককাৰী গ্ৰন্থ অধ্যয়ন আৰু সৎ সংগৰ লগত কথোপকথন দৰকাৰ। দীঘল কবিতা মুখস্থ আৰু নাটকৰ সংলাপ মুখস্থ হৈছে চিন্তা শক্তি প্ৰখৰ কৰাৰ অন্যতম উপায়।

নেপোলিয়নৰ কথা প্ৰসংগত বৰগোহাঞিয়ে প্ৰশ্ন কৰিছে, নেপোলিয়নৰ প্ৰতি অন্তহীন আকৰ্ষণৰ প্ৰকৃত ৰহস্য কি? নেপোলিয়নৰ বিষয়ে এতিয়ালৈকে যিমানবোৰ গ্ৰন্থ ওলাইছে (অনুমানিক দহ হাজাৰ) সিমান সংখ্যক গ্ৰন্থ স্বয়ং যীশুখ্ৰীষ্টৰ বিষয়ে ওলাইছেনে নাই, সন্দেহ।

ইভলিন এন্থনী নামৰ লেখক এজনে ৰচনা কৰা 'ফাৰ ফ্ল ইজ দ্য ঈগল' নামৰ ঐতিহাসিক উপন্যাসখনৰ বিষয়বস্তু নেপোলিয়নৰ ৰাছিয়া অভিযান। এই গ্ৰন্থখনতে এই প্ৰখ্যাত বীৰজনৰ বিস্ময়পূৰ্ণ চৰিত্ৰৰ বিষয়ে আমোদজনক বৰ্ণনা আছে। বৰগোহাঞিয়ে লিখিছে যে তেওঁ নেপোলিনৰ বিষয়ে ভালেমান গ্ৰন্থ পঢ়িছে। পঢ়ি অভিভূত হৈছে। "নেপোলিয়ন আছিল সৰ্বশ্ৰেষ্ঠ অভিনেতা আৰু সমগ্ৰ ইউৰোপখনেই আছিল তেওঁৰ ৰঙ্গমঞ্চ।" বিশিষ্ট সাংবাদিক.

খুশৱন্ত সিঙৰ উল্লেখ কৰি বৰগোহাঞিয়ে কৈছে যে এই সত্তৰৰ ডেওনা পাৰ হোৱা মানুহজন সদায় প্ৰাণৱন্ত হৈ থকাৰ মূলতে তেওঁৰ কৰ্মব্যস্ততা আৰু ডেকা হৈ থকাৰ বাসনা। বৰগোহাঞিয়ে মন্তব্য ৰাখিছে বোলে বাৰ্দ্ধক্যৰ বিৰুদ্ধে আধুনিক মানুহে কৰা প্ৰতিবাদৰ এটা লক্ষণ হৈছে পকা চুলিত কলপ লগোৱা। উদাহৰণ স্বৰূপে বৰগোহাঞিয়ে ৭৫ বছৰীয়া খুশৱন্ত সিঙৰ নাম উল্লেখ কৰিছে। উচ্ছৃংখল আশা-আকাঙ্ক্ষা আৰু আবেগ-অনুভূতিক নিয়ন্ত্ৰণ কৰিব পাৰিলে মানুহে বহুতো সজ কাম সমাধা কৰিব পাৰে। অৱেশ্যে ক'ব লাগিব যে প্ৰতিভাৰ লগত কঠোৰ পৰিশ্ৰম যোগ হ'লে মহৎ কাম কৰা সম্ভৱ হয়। আইনষ্টাইন, বিথোফেন, জোহান ছেৰাষ্টিয়ান, মহাত্মা গান্ধী, ৰবীন্দ্ৰ নাথ ঠাকুৰ প্ৰভৃতি বিশ্ববৰেণ্য মনীষীসকলৰ ক্ষেত্ৰত ক'ব পাৰি যে তেওঁলোকৰ প্ৰতিভাৰ লগত পৰিশ্ৰমৰ দৃষ্টান্ত স্বৰূপে সমন্বয় গঢ়ি উঠিছিল যিহৰ বাবে তেওঁলোকে মহত্ত্ব লাভ কৰিলে।

গ্ৰন্থখনৰ দ্বিতীয় খণ্ডত পৃথিৱী স্বীকৃত প্ৰতিভাৰ বিস্ময়ৰ সূচনা কৰা কবিসাহিত্যিক কেইজনমানৰ পাণ্ডিত্যৰ পৰিচয় দাঙি ধৰিছে। কবি ক'লৰিজ, ঔপন্যাসিক আনাটোল ফ্ৰাঁ, ইতিহাস প্ৰণেতা এইচ. জি. ৱেলচ্, লেখকসাংবাদিক হেনৰি লুই মেনকেন, গদ্য লেখক ৰবাৰ্টলীণ্ড, জীৱনবিজ্ঞানী জে. বি. এছ্. হলডেন, অস্তিত্ববাদৰ প্ৰবক্তা জাঁ পলছাত্ৰে, প্ৰাবন্ধিক নিকছ্ কাৰ্জনৎজাৰ্কিছ, নাট্যকাৰ ছেমুৱেল বেকেট, উপন্যাস প্ৰণেতা আইজাক ছিংগানৰ অসমাধাৰণ প্ৰতিভাৰ কথা স্মৰণ কৰা হৈছে। লগতে, বৰগোহাঞিয়ে অসমৰ কীৰ্তিমান পুৰুষ জ্যোতিপ্ৰসাদ আগৰৱালা আৰু লক্ষ্মীধৰ শৰ্মাৰ মহান অৱদানৰ কথা উনুকিয়াইছে। এওঁলোক জীৱনঅন্বেষু পুৰুষ। সাহিত্যসংস্কৃতিৰ বিভিন্ন দিশত এওঁলোকে নৱজাগৰণৰ সূচনা কৰিছিল। তৃতীয়খণ্ডত বৰগোহাঞিয়ে সানমিহলি প্ৰবন্ধ কেইটামান সন্নিবিষ্ট কৰিছে। গ্ৰন্থখনৰ আনবোৰ ৰচনাৰ তুলনাত এই খণ্ডতো ব্যতিক্ৰম আৰু অপ্ৰাসংগিক।

হোমেন বৰগোহাঞিয়ে যি বিষয়ৰ ওপৰত নিলিখক লাগে, তেওঁৰ ৰচনাত এটা নিজস্ব ষ্টাইল প্ৰকাশ পায়। কেতিয়াবা তেওঁ উত্তেজক ইতিবৃত্তও লিখে। তাকো কিন্তু পাঠকে উপভোগ কৰে। পাঠক সত্বাৰ চৈতন্যক কলমৰ অস্ত্ৰেৰে সঞ্চাৰিত কৰিবলৈ তেওঁ সাহিত্যকৰ্মক আন্তৰিকতাৰে জীৱনৰ ব্ৰত বুলি গ্ৰহণ কৰিছে।

★ ★ ★



# অনুবাদ সাহিত্যৰ প্ৰকাশ আৰু আলোচনী

অসমীয়া ভাঙনিৰ আছুতীয়া আলোচনী বুলি প্ৰকাশ পোৱা অধ্যাপক কবীন ফুকনৰ দ্বাৰা সম্পাদিত অনুবাদ নামৰ চাৰিমহীয়া অসমীয়া আলোচনীখন হঠাতে চকুত পৰাত আনি চালো আৰু পঢ়িলো। সমবায় প্ৰচেষ্টাত ওলোৱা এই প্ৰথম বছৰৰ প্ৰথম সংখ্যাটো হাতত লৈয়ে ভাল লাগিল। এনে প্ৰচেষ্টাৰ বাবে প্ৰকাশকক ধন্যবাদ জনাই কওঁ যে এনে প্ৰকাশনৰদ্বাৰা প্ৰতিষ্ঠানটোৱে এখন গুণসম্পন্ন অনুবাদ আলোচনী উলিয়াবলৈ যি কাৰ্য্যসূচী লৈছে সেয়া বাস্তৱিকতে প্ৰশংসনীয় আৰু অসমীয়া ভাষাৰ বলিষ্ঠ পদক্ষেপ। এটা কথা প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে সমবায় ভিত্তিত এনে অনুষ্ঠান সহজে জীয়াই ৰখা মস্কিল। আমিও গুৱাহাটীত অসম লেখক সমবায় নামেৰে এটা অনুষ্ঠান খুলিছিলো আৰু ভালেকেইখন কিতা পো উলিয়াইছিলো। কিন্তু কথা হ'ল, অনুষ্ঠানটোত লাগি থকা উৎসাহী লোকৰ অভা ৱ। কিতাপ প্ৰকাশ কৰিলেই নহয়, কিতাপৰ বিক্ৰী-বাৰ্তাৰো কথা আছে। এইটো এটা সমস্যা। নিজৰ কোনো প্ৰতিষ্ঠান নথকাত কিতাপ-বিক্ৰেতাৰ সহায়-সহযোগ নহ'লে নচলে। কিতাপ উচ্চহাৰৰ কমিছনত বিক্ৰী কৰিবলৈ দিয়ো পইচাৰ তাগিদাত ঘনেপতি গৈ গৈ হতাশ হ'ব লগাত পৰে। পইচা আৰু ঘূৰি নাহে। কেৰালাত সমবায় ভিত্তিত অতি নিয়াৰিকৈ লেখক সমবায় লাভজনক ব্যৱস্থাত চলি আছে। কিন্তু আমাৰ ৰাজ্যত এনে প্ৰচেষ্টাত আন্তৰিকতাৰে হাত দিয়ো সফল হ'ব পৰা নাই। লেখকৰ অভাৱ নাই, কিন্তু তেওঁলোকৰ ৰচনা প্ৰকাশ কৰা প্ৰকাশক নোলায়। সেই বাবে লেখক সমবায় প্ৰতিষ্ঠানৰ জন্ম। আমি বিফল হ'লো সাংগঠনিক অসুবিধাৰ বাবে। অংশীদাৰসকলৰ ধন মূল অভিপ্ৰায় পূৰণ কৰাত আগবাঢ়িব নোৱাৰিলে। আমাৰ এই বেজাৰ লগা অভিজ্ঞতা যে 'অনুবাদ' আলোচনীখনৰ ক্ষেত্ৰতো প্ৰয়োজ্য হ'ব, সেই কথা ক'ব খোজা নাই। মাত্ৰ উনুকিয়াইছো যাতে আমি ভোগ কৰা অসুবিধাবোৰ নাথাকে। তাতে অসমীয়া আলোচনী এখন নিয়মিতভাৱে চলাই থকা নজিৰ কম। নিৰুৎসাহ হ'বৰ কাৰণ নাই। সময়, সামৰ্থ্য আৰু পৰিধিৰ ভেটি মজবুত থাকিলে আলোচনী এখন চলোৱা খুব কঠিন নহ'ব।

সচাৰাচৰ চকুত পৰা সাহিত্য-সংস্কৃতিৰ আলোচনী নহৈ কেৱল অনুবাদ ভিত্তিক আলোচনী এখন কিয় উলিওৱা হ'ল, সেই কথা সম্পাদকীয় পৃষ্ঠাত সদৰি কোৱা হৈছে। আমিও ভাবো যে বিশ্ব সাহিত্যৰ লগত চিনাকি হোৱাৰ সহজ উপায় হৈছে অনুবাদ, ভাল অনুবাদ। অনুবাদৰ ক্ষেত্ৰত গ্যেটেই তিনিটা প্ৰকৰণৰ কথা কৈছিল ঃ (১) মূল কিতাপৰ বা প্ৰবন্ধৰ আক্ষৰিক অনুবাদ নকৰি সৰল গদ্যত ভাষান্তৰিত কৰা, (২) অনুবাদ কৰিবলগীয়া পাঠ সম্পূৰ্ণভাৱে হৃদয়ঙ্গম কৰি নিজৰ ভাষাৰ ৰচনাশৈলী অনুসৰি মূল পাঠ ভাষান্তৰিত কৰা, (৩) সৰ্বাপেক্ষা সফল অনুবাদ কৰি মূল পাঠৰ আংগিক আৰু ভাৱাৰ্থ অক্ষুন্ন ৰখা। পৃথিৱীৰ

শ্ৰেষ্ঠ সাহিত্যৰাজি অনুবাদৰ মাজেদি বহুল প্ৰচাৰিত আৰু সমাদৃত হৈছে। এনে বিশ্ব-বিশ্ৰুত গ্ৰন্থ আছে যিবোৰৰ বিচাৰ স্থান, কাল আৰু ভাষাৰ সীমাৰেখাৰ মাজত আবদ্ধ কৰি ৰাখিব নোৱাৰি। সকলো দেশতে, সকলো যুগতে এনেবোৰ কালজয়ী সাহিত্যই পাঠকৰ মনত সমাদৰ পাই আহিছে। প্ৰবন্ধ বা আন আন সাহিত্য-সম্ভাৰৰ ক্ষেত্ৰতো একেই কথা। সকলো সাহিত্যৰ শ্ৰেষ্ঠ গল্প, কবিতা, নাটক, প্ৰবন্ধবোৰেও আন্তৰ্জাতিক মৰ্য্যাদা লাভ কৰে। তেনেকৈ আমাৰ আঞ্চলিক সাহিত্যৰ প্ৰসিদ্ধ ৰচনাসমূহ অনুবাদৰ যোগেদি জনপ্ৰিয় কৰি তোলাৰ প্ৰয়োজন আছে। আমি 'তুলনামূলক সাহিত্য আলোচনা' টনকিয়াল কৰিবলৈ অনুবাদ সাহিত্যৰ সহায় লোৱাটো আৱশ্যক। অকল মাতৃ ভাষাত ৰচিত সাহিত্যত আমি আজি সোমাই থাকিব নোৱাৰো। সম্পাদকীয়ত কোৱা হৈছে যে অসমীয়া পঢ়ুৱৈক জ্ঞান-বিজ্ঞানৰ পৰিধি বহলাবলৈ, পৰাজনক পুৰণিৰ ভেটিত নিতান্তই নতুন জ্ঞান-বিজ্ঞানৰ সৃষ্টি কৰাত উদগনি দিবলৈ অসমীয়া ভাষাতে গধুৰ সমল যোগান ধৰাৰ উপৰি 'অনুবাদ'ৰ মাজত কাজুৱা হৈ থাকিব বুলি প্ৰত্যয়ৰে এয়া এটা সচেতন অভিপ্ৰায়। আৰু কোৱা হৈছে, কেৱল গল্প-উপন্যাস-কবিতাৰ ভাষা হৈ থাকিলে অসমীয়া ভাষাৰ পূৰ্ণবিকাশ খৰটকীয়া নহৈ লেহেমীয়া হ'ব।

আলোচনীখনৰ আলোচ্য বিষয়সমূহ তিনিটা ভাগত দেখুৱা হৈছে, যথা- (১) বিজ্ঞান শাখা আৰু অন্যান্য, (২) সমাজ বিজ্ঞান আৰু (৩ ) সাহিত্য বিষয়ক। প্ৰথম ভাগত স্থান দিয়া পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈৰ 'অনুবাদৰ কথা' এটা অতি মূল্যৱান প্ৰবন্ধ। শিৰোটীকাত কোৱা হৈছে— অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ সভাপতি কালিৰাম মেধি ডাঙৰীয়াই অনুবাদ বৰ্জন কৰাহে ভাল বুলিছিল। ডিব্ৰুগড়ৰ চৈয়দুৰ ৰহমানে 'চেতনা' বোলা আলোচনীত এই কথাৰ প্ৰতিবাদ কৰি প্ৰবন্ধ লিখিছিল। চেতনাৰ পাততে সন্দিকৈয়ে অনুবাদ কৰি প্ৰবন্ধ লিখিছিল। ইয়াৰ পাততে সন্দিকৈও অনুবাদৰ সমৰ্থনত ইয়াত পুনঃ মুদ্ৰিত প্ৰবন্ধটো লিখিছিল। তেখেতে এই তথ্যসমৃদ্ধ প্ৰবন্ধটোত বিস্তৃত আলোচনাৰ মাজেদি প্ৰতিপন্ন কৰিছে যে অনুবাদ হৈছে বিদেশী সাহিত্য-ৰত্নক নিজ মাতৃভাষাত পঢ়িবলৈ পোৱা এক অনুপম প্ৰয়াস। তেখেতে এই সন্দৰ্ভত চেক্ ভাষাৰ উদাহৰণ দাঙি ধৰি লিখিছে যে অতি উন্নত কিন্তু বহুত দিন মৃতপ্ৰায় হৈ থাকি হঠাৎ জীৱনৰ পূৰ্ণবিকাশ পোৱা চেক্ সাহিত্যৰ পুনৰুত্থানৰ মূলতে অনুবাদ। হাংগেৰীৰ ক্ষেত্ৰটো একে কথাকে দেখা যায়। বিদেশী গ্ৰন্থকাৰসকলৰ বহুমূলীয়া ৰচনাৰ অনুবাদ উলিয়াই হাংগেৰীয় সাহিত্য মহিমামণ্ডিত হৈছিল। তেনেকৈ চাৰ্বীয় সাহিত্যৰো পুৰণি অৱস্থাত খ্ৰীষ্টীয় আৰু বাইজেন্তীয় সাহিত্যৰপৰা প্ৰচুৰ পৰিমাণে অনুবাদ সাহিত্যৰ আগমন ঘটিছিল। অনুবাদৰ যোগেদি চাৰ্বীয়াত ইংৰাজী ভাষা প্ৰচলিত নোহোৱা সত্ত্বেও ইংৰাজী ভাষাৰ প্ৰকৃত সদ্ব্যৱহাৰ পৰিলক্ষিত হৈছিল। যদিও মৌলিক ৰচনাৰ ওপৰতহে সাহিত্যৰ প্ৰকৃত গৌৰৱ প্ৰতিষ্ঠিত হ'ব পাৰে, তথাপি অনুবাদৰ আৱশ্যকতাবোধ অস্বীকাৰ কৰিব নোৱাৰি এইবাবেই যে যিবোৰ দেশত মৌলিক ৰচনা আঙুলিৰ মূৰত লেখিব পৰা, সেইবোৰ দেশত অনুবাদৰ বাহিৰে সাহিত্যৰ অন্য গতি নাই। এগৰাকী জাৰ্মান পণ্ডিতে ক'বৰ দৰে, "সৰ্বাংগসুন্দৰ অনুবাদ ঠিক মূলৰ দৰে" অৱশ্যে এটা ভাষাৰপৰা আন এটা ভাষালৈ অনুবাদ কৰাটো নিশ্চয় টান কাম। সন্দিকৈয়ে অষ্টাদশ শতিকাৰ ফৰাচী দাৰ্শনিক

আৰু আলংকাৰিক চাৰ্লচ বাটুৰেৰ উদ্ধৃতি দি কৈছে যে তেওঁৰ মতে অনুবাদ দুবিধ হ'ব পাৰে। এবিধ অনুবাদ আছে যি মূলৰ ঠাই পূৰাবলৈ আশা নকৰে, কেৱল তাৰ অৰ্থ বুজোতে বিশেষ সহায় কৰে। ড্ৰাইদেনে এইবিধৰ ভাঙনিক 'পাৰাফ্ৰেজ' বুলিছে। আনবিধ হৈছে, অনুবাদ ইমান অবিকল আৰু সুন্দৰ যে সি মূলৰ ঠাই পূৰাব পাৰে। মূল বিদেশী ভাষা নজনা জনে নিজ মাতৃভাষাতে আন সাহিত্যৰ ৰস উপভোগ কৰাৰ সুবিধা হৈছে ভাল অনুবাদ। উদাহৰণস্বৰূপে সন্দিকৈদেৱে জাৰ্মান আৰু ফৰাচী ভাষাৰপৰা অনুবাদ কৰা উৎকৃষ্ট গ্ৰন্থৰাজিৰপৰা ইংৰাজী সাহিত্য কিমান লাভৱান হৈছে সেই কথা বৰ্ণনা কৰিছে। সৌন্দৰ্য্য হানি নোহোৱাকৈ মূলৰ অনুবাদ কৰি এইবোৰ গ্ৰন্থৰ যোগে ইংৰাজী ভাষাৰ যি সৌষ্ঠৱ বঢ়োৱা হ'ল, সেয়া বাস্তৱিকতে আদৰণীয়। সন্দিকৈদেৱে অনুবাদৰ ক্ষেত্ৰত জাপানে কি দৃষ্টিভংগী লৈছিল আৰু কেনেকৈ জাতীয় সাহিত্যৰ ভঁৰাল টনকিয়াল কৰিছিল তাৰ সুন্দৰ বিৱৰণ দাঙি ধৰিছে। ভাল আৰু সুদক্ষ অনুবাদকৰ হাতত পৰি বিদেশী সাহিত্যও কেনেকৈ স্বদেশীৰূপী ধাৰণ কৰিব পাৰে, সেই বিষয়ে এই বিৱৰণত প্ৰত্যক্ষ হৈছে। সন্দিকৈয়ে আশা কৰিছে যে বিদেশী সাহিত্যৰ অনুবাদে জাপানত যি সংস্কাৰ সাধিছিল, তেনে সংস্কাৰ আৰু নবীনত্ব আমাৰ দেশতো কৰিব পাৰিব। তেখেতে আৰু আশা পোষণ কৰি কৈছে যে প্ৰতিভাশালী মৌলিক অসমীয়া কবি, নাট্যকাৰ, ঔপন্যাসিক, গল্পলেখক আদি ওলাই প্ৰকৃত জাতীয় সাহিত্যৰ সৃষ্টি নকৰাকৈয়ে অনুবাদেৰে পাঠক শ্ৰেণীৰ অৱতাৰণা কৰি জ্ঞান শিক্ষাৰ বিস্তাৰ কৰি বিশ্ব সাহিত্য আৰু বিশ্ব বুৰঞ্জীৰ ছবি আঁকি অসমীয়া সাহিত্যত নতুন যুগ আনিব। সন্দিকৈৰ প্ৰবন্ধটোত ভাৰতলৈ অহা চীনা পণ্ডিতসকলে (ফা-হিয়ান, ইচিঙ, হুয়েন-চাং প্ৰভৃতি) কেনেকৈ ভাৰতবৰ্ষৰপৰা বহু কষ্টেৰে কঢ়িয়াই নিয়া সংস্কৃত আৰু পালি গ্ৰন্থ নিজ মাতৃভাষালৈ অনুবাদ কৰি ভাৰতীয় প্ৰাচীন সাহিত্য মহিমামণ্ডিত কৰিছিল সেই কথা উল্লেখ কৰিছে। আলোচনীত এই মূল্যৱান প্ৰবন্ধটোৱে এজন অধ্যয়নপুষ্ট পণ্ডিত ব্যক্তিৰ অনুবাদৰ প্ৰতি থকা গভীৰ সমৰ্থন সুন্দৰকৈ প্ৰকাশ কৰিছে। সন্দিকৈৰ প্ৰবন্ধটোৰ প্ৰাসংগিকতা আছে বাবেই ইয়াৰ সংযোজন উপযোগী হৈছে। তাতে আলোচনীখনৰ মূল উদ্দেশ্য সাধনত প্ৰবন্ধটোৱে বিস্তাৰ সহায় কৰিব বুলি আশা কৰা হৈছে।

বিজ্ঞান সম্পৰ্কীয় প্ৰবন্ধকেইটাৰ ভিতৰত বাৰ্ট্ৰাণ্ড ৰাচেলৰ A Hisory of Western philosophy নামৰ প্ৰখ্যাত গ্ৰন্থখনৰ বিশেষ অধ্যায় The Rise of Science ৰ অসমীয়া অনুবাদ 'বিজ্ঞানৰ অভ্যুত্থান' (অনুবাদক—মুকুল কুমাৰ শৰ্মা), L', Landon, Yu Rumer ৰ What is the Theory of Relativity ৰ অসমীয়া অনুবাদ 'আপেক্ষিকতাবাদৰ তত্ত্ব-কথা' (অনুবাদিকা - অঞ্জনা বৰকাকতী) অন্যতম। প্ৰথমটোত সোতৰ শতিকাত আধুনিক বৈজ্ঞানিক দৃষ্টিভংগীৰ জন্মৰ বিষয়ে আলোচনা আৰু কপাৰনিকাছ, কেপলাৰ, গেলিলিও আৰু নিউটন প্ৰভৃতি বাটকটীয়া বৈজ্ঞানিকসকলৰ আৱিষ্কাৰৰ কথা বৰ্ণনা কৰা হৈছে। দ্বিতীয়টোত কেবাটাও অধ্যায়ত আপেক্ষিকতাবাদৰ মূল প্ৰতিপাদ্যসমূহ দাঙি ধৰা হৈছে। ক'ব পাৰি যে আপেক্ষিক-তত্ত্ব বিজ্ঞান অগ্ৰগতিৰ এটা উজ্জ্বল দিশেই নহয়, মনৰ চিন্তাৰ পদ্ধতিকো বদলাই দিয়া এটা অভিনৱ বৈজ্ঞানিক প্ৰগতি। বিজ্ঞানৰ ছাত্ৰ-ছাত্ৰীৰ বাবে দুয়োটা

প্ৰবন্ধই বিজ্ঞান-চৰ্চাৰ বাবে উৎসাহ যোগাব। আনকেইটা প্ৰবন্ধ হ'ল কানাই গগৈয়ে অনুবাদ কৰা ৰুছ লিখক দ' ব্ৰাবিচৰ মনস্তাত্ত্বিক বিষয়ৰ প্ৰবন্ধৰ অনুবাদ 'যৌন শিক্ষা সম্পৰ্কীয় কেইটামান আলাপ'', খগেন্দ্ৰ চন্দ্ৰ মহন্তৰ এ. লি. মেক এলষ্টাৰৰ 'The History of life' গ্ৰন্থৰ অংশ বিশেষ অসমীয়া অনুবাদ 'জীৱৰ পৃথকীকৰণ' আৰু, D. A. Wright ৰ 'Theory of Ghosts'ৰ অসমীয়া অনুবাদ 'ভূত-তত্ত্ব'। আলোচনাত বিষয়বস্তু স্পষ্ট হৈছে, সন্দেহ নাই।

সমাজ বিজ্ঞান শাখাৰ প্ৰথম প্ৰবন্ধটো কামিনী মোহন ডেকাৰ। তেওঁ এৰিষ্টটলৰ Politica নামৰ পুথিৰ পঞ্চম অধ্যায়ত স্বৈৰতন্ত্ৰ (Tyranny) সম্বন্ধে থকা পাঠখিনিৰপৰা এই ভাঙনি যুগুত কৰিছে। এটা কথা ক'ব পাৰি যে পুৰণি গ্ৰন্থসমূহৰ যিবোৰ গ্ৰন্থই আজিও আমাক আকৰ্ষিত কৰি ৰাখিছে, সেইবোৰৰ মাজত এৰিষ্টটলৰ ৰচনাখিনি অন্যতম। প্লেটো সু-বিখ্যাত, সেই বিষয়ে সন্দেহ নাই। কিন্তু তেওঁৰ কল্পনা অধিক। কিন্তু এৰিষ্টটল? তেওঁৰ ধ্যান-ধাৰণা পৃথিৱীৰ লগত কেন্দ্ৰীভূত। তেওঁ কোনো আনুমানিক মতবাদতকৈ যি সত্য তাৰ ওপৰতহে অধিক গুৰুত্ব দিয়ে। এৰিষ্টটলে এই বিশ্বাসতে সকলো বিষয়তে তেওঁৰ ৰচনা সম্ভাৰ আমালৈ এৰি থৈ গৈছে। তেওঁ ন্যায়শাস্ত্ৰ, দৰ্শন, প্ৰাকৃতিক ইতিহাস, ভূগোল, মনস্তত্ত্ব, জ্যোতিষ, সৌৰ বিজ্ঞান, শৰীৰ বিজ্ঞান, পদাৰ্থ বিজ্ঞান, ৰাজনীতি, নীতি বিজ্ঞান আদি প্ৰায়বোৰ বিষয়ৰ ওপৰত পাণ্ডিত্যপূৰ্ণ ৰচনা লিখি গৈছে। আলোচ্য প্ৰবন্ধটো তেওঁ স্বৈৰতন্ত্ৰৰ ওপৰত আলোকপাত কৰা এটা মূল্যৱান আলোচনা। তেওঁ স্বৈৰতন্ত্ৰক ধনতন্ত্ৰ, গণতন্ত্ৰৰ (মানে নেতিবাচক অৰ্থত জনতা কৰ্তৃক শাসন) অধম সমাহাৰ বুলিছে। কিয়নো এই দুই তন্ত্ৰৰ সকলো ব্যভিচাৰ স্বৈৰতন্ত্ৰত বিদ্যমান। জনসাধাৰণে এই ব্যভিচাৰক ঘৃণা আৰু বিদ্বেষেৰে চাই বাবেই স্বৈৰাচাৰী শাসকৰ বিৰুদ্ধে বিদ্ৰোহ কৰে। এৰিষ্টটলে এনে শাসনৰ পৰা সৃষ্টি হোৱা অশান্তিৰ কথা কৈছে আৰু লগতে এইটোৱো কৈছে যে এজন স্বৈৰাচাৰী শাসকে বুজিব লাগিব যে তেওঁ জনমানসত এজন ৰজা আৰু পৰিয়ালৰ মুৰব্বীহে, স্বৈৰাচাৰী শাসক নহয়। এই ভাবমূৰ্তি গ্ৰহণ কৰি তেওঁ প্ৰজাৰ সদাচাৰী হ'বলৈ যত্নপৰ হোৱা উচিত। অনুবাদক ডেকাৰ এই প্ৰবন্ধটো সুখপাঠ্য হৈছে। এই শিতানৰ আন এটা প্ৰবন্ধ 'সমাজবাদ কিয়?' অতুল চন্দ্ৰ গোস্বামীয়ে এলবাৰ্ট আইনষ্টাইনৰ 'Why Socialism' মূল পাঠৰ অনুবাদ কৰি বিষয় প্ৰসংগৰ তাৎপৰ্য্য দাঙি ধৰিছে। এই তাৎপৰ্য্য দাঙি ধৰা হৈছে ভৱিষ্যৎ দ্ৰষ্টা হিচাপে নহয়, তেওঁ চিন্তাৰ শীৰ্ষস্থানত থাকি নিয়ম-কানুনৰ বিধিসন্মত বিশ্ব-দৃষ্টিভংগীৰ বিশ্লেষণৰ মাজেদি। সমাজ বিজ্ঞানৰ আনকেইটামান প্ৰবন্ধ হ'ল আবু নাছাৰ চাঈদ আহমদৰ 'ভাৰত বৃটিছ শাসন' (মূল ৰচনা কাৰ্লমাৰ্ক্সৰ), ধীৰেন ভাগৱতীৰ উদাৰতাৰ মৰ্ম (মূল এল টি হব হাউছ) আৰু ক্ষীৰোদ শইকীয়াৰ 'অনুন্নত দেশসমূহত মূলধন গঠনৰ সমস্যা' (মূল-- ৰেগনাৰ নাৰ্কাছে)।

সাহিত্য শাখাৰ ভিতৰত বঙলা, হিন্দীগল্প, কবিতা, ব্যঙ্গ ৰচনা আৰু আন আন সাহিত্যৰ অনুবাদ আছে। এটা ভাল লগা প্ৰবন্ধ হ'ল কবীন ফুকনৰ পশুধাম। ভাঙনি ঘৰুৱা আৰু মনোগ্ৰাহী। জৰ্জ অৰৱেলৰ বিখ্যাত ৰচনা 'Animal Farm' ৰ সৰল অনুবাদ। জৰ্জ অৰৱেলৰ

প্ৰকৃত নাম আছিল এৰিক ব্লেয়াৰ। তেওঁৰ জন্ম হৈছিল ভাৰতবৰ্ষত, ১৯০৩ চনত। তেওঁৰ জীৱন ধাৰা বিচিত্ৰ অভিজ্ঞতাৰে ভৰপূৰ। বাৰ্মিজ পুলিচ বাহিনীত চাকৰি কৰাৰপৰা ইংলণ্ডত শিক্ষকতা কৰালৈকে তেওঁৰ কৰ্মব্যস্ততা পৰিলক্ষিত হৈছিল। পিছত তেওঁ এজন সাংবাদিক আৰু লেখকৰূপে প্ৰখ্যাত হৈ পৰে। ১৯৫০ চনত তেওঁ দুৰাৰোগ্য বেমাৰত মৃত্যুৰ মুখত পৰে। ১৯৪৫ চনত তেওঁ ৰচিত 'এনিমেল ফাৰ্ম' আৰু ইয়াৰ চাৰি বছৰৰ পাছত লিখা '১৯৮৪ ' দুখন বিশ্ববিখ্যাত গ্ৰন্থ। 'এনিমেল ফাৰ্ম' হৈছে জীৱ-জন্তুৰ উপকথাৰ ওপৰত ভিত্তি কৰি লিখা এখন ৰাজনৈতিক বিদ্ৰূপাত্মক ৰচনা। অৰৱেলৰ ৰচনাত চুইফ্‌ট, ভল্টায়াৰ, আলডাচ হাস্কলিৰ প্ৰভাৱ চকুত পৰে। অৰৱেল চৰম পন্থীৰ লোক আছিল আৰু তেওঁ ফেচীবাদ কমিউনিজিমক ঘৃণা কৰিছিল। 'এনিমেল ফাৰ্ম' এখন মৌলিক উপন্যাস, সুন্দৰ কল্পনাৰ সাঁচত বন্ধা মনোৰম কাহিনী। মেনৰ পামখনৰ গৰাকী জ'নছ্ৰ গড়ালত থকা গাহৰি, ঘোঁৰা, কুকুৰ, কুকুৰা, হাঁহ, কাউৰী আদিয়ে সিহঁতৰ বন্দী জীৱনৰ বিৰুদ্ধে বিদ্ৰোহ কৰা ৰসাল কাহিনী ইয়াত বৰ্ণনা কৰা হৈছে। সিহঁতৰ অভিযোগ—"মানুহেই একমাত্ৰ জীৱ, যি নিজে একো উৎপন্ন নকৰাকৈয়ে সকলোবোৰ হজম কৰে। সিহঁতে গাখীৰ নিদিয়ে, কণী নাপাৰে, হাল টানিবলৈ সিহঁতৰ গাত বল নাই, কোবেৰে দৌৰি শহাপহু ধৰিব নোৱাৰে। তথাপি সিহঁতেই সকলো প্ৰজাৰ প্ৰভু। সেইবাবে মানুহ মাত্ৰেই পশুৰ শত্ৰু, পশুসকল ভাই-ভাই।" সিহঁতে এই ভাব ফুটাই তুলিলে এটা আলোড়নময় গীতেৰে। সকলো পশুৰে গীতটো যেন হৈ পৰিল জাতীয় সংগীত। অনুবাদক ফুকনে সুৱলা অনুবাদেৰে গীতটো সংযোগ কৰি প্ৰবন্ধটো ৰসময় কৰিছে। আমি অসমাপ্ত পৰৱৰ্তী খণ্ড পঢ়িবলৈ আগ্ৰহেৰে বাট চালো। কিন্তু দুৰ্ভাগ্যৰ কথা, এনে নতুনত্বৰে ভৰা আলোচনীখন ইতিমধ্যে বন্ধ হৈছে।

★ ★ ★



## এখন উল্লেখযোগ্য স্মৃতিগ্ৰন্থ

# সৰ্বেশ্বৰ কটকী আৰু অসমৰ প্ৰত্নতত্ত্ব

অসমৰ পুৰাতত্ত্বৰ বিষয়ে যি কেইগৰাকী প্ৰয়াত মণীষীয়ে অগ্ৰ পথিকৰ ভূমিকা পালন কৰিছিল, সেই সকলৰ ভিতৰতে সৰ্বেশ্বৰ কটকীৰ নাম স্মৰণীয়। অসমৰ প্ৰাচীন ইতিহাসৰ লগত পুৰাতত্ত্বৰ সম্পৰ্ক বিস্তৃতভাৱে জড়িত বাবেই পদ্মনাথ বিদ্যাবিনোদ, ধীৰেশ্বৰ মহামহোপাধ্যয়, হেমচন্দ্ৰ গোস্বামী, সোণাৰাম চৌধুৰী, ৰাজমোহন নাথ কনকলাল বৰুৱা, সৰ্বেশ্বৰ বৰুৱা প্ৰমুখ্যে ব্যক্তিসকলে অসমৰ সংস্কৃতিৰ এটা ডাঙৰ অংশৰ পৰিচয় উদঘাটন কৰি উল্লেখযোগ্য বৰঙণি আগবঢ়াই গৈছে। সৰ্বেশ্বৰ কটকী আছিল শিক্ষক। জন্ম ১৮৯২ আৰু মৃত্যু ১৯৪৬ চন। ৫৪ বছৰীয়া জীৱিত কালত এই শিক্ষকজনে নিজ কৰ্তব্য পালন কৰিও ঘনিষ্ঠভাৱে গৱেষণালব্ধ তথ্যভিত্তিত পুৰাতত্ত্ব চৰ্চাত আত্মনিয়োগ কৰিছিল, লগতে ভাষা-সাহিত্যৰো সেৱা কৰি সকলোৰে আদৰণীয় হৈ সশ্ৰদ্ধ ভাৱে পণ্ডিত মহলত প্ৰথম শাৰীত ঠাই পুৰাইছিল। লেখমালা, মুদ্ৰা, ফলি, পুৰাতন কীৰ্তিচিহ্ন, শিলৰ মূৰ্তি, ভাস্কৰ্য, শৈল-কাৰু-কাৰ্য্য, আৰু অলংকাৰ, পোৰামাটি আদি প্ৰত্নতাত্ত্বিক কৰ্মৰাজিৰ লগত কটকীৰ যি জোন-বেলিৰ সম্বন্ধয়, যি অভিন্ন মনৰ সংযোগ, যি আকৰ্ষণীয় নতুন তথ্য উদ্‌ঘাটন, যি নিৰাসক্ত দৃষ্টিভংগী আৰু বিশ্লেষণ, তেনেহেন প্ৰত্নতত্ত্বৰ অনুৰাগী ব্যক্তিজনে যি সৰ্বভাৰতীয় স্বীকৃতি যথাৰ্থতে পাব লাগিছিল, নাপালে। অসমৰ দৰে নগণ্য অৱহেলিত ৰাজ্য এখনত জন্মলাভ কৰা অনেক পুৰাবিদ প্ৰজ্ঞাজনৰ দৰে তেওঁৰ নামো ভাৰতীয় প্ৰাচীনত্বৰ ইতিহাসত লিপিবদ্ধ নহ'ল। সেই লক্ষ্যৰ প্ৰতি ভাৰতীয় গৱেষকসকলৰ দৃষ্টি নপৰিল। সৰ্বেশ্বৰ কটকীৰ উল্লেখনীয় অৱদানৰ সংক্ষিপ্ত আলোচনা বৰ্তমান আলোচ্য স্মৃতিগ্ৰন্থৰ ভিত্তিভূমি। সীমাবদ্ধ পৰিসৰত কটকীৰ সকলো কৰ্ম-কৃতিৰ মূল্যায়ন সাধ্যৰ অতীত। তথাপি কটকীৰ গুণমুগ্ধসকলে কটকীৰ প্ৰতি যি সশ্ৰদ্ধ নিবেদন জনাইছে সেইখিনি নিশ্চয় অভিনন্দিত আৰু প্ৰশংসনীয়। গ্ৰন্থখনৰ মুখ্য সম্পাদনাত থকা সাহিত্যিক নগেন চৌধুৰীৰ বহু পৰিশ্ৰম সাৰ্থক হৈছে। সাৰ্থক হৈছে প্ৰকাশনৰ দায়িত্বত থকা বিদ্যোৎসাহী অধ্যাপক ড° কিৰণ শৰ্মাৰ অন্যতম পৰিশ্ৰমী আৰু কুশলী প্ৰবন্ধ নিৰ্বাচন আৰু প্ৰকাশ সমীক্ষা। কটকীৰ পুত্ৰ শ্ৰীভূৱনেশ্বৰ কটকী আৰু শ্ৰীদুৰ্গেশ্বৰ কটকী, শ্ৰীবিশ্বেশ্বৰ কটকী আৰু শ্ৰীতাৰকেশ্বৰ কটকীয়ে পিতৃঋণ সাধিবলৈ গ্ৰন্থখনত আৰ্থিক দিশৰেপৰা আৰম্ভ কৰি ছপা আৰু উন্মোচন কাৰ্য্য সম্পূৰ্ণ কৰালৈকে অশেষ যত্ন আৰু যাৱতীয় সহায় আগবঢ়াইছিল। ইয়াৰ বাহিৰেও চৰকাৰৰ ঘৰৰপৰা উদ্‌যাপন সমিতিয়ে আৰ্থিক সাহায্য লাভ কৰিছিল। এইবোৰ বদান্যতাৰ কথা উল্লেখ কৰিব লগা হৈছে এইবাবেই যে অসম প্ৰকাশন পৰিষদৰ কাৰ্য্যসূচীত থকা সত্ত্বেও

কটকীৰ ৰচনাৱলীয়ে দহ বছৰতেও ছপাৰ মুখ নেদেখিলে। সাহিত্য সভায়ো পিচত পালমৰাবিধৰ অনুষ্ঠান এটা পাতিয়েই দায়িত্ব একৰালে। সেইবাবে, ড° ভুৱন মোহন দাসৰ দৰে কটকীৰ প্ৰতি শ্ৰদ্ধাৱান ব্যক্তি আগবাঢ়ি আহিব লগাত পৰিল আৰু তেওঁৰ পালনীয় শ্ৰদ্ধা সম্পাদন কৰাৰ অৰ্থে আৰু এখন আকৰ্ষণীয় স্মৃতিগ্ৰন্থ প্ৰকাশ কৰাৰ হকে তেওঁৰে নেতৃত্বত বহল ভিত্তিত উদ্‌যাপন সমিতি গঠন হ'ল। লগতে জন্ম শতবাৰ্ষিকী উৎসৱো অনুষ্ঠিত হ'ল। সহযোগ কৰিলে গুৱাহাটী সাহিত্য সভাই। এই স্মৃতিগ্ৰন্থখন ১৬৪ পৃষ্ঠাৰ আৰু ইয়াৰ সূচীপত্ৰত আছে অসমীয়া প্ৰ ৱন্ধৰ লগতে কেইটামান ইংৰাজী নিবন্ধ। বিষয় বিভাজন এনেকুৱা, (ক) কটকী আৰু পুৰাতত্ত্ব (খ) প্ৰত্নতত্ত্বৰ জলঙাইদি, (গ) স্মৃতিৰ গাছপেৰা, (ঘ) সাহিত্য চিন্তা-চৰ্চা, (ঙ) চানেকীৰে জীৱনৰ আৰু ইংৰাজী খণ্ডৰ (চ) প্ৰবন্ধকেইটা। গ্ৰন্থখনৰ শেষৰফালে শ্ৰদ্ধাঞ্জলি শিতান এটাও সংযোগ হৈছে। কটকী আৰু পুৰাতত্ত্ব খণ্ডত ড° মহেশ্বৰ নেওগ, ড° হেৰম্বকান্ত বৰপূজাৰী, বেণুধৰ শৰ্মা, ড° ভুৱনমোহন দাস, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, ড° সত্যেন্দ্ৰ নাথ শৰ্মা, ড° সূৰ্য্যকান্ত বৰপূজাৰী, অতুলানন্দ গোস্বামীৰ প্ৰ ৱন্ধত কটকীক সাৰ্থক প্ৰত্নতত্ত্ববিদ ৰূপে বৰ্ণনা কৰা হৈছে। তেনেকৈ 'প্ৰত্নতত্ত্বৰ জলঙাইদি, শিতানতো ভালেকেইটা প্ৰত্ন-উপাদানেৰে গধূৰ প্ৰবন্ধ পঢ়িবলৈ পোৱা গৈছে। 'স্মৃতিৰ গাছপেৰা'ত বিনন্দ চন্দ্ৰ বৰুৱা, যজ্ঞেশ্বৰ শৰ্মা প্ৰভৃতি লোকে ইতিহাস চেতনা সম্পৰ্কে সাৱগৰ্ভ প্ৰবন্ধ লিখিছে। সাহিত্যচিন্তা-চৰ্চা, চানেকীৰে জীৱনৰ শিতানত কটকীৰ সাহিত্যৰাজিৰ পৰিচয় দিয়া হৈছে। ইংৰাজী শিতানত থকা কনকলাল বৰুৱাৰ প্ৰবন্ধত মন্দিৰ আৱিষ্কাৰ আৰু ইয়াৰ শিল্প-কলাৰ প্ৰসংগ উল্লেখিত হৈছে। স্মৃতিগ্ৰন্থখনত কটকীৰ পৰিয়ালৰ বিৱৰণ সহ চিত্ৰও সন্নিৱিষ্ট কৰা হৈছে। সম্পাদক শ্ৰীনগেন চৌধুৰীয়ে গ্ৰন্থখন সশ্ৰদ্ধভাৱে সম্পাদনা কৰি তেওঁৰ যোগ্যতা প্ৰমাণ কৰি ধন্যবাদৰ পাত্ৰ হৈছে।

অন্যান্য অনেক বিদ্যাৰ দৰে পুৰাতত্ত্ব বিষয়টোৰে আমাৰ বিদ্যাব্ৰতী সমাজত এতিয়াও যোগ্য সন্মান লাভ কৰা নাই। সৰ্বেশ্বৰ কটকীৰ দৰে লোকে যিদৰে নিষ্ঠাৰে অসমৰ বিস্মৃতপ্ৰায় ঐতিহাসিক উপদানসমূহ পোহৰলৈ আনিবলৈ চেষ্টা চলাইছিল, তেনে উদ্যম আজিকালি নোহোৱা হৈছে। প্ৰত্নতত্ত্বৰ চৰ্চাৰ ভিত্তি দৃঢ় হ'লে প্ৰাচীন অসমৰ বহুতো সমল উদ্ধাৰ হ'ব আৰু অধ্যয়নৰ গুৰুত্ব বাঢ়িব। আমি আশাকৰো, সৰ্বেশ্বৰ কটকীৰ স্মৃতিগ্ৰন্থৰ দৰে আন সকল প্ৰত্নতত্ত্ব বাটকটীয়াৰো নিৰ্ভৰযোগ্য, বিস্তৃত সমীক্ষাত্মক নিবন্ধমালা প্ৰকাশ পাব।

* * *



# এখন ঐতিহ্যবাহী পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ

ভৰতৰ নাট্যশাস্ত্ৰ এনে এখন প্ৰাচীন সংস্কৃত গ্ৰন্থ যিখনৰ উল্লেখ প্ৰায়ে শুনা যায়— অভিনয় প্ৰসংগত। ভাৰতীয় নাটকৰ ক্ষেত্ৰত বিশেষকৈ, এই গ্ৰন্থখন এখন বিশ্বকোষৰ লেখীয়া। এই গ্ৰন্থখনত নাটক যদিও মূল বিষয়বস্তু, ইয়াত অভিনয়ৰ লগত সম্পৰ্ক থকা আন আন বিষয়সমূহেও মৰ্য্যাদা লাভ কৰিছে। নৃত্য-গীত-বাদ্য এই তিনিবিধ বিদ্যাকো শাস্ত্ৰখনে অন্তৰ্ভুক্ত কৰি সেইবোৰৰ ওপৰত বিধি-বিধান লিপিবদ্ধ কৰিছে। ভৰত নাট্য শাস্ত্ৰৰ ৰচনা সময় লৈ বিভিন্ন মত-অভিমত আছে। কোনোৱে এই শাস্ত্ৰখন খ্ৰীষ্টপূৰ্ব তৃতীয় কিম্বা পঞ্চম শতিকাত ৰচিত হৈছিল বুলি অনুমান কৰিছে। কোনোৱে আকৌ তাতোকৈ পুৰণি বুলি মত দিছে। কিন্তু এটা কথা সৰ্বসন্মত যে নৃত্য-গীত-বাদ্য সংযোগেৰে পৰিপূৰ্ণ নাট্যশাস্ত্ৰ গ্ৰন্থখন ভাৰতীয় নাট্যকলা বিষয়ক বিস্তৃত গ্ৰন্থ আৰু সংস্কৃত সাহিত্যৰ পৰম সম্পদ। পৃথিৱীৰ আন দেশত এই ধৰণৰ গ্ৰন্থ আৰু পাবলৈ নাই। অকল সংগীতৰ বিষয়তে গ্ৰন্থখনে এক চতুৰ্থাংশতকৈয়ো অধিক অধ্যায় আলোচনা কৰিছে। নাটকৰ কথাটো ক'বকে নালাগে। নাটকৰ আৰম্ভৰপৰা শেষলৈকে ইয়াত সকলো দিশ বিতংভাৱে দাঙি ধৰা হৈছে। ইয়াত ৩৬টা অধ্যায় সন্নিবিষ্ট হৈছে আৰু শ্লোকসহ গদ্যাত্মক উক্তি আছে ছয় হাজাৰ।

এটা কথা কৈ থোৱা ভাল যে নাট্য শব্দৰ লগত এই বিদ্যাৰ সম্পৰ্ক গভীৰ। নটসকলে নাট বিদ্যাক বৃত্তি বা জীৱিকা হিচাপে লওতে কিছুমান নীতি-নিয়ম, বিধি বিধান মানি চলিব লাগে। নট শব্দৰ অৰ্থ হৈছে অভিনেতা। এই অভিনেতাজনে যি নিৰ্দেশ অনুসৰণ কৰি বা যি নিৰ্দেশ পালন কৰি তেওঁৰ অভিনয় বৃত্তিত পাৰদৰ্শিতা অৰ্জন কৰে, সেই নিৰ্দেশ বা শাসনকে শাস্ত্ৰ বোলা হৈছে। নটবৃত্তৰ শাসন, নিয়ন্ত্ৰণ বা পাঠ্যক্ৰম থকাৰ বাবেই ভৰতৰ গ্ৰন্থখনক নাট্য-শাস্ত্ৰ বুলি কোৱা হৈছে। অনুভূতি, চেতনা , জ্ঞান, প্ৰজ্ঞা আৰু উপলব্ধিৰে নাট্যকলাক চিত্ত-বিনোদক আৰু শিক্ষাপ্ৰদ কৰি তুলিবলৈ ভৰত নাট্য শাস্ত্ৰই বিধান দিছে আৰু এই বিধানবোৰ নিষ্ঠাৰে পালন কৰিবলৈ নটসকলক উপদেশ দিছে। নাট্য শব্দটোৰ ব্যাখ্যা বহল। সকলো শাস্ত্ৰ, শিল্প আৰু বিবিধ কলা-কৌশলৰ সমাহাৰত এই শব্দটো ভৰতে ব্যৱহাৰ কৰিছে। অভিনৱ গুপ্তৰ কথাত ক'বলৈ হ'লে, "নাট্যস্য নটবৃত্তস্য শাস্ত্ৰং শাসনোপায়ং গ্ৰন্থং প্ৰৱক্ষ্যামি।" আনে কৰা কামৰ অনুকৰণকে নাট্য বোলে। "কৃতানুকৰণং লোকে নাট্যমিত্যভিধীয়তে।" সাধাৰণ কথাত ক'বলৈ হ'লে , অভিনয়-কলাকে নাট্য বোলা হয় আৰু এই বিষয়ত যি নিৰ্দেশ আছে সেয়ে ভৰতৰ নাট্যশাস্ত্ৰ। ভাৰতীয় নটবিদ্যাৰ বিষয়ে এনে পৰিপূৰ্ণ গ্ৰন্থ দ্বিতীয়খন নাই। জাৰ্মান পণ্ডিত হেমান, ফৰাচী পণ্ডিত পি. ৰেগনাড. জে গ্ৰেছেট, অধ্যাপক চেলভিন লেভি, অধ্যাপক এ. বি. কীথ প্ৰভৃতিয়ে এই ভাৰতীয় গ্ৰন্থখনৰ বিশ্বজোৰা খ্যাতি বৰ্ণনা কৰি গৈছে।

অধ্যাপক কীথে গ্ৰন্থখনক ভাৰতীয় অভিনয় কলাৰ মহত্তম মৌলিক আৰু নিৰ্ভৰযোগ্য প্ৰাচীন গ্ৰন্থ বুলি প্ৰশংসা-সম্বলিত টোকা লিখিছে। প্ৰাচীনতাৰ ফালৰপৰা গ্ৰন্থখনৰ ৰচনাকাল খ্ৰীষ্টপূৰ্ব ২০০ আৰু খ্ৰী. ২০০ ৰ ভিতৰত বুলি অনুমান কৰা হৈছে। ভাৰতীয় পণ্ডিত শিৱদত্ত আৰু কাশীনাথ পাণ্ডুৰংগই ১৮৯৪ চনত গ্ৰন্থখনৰ ভাৰতীয় সংস্কৰণ প্ৰকাশ কৰে। ইয়াত ভৰত নাট্যশাস্ত্ৰৰ মূল শ্লোক আৰু ব্যাখ্যা সন্নিবিষ্ট আছিল।

নাট্যশাস্ত্ৰৰ নিৰ্ভৰযোগ্য টীকাকাৰৰ ভিতৰত কাশ্মীৰী পণ্ডিত অভিনৱ গুপ্তৰ নাম সু-প্ৰসিদ্ধ। অৱশ্যে এওঁৰ বাহিৰেও কেইবাগৰাকী পণ্ডিতে ভৰতৰ নাট্যশাস্ত্ৰৰ ওপৰত টীকা প্ৰণয়ন কৰিছিল বুলি গম পাব পাৰি। কিন্তু এইবোৰৰ পূৰ্ণ পাঠ পাবলৈ নাই। অভিনৱ ভাৰতী নামে পৰিচিত অভিনৱগুপ্তৰ টীকা-গ্ৰন্থখনেই বৰ্তমান আলোচিত নাট্যশাস্ত্ৰখনৰ সহায়ক পুথি। ড° এছ. কে. দেই অভিনৱ গুপ্তৰ এই ভাষ্যগ্ৰন্থখনেকে আটাইতকৈ নিৰ্ভৰশীল বুলি তেওঁৰ গ্ৰন্থ 'Sanskrit Poetics' Vol. I ত উল্লেখ কৰিছে। অভিনৱ গুপ্তৰ ভাষ্য বিস্তৃত পাতনিৰে সম্পাদনা কৰিছিল ৰামকৃষ্ণ কবিয়ে। ইয়াৰ বৰোদা সংস্কৰণ ১৯২৬ চনত প্ৰথম প্ৰকাশ পাইছিল আৰু পিছলৈ কেইবাটাও সংস্কৰণ ওলাই নাট্যশাস্ত্ৰখনৰ গুৰুত্ব বৃদ্ধি কৰিছিল। ১৯২৯ চনত 'ভৰতমুনি-প্ৰণিতম নাট্যশাস্ত্ৰম' নামেৰে কাশী সংস্কৃত চিৰিজৰ অন্তৰ্গত এটা সংস্কৰণো ওলাইছিল। এইবোৰ গ্ৰন্থৰ ওপৰত পুনৰ গৱেষণা চলাই 'এচিয়াটিক চ'ছাইটি অৱ বেংগলে' ১৯৫১ চনত পণ্ডিত মনমোহন ঘোষৰ দ্বাৰা নাট্যশাস্ত্ৰখনৰ ইংৰাজী ভাঙনি এটা প্ৰকাশ কৰে। এই গ্ৰন্থখন মূল সংস্কৃতৰপৰা ভাঙনি কৰা হৈছে আৰু ইয়াত সুদীৰ্ঘ ভূমিকা আৰু নাট্য-ভাষ্য দিয়া হৈছে। ভাৰতীয় প্ৰাদেশিক ভাষাটো গ্ৰন্থখন অনূদিত হৈছে। তামিল, তেলেগু, মালায়ালাম, মাৰাঠী, বঙালী আদি ভাষাত ওলোৱা অনুবাদ চকুত পৰিছে আৰু স্থানীয় নৃত্য-নাট্যত ব্ৰতী হোৱা শিল্পীসকলে ভৰতৰ নাট্যশাস্ত্ৰৰ বিধি-বিধান প্ৰয়োগ কৰাত উৎসাহিত হৈছে।

সদ্যহতে আমাৰ হাতত পৰিছে ভৰতৰ নাট্যশাস্ত্ৰৰ মূল সংস্কৃতসহ অসমীয়া অনুবাদৰ প্ৰথম খণ্ড। এই কাৰ্য্য সম্পূৰ্ণ কৰিছে বিদ্বান ব্যক্তি নিত্যানন্দ শাস্ত্ৰীয়ে। গ্ৰন্থখনৰ সংশোধন, সংযোজন আৰু সম্পাদনা কৰিছে বৰ্তমান ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য সংস্কৃত পণ্ডিত ডক্টৰ মুকুন্দমাধৱ শৰ্মাই। প্ৰকাশন পৰিষদে তাহানিয়েই হাতত লোৱা কামফেৰা আজিলৈকে কৰিব নোৱাৰাত অসম নাট্য সন্মিলনে পূৰণ কৰাত আমি অতিশয় আনন্দিত হৈছো আৰু সন্মিলনৰ সভাপতি ফণী তালুকদাৰ আৰু সাধাৰণ সম্পাদক জীৱেশ্বৰ গোস্বামীক অভিনন্দন জনাইছো। আৰ্থিক সংকটৰ মাজত কঁকাল পোন কৰিব নোৱাৰা অৱস্থা এটা লৈয়ো অসম নাট্য সন্মিলনে এনে এটা মহৎ কাম হাতত লৈ সকলোৰে প্ৰশংসাৰ পাত্ৰ হৈছে। অনুবাদ গ্ৰন্থখনত মূল নাট্যশাস্ত্ৰৰ আঠোটা অধ্যায়হে যুগুতাই ছপা কৰা হৈছে আৰু বাকী ২৮ টা অধ্যায় কেইবাটাও খণ্ড খণ্ড কৰি ছপাই উলিয়াবলৈ নাট্য সন্মিলনে প্ৰস্তুতি চলাইছে। অনুবাদক সংস্কৃতজ্ঞ পণ্ডিত নিত্যানন্দ শাস্ত্ৰী মহাশয়ে যি কঠোৰ পৰিশ্ৰমেৰে অনুবাদ কাৰ্য্য সমাপণ কৰিছে, সেই কথা গ্ৰন্থখন পঢ়িলেই বোধগম্য হ'ব। গ্ৰন্থখনৰ মূল্য বঢ়াইছে সংস্কৃত আৰু

অসমীয়া ভাষাৰ বিদগ্ধ পণ্ডিত ডক্টৰ মুকুন্দমাধৱ শৰ্মাৰ সম্পাদনা কাৰ্য্যই। তেওঁ যত্ন সহকাৰে সংস্কৃত শ্লোকসমূহৰ সংশোধন আৰু সংযোজন কৰি গ্ৰন্থখন প্ৰকাশ কৰাত নাট্য সন্মিলনক সহায় আগবঢ়াইছে। এই কথা 'প্ৰকাশকৰ দুষাৰ' কলমত কৃতজ্ঞতাৰে স্বীকাৰ কৰা হৈছে। আশা কৰা হৈছে, এই গ্ৰন্থখনে ভাৰতবৰ্ষৰ ঐতিহ্যমণ্ডিত অভিনয়কলা সম্পৰ্কীয় প্ৰাচীন মূল্যৱান গ্ৰন্থ ভৰতৰ নাট্যশাস্ত্ৰৰ লগত কলাপ্ৰেমী অসমৰ পাঠকসকলক, লগতে অনুসন্ধিৎসু নৃত্য-নাট্যৰ ছাত্ৰ-ছাত্ৰীসকলকো তেওঁলোকৰ জ্ঞানৰ সীমা বহল কৰাত সহায়ক হ'ব। যি সময়ত অসমৰ নৃত্যক এক শাস্ত্ৰীয় পৰ্য্যায়লৈ নিয়াৰ কথা চিন্তা কৰা হৈছে, সেই ক্ষেত্ৰত ভৰত নাট্যশাস্ত্ৰৰ মূল তত্ত্বসমূহো ফঁহিয়াই চোৱাৰ সময় আহিছে। এই পঞ্চমবেদৰ ওপৰতে ভিত্তি কৰি ভাৰতীয় বিখ্যাত নৃত্যধাৰাসমূহে নিজৰ অস্তিত্ব সংৰক্ষণ কৰিও আংগিক, বাচিক, সাত্ত্বিক আৰু আহাৰ্য অভিনয় -পদ্ধতি অধিক মনোগ্ৰাহী কৰাত গুৰুত্ব আৰোপ কৰিছে। অসমত নৃত্যাভিনয়ৰ চৰ্চাত ভৰতৰ নাট্যশাস্ত্ৰৰ বিধি-বিধানসমূহ কেনেভাৱে প্ৰযোজ্য সেইকথা বিষদভাৱে অধ্যয়ন আৰু চৰ্চা কৰা প্ৰয়োজন আছে। এই প্ৰসংগতে ডক্টৰ মহেশ্বৰ নেওগৰ সম্পাদনাত প্ৰকাশ পোৱা শুভংকৰ কবি প্ৰণীত শ্ৰীহস্ত মুক্তাৱলীৰ অসমীয়া পাঠলৈকো আমি মনত পোলাইছো। এইবোৰৰ তুলনামূলক আলোচনা কামনা কৰিছো।

শাস্ত্ৰী মহাশয়ে যি আঠোটা অধ্যায়ৰ ভাঙনি কৰিছে তাৰ প্ৰত্যেকটো অধ্যায়তে মূল সংস্কৃত শ্লোক, লগতে ইয়াৰ অসমীয়া অনুবাদ যুগুতাই দিছে। অনুবাদ যে আক্ষৰিক হৈছে, সেই কথা ডক্টৰ মুকুন্দমাধৱ শৰ্মাই তেওঁৰ মূল্যৱান পাতনিত সদৰি কৈছে। তেওঁ পাতনিত ৩৬ অধ্যায়ৰ (চৌখম্বা সংস্কৰণ) একোটা চমু আভাসেৰে দাঙি ধৰিছে— যিটোৱে নজনা জনকো ভৰত নাট্যশাস্ত্ৰৰ বিষয়ে এটা সম্যক ধাৰণা দিব পাৰিব।

শাস্ত্ৰীৰ অনূদিত আঠোটা অধ্যায়ত আছে, (১) আত্ৰেয় প্ৰভৃতি মুনিসকলে ভৰতমুনিক সোধা পাঁচটা প্ৰশ্নৰ বিৱৰণ- নাট্যবেদৰ উৎপত্তি কেনেকৈ হ'ল? কাৰ কাৰণে নাট্যবেদৰ প্ৰয়োজন? নাট্যবেদৰ প্ৰতিপাদ্য বিষয় কেইটা? নাট্যবেদক জানিবৰ বাবে উপায় কি কি? আৰু নাট্যবেদৰ প্ৰয়োগ কিভাৱে কৰা হয়? (২) নাট্যমণ্ডপ আৰু প্ৰেক্ষাগৃহ নিৰ্মাণৰ কৌশল, (৩) নাট্যাভিনয়ৰ বাবে মহাদেৱ, ব্ৰহ্মা, বিষ্ণু আদি দেৱতাসকলৰ আশীৰ্বাদ প্ৰাৰ্থনা, (৪) ব্ৰহ্মাই ৰচনা কৰা প্ৰথম নাটক 'অমৃত মন্থন'ৰ অভিনয়ৰ আৰু মহাদেৱৰ সন্তুষ্টিৰ বাবে 'ত্ৰিপুৰদাহ' নাটকৰ অভিনয়ৰ বিৱৰণ। এই প্ৰসংগত বিভিন্ন অংগহাৰ (শৰীৰৰ অংগসমূহৰ পৰিচালনা কৌশল), ১০৮ বিধ কৰণ (শৰীৰৰ ভংগী), বিভিন্ন ৰেচক (ইংগিত ধৰ্মী অংগী-ভংগী), তাণ্ডৱ-নৃত্যৰ উৎপত্তি আৰু নৃত্য প্ৰদৰ্শনৰ কৌশল চতুৰ্থ অধ্যায়ত বিৱৰি কোৱা হৈছে। এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে নাট্য, নৃত্য আৰু নৃত্ত- এই ত্ৰিবিধ কলাৰ পাৰ্থক্য আছে। নৃত্ত শব্দই তাল-লয় সংযুক্ত অংগবিক্ষেপক বুজায়। নৃত্ত শব্দই অনুকৰণাত্মক অংগ চালনাৰদ্বাৰা ভাব প্ৰকাশ কৰা বুজায়। মাৰ্কেণ্ডেয় পুৰাণত কোৱা হৈছে যে নৃত্ত আৰু নৃত্য উভয়ে পদ চালনাৰ দ্বাৰা প্ৰকাশ পায়। নৃত্য, গীত বাদ্য আৰু সংলাপে নাট্যৰ সৃষ্টি কৰিছে। নাট্যশাস্ত্ৰত নৃত্ত আৰু নৃত্যৰ বাহিৰেও নাট্যৰ স্বতন্ত্ৰ বৈশিষ্ট্য অনেক আছে বুলি কোৱা হৈছে। পৰাম্পৰাগত উক্তি অনুযায়ী শিৱ-পাৰ্বতীক নৃত্য বিশেষজ্ঞ বুলি কোৱা হয়।

এওঁলোকৰ মিলিত নৃত্যকে লাস্য আৰু তাণ্ডৱ নৃত্য বুলি বিবেচিত হয়। ভৰতৰ নাট্য প্ৰয়োগৰ ক্ষেত্ৰত গন্ধৰ্ব আৰু অপ্সৰা প্ৰয়োজন হোৱাত নৃত্ত আৰু নৃত্য সংযুক্ত হৈছে বুলি টীকাকাৰসকলে ব্যাখ্যা দিছে। ভৰত নাট্যশাস্ত্ৰত তাণ্ডৱৰ লক্ষণসমূহ যে দক্ষিণ ভাৰতৰ চিদাম্বৰমৰ নটৰাজ মন্দিৰৰ পূৱ আৰু পশ্চিম গোপুৰত ১০৮ টা কৰণৰ যি শিলত কাটি থোৱা চিত্ৰভাস্কৰ্য্য আছে তাত প্ৰতিটো চিত্ৰৰ তলত প্ৰদৰ্শিতকৰণৰ বিৱৰণ থকা নাট্যশাস্ত্ৰৰ শ্লোক আছে। অলপতে প্ৰখ্যাত নৃত্যপটীয়সী ড॰ পদ্মা সুব্ৰমণিয়ামে দূৰদৰ্শন যোগে ১০৮ বিধ কৰণ প্ৰদৰ্শন কৰিছিল। (৫) পঞ্চম অধ্যায়ত পূৰ্বৰংগ, নান্দী, ধ্ৰুৱাগীত আৰু প্ৰস্তাৱনাৰ বিষয়ে কোৱা হৈছে। (৬) ষষ্ঠ অধ্যায় হৈছে ৰস বিকল্প। ইয়াত মুনিসকলে আচাৰ্য্য ভৰতক ৰসৰ ব্যাখ্যা, ব্যুৎপত্তি প্ৰভৃতিৰ সম্পৰ্কে প্ৰশ্ন কৰিছে. ভৰতে মুনিসকলক ৰস আৰু ভাবৰ প্ৰভেদ বুজাবলৈ বিস্তৃত বৰ্ণনা দাঙি ধৰিছে. (৭) অধ্যায়ত আছে ভাৱৰ ব্যাখ্যা। কেনে পৰিস্থিতিত ভাৱৰ সঞ্চাৰ হয় তাকো ইয়াত বিৱৰি কোৱা হৈছে। (৮) এই অধ্যায়ত অভিনয়ৰ বিধানসমূহ কোৱা হৈছে। অভিনয়নো কি, অভিনয় কেই প্ৰকাৰ আদি সামৰা হৈছে। আংগিক অভিনয়ৰ ক্ষেত্ৰত আচাৰ্য্য ভৰতে প্ৰাসংগিক বিষয়ৰ অৱতাৰণা কৰিছে। অভিনয়ভেদে শৰীৰ, মুখ, অংগ-প্ৰত্যংগ আৰু উপাংগৰ বিস্তাৰ প্ৰভৃতি এই অধ্যায়ত কোৱা হৈছে। স্থানভেদে, ৰসভেদে, চৰিত্ৰভেদে আংগিক অভিনয় নিষ্পত্তি হয়। আংগিক অভিনয়ৰ মূল বিভাগ দুটা। যথা-- পদাৰ্থাভিনয় আৰু বাক্যাভিনয়। প্ৰত্যেক শব্দ বা ভাৱৰ স্বৰূপ হস্তৰদ্বাৰা দেখুৱাব পাৰি।

উল্লেখযোগ্য যে, নাট্যশাস্ত্ৰৰ অষ্টম অধ্যায়ৰপৰা ত্ৰয়োদশ অধ্যায়লৈকে আংগিক অভিনযৰ ব্যাখ্যা আৰু নিৰ্দেশ আছে। ক'ব পাৰি, শাস্ত্ৰীদেৱে গ্ৰন্থখন অষ্টম অধ্যায়ত অন্ত নকৰি ত্ৰয়োদশ অধ্যায়লৈকে সামৰাহেঁতেন এটা অতি প্ৰয়োজনীয় বিষয় বিষদভাৱে প্ৰকাশ পালেহেঁতেন। যাইওক, আমি পৰৱৰ্ত্তী খণ্ডত বাকী থকা বিৱৰণখিনি পাবলৈ বাট চালো।

নাট অভিনযৰ অংগী-ভংগী, বাক্য, বেশভূষা, ৰস-সঞ্চাৰ, ভাৱ-সঞ্চাৰ, কাহিনী উপস্থাপন আদি বহুতো বিষয় জড়িত আছে। সেইবাবে ভৰতৰ নাট্যশাস্ত্ৰখনৰ অসমীয়া ভাঙনি নিশ্চয় উল্লেখনীয় কাম হৈছে। এই মহান গ্ৰন্থখন ভালকৈ হৃদয়ঙ্গম কৰিব পাৰিলে, আমি ভাৰতীয় থিয়েটাৰৰ, ঐতিহাসিক সাংগঠনিক আৰু পৰিবেশন পদ্ধতি বুজিব পাৰিম। ক'ব লাগিব যে আচাৰ্য্য ভৰতৰ বিষযবস্তুৰ ওপৰত অগাধ জ্ঞান আছিল। তেওঁ নাট্যশাস্ত্ৰত নাট্য সংগঠন আৰু ইয়াৰ লগত অন্তৰ্ভুক্ত হৈ থকা আন আন বিষয়বোৰ অতি বিচক্ষণতাৰে ব্যাখ্যা কৰিছে। আমি পুনৰ অসম নাট্য সন্মিলনক এনে প্ৰচেষ্টাৰ বাবে শলাগ লৈছো। ধন্যবাদ জনাইছো-- শ্ৰদ্ধেয় নিত্যানন্দ শাস্ত্ৰী মহাশয়ক আৰু সম্পাদক ডক্টৰ মুকুন্দমাধব শৰ্মাদেৱক।

★ ★ ★

# শ্ৰুতি-ভাৰতী

অসম বেদ সম্মেলন সমিতি,

'শ্ৰুতি-ভাৰতী' অখিল ভাৰতীয় বেদ সন্মেলনৰ গুৱাহাটী অধিবেশন উপলক্ষে প্ৰকাশিত বিশেষ স্মৃতিগ্ৰন্থ সংকলন। প্ৰায় দুকুৰিজন লেখকৰ আঢ়ৈ কুৰিমান গধুৰ প্ৰবন্ধৰ এই সংকলখন সম্পাদনা কৰিছে ড° থানেশ্বৰ শৰ্মা আৰু ড° মালিনী গোস্বমীয়ে। ইয়াত থকা প্ৰবন্ধবোৰ মূলত বেদ বিষয়ক বিভিন্নজনৰ আলোচনা। এইবোৰ প্ৰবন্ধৰ যোগেদি বৈদিক সাহিত্যৰ মূল ভিত্তি আৰু বেদজ্ঞানৰ প্ৰয়োজনীয়তা ব্যাখ্যা কৰা হৈছে। অকল ভাৰতবৰ্ষতে নহয়, সমগ্ৰ বিশ্বত বেদৰ সাহিত্যকৃতি প্ৰশংসিত। বিশ্ব-সাহিত্যৰ প্ৰাচীনতম কীৰ্তিচিহ্ন ৰূপে বেদসমূহ মহাকাব্যৰ দৰে মনোৰম ক্লাচিক্‌ছ। ক্লাচিক্‌ছ বাবেই ইয়াৰ স্থায়িত্ব কালজয়ী। মহাকালৰ পৰীক্ষাত উত্তীৰ্ণ হৈ বেদ সাহিত্যই যুগ যুগ অতিক্ৰম কৰি চিৰদিনৰ আগ্ৰহ আৰু বৈশিষ্ট্য ৰক্ষা কৰাত সমৰ্থ হৈছে। হিন্দুধৰ্মৰ ব্যাখ্যা আজিকালি বিকৃত হ'বলৈ আৰম্ভ কৰিছে।

হিন্দুধৰ্মৰ কথা ক'লেই কোনোৱে সাম্প্ৰদায়িক প্ৰৱণতাৰ প্ৰশ্ন তোলে। 'হিন্দু' শব্দটো আহিছে পাৰ্চীসকলৰপৰাহে। মুছলমানসকলে নিজৰ ধৰ্মৰপৰা পৃথক বুজাবলৈ তেওঁলোকৰ প্ৰৱেশৰ পিছত ভাৰতত প্ৰচলিত ধৰ্মকে 'হিন্দুধৰ্ম' বুলি আখ্যা দিছিল। ইংৰাজে হিন্দুধৰ্মৰ লগত হিন্দু জাতীয়তাবাদ সংযোগ কৰি ইয়াৰ মহত্তম সংজ্ঞা সংকুচিত কৰিলে। প্ৰকৃততে পুৰণিকালত ভাৰতীয় ঐতিহ্যই হৈছে হিন্দুধৰ্মৰ মূল আদৰ্শ। এই ঐতিহ্যই হৈছে হিন্দুধৰ্মৰ মূল আদৰ্শ। এই ঐতিহ্য ভাৰতীয় সংস্কৃতি। বহুজন হিতায় বহুজন সুখায় এই সংস্কৃতি হাজাৰ হাজাৰ বছৰ ব্যাপি সমন্বয় আৰু শুভকামনাৰে গঢ় লৈ উঠিছে। সকলো ভাৰতীয় এই মিশ্ৰিত সংস্কৃতিৰ উত্তৰাধিকাৰী। বৈচিত্ৰ্যৰ মাজতে ভাৰতীয় সংস্কৃতিয়ে বিকাশ লাভ কৰিছে আৰু ইয়াৰ জ্বলন্ত নিদৰ্শন-বেদ। বেদৰ সৰ্ব্বব্যাপি আকৰ্ষণ পৰিব্যপ্ত হৈ আছে বিভিন্ন শাস্ত্ৰসমূহত। বেদৰ সিদ্ধান্তবোৰ চমকপ্ৰদভাৱে সত্য বুলি সাম্প্ৰতিক কালৰ বৈজ্ঞানিক পৰীক্ষা-নিৰীক্ষাত প্ৰতিপন্ন হৈছে। উহদাহৰণস্বৰূপে আঙুলিয়াব পাৰি যে, অলপতে বাতৰি কাকতত প্ৰকাশ পাইছিল যে এগৰাকী ভাৰতীয় ৰহস্যবাদীয়ে ঋগ্বেদত থকা চাৰি হাজাৰ বছৰৰ আগৰ জ্যোতিষ শাস্ত্ৰ বিষয়ৰ সূত্ৰ এটাৰ উদ্ধৃতি দি কৈছে যে- বৈদিক যুগৰ গণনা মতে সৌৰ বছৰ হৈছে ৩৬৪,২৪,৬৭৫ দিন। এই গণনা বৰ্তমান কালৰ জোতিৰ্বিজ্ঞানীসকলে শুদ্ধ বুলি ৰায় দি কৈছে যে, ঋগ্বেদ অকল মন্ত্ৰ সাহিত্যৰে সংগ্ৰহ নহয়, এই গ্ৰন্থ মহাজাগতিক সম্বন্ধেও মূল্যৱান। ঋগ্বেদত উল্লেখ আছে যে সূৰ্য্যৰ পৃথিৱীৰপৰা দূৰত্ব ১০৮ সূৰ্য্য- ব্যাস

(Sun-diametres) আৰু চন্দ্ৰ আৰু পৃথিৱীৰ দূৰত্ব হৈছে ১০৮ চন্দ্ৰ- ব্যাস (moon-diametres)। আধুনিক জ্যোতিষবিদৰ মতে প্ৰকৃত দূৰত্ব হৈছে যথাক্ৰমে ১০৭.৬ (সূৰ্য্য-পৃথিৱীৰ) আৰু ১১০.৬ (চন্দ্ৰ পৃথিৱীৰ)। এই গণনা বৈদিক যুগৰ গণনাৰ প্ৰায় নিকট ৱৰ্তী। (ড° সুভাস কক ঃ আমেৰিকাৰ লুইচিয়ানা বিশ্ববিদ্যালয়ৰ কম্পিউটাৰ-বৈজ্ঞানিক গৱেষণা পত্ৰৰ উদ্ধৃতি) ড° ককে বেদৰ বৈজ্ঞানিক ভিত্তি চমকপ্ৰদ বুলি প্ৰশংসা কৰি বহুতো বিজ্ঞানসন্মত তথ্য প্ৰকাশ কৰিছে।

আলোচ্য গ্ৰন্থ সংকলনখনত বেদ ৰচনাৰ সময় নিৰ্ণয় সম্পৰ্কে আলোচনা কৰা হৈছে। মতান্তৰ থাকিলেও কাঞ্চীৰ শংকৰাচাৰ্য্যৰ প্ৰবন্ধত (অনুবাদক- ড° লক্ষহীৰা গগৈ চুতীয়া) আনুমানিক যীশুখ্ৰীষ্টৰ জন্মৰ প্ৰায় ডেৰ হাজাৰ বছৰ পূৰ্বেই হোৱা বুলি ঠাৱৰ কৰা হৈছে। বেদৰ কাল নিৰূপণ কৰোতে অনুসৃত পদ্ধতিটো হ'ল ঋক্ সংহতিৰ যুগৰপৰা কাব্য- সাহিত্যৰ যুগলৈকে হিন্দু শাস্ত্ৰবোৰৰ ৰচনা ৰীতিৰ মাজত থকা পাৰ্থক্য। এই সন্দৰ্ভত কোৱা হৈছে যে কথিত ভাষাবোৰৰ ক্ষেত্ৰত প্ৰতি ২০০ বছৰৰ মূৰে মূৰে ক্ৰমাগতভাৱে স্বৰ-সংগতিৰো পৰিৱৰ্তন ঘটে। এই সূত্ৰৰ আধাৰতে বেদৰ কাল যীশুখ্ৰষ্টৰ জন্মৰ প্ৰায় ডেৰ হাজাৰ বছৰ পূৰ্বে বুলি শংকৰাচাৰ্য্য গৰাকীয়ে যুক্তি দিছে।

বেদ অধ্যয়নৰ প্ৰসংগত কেইবাটাও প্ৰবন্ধ আন্তৰিকতাৰে আয়ত্ত কৰি, তাৰ তাৎপৰ্য্য উপলব্ধি কৰি বিধিগতভাৱে পাঠ কৰাটোৰ ওপৰত গুৰুত্ব দিয়া হৈছে। অৰ্থ নুবুজাকৈ বেদ পাঠ কৰাটো আত্মাহীন শৰীৰৰ দৰে। শ্ৰাদ্ধ, উপকৰণ, বিৱাহ ক্ৰিয়া-কাণ্ডৰ লগত জড়িত মন্ত্ৰবোৰৰ অৰ্থ বুজিলে এইবোৰ অনুষ্ঠানৰ মূল উদ্দেশ্য হৃদয়ংগম কৰিব পাৰি। বিজ্ঞজনে এনে ব্যাখ্যা কৰা প্ৰয়োজন। বেদ শব্দৰ লগত অৰ্থজ্ঞান সদায় জড়িত হৈ থাকে। অধ্যাপক দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য্যই 'ঋগ্বেদত এভুমুকি' নামৰ প্ৰবন্ধৰ যোগে পৃথিৱীৰ প্ৰাচীনতম গ্ৰন্থখনৰ বিস্তৃত আলোচনা আগবঢ়াইছে। লগতে অতীজৰ আৰ্য্য সভ্যতাৰ যোগেদি সৃষ্টি হোৱা বৈদিক সাহিত্যৰ উৎকৃষ্ট নিদৰ্শনসমূহ আৰু এইবোৰৰ বিস্ময়পূৰ্ণ স্তবস্তুতিসমূহ পৰ্য্যালোচনা কৰিছে। বেদৰ মন্ত্ৰবোৰ মনোমোহা বৰ্ণনাৰে ভৰপূৰ। ইয়াত উপমা, ৰূপক, অনুপ্ৰাস আদি অলংকাৰবোৰ আকৰ্ষণীয় আৰু অৰ্থব্যঞ্জক। বেদ মন্ত্ৰৰ আবৃত্তিত আছে অভিনৱ আনন্দ। কোৱা হয় 'আবৃত্তিঃ সৰ্বশাস্ত্ৰানাং বোধদপি গৰীয়সী'। যি সকলে বেদ-পাঠ কৰিব তেওঁলোকৰ কি কি গুণ থাকিব লাগিব, সেই বিষয়েও বেদ অধ্যয়নত বিধান আছে। 'অধম বেদ-পাঠ' কাক বোলে, তাৰো বৰ্ণনা দিয়া হৈছে। ড° কালীনাথ শৰ্মাই সাম্প্ৰতিক কালত বেদ চৰ্চাৰ প্ৰয়োজনীয়াতাৰ ওপৰত, তাকো মুকলিভাৱে হোৱাটো অতি ফলপ্ৰসূ হ'ব বুলি আশা কৰিছে। প্ৰয়াত পণ্ডিত ৰজনীকান্ত দেৱশৰ্মাই 'বৈদিক ধৰ্ম আৰু উত্তৰ পূৰ্বাঞ্চল' নামৰ প্ৰবন্ধটোত পুৰণি কালত বিশাল কামৰূপৰ ভৌগোলিক বিৱৰণ দাঙি ধৰি আনুমানিক খ্ৰীষ্টপূৰ্ব তৃতীয় বা দ্বিতীয় শতিকাৰ প্ৰাগজ্যোতিষ ৰজা ভৌমনৰকৰ সংস্কৃতি প্ৰীতি উল্লেখ কৰিছে আৰু কৈছে যে এই ৰজাজন কোনো অসুৰ বা দানৱ নাছিল। তেওঁ আছিল শাস্ত্ৰজ্ঞ বেদপন্থী। তেওঁৰ দিনতে কামৰূপত সংস্কৃতিয়ে প্ৰসাৰ লাভ কৰে। লগতে, বৈদিক যাগ-যজ্ঞৰো প্ৰচলন

হয়। সপ্তম শতিকাৰ ৰজা কুমাৰ ভাস্কৰ বৰ্মাও আছিল সংস্কৃতি পৰায়ণ বুদ্ধিসম্পন্ন ব্যক্তি। তেওঁৰ দিনত বৈদিক যাগ-যজ্ঞৰ বিশেষ পয়োভৰ হয়। ক'বলৈ গ'লে বৰ্মণ বংশৰ ৰজাসকল আছিল বিদ্যোৎসাহী। তেওঁলোকে বেদজ্ঞ পণ্ডিতক ভূমিদান কৰি সন্মান জনাইছিল। পণ্ডিত দেৱশৰ্মাই ম্লেছ বংশ, সালবংশ ৰজাসকলৰো যাগ-যজ্ঞ আৰু বেদ-পাঠৰ প্ৰতি থকা শ্ৰদ্ধা স্মৰণ কৰিছে। প্ৰায়বিলাক ৰজা শিৱভক্ত হৈয়ো বৈদিক ধৰ্মৰ প্ৰতি সদায় আগ্ৰহ দেখুৱাইছিল বুলি তেওঁ প্ৰতিপন্ন কৰিছে। প্ৰবন্ধকাৰে ৰজা নৰনাৰায়ণ নিজে এগৰাকী শাস্ত্ৰজ্ঞ বুলি আখ্যা দি কৈছে ৰজাই নৱবৈষ্ণৱ আন্দোলনক পৃষ্ঠপোষকতা কৰিও বৈদিক ক্ৰিয়া-কাণ্ড অৱহেলা কৰা নাছিল। দৰাচলতে নৱবৈষ্ণৱ ধৰ্ম বৈদিক ধৰ্মৰ বিৰোধী নাছিল। মহাপুৰুষ শ্ৰীশংকৰদেৱে নিজে স্মৃতিবিহিত সকলো অনুষ্ঠান পালন কৰি নৱবৈষ্ণৱ ধৰ্মৰ উদাৰতা প্ৰতিপন্ন কৰিছিল। মহাপুৰুষ দামোদৰদেৱ আৰু মহাপুৰুষ হৰিদেৱ দুয়ো গৰাকী বৈষ্ণৱ গুৰুৱে অৱশ্যে বৈদিকধৰ্মানুষ্ঠানত দেখা দেখিকৈ প্ৰাধান্য দিয়া লক্ষ্য কৰিব পাৰি। অসমৰ প্ৰাচীন জনগোষ্ঠী বড়োসকলৰ একাংশই গ্ৰহণ কৰা ব্ৰহ্মধৰ্মও সম্পূৰ্ণ বেদমূলক বুলি প্ৰবন্ধটোত উল্লেখ আছে। আন এটা উল্লেখযোগ্য প্ৰবন্ধ হৈছে ড° মুকুন্দ মাধৱ শৰ্মা ৰচিত 'ইতিহাস পুৰাণাভ্যাং বেদং সমুপবংহয়েৎ।' বেদৰ বিস্তৃতি, বেদৰ পৰিপূৰক, বেদৰ অৰ্থৰ পৰিপুষ্টি ব্যাখ্যা কৰি প্ৰবন্ধকাৰে বেদৰ তাৎপৰ্য্য দাঙি ধৰিছে। বেদৰ জ্ঞান প্ৰচাৰত মহাভাৰত, ৰামায়ণ, পুৰাণ, ইতিহাস প্ৰভৃতিয়ে যি ভূমিকা গ্ৰহণ কৰিছে সেই কথা সৰ্বসাধৰণৰ উপকাৰৰ বাবেই বিস্তৃতি লাভ কৰিছে বুলি প্ৰবন্ধটোত উপস্থাপিত হৈছে। শ্ৰীঅমলেন্দু চক্ৰৱৰ্তীৰ 'নৱবিধ ভকতি আৰু বেদ,' শ্ৰীবিশ্বেশ্বৰ হাজৰিকাৰ 'শ্ৰীশংকৰদেৱ আৰু বেদ,' দুটা মূল্যৱান সংযোজন আৰু মনোজ্ঞ আলোচনা। সংকলনখনত সংস্কৃত, হিন্দী আৰু ইংৰাজী ভাষাতো লিখা কিছুসংখ্যক প্ৰবন্ধ আছে। বেদ বিষয়ক মুকলি মনেৰে ৰচনা কৰা প্ৰবন্ধসমূহ পঢ়ি অনুৰাগী পাঠকে নিশ্চয় লাভৱান হ'ব আৰু বেদৰ সম্পৰ্কে ভুল ধাৰণা থাকিলে সেই ধাৰণা পুনৰ চালি-জাৰি চাই লব পাৰিব। এনে এখন সংকলন আমি অকল পণ্ডিত সমাজতে আৱদ্ধ হৈ থকাটো নিবিচাৰো। ইতিহাস, কলা-সংস্কৃতিৰ অনুৰাগীসকলেও সংকলনখনৰপৰা লাভ ৱান হ'ব বুলি আশা ৰাখিছো।

★ ★ ★



এখন মনোজ্ঞ গ্ৰন্থ

## প্ৰাচীন ভাৰতৰ গণৰাজ্য

অসমৰ এগৰাকী বুৰঞ্জীবিদ সদানন্দ চলিহাৰ মৃত্যু ঘটিছিল ১৯৯৩ চনৰ ৩১ আগষ্টত। তেওঁ ছাত্ৰ অৱস্থাৰেপৰা সাহিত্যৰ প্ৰতি যে অনুৰাগী আছিল, সেই কথা মই ভালকৈ জানো। কিয়নো, আমি দুয়ো একে ঠাইতে ছাত্ৰ জীৱন কটাইছিলো। গোলাঘাট চৰকাৰী হাইস্কুলত পঢ়োতে আমি অৰ্থাৎ সদানন্দ চলিহা, চিদানন্দ শইকীয়া, গিৰীণ পটংগীয়া, প্ৰফুল্ল চলিহা আৰু মই ইউনিয়ন লাইব্ৰেৰী সংগঠন কৰি সাহিত্য-সংস্কৃতিৰ বিষয়ে চৰ্চা কৰিছিলো, সভা পাতিছিলো, হাতে লিখা আলোচনী প্ৰকাশ কৰিছিলো। সদা চলিহা আছিল তীক্ষ্ণবুদ্ধিসম্পন্ন বক্তা। সকলো বিষয়তে তেওঁ পঢ়া-শুনা কৰি আমাক সেই বিষয়ে অৱগত কৰায়। ইংৰাজী ভাষাতো তেওঁ বুৎপত্তি লভিছিল। কৌতূহলপূৰ্ণ আলোচনাৰ তেওঁ আছিল ৰসাল বক্তা। পুৰাতত্ত্ব বিষয়ত তেওঁৰ ৰাপ আছিল প্ৰবল। এবাৰ আমি একেলগে নুমলীগড়লৈ গৈছিলো বনভোজ খাবলৈ। তাত থকা ভগ্নাৱশেষবোৰ সদানন্দই অতি মনোযোগেদি নিৰীক্ষণ কৰি টোকা বহীত সবিশেষ লিখি থৈছিল। পাছত তেওঁ গৈ অধ্যাপনাত লাগিল। শিক্ষা সংক্ৰান্ত বিষয়ত জড়িত হ'ল, ব্যস্ততা বাঢ়িল। কিন্তু ব্যস্ততাৰ মাজতো তেওঁ ইতিহাস-চৰ্চা অব্যাহত ৰাখিলে। প্ৰধানতঃ পুৰণি ভাৰতৰ ইতিহাস আৰু সংস্কৃতিৰ বিভিন্ন ধাৰাক অনুসৰণ কৰি চলিহাই লিখা ভালেকেইটা তথ্যসমৃদ্ধ প্ৰবন্ধ অসমৰ বাতৰি কাকত আৰু আলোচনীত প্ৰকাশ পাইছিল। ১৯৯১ চনত তেওঁৰ 'গুৱাহাটী ঃ বুৰঞ্জীৰ খলাবমাত' নামৰ কিতাপ এখন প্ৰকাশ হৈছিল। ৰামধেনুত তেওঁৰ 'প্ৰাচীন ভাৰতৰ গণৰাজ্য' নামেৰে এলানি প্ৰবন্ধ ওলাইছিল। তেওঁৰ মৃত্যুৰ পাছত প্ৰথম মৃত্যু বাৰ্ষিকী উপলক্ষে এই প্ৰবন্ধখিনি একত্ৰিত কৰি পত্নী শ্ৰীমতী লাবণ্য চলিহাই কিতাপৰ আকাৰত ছপাই উলিয়াইছে, লগতে তিনিটা আন প্ৰবন্ধ যোগ দি গুৰুত্ব বঢ়াইছে। বাকী প্ৰবন্ধ তিনিটা হৈছে যথাক্ৰমে—'ভাৰতবৰ্ষ ভাগৱোক্ত', 'বহুজন হিতায়' আৰু 'শংকৰী ধৰ্মত সৰ্বভাৰতীয় ঐক্যৰ আদৰ্শ।'

'প্ৰাচীন ভাৰতৰ গণৰাজ্য 'নামৰ সুদীৰ্ঘ প্ৰবন্ধটোত চলিহাৰ মৌলিক চিন্তা আৰু দৃষ্টিকোণৰ পৰিচয় ফুটি ওলাইছে। তেওঁ গণৰাজ্যৰ আঁতিগুৰি আৰু সংজ্ঞা সম্পৰ্কে তেওঁৰ বিশ্লেষণ-সংশ্লেষণ খৰচি মাৰি দাঙি ধৰিবলৈ প্ৰয়াস কৰিছে। তথ্যনিৰ্ভৰ ব্যাখ্যাৰে তেওঁ দেখুৱাইছে যে ভাৰতৰ পক্ষে গণৰাজ্যৰ ধাৰণাটো নতুন নহয়। গণ বা সংঘ নামৰ লগত প্ৰাচীন ভাৰতৰ গণৰাজ্যবোৰৰ প্ৰাসংগিকতা আছিল বিদ্যমান। গৌতম বুদ্ধৰ জন্ম ঠাই কপিলাবস্তু আছিল এখন গণৰাজ্য। পুৰণি ভাৰতৰ দুগৰাকী ধৰ্মগুৰু— মহাবীৰ আৰু গৌতম বুদ্ধ দুটা গণৰাজ্যিক ফৈদৰ সন্তান। প্ৰথমজন জ্ঞাতৃক কুলৰ আৰু দ্বিতীয়জন শাক্য কুলৰ বংশধৰ। চলিহাই

লিখিছে যে বৌদ্ধ বিহাৰ আৰু সংঘাৰামবোৰৰ নিয়মতন্ত্ৰ বা গঠন প্ৰাণলীত যি লোকতন্ত্ৰৰ নমুনা পোৱা যায়, তাৰ তুলনা পৃথিৱীৰ আন ক'তো বিচাৰি পোৱা টান। সেই কালতে লোকতন্ত্ৰৰ আদৰ্শই ভাৰতভূমিত সমাদৃত হৈছিল। আধুনিক শব্দ যেনে চালিছী (arbitration), বেলট যোগে ভোট (vote by balot) আদি বৌদ্ধ প্ৰতি-মোক্ষ সূত্ৰত বা সংঘৰ নিয়ম প্ৰণালীত 'উব্বাহিকা' শলাকা নামেৰে জনা গৈছিল। বেলটৰ তৎসম শব্দ শলাকাৰপৰা অসমীয়া শলা বা শলাকাঠি ওলাইছে বুলি চলিহাই নিশ্চয় কৰিছে। জৈন সংঘও আছিল বৌদ্ধ সংঘৰ প্ৰায় অনুৰূপ। জৈনসকলৰ আটাইতকৈ সৰু সংগঠন 'সম্ভোগ'. কেইবাটাও সম্ভোগ লগলাগি 'গণ' আৰু কেইবাটাও 'গণ' লগলাগি সংঘ গঠন হয়। জৈনসকলৰ এনে সংগঠন গণৰাজ্যৰ আৰ্হি বুলি চলিহাই বৰ্ণনা কৰিছে।

প্ৰসংগক্ৰমে তেওঁ 'ৰিপাব্লিক্' শব্দৰ প্ৰচলন কেনেকৈ হ'ল তাৰো সবিশেষ দাঙি ধৰিছে। ফৰাচী ৰাজনীতি আৰু মাৰ্কিন ৰাজনীতিত গণতন্ত্ৰৰ ব্যাখ্যা আৰু প্ৰয়োগ কেনে, তাকো চলিহাই আলোচনাৰ মাজলৈ আনিছে। ক'বলৈ গ'লে গণৰাজ্যৰ ধাৰণাটো হৈছে এটা ৰাজনৈতিক পদ্ধতিৰ মূল আদৰ্শ। চৰকাৰ গঠন আৰু চৰকাৰৰ শাসন পদ্ধতি নিৰ্দ্ধাৰণত জনগণৰ জনমত হৈছে প্ৰধান বিষয়।

প্ৰাচীন ভাৰতত গণৰাজ্যৰ বিষয়ে বিশদ আলোচনা কৰা এই কিতাপখন এখন মূল্যৱান দলিল। ৰাজনীতি আৰু ইতিহাসৰ ছাত্ৰসকলে কিতাপখন পঢ়ি লাভবান হ'ব। চলিহাই বাকী তিনিটা সহযোগী প্ৰবন্ধটো বিষয়বস্তুৰ ওপৰত তেওঁৰ সাহিত্য প্ৰকাশ কৰিছে। 'শংকৰী ধৰ্মত সৰ্বভাৰতীয় ঐক্যৰ আদৰ্শ' প্ৰবন্ধত মহাপুৰুষ শংকৰদেৱৰ ঐতিহাসিক ভূমিকাৰ বিশ্লেষণ কৰি কৈছে যে ভাৰতীয় মনোভংগীৰে গুৰুজনা আছিল চিৰস্মৰণীয় ব্যক্তি। অকল কীৰ্তন পুথিতে তেৰাই সৰ্বমুঠ আঠবাৰ পোনপটীয়াভাৱে ভাৰতবৰ্ষৰ নাম উল্লেখ কৰিছে। তেনেকৈ মাধৱদেৱৰ নামঘোষাতো সৰ্বভাৰতীয় চিন্তা ব্যক্ত হৈছে। শংকৰী ধৰ্মৰ লগত ভাৰতভূমিৰ কি নিবিড় সম্বন্ধ, তাক দুয়োজন মহাপুৰুষে অতি মনোগ্ৰাহীকৈ বৰ্ণনা কৰিছে। চলিহাৰ এইটো এটা মূল্যৱান আৰু সুপ্ৰসিদ্ধ ৰচনা। মহাপুৰুষে প্ৰৱৰ্তন কৰা নাম ধৰ্মৰ যি বিশ্বজনীন ভাবধাৰা তাৰ তাৎপৰ্য্য চলিহাৰ কলমত সুবিন্যস্ত বিৱৰণ ৰূপে মৰ্য্যাদা লাভ কৰিছে। ক'ব পাৰি, চলিহাৰ লিখনী সাহিত্যিকৰ, লিখনী দেশ-সন্ধিৎসাৰ। তেওঁৰ ৰচনা সম্ভাৰ নিঃসন্দেহে প্ৰশংসনীয়। প্ৰত্ন উপাদানত তেওঁৰ পৰিশ্ৰম অসামান্য আৰু সাৰ্থক।

★ ★ ★



# শালস্তম্ভ

সদৌ অসম ছাত্ৰ সন্থা,
তেজপুৰ অধিবেশন,

'সদৌ অসম ছাত্ৰ সন্থা'ৰ তেজপুৰত অনুষ্ঠিত ত্ৰয়োদশ বাৰ্ষিক অধিবেশন (৮, ৯, ১০ এপ্ৰিল, ১৯৯৪) উপলক্ষে অভ্যৰ্থনা সমিতিয়ে প্ৰকাশ কৰা স্মৃতিগ্ৰন্থখনৰ নাম ৰখা হৈছে 'শালস্তম্ভ'। এই নামটোৰ ঐতিহাসিক পৰিচয় আছে। প্ৰায় ৬৫০ খ্ৰীষ্টাব্দত অৱন্তী বৰ্মণ নামৰ ৰজা এজনে কামৰূপ ৰাজ্য অধিকাৰ কৰি প্ৰায় ১৫ বছৰমান ৰাজত্ব কৰিছিল। তেওঁ যি নতুন ৰাজবংশ স্থাপন কৰিছিল তাৰ নাম আছিল শালস্তম্ভ। অৱন্তী বৰ্মণ শালস্তম্ভ বুলিও জনাজাত আছিল। ৰাজধানী আছিল হাৰুপ্লেশ্বৰ বা হাতপেশ্বৰ। বৰ্তমানৰ তেজপুৰ নগৰখনেই আছিল পূৰ্বৰ এই ৰাজধানী নগৰী। এই নাম সম্ভৱ ঐতিহাসিক ভিত্তিৰ অভিলাষতে স্মৃতিগ্ৰন্থখনে বহন কৰিছে। তেজপুৰ ইতিহাসপ্ৰসিদ্ধ স্থান বাবে ইয়াৰ পুৰাতাত্ত্বিক কাহিনীও অনেক। নানাজনে এই পুৰণি নগৰখনৰ অতীত বুৰঞ্জী অনুসন্ধিৎসু মনেৰে পোহৰলৈ অনাত যত্নপৰ হৈছে। স্মৃতিগ্ৰন্থ এখনত এইবোৰ স্থানীয় পুৰাতাত্ত্বিক সমলে আগস্থান পোৱাটো এটা পৰম্পৰা। 'শালস্তম্ভ'তো ইয়াৰ সংগতি ৰক্ষিত হৈছে। অৱশ্যে, এই স্মৃতিগ্ৰন্থখন যিহেতু সদৌ অসম ছাত্ৰ সন্থাৰ বাৰ্ষিক অধিবেশন উপলক্ষে প্ৰকাশ পাইছে, ইয়াত স্বাভাৱিকতে ছাত্ৰ সমাজৰ সমস্যা দৃষ্টিপাত হোৱাটো পাঠক সমাজে আশা কৰিছে। ড° হীৰেণ গোহাঁই, যতীন্দ্ৰ কুমাৰ বৰগোহাঞি, ডঃ দীনেশ চন্দ্ৰ গোস্বামী, হৃষীকেশ গোস্বামী, অমূল্য শইকীয়া, ড° ৰমেশ চন্দ্ৰ গোস্বামীৰ প্ৰবন্ধ কেইটাত ইয়াৰ কিছু আদি পাঠ সন্নিবিষ্ট হৈছে।

আমি ভাবো যে ভাৰতীয় গণতান্ত্ৰিক সৌধ বা সংগঠন ৰীতি এনেকুৱা এটা অৱস্থাত সোমাই পৰিছে যে আমি ইয়াৰ ফলস্বৰূপে ৰাজনৈতিক, আৰ্থ-সামাজিক আৰু গোষ্ঠীগত বিৰোধৰ অনিয়ন্ত্ৰিত মেৰপাকত আবদ্ধ হৈ এক অনিশ্চিত-ভৱিষ্যতত খোজ পেলাইছো। গোষ্ঠীগত অনৈক্য, সাম্প্ৰদায়িক বিবাদ, ৰাজনৈতিক সংঘৰ্ষ, বিশৃংখল সামাজিক ব্যৱস্থা, পৰস্পৰ বিৰোধী মতবাদ, প্ৰশাসনিক ভ্ৰষ্টাচাৰ, লজ্জাজনক সামাজিক অৱনতি আদি এশ এবুৰি অৱস্থাই ভাৰতীয় সংবিধান দুৰ্বল কৰি পেলাইছে। বিভিন্ন গোষ্ঠীৰ, আৰু লগতে সমাজৰ সাধাৰণ লোকৰ উন্নতি আৰু কল্যাণ ভাৰতীয় সংবিধানে কাৰ্য্যক্ষম কৰিব পৰা নাই। এই সাংবিধানিক পদ্ধতিত থকা পৃথকীকৰণ ক্ষমতা আৰু বিস্তৰ সুৰুঙাই জাতীয় চৰিত্ৰ গঠনৰ ঠাচ্ বা ফ্ৰেমৱৰ্ক শক্তিশালী কৰিব পৰা নাই। যদিও এই জ্বলন্ত সমস্যাক কেন্দ্ৰ

কৰি বহুতো তৰ্ক-বিতৰ্ক আৰু মত-অমতৰ সৃষ্টি হৈছে, কোনেও কিন্তু প্ৰকৃত সমাধানৰ পথ মুকলি কৰিব পৰা নাই। ছাত্ৰ সমাজ আজি দেশৰ অশুভ পৰিস্থিতিৰ নীৰৱ দৰ্শক নহয়। তেওঁলোকে সাধ্যানুসাৰে দেশৰ কামত ব্ৰতী হ'বলৈ ওলাই আহিছে। ছাত্ৰ সমাজৰ ভূমিকাক কেন্দ্ৰ কৰি বিতৰ্ক আৰম্ভ হৈছে। অনেকে কৈছে, তেওঁলোক ৰাজনীতিত সোমাই পৰাটো শুভলক্ষণ নহয়। ৰাজনীতিৰপৰা তেওঁলোক আঁতৰত্ত থকা দৰকাৰ। এনে উপদেশ কিমান গ্ৰহণযোগ্য, সেই বিষয়ে মতান্তৰ আছে। আমি ডেকাচামৰ আচৰণ-বিচৰণ, প্ৰবন্ধ - পাতি, কিতাপ-পত্ৰ পঢ়ি-দেখি এই বিষয়ত আশ্বস্ত হ'ব পৰা নাই। দেশৰ সাম্প্ৰতিক যি সংকটজনক পৰিস্থিতি সেই বিষয়ে মাত মতা, প্ৰতিবাদ জনোৱা, মেলে-মিটিঙে বক্তৃতা দিয়া, অনশন-হৰতাল প্ৰভৃতি পালন কৰা, সাময়িক প্ৰসংগৰ লগত যোগাযোগ ৰক্ষা কৰা অধিকাৰক আমি ৰাজনীতিৰ লগত সনা-পোটকা কৰি পেলাইছো বাবেই এনে এটা ধাৰণা লৈ ছাত্ৰ সমাজক হকে-বিহকে সমালোচনা কৰিছো। কথা হৈছে- প্ৰত্যক্ষ ৰাজনৈতিক পতাকাৰ তলত সমবেত নহৈও ছাত্ৰ সমাজে এনে কিছুমান সমস্যাৰ লগত জড়িত হ'বলৈ বাধ্য হৈছে-- যিবোৰ মানৱীয়তাৰ লগত অধিক সম্পৰ্কিত। এইবোৰৰ লগত আজিৰ ছাত্ৰ সমাজ সচেতন হৈ থকাটো যুগধৰ্ম। আমাৰ দেশত যদি কোনোবাই দুখীয়া মাক-বাপেকৰ স্নায়ুতত্ত্বৰ সমীক্ষা চলাইছে, তেতিয়া হ'লে নিশ্চয় বুজি পাইছে যে নিজৰ ল'ৰা- ছোৱালীক জন্ম-লগ্নৰেপৰা প্ৰাথমিক পঢ়াশালিৰপৰা আৰম্ভ কৰি বিশ্ববিদ্যালয় পৰ্যায়লৈকে পঢ়াই-শুনাই, ডাঙৰ- দীঘল কৰোতে কিমান হেঁচা সহ্য কৰিব লাগে। দৰিদ্ৰতাৰ যি নিদাৰুণ কষ্ট, সাগৰ সদৃশ যি অভাৱ তাৰ মাজত মধ্যবিত্ত বা নিম্ন মধ্যবিত্ত পৰিয়াল জীয়াই থকাই এটা জ্বলন্ত সমস্যা। ইয়াৰ প্ৰতিক্ৰিয়া ল'ৰা- ছোৱালীৰ ওপৰত পৰাটো একো অস্বাভাৱিক কথা নহয়। তাতে আছে শিক্ষান্তৰ পাছত নিবনুৱা সমস্যা, জীৱন ধাৰণৰ চিন্তা। প্ৰকৃত গণতান্ত্ৰিক অধিকাৰ মূল্যায়ন কৰিবলৈ যাওঁতে এইবোৰ বিষয় এৰাই যাব নোৱাৰি। ক'বলৈ গ'লে সকলো পিছপৰা আৰু উন্নতকামী ৰাষ্ট্ৰবোৰত যুৱশক্তিৰ নতুন জাগৰণ আহিছে। ইয়াক প্ৰতিৰোধ কৰা সহজ নহয়। এনে সচেতনতা শুভ আৰু মঙ্গলদায়ক হ'বলৈ হ'লে যুৱশক্তিৰ যি আক্ৰমণাত্মক সহজাত প্ৰবৃত্তি তাক সৃজনধৰ্মী ৰূপত প্ৰয়োগ কৰিব লাগিব। ড° হীৰেণ গোহাঁইৰ প্ৰবন্ধত ইয়াৰ ইংগিত আছে। ছাত্ৰ সন্থাৰ এজন শুভকাংক্ষীৰূপে তেওঁ অকপটভাৱে পৰামৰ্শ আগবঢ়াইছে যে দায়িত্বশীল আন্দোলন আৰু শিক্ষানুৰাগ সমানে চলোৱাত ছাত্ৰ সমাজ আগ্ৰহবান হোৱা প্ৰয়োজন। শিক্ষা বিৰোধী মনোভাৱ যে অনিষ্টকাৰক সেই কথা ড° গোহাঁয়ে দোহাৰিছে। নিষ্ঠাবান নেতৃত্ব দিবলৈ ৰণনীতি-চিন্তাধাৰা সহায়ক নহয়। লাগে অনুশাসনবোধ আৰু বিদ্যায়তনিক মনোবৃত্তি। তেওঁ সংস্কাৰৰ বাবে ছাত্ৰ সন্থাক দুটা প্ৰশ্নৰ পুনৰ গভীৰভাৱে বিচাৰ কৰি চাবলৈ আহ্বান জনাইছে। যথা, (১) ছাত্ৰ সন্থাই কি বিচাৰে আৰু কিয়? (২) কি উপায়েৰে এই লক্ষ্যসমূহ সাধন কৰা সম্ভৱ?

আমাৰ মনতো এনেবোৰ প্ৰশ্ন উদয় হৈছে। বিগত অসম আন্দোলনৰ পৰৱৰ্তী কালত আমি বহুতো পৰিৱৰ্তন দেখিছো। ৰাজনীতিৰ ক্ষতিকৰ আৰু কলুষিত প্ৰভাৱত, লগতে অৰ্থ চিন্তাৰ লোভত কোনো কোনোৱে বুদ্ধিভ্ৰষ্ট হৈ ছাত্ৰ সমাজৰ সংগ্ৰামী শক্তিক অবাটে নিয়াৰ

প্ৰয়াস কৰিছে। এনে দৃষ্টান্তই ছাত্ৰ সন্থাৰ পূৰ্বৰ খ্যাতি ম্লান কৰিছে। ছাত্ৰ সন্থাৰ বিপক্ষে এনে কিছুমান অভিযোগ উঠিছে-- যিবোৰে এই অনুষ্ঠানৰ শুভকাংক্ষী অনেকৰ মনত কষ্ট দিছে। ছাত্ৰ সন্থাই এনে অৱস্থাৰ ক'লা ডাৱৰ আঁতৰ কৰিবলৈ দৃঢ়সংকল্প ল'ব লাগিব। আত্মবিশ্লেষণ কৰি অভিযোগ খণ্ডন কৰিব লাগিব। এনে কৰিব পাৰিব-- যদিহে ছাত্ৰ সন্থাই সাধু উদ্দেশ্যৰে অশুভ শক্তিক চিনাক্ত কৰি সেইবোৰক প্ৰকৃত নামেৰে মাতিব পাৰে। আৰু নিজৰ ভূমিকাও পৰ্য্যৱেক্ষণ কৰি অনিষ্টকাৰক কাৰ্যকিলাপ বিচাৰ-বিশ্লেষণ কৰিব লাগিব। হয়তো তেতিয়া চকুত পৰিব যে ক'ৰবাত এটা ডাঙৰ ভুল কৰা হৈছে, এটা ডাঙৰ সত্য পাহৰা হৈছে, এটা মূল প্ৰশ্ন আওকাণ কৰা হৈছে।

স্মৃতিগ্ৰন্থখনত কেইবাটাও প্ৰবন্ধত ছাত্ৰ সন্থাৰ ভৱিষ্যৎ কেনে হোৱা উচিত, আলোচিত হৈছে। ড দীনেশ চন্দ্ৰ গোস্বামীয়ে গুৰুত্ব দিছে বৈজ্ঞানিক মানসিকতা গঢ়াৰ ওপৰত। অতি উদ্দেশ্যধৰ্মী পৰামৰ্শ, সন্দেহ নাই। যতীন্দ্ৰ কুমাৰ বৰগোহাঞিয়েও ছাত্ৰ সমাজৰ সমুখত দেখা দিয়া কিছুমান মৌলিক প্ৰশ্নৰ অৱতাৰণা কৰিছে। মানৱীয় মূল্যবোধৰ অৱক্ষয় আৰু নৈতিক অপযশ হৈছে ইয়াৰ অন্যতম। নতুন প্ৰজন্মই সঠিক পথত অগ্ৰসৰ হ'বলৈ হ'লে সংস্কৃতিবান হ'ব লাগিব, জ্ঞান অৰ্জনত অৰ্থপূৰ্ণ ভূমিকা ল'ব লাগিব বুলি তেওঁ দৃঢ়তাৰে ব্যাখ্যা কৰিছে। বাকী কেইটা প্ৰবন্ধও সুখপাঠ্য। প্ৰত্যেকতে লেখকৰ বিশ্বাস আৰু বিজ্ঞতা প্ৰকাশ পাইছে। এনে এখন স্মৃতিগ্ৰন্থ সম্পাদনা কৰি দীপক মহন্ত আমাৰ প্ৰশংসাৰ পাত্ৰ হৈছে।

* * *



# 'দৈনিক অসম'ৰ জলঙাইহিদি
# অসমৰ বাতৰি কাকত

সম্পাদনা ঃ প্ৰফুল্ল চন্দ্ৰ বৰুৱা

'দৈনিক অসম'ৰ প্ৰাক্তন সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাই সম্পাদনা কৰা 'দৈনিক অসম'ৰ জলঙাইহিদি—অসমৰ বাতৰি কাকত-সদ্যহতে আমাৰ হাতত পৰা এখন সুখপাঠ্যপুথি। পুথিখন 'অসমৰ বাতৰি কাকত'ৰ সম্পূৰ্ণ ইতিহাস নহয়। ১২ গৰাকী সাংবাদিক-সাহিত্যিকৰ বিষয়-প্ৰসংগৰ ওপৰত থকা ব্যক্তিগত অভিজ্ঞতা আৰু বিচাৰ-বিশ্লেষণ ইয়াত লিপিবদ্ধ হৈছে। সতীশ চন্দ্ৰ কাকতী, ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য, ত্ৰৈলোক্য নাথ শৰ্মা, কীৰ্তিনাথ হাজৰিকা, কনকসেন ডেকা, কমল গগৈ, ফণী তালুকদাৰ, যোগেশ দাস, বিজয় চন্দ্ৰ ভাগৱতী, প্ৰসন্ন কুমাৰ ফুকন, জগদীশ ফুকন আৰু প্ৰয়াত লক্ষ্মীনাথ ফুকনৰ প্ৰবন্ধেৰে পুথিখন ১১৭ পৃষ্ঠাত শেষ হৈছে। অসমৰ বাতৰি কাকতৰ ডেৰশ বছৰীয়া জয়ন্তীৰ আগমুহূৰ্ততে এনে এখন পুথি প্ৰকাশ কৰি সাহিত্য প্ৰকাশে সময়োপযোগী কাম কৰিছে আৰু এটা পৰিমণ্ডল সৃষ্টি কৰাত উৎসাহ যোগাইছে।

সাম্প্ৰতিক কালত বাতৰি কাকতৰ প্ৰভাৱ কিমান শক্তিশালী সেই বিষয়ে বহলাই কোৱাৰ প্ৰয়োজন নকৰে। এক দশকৰ আগতে বাতৰি কাকতৰ যি ভূমিকা আছিল আজি সেই ভূমিকা অপ্ৰত্যাশিত ভাৱে পৰি ৱৰ্তন হৈছে। মই প্ৰায়ে ভাবি বিস্মিত হওঁ, গুৱাহাটী চহৰত বৰ্তমান ইমানবোৰ দৈনিক কেনেকৈ ওলাইছে, এইবোৰৰ প্ৰচাৰ লাভজনকনে? হয়তো, আমি যি আধুনিকোত্তৰ কালত বসবাস কৰিছো, তাত আমাৰ জীৱন হৈ পৰিছে অত্যন্ত ব্যস্ত আৰু খণ্ডিত চিন্তা-ভাবনাৰে ব্যতিব্যস্ত। ফৰাচী তত্ত্ববিদ জে. লেওটাৰ্ডৰ ভাষাত ক'বলৈ হ'লে, "আমি ৱেষ্ট ইণ্ডিজ গান-নাচ উপভোগ কৰিব খোজো, পশ্চিমীয়া কাৰ্য্যসূচী চাই তৃপ্ত হওঁ, দুপৰীয়া আহাৰত মেক্ ডোনাল্ড খাদ্যৰ ৰুচি বিচাৰো, ৰাতি স্থানীয় আহাৰ খাবলৈ আশা কৰো, সন্ধিয়া ফৰাচী সুগন্ধি গাত ঘঁহো আৰু হংকঙৰপৰা অনা ৰংচঙীয়া সাজ-পোছাক পৰিধান কৰি পৰম উৎসাহিত হওঁ।" অৰ্থাৎ আমি যি যুগত বাস কৰিছো, সেই যুগত আমি সকলোবোৰে সোৱাদ ল'বলৈ বাঞ্ছা কৰো। খবৰ কাগজৰ বেলিকাও একে ৰুচি, একে বিবেচনা। সকলো প্ৰকাৰৰ বাতৰি আমাৰ বাবে কৌতূহলপূৰ্ণ— যিবোৰ আমি কিতাপত নাপাওঁ। কিছুমান ভাল লাগে, কিছুমান ভাল নালাগে। যিবোৰ ভাল লাগে, সেইবোৰ হৈছে আমাৰ দৈনন্দিন জীৱনৰ বাবে আগ্ৰহ থকা বাতৰি আৰু প্ৰাসংগিক মত-অভিমত। এখন অত্যাধুনিক বাতৰি কাকতক এখন বহু বাট-পথ, অলি-গলি থকা ব্যস্ত চহৰৰ লগত

তুলনা কৰিব পাৰি, য'ত এই সকলো বাট-পথ মিলিত হয় এখন কেন্দ্ৰস্থলত। বাতৰি সৰ্বস্ব সংস্কৃতিয়ে আমাৰ চিন্তা-চৰ্চাৰ বহল ক্ষেত্ৰ এখন সৃষ্টি কৰিছে, তজবজীয়া কৰিছে আমাৰ ৰুচি, ধাৰণা আৰু অভিজ্ঞতা। ৰাজনীতি, সমাজনীতি, কলা-সংস্কৃতি, সাহিত্য, পুথি-সমালোচনা, খেল-ধেমালি, শিশু বিকাশ, চলচ্চিত্ৰ, দূৰদৰ্শন, অনাতাঁৰ কাৰ্য্যসূচী, সাময়িক প্ৰসংগ, দৈনন্দিন বা-বাতৰি, যৌন হত্যাকাণ্ড, হত্যা, লুট, ডকাইতি, দুৰ্নীতি, অশান্তি, বজাৰ-ভাও প্ৰভৃতি প্ৰায়বোৰ বিষয়কে আজিৰ বাতৰি কাকতে সামৰিছে আৰু বিভিন্নজনৰ ৰুচি পূৰণ কৰিছে। ইয়াৰ বাহিৰেও আছে চৰকাৰী-বেচৰকাৰী অনুষ্ঠান-প্ৰতিষ্ঠানৰ বিজ্ঞাপন, ইস্তাহাৰ, বিজ্ঞপ্তি প্ৰভৃতি। আধুনিক যুগৰ বাতৰি কাকতে নতুন দৃষ্টিভংগীৰে সামাজিক দায়িত্ব পালন কৰিবলৈ পৰিচালনা, সম্পাদনা, প্ৰচাৰ আদি ক্ষেত্ৰবোৰ উন্নত পদ্ধতিৰে কাৰ্য্যক্ষম কৰি তুলিছে।

আলোচ্য পুথিখন ১৯৬৫ চনৰ ৪ আগষ্টত 'দৈনিক অসম'ৰ প্ৰকাশ আৰম্ভ হোৱা দিনটোৰপৰা আৰম্ভ কৰি ১৯৯০ চনৰ ৪ আগষ্টত ২৫ বছৰ পূৰ্ণ কৰাৰ উপলক্ষে ৰূপালী জয়ন্তী বৰ্ষ পালনৰ চিন স্বৰূপে সম্পাদনা কৰি প্ৰকাশ কৰা হৈছে। অসমৰ সংবাদপত্ৰ জগতৰ প্ৰবাদ পুৰুষ ৰাধাগোবিন্দ বৰুৱা প্ৰতিষ্ঠিত 'আসাম ট্ৰিবিউন গোষ্ঠী'ৰ অন্যতম লেখত ল'বলগীয়া 'দৈনিক অসম' কাকতখনৰ জনপ্ৰিয়তা বাস্তৱিকতে মন কৰিব পাৰি। অকল টকাৰ বলতে নাইবা চমকপ্ৰদ প্ৰচাৰৰ মাহাত্ম্যতে এনে জনপ্ৰিয়তা অহা নাই। আহিছে কাকতখনৰ উচ্চ পৰ্য্যায়ৰ সম্পাদনা আৰু অভিজ্ঞ পৰিচালনাৰ মাজেদি। সিংহ পুৰুষ বৰুৱাৰ দেহাৱসানৰ পিছতে গুজব ওলাইছিল এই বুলি যে ট্ৰিবিউন গোষ্ঠীৰ মালিকীস্বত্ব বিক্ৰী হ'ব। আৰ্থিক সংকটে এনে কৰিবলৈ বাধ্য কৰিছে। কিন্তু নহ'ল। বৰুৱা ডাঙৰীয়াৰ পুত্ৰ কেইগৰাকীয়ে এই মহান অনুষ্ঠানটো হস্তান্তৰ হ'বলৈ নিদিলে। বৰং অশেষ ত্যাগ আৰু পৰিশ্ৰমেৰে অনুষ্ঠানটো জীয়াই ৰাখি কৃতিত্ব অৰ্জন কৰিলে। তেওঁলোকে অন্য ব্যৱসায়ত মন নেমেলি এই বাতৰি কাকতৰ উদ্যোগতে নিষ্ঠা আৰু সততাৰে ধৰি থাকিল। সেয়েহে আমি ট্ৰিবিউন গোষ্ঠীৰ সফলতাৰ কথা কওঁতে শ্ৰীতুলসী গোবিন্দ বৰুৱা, শ্ৰীপ্ৰফুল্ল গোবিন্দ বৰুৱা প্ৰমুখ্যে স্বত্বাধিকাৰী কেইগৰাকীক প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰো।

প্ৰথম প্ৰবন্ধটোতে প্ৰবীণ সাংবাদিক শ্ৰীসতীশ চন্দ্ৰ কাকতীয়ে ট্ৰিবিউন পৰিয়ালৰ পিতৃ ৰাধাগোবিন্দ বৰুৱাৰ দূৰদৰ্শিতা, বিচক্ষণতা আৰু সহৃদয়তাৰ কথা কৃতজ্ঞচিত্তে স্মৰণ কৰি কাকত কেইখনৰ জন্মলগ্নৰ ইতিহাস আৰু বিকাশ বৰ্ণনা কৰিছে। লগতে অসমৰ সাংবাদিকতাত দেখা দিয়া কিছুমান সমস্যাৰ কথাও তেওঁ উল্লেখ কৰিছে। আন এটা পঢ়ি ভাল লগা প্ৰবন্ধ হৈছে আসাম ট্ৰিবিউন কাকতৰ প্ৰাক্তন সম্পাদক, লব্ধপ্ৰতিষ্ঠ সাংবাদিক-সাহিত্যিক স্বৰ্গীয় লক্ষ্মীনাথ ফুকনে ১৯৬৫ চনৰ ৪ আগষ্টত 'দৈনিক অসম' কাকতৰ প্ৰথম বছৰৰ প্ৰথম সংখ্যাত লিখা 'অসমত সাংবাদিকতা'। ৰাধাগোবিন্দ বৰুৱাই এই গৰাকী সাংবাদিকক শ্ৰদ্ধা আৰু ভাল পোৱাৰ পৰিচয় স্বৰূপে ট্ৰিবিউন কাকতখনৰ সম্পাদক ৰূপে দায়িত্ব দিছিল। প্ৰবন্ধটোত অসমৰ সাংবাদিকতা কেনেকৈ উন্নত আৰু গতিশীল কৰিব পাৰি তাৰ ইংগিত আছে। অৱশ্যে ক'ব লাগিব যে আদি অৱস্থাত ফুকনদেৱে ইংৰাজী

দৈনিক এখন সম্পাদনা কৰোতে যিবোৰ অসুবিধাৰ সন্মুখীন হৈছিল, তেনে অসুবিধা আজি বহুতো পৰিমাণে নোহোৱা হৈছে। আধুনিকীকৰণ ব্যৱস্থাই ট্ৰিবিউন গোষ্ঠীক বহুতো আহুকাল দূৰ কৰাত সহায় কৰিছে। প্ৰবীণ সাংবাদিক শ্ৰীত্ৰৈলোক্য নাথ শৰ্মাই বাতৰি কাকতৰ লগত 'অসম' নামটো এনেভাৱে সাঙোৰ খাই থকা পৰিচয় উল্লেখ কৰি কৈছে যে অসমীয়া মানুহে ভাৰতৰ ৰাষ্ট্ৰীয় জীৱনৰ মূল প্ৰৱাহৰ সৈতে মিলি থাকিবলৈ আশা কৰে যদিও বাস্তৱ ক্ষেত্ৰত অসমৰ জ্বলন্ত সমস্যাৰাজি বহিৰ্বিশ্বৰ পটভূমিত প্ৰতিষ্ঠা কৰিব নোৱাৰে বাবেই অসমৰ বাতৰি কাকততে হয়ভৰ কৰিবলৈ বাধ্য হয়। সেইবাবে 'অসমে অসমৰ বাতৰি কাকতক বৰকৈ লাগি আছে।'। দৈনিক অসমো ইয়াৰ ব্যতিক্ৰম নহয়। অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ বাবে এই দৈনিক কাকতখনে তুলনামূলকভাৱে আগশাৰী দখল কৰিছে। শ্ৰীপ্ৰসন্ন কুমাৰ ফুকনৰ 'অসমীয়া ভাষাৰ দৈনিক বাতৰি কাকত' নামৰ প্ৰবন্ধটোত অসমৰ বাতৰি কাকতৰ এটা আদ্যোপান্ত দাঙি ধৰা হৈছে। তেওঁ উল্লেখ কৰা অসমীয়া বাতৰিকেইখনৰ বাহিৰে অৱশ্যে, আন কেইবাখনো দৈনিক বাতৰি কাকত সাম্প্ৰতিক কালত প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে 'আজিৰ বাতৰি' নামৰ কাকতখনলৈ আঙুলিয়াব পাৰি। 'অগ্ৰদূত' কাকতৰ সম্পাদক শ্ৰীকনকসেন ডেকাই অসমীয়া বাতৰি কাকতৰ সমস্যা বিষয়ক আলোচনাত কৈছে যে স্বাধীনতা লাভৰ পূৰ্বতে অসমৰ বাতৰি কাকত ত্যাগৰ মনোভাৱেৰে উলিওৱা হৈছিল অশেষ কষ্টৰ মাজেদি। আজি সেই দিন উকলিছে। আজি বাতৰি কাকত-প্ৰতিষ্ঠান এটা ব্যৱসায়িক উদ্যোগলৈ পৰিণত হৈছে আৰু ইয়াৰ বিকাশৰ বাবে প্ৰয়োজন হৈছে মূলধন, উদ্যোগী লোক আৰু এখন পঢ়ুৱৈ সমাজ। শ্ৰীডেকাই বিজ্ঞাপনৰ দিশো গুৰুত্ব সহকাৰে উল্লেখ কৰিছে - যি পুঁজি গঠনত সহায়ক বৰঙণি। পুথিখনত শ্ৰীজগদীশ ফুকন আৰু প্ৰবীণ ৰাজনৈতিক, চিন্তাবিদ শ্ৰীবিজয় চন্দ্ৰ ভাগৱতীৰ দুটা আলোচনাত্মক প্ৰবন্ধ আছে। দুয়ো বাতৰি কাকতৰ গণতান্ত্ৰিক ভূমিকাৰ ওপৰত যুক্তি নিক্ষেপ কৰিছে।

পুথিখনৰ আটাইতকৈ উল্লেখযোগ্য প্ৰবন্ধটো হৈছে, 'দৈনিক অসম' কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক শ্ৰীকীৰ্তিনাথ হাজৰিকাৰ 'দৈনিক অসম' ঃ এৰি অহা দিনৰ জলঙাইদি'। বাস্তৱ অভিজ্ঞতাৰে বৰ্ণনা কৰা বিৱৰণত আমি এই বিশিষ্ট সম্পাদকৰ অন্তৰ পৰশা কথাবোৰ পঢ়ি অভিভূত হৈছো। তেওঁ অকুণ্ঠ স্বীকাৰোক্তিৰে তেওঁৰ কাৰ্য্যকালত ধুমুহাৰ দৰে পাৰ হোৱা দিনবোৰ, অসমক জুমুৰি দি ধৰা সমস্যাবোৰ, যুঁজি যুঁজি, হাৰি হাৰি জিকি যোৱা দিনবোৰৰ কথা আমাক জানিবলৈ দিছে। অস্তিত্ব ৰক্ষাৰ হুবহুৱীয়া আন্দোলন, জৰুৰী অৱস্থা, চেঞ্চৰ প্ৰৱৰ্তনৰ ভেকোভাওনা, চৰকাৰী মনোভংগী প্ৰভৃতি তেওঁৰ ৰচনাত প্ৰকাশ পাইছে। শ্ৰীহাজৰিকাই 'দৈনিক অসম' ৰ যি সম্পাদনা কৰিছিল, যিবোৰ সম্পাদকীয় লিখিছিল, যিবোৰ নতুন শিতান খুলিছিল এই সকলোবোৰ আছিল তেওঁৰ বৃত্তিগত দায়িত্ব পালনৰ অসামান্য দক্ষতা, নিষ্ঠা, সততা আৰু অসম প্ৰীতিৰ উজ্জ্বল দৃষ্টান্ত। তেওঁ সচেতক সংবাদসেৱী ৰূপে এখন দৈনিক কাকতৰ অতি সংকটপূৰ্ণ সময়ছোৱাত নিৰ্ভীকতা আৰু সতৰ্কতাৰে কৰ্তব্য পালন কৰি গৈছে। তেওঁ সাধ্যমতে সাংবাদিকতাৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ আত্মনিয়োগ কৰিছিল আৰু সামাজিক মূল্যবোধৰ যি অৱক্ষয় তাক সাহসেৰে উদঙাই দিছিল। প্ৰবন্ধটোত

অতিৰঞ্জিত বৰ্ণনা নাই, আছে সংস্কাৰৰ হকে তেওঁ যুঁজ দিয়া সাংবাদিক জীৱনৰ উত্তাপ অনুভৱ।

কমল গগৈক কীৰ্তিনাথ হাজৰিকাই দৈনিক অসমৰ বাবে দধীচিৰ হাড় গঢ়ি দিয়া সহযোগী বুলি আখ্যা দিছে। তেওঁৰ প্ৰবন্ধটো হৈছে, 'অসমত বাতৰি কাকতৰ সমস্যা আৰু ভৱিষ্যৎ'। তথ্যভিত্তিক আলোচনাৰে প্ৰবন্ধটো মূল্যৱান হৈছে। আন আন প্ৰবন্ধৰ ভিতৰত আছে., ড' বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ 'সন্ধিক্ষণত অসমীয়া দৈনিক', ফণী তালুকদাৰৰ 'দৈনিক অসমৰ' জন্মলগ্নৰেপৰা আজিলৈকে আমৰ ব্যক্তিগত সম্বন্ধ' আৰু যোগেশ দাসৰ 'দৈনিক অসমৰ দুটা বছৰ'। ড' ভট্টাচাৰ্য্যই বাতৰি কাকতৰ ভাষাৰ ওপৰত গুৰুত্ব দি কৈছে যে টেলিপ্ৰিন্টাৰৰ ইংৰাজী ভাষাৰ হুবহু অনুবাদ নকৰি অসমীয়া ভাষাত শুদ্ধ ৰূপত সহজভাৱে বাতৰি পৰিবেশন কৰিলে খবৰ কাগজখন পঢ়োতে বা বুজোতে পঢ়ুৱৈয়ে কষ্ট নাপায়। খবৰৰ বাক্য চুটি চুটি হ'ব লাগে আৰু সহজে বুজিব পৰা হ'ব লাগে। তেওঁ গাওঁ অঞ্চলতো যাতে বাতৰি কাকতৰ নিয়মীয়া যোগান ধৰা হয়, তাৰ বাবে যত্নপৰ হ'বলৈ পৰামৰ্শ দিছে। তেওঁ কৈছে যে অসমতো আধুনিক সাংবাদিকতাৰ সোঁত বৈছে। এইটো এটা শুভ লক্ষণ। সুস্থ পথেৰে এই পথত অগ্ৰসৰ হ'বলৈ তেওঁ তৰুণচাম সাংবাদিকক আহ্বান জনাইছে। ফণী তালুকদাৰৰ প্ৰবন্ধত তেওঁৰ ব্যক্তিগত অভিজ্ঞতা বৰ্ণিত হৈছে। সুদীৰ্ঘকাল ট্ৰিবিউন প্ৰতিষ্ঠানত কাম কৰি তেওঁ সফল আৰু মধুৰ অভিজ্ঞতা সঞ্চয় কৰি ৰাখিছে। অনেকজন সৎভাৱনা পৰায়ণ ব্যক্তিৰ সান্নিধ্যলৈ আহি তেওঁ যি অনুপ্ৰেৰণা লাভ কৰিছিল--- তাকো তেওঁ আনন্দেৰে স্মৃতিচাৰণ কৰি প্ৰবন্ধটো ৰসাল কৰিছে। যোগেশ দাস এগৰাকী বিশিষ্ট সাহিত্যিক যদিও তেওঁৰ সাংবাদিকতাৰ সম্পৰ্কটোও সমানে আদৰণীয়। তেওঁ 'নতুন অসমীয়া' আৰু 'দৈনিক অসম'ত এসময়ত কাম কৰিছিল। 'দৈনিক অসম'ত দুটা বছৰে থাকি কাম কৰাৰ অভিজ্ঞতা প্ৰবন্ধটোত সদৰী কৈ 'আৰ জিৰ.' বদান্যতাৰ কথা স্মৰণ কৰিছে। সেইয়াও এক কাহিনী।

পুথিখন সম্পাদনা কৰি প্ৰাক্তন দৈনিক অসম'ৰ সম্পাদক শ্ৰীপ্ৰফুল্ল চন্দ্ৰ বৰুৱাই এটা সজ আৰু প্ৰয়োজনীয় কাম সমাধা কৰি আমাৰ প্ৰশংসা লাভ কৰিছে। তেওঁৰ সাংবাদিক জীৱনো কম কৃতিত্বপূৰ্ণ নহয়। সুদীৰ্ঘ অভিজ্ঞতাৰে তেওঁ বলিষ্ঠ পদক্ষেপ দি 'দৈনিক অসম'ৰ অন্তঃ প্ৰৱাহিত সজ উদ্দেশ্য গতিশীল কৰি ৰাখিছে। এদিন হয়তো তেওঁৰ বহু বিচিত্ৰ অভিজ্ঞতাৰ মনোৰম কাহিনী আমি পঢ়িবলৈ পাম।

প্ৰখ্যাত মাৰ্কিন সাংবাদিক মাইকেল ৰবীনচনে কৈছিল, "সংবাদপত্ৰৰ সেৱা টেলিভিচনতকৈ অধিক শক্তিশালী আৰু জনমুখী। সংবাদপত্ৰই যি উদ্‌ঘাটন কৰি ৰহস্য উলিয়াব পাৰে টেলিভিচনে নোৱাৰে। বাতৰি পৰিবেশনৰ কৌশলো বেলেগ। বিগ নিউজ, স্মল নিউজ, ন'- নিউজ, পাকৈত সংবাদদাতাই প্ৰয়োজনবোধে ওলট- পালট কৰিব পাৰে। মানে, এটা হত্যাকাণ্ডৰ তপত খবৰ সংবাদদাতাৰ হাতত পৰি সাধাৰণ হত্যাকাণ্ড বা ভাল হত্যাকাণ্ডলৈ পৰিণত হ'ব পাৰে।" অৰ্থাৎ, "You just have to get a feel for the relative value of events."

★ ★ ★

## বাতৰি কাকতৰ তথ্যনিষ্ঠ এশবছৰীয়া ইতিহাস

# অসমৰ বাতৰি কাকত ঃ এটি ৰূপৰেখা

প্ৰফুল্ল চন্দ্ৰ বৰুৱা

সংবাদপত্ৰৰ লগত অন্তৰংগভাৱে জড়িত প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ 'অসমৰ বাতৰি কাকতঃ এটি ৰূপৰেখা' সদহ্যতে প্ৰকাশ পোৱা এই গ্ৰন্থখনৰ মূল বিষয় ১৮৪৬ চনৰপৰা ১৯৪৬-৪৭ বছৰৰ কালছোৱাত অসমৰ বাতৰি কাকতৰ এক খতিয়ান দাঙি ধৰা। এই খতিয়ানৰ মাজত অসমৰ সাংবাদিকতাৰ এশ বছৰীয়া ইতিহাস প্ৰকাশ পাইছে বুলি ক'ব পাৰি। বৰুৱাই কিতাপখনৰ ৰচনা প্ৰস্তুতি কেনেকৈ কৰিছিল বিতং বতৰা আগকথাত ব্যক্ত কৰিছে। তেওঁ কৈছে, "সংগৃহীত তথ্য যথেষ্ট হোৱাত শেষত গৈ কিতাপখন দুটা খণ্ডত লিখাৰ সিদ্ধান্ত কৰিব লগা হ'ল। অৱশ্যে প্ৰাসংগিকতা ৰক্ষাৰ বাবে প্ৰথম খণ্ডতেই ১৯৪৭ চনত প্ৰকাশিত দুখন বাতৰি কাকত 'জনমভূমি' আৰু 'বিহলঙনি'ৰ আলোচনা সামৰা হৈছে। দ্বিতীয় খণ্ডত পৰৱৰ্তী পঞ্চাছ বছৰ সামৰাৰ কথা ভবা হৈছে।"

লেখকে কিতাপখনক অসমৰ বাতৰি কাকতৰ ইতিহাস বুলি কোৱা নাই, ৰূপৰেখাহে বুলিছে। আমি কিতাপখন পঢ়ি যি বুজিছো সেয়া হৈছে লেখকৰ আলোকসন্ধানী পৰ্য্যালোচনাত সাংবাদিকতা আৰু ইতিহাস একে হৈ পৰিছে। এশ বছৰীয়া বাতৰি কাকতৰ ঐতিহাসিক ভূমিকাত যেনেকৈ কাল-পৰিসৰৰ দৃষ্টিকোণ আছে তেনেকৈ ইতিহাসৰ অতীতো আছে। অসমৰ বাতৰি কাকতৰ অতীত উন্মোচন কৰোতে লেখকে এটা ঐতিহাসিক ধাৰা ৰক্ষা কৰিছে। তথ্যৰ উদ্‌ঘাটন, ঘটনাৰ নৈৰ্ব্যক্তিক আৰু যথাযথ বিৱৰণ সাংবাদিকতাৰ সূত্ৰেৰে অধিকতৰ উজ্জ্বল হৈছে। বাতৰি কাকতৰঐতিহ্য বিচাৰ কৰোতেহে সাংবাদিক বৰুৱাই ইতিহাসৰ পটভূমি অংকিত কৰিছে। তেওঁৰ বুদ্ধিদীপ্ত বিৱৰণত আমি অসমৰ এশ বছৰীয়া বাতৰি কাকতৰ এক ঐতিহাসিক ধাৰা প্ৰত্যক্ষ কৰিছো। কিতাপখনে এই আলোক উদ্ভাসৰ মাজেদি অতীতৰ বাতৰি কাকতে ভোগা কণ্টকিত আৰু বিপন্ন জীৱন-প্ৰৱাহৰ ঘাত-প্ৰতিঘাত জানিবলৈ দিছে। যদিও অসমীয়া বাতৰি কাকতৰ জীৱন 'কচুপাতৰ পানীৰ নিচিনা' বুলি এষাৰ কথা আছে, এই কিতাপখন পঢ়িলে গম পাব পাৰি যে অসমৰ প্ৰথমখন সংবাদপত্ৰ 'অৰুনোদই' প্ৰায় ৩৭ বছৰ চলিছিল। লক্ষ্মীনাথ ফুকনৰ প্ৰবন্ধ 'অসমত সাংবাদিকতা'ত উল্লেখ আছে যে আমেৰিকান বেপ্টিষ্ট মিছনে চলোৱা 'অৰুনোদই'ৰ কথা এৰি দিলেও অসমত অসমীয়াই চলোৱা অন্ততঃ এখন বাতৰি কাকত 'টাইমছ অব্ আসাম'ৰ ২৫ বছৰ পূৰ হ'লত কাকতখনৰ প্ৰতিষ্ঠাপক সম্পাদক ৰাধানাথ চাংকাকতিয়ে ৰূপালী জয়ন্তী উৎসৱ

পাতিছিল। পঞ্চাছ বছৰ কাল কাকতখন চলিছিল ঃ ইয়াৰ ভিতৰত অন্ততঃ ৪৭ বছৰ একেৰাহে পূজা বন্ধৰ বাহিৰে এসপ্তাহো বাদ নপৰাকৈ। চন্দ্ৰকুমাৰ আগৰৱালাৰ 'অসমীয়া' ৩৫ বছৰমান চলিছিল। এইবোৰ গৌৰৱময় কাহিনী। কিন্তু পৰিতাপৰ বিষয় যে অসমৰ সাংবাদিক জগতখনৰ ইতিহাস মেঘাচ্ছন্ন হৈ থকাৰ বাবে অসমৰ পাঠক সমাজে জানিবলগীয়া বহুতো কথা জনাৰ সুবিধা নাছিল। অ'ত ত'ত ওলোৱা প্ৰবন্ধ, দুই- এখন সংকলন যেনে 'সংবাদ সাহিত্যৰ এচেৰেঙা' (ডিফু সাহিত্য সভা), 'দৈনিক অসমৰ জলগুাইদি- অসমৰ বাতৰি কাকত' ( সাহিত্য প্ৰকাশ) আদিত কিছুমান কথা থাকিলেও সেইবোৰ হৈছে প্ৰাসংগিক আলোচনা ।প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ এই গ্ৰন্থখন অৱশ্যেই উল্লেখযোগ্য আৰু অসমীয়া ভাষাত প্ৰথম প্ৰচেষ্টা।

গ্ৰন্থখনত অসমৰ বাতৰি কাকতৰ জন্ম বৃত্তান্তৰপৰা আৰম্ভ কৰি আলোচিত কাকতখনৰ ভাষা, পৰিবেশন ৰীতি-নীতি আৰু সেই কাকতৰ প্ৰতিষ্ঠাপক আৰু সম্পাদকৰ নামকে ধৰি সকলোখিনি তথ্য দিবলৈ যত্ন কৰা হৈছে। বৰুৱাই সন্মুখীন হোৱা ডাঙৰ সমস্যাটো আছিল প্ৰাক্ স্বাধীন কালৰ অসম ৰ বাতৰি কাকতবোৰক লৈ। এইবোৰ সহজলভ্য নাছিল। কেবাখনৰো অস্তিত্ব পৰ্য্যন্ত নোহোৱা হৈছে। তেনে কাকতৰ বিষয়ে যি তথ্য পৰিবেশন কৰা হৈছে, সেইবোৰ পৰৱৰ্তী কালৰ লেখকে বুৰঞ্জীবিদ বেণুধৰ শৰ্মা, সাংবাদিক লক্ষ্মীনাথ ফুকন, ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰ নাথ শৰ্মা আদি লোকসকলক তথ্য- সহায়ক হিচাপে গ্ৰহণ কৰিছে। নিৰ্ভুল তথ্য দিয়াৰ বাবে লেখক সচেতন হ'লেও অনিচ্ছাকৃত ভুল-ভ্ৰান্তি যে থাকিব পাৰে সেই বিষয়ে তেওঁ স্বীকাৰ কৰিছে।

গ্ৰন্থখনত 'অৰুনোদই' সংবাদপত্ৰৰ বিষয়ে ৪৫ পৃষ্ঠাৰ এক আলোচনা প্ৰকাশ পাইছে। ইতিমধ্যে আমি প্ৰকাশন পৰিষদৰ ড্° মহেশ্বৰ নেওগে সম্পাদনা কৰা 'অৰুনোদই'ৰ প্ৰথম খণ্ড মানে ১৮৪৬ চনৰপৰা ১৮৫৪ চনলৈ প্ৰকাশিত 'অৰুনোদই'ৰ সংখ্যা পঢ়িবলৈ পাইছো। এক তাত্ত্বিক আৰু সমীক্ষাত্মক ভূমিকাৰে ড° নেওগে এই বাৰ্তালোচনীখনৰ বিষয়ে আমাক অৱগত কৰাইছে। তেওঁ লিখিছে, "বেপ্টিষ্টসকলৰ অসমৰ মংগল চিন্তাৰ প্ৰধান মাধ্যম হৈছিল 'অৰুনোদই' সম্বাদ পত্ৰ আৰু গিয়ান ভাণ্ডাৰ। ১৮৪৬ খ্ৰীষ্টাব্দৰ জানুৱাৰীত শিৱসাগৰৰ বেপ্টিষ্ট মিছন প্ৰেছৰপৰা 'অৰুনোদই' ওলাবলৈ আৰম্ভ কৰে মাহে মাহে। কাকতখনৰ উদ্যোক্তাসকলৰ সমুখত আদৰ্শৰূপে আছিল ইতিমধ্যে কলিকতাত সুপ্ৰতিষ্ঠিত পত্ৰিকাসমূহ। তাৰ ভিতৰত ২৩ মে'ই ১৮১৮, শনিবাৰে প্ৰথম প্ৰকাশিত ব্ৰিটিছ বেপ্টিষ্টসকলৰ 'সমাচাৰ দৰ্পণ'এ অসমত বিশেষ প্ৰচাৰ লাভ কৰিছিল।" ডঃ নেওগৰ মতে 'অৰুনোদই'ৰ আঁচনিত এই 'সমাচাৰ দৰ্পণ'এ নিশ্চয় এটা ভাল মডেলৰ দৰে কাম কৰিছিল। বৰুৱায়ো 'সমাচাৰ দৰ্পণ', 'সমাচাৰ চন্দ্ৰিকা' আৰু 'সঞ্জীৱনী'ত অসমৰ বা-বাতৰি প্ৰকাশ পোৱা বুলি উল্লেখ কৰিছে। 'অৰুনোদই' কাকতৰ যোগেদি অসমৰ আদি অৱস্থাৰ শিক্ষা আৰু ভাষা-সাহিত্যৰ অৱস্থা কেনে আছিল সেই কথা জানিব পাৰি। অসমীয়া ভাষাৰ সেই সময়ত যি পুতৌ লগা অৱস্থা এটা হৈছিল, তাৰপৰা ৰক্ষা কৰি পুনৰ অসমীয়া ভাষাক শ্ৰীবৃদ্ধি প্ৰদান কৰাত 'অৰুনোদই' কাকতখনে প্ৰশংসনীয় ভূমিকা গ্ৰহণ কৰিছিল। মিছনেৰীসকলৰ প্ৰচেষ্টাত

ওলাইছিল অভিধান, পঢ়াশলীয়া পুথি, দেশ-বিদেশৰ কাহিনী, জ্ঞান-বিজ্ঞানৰ বতৰা। এইবোৰে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষাৰ চিন্তাত সহায় কৰিছিল। লেখক বৰুৱাই 'অৰুনোদই'ৰ অৱদানৰ ক্ষেত্ৰত এইবোৰ প্ৰসংগ বৰ্ণনা কৰিছে। 'অৰুনোদই' কিন্তু শেষৰ ফালে আধৰুৱা। তাতে ১৮৮২ চনত ছপাশালটো আছাম কোম্পানীক বিক্ৰী কৰি দিয়াৰ বাবে সংবাদপত্ৰখনে ধাৰাবাহিকতা অক্ষুণ্ণ ৰাখিব নোৱাৰিলে। ১৮৮০ ৰ ডিচেম্বৰত সংবাদপত্ৰখন বন্ধ হ'ল বুলি শ্ৰীমতী বাৰ্ডৰ গ্ৰন্থ 'A Glimpse of Assam (1884)' ত উল্লেখ থকা বুলি এই তাৰিখটোকে 'অৰুনোদই' সংবাদপত্ৰৰ শেষ তাৰিখ বুলি বৰুৱাই উল্লেখ কৰিছে। 'অৰুনোদই'ৰ বিষয়ে কৰা এই আলোচনা প্ৰকাশন পৰিষদৰ 'অৰুনোদই' ৰ পৰিপূৰক বুলিব পাৰি।

'আসাম বিলাসিনী' (১৮৭১-১৮৮৩) মাজুলীৰ দৰে যোগাযোগ নথকা ঠাই এখনৰপৰা প্ৰকাশ পোৱাটো বাস্তৱিকতে বিস্ময়পূৰ্ণ কথা। বৰুৱাই এই দ্বিতীয়খন বাতৰি কাকতৰ মহৎ অৱদানৰ কথা আমাক বিস্তৃতভাৱে জানিবলৈ দিছে। কাকতখনৰ দূৰদৰ্শিতা আৰু সাহসী দৃষ্টিভংগী প্ৰকাশ পাইছিল। বৰুৱাই ধাৰণা কৰিছে যে সুদূৰ আমেৰিকাৰপৰা আহি মিছনেৰীয়ে শিৱসাগৰত ছপাশাল বহুৱাই সংবাদপত্ৰ আৰু খ্ৰীষ্টধৰ্মীয় পুথি প্ৰকাশ কৰা দেখি মাজুলীৰ আউনীআটী সত্ৰাধিকাৰ দত্তদেৱে কলিকতাৰপৰা এটা ছপাকল অনাই সত্ৰত ধৰ্ম প্ৰকাশ যন্ত্ৰ স্থাপন কৰাত উদগনি পালে। শ্ৰীদত্তদেৱ গোস্বামীৰ অতিশয় প্ৰচেষ্টাৰ ফলত 'আসাম বিলাসিনী' প্ৰকাশ পাইছিল। দ্বিতীয়বাৰ ওলাইছিল সাপ্তাহিক ৰূপে যোৰহাটৰ পৰা। সম্পাদক আছিল কৃষ্ণকান্ত ভট্টাচাৰ্য্য। দ্বিতীয়বাৰ কোন চনত ওলাইছিল সেই বিষয়ে মতান্তৰ আছে। ধৰ্ম ছপাশালতে ১৯১৩ চনত দ্বিতীয় পৰ্য্যায় আৰম্ভ হৈছিল বুলি বেণুধৰ শৰ্মাই মত দিছে। বৰুৱাৰ আলোচনাত কাকতখনৰ প্ৰকাশভংগী, ভাষাজ্ঞান, সাংবাদিক বিচক্ষণতা প্ৰকাশ পাইছে। লগতে কাকতখনৰ বিপক্ষে ওলোৱা কটু সমালোচনা উল্লেখ কৰা হৈছে।

'আসাম নিউজ' (১৮৮২-১৮৮৫)-ৰ ক্ষেত্ৰত কোৱা হৈছে যে কেৱল সাহিত্যই নহয়, অসমৰ আৰ্থ-সামাজিক-ৰাজনৈতিক প্ৰবন্ধয়ো ইয়াত ঠাই পাইছিল। কাকতখনে পুথি সমালোচনাৰ শিতান খুলি এক নতুন দিশ মুকলি কৰিছিল। হৰিবিলাস আগৰৱালাৰ দ্বাৰা প্ৰকাশিত কীৰ্তন পুথিৰ সমালোচনা ১৮৮২ চনৰ ২৮ আগষ্টৰ সংখ্যাত ওলাইছিল। বৰুৱাই তাৰে নমুনা এটা সন্নিবিষ্ট কৰিছে। হেমচন্দ্ৰ বৰুৱাই অতি সুন্দৰভাৱে ইংৰাজী- অসমীয়া এই কাকতখন ১৮৮৫ চনলৈকে চলাই সুখ্যাতি ৰাখি গৈছে। বানানৰ ক্ষেত্ৰত কাকতখনৰ সাৱধানতা আছিল বিশেষত্ব। গ্ৰন্থখনত 'আসাম' (১৮৯৪-১৯০১), 'অসম বন্তি' (১৯০০-১৯৪৪), 'অসমীয়া' (১৯১৮-১৯৫৮), 'ডেকা অসম' (১৯৩৫), 'বাতৰি' (সাদিনীয়া) আৰু 'দৈনিক' (১৯৩০ ৰপৰা ১৯৩৫), 'অসম ৰাইজ' (১৯৩৫), 'অসম সেৱক' (১৯৩৭-১৯৪২) আৰু পুনৰ প্ৰকাশ (১৯৪৮-১৯৫৩), 'তৰুণ অসম' (১৯৩৯-১৯৪২), 'জনমভূমি' (১৯৪৭-), 'বিহলঙনি' (১৯৪৭-১৯৮০) প্ৰভৃতি খনচেৰেক বাতৰি কাকতৰ বিষয়ে আলোচনা প্ৰকাশ পাইছে। 'শান্তিদূত' আৰু 'ছিলং টাইমছ' নামৰ দুখন বাতৰিৰ কথা আমি জানো। এই দুখন জনপ্ৰিয় বাতৰি কাকত আছিল। 'বিজুলী', 'জোনাকী', 'বাঁহী', 'উষা', 'সুৰভি', 'জনতা' প্ৰভৃতি আলোচনী যদিও সেই কালত বাতৰি কাকতৰ অভাৱলৈ লক্ষ্য

কৰি এইবোৰেও সুবিধা বুজি বাতৰিৰ যোগান ধৰিছিল। অসমীয়া মানুহৰ অজ্ঞতা, কু-সংস্কাৰ আদি লক্ষ্য কৰি এই বাতৰি কাকত আৰু আলোচনীসমূহে শিক্ষা আৰু জ্ঞান প্ৰচাৰত অধি ক গুৰুত্ব দিছিল।

কিতাপখনৰ পৰিশিষ্টত অসমীয়া বাতৰি কাকতৰ বাতৰি পৰিৱেশন নমুনা, ইংৰাজী ভাষাত ওলোৱা কাকতৰ প্ৰবন্ধৰ মানদণ্ড উল্লেখ কৰিছে। স্বদেশপ্ৰীতিৰ ভাব প্ৰকাশ পালেও মধ্যবিত্ত শ্ৰেণীৰ চৰকাৰপ্ৰীতি এইবোৰত লক্ষ্য কৰিব পাৰি। 'টাইমৃছ অব্ আসাম'ৰ (১৮৯৫-১৯৪৭) বিৱৰণ সুখপাঠ্য হৈছে। এই ইংৰাজী কাকতখনে অসমৰ বাহিৰতো জনপ্ৰিয়তা লাভ কৰি বাতৰি কাকতৰ ইতিহাসত চিৰযুগমীয়া স্থান অধিকাৰ কৰিছে। সাম্প্ৰতিক কালৰ বহু প্ৰচাৰিত ইংৰাজী দৈনিক 'আছাম ট্ৰিবিউন'ৰ জন্মলগ্ন হৈছে ১৯৩১ চনৰ চাৰি আগষ্টৰ পৰা সাপ্তাহিক হিচাপে আৰু ১৯৪৬ চনৰ ৩০ ছেপ্টেম্বৰৰপৰা দৈনিক ৰূপে। ইয়াৰ প্ৰতিষ্ঠাপক ৰাধাগোবিন্দ বৰুৱাৰ দূৰদৰ্শী পৰিকল্পনাত ট্ৰিবিউন গোষ্ঠীয়ে আজি উল্লেখযোগ্য সম্প্ৰসাৰণ লাভ কৰিছে। নিয়মিতভাৱে কাগজ প্ৰকাশ কৰা এই গোষ্ঠীয়ে 'আছাম ট্ৰিবিউন', 'দৈনিক অসম' আৰু 'অসম বাণী'ৰ (সাপ্তাহিক) যোগেদি শক্তিশালী জনসংযোগ অব্যাহত ৰাখিছে। সাংবাদিক লক্ষ্মীনাথ ফুকনক স্মৰণ কৰি লেখক বৰুৱাই কাকতখনৰ আদি অৱস্থাৰ বিচিত্ৰ কাহিনী আমাক জানিবলৈ দিছে। তেওঁৰ প্ৰতি গভীৰ শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱা সাংবাদিক প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ অন্তঃপ্ৰৱাহিত নিবেদন।

কিতাপখনৰ শেষৰ ফালে আছে অসমৰ বাতৰি কাকতৰ প্ৰতিষ্ঠাপক আৰু সম্পাদক সকলৰ চিত্ৰ সম্বলিত চমু পৰিচয়। এইয়া মূল্যৱান সংযোজন। 'নগৰৰ কথা'ৰ প্ৰতিষ্ঠাপক সম্পাদক মফজল হুচেইন, 'তৰুণ অসম'ৰ প্ৰতিষ্ঠাপক নন্দেশ্বৰ চক্ৰৱৰ্তী, 'টাইমছ অব্ আসাম'ৰ অন্যতম সম্পাদক কেদাৰ নাথ গোস্বামী, 'বিহলঙনি'ৰ প্ৰতিষ্ঠাপক সম্পাদক মহেশ চন্দ্ৰ দেৱগোস্বামী, 'টাইমছ অৱ আসাম'ৰ প্ৰতিষ্ঠাপক সম্পাদক ৰাধানাথ চাংকাকতি, শেষৰজন সম্পাদক জীৱনৰাম ফুকন, 'আসাম বিলাসিনী' ৰ প্ৰতিষ্ঠাপক শ্ৰীশ্ৰীদত্তদেৱ গোস্বামীৰ ফটোকেইখন বিশেষকৈ উল্লেখনীয় বুলি ক'ব পাৰি। 'দৈনিক অসমীয়া'ৰ প্ৰথমজনা সম্পাদক দেৱকান্ত বৰুৱাৰ উল্লেখো মন কৰিবলগীয়া। তেওঁৰ সম্পাদকীয়বোৰ আছিল বৈচিত্ৰ্যময় আৰু ইতিহাসনিযুক্ত। সেই কালতো বাতৰি কাকতত বিজ্ঞাপনে ঠাই পাইছিল। বা - বাতৰিৰ লগত পাঠকে গল্প, কবিতা, প্ৰবন্ধও পঢ়িবলৈ সুযোগ পাইছিল।

প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ আলোচ্য গ্ৰন্থখনত সকলো বাতৰি কাকতৰ আদ্যোপান্ত নাথাকিলেও ভৱিষ্যতৰ বাবে তেওঁ এটা বলিষ্ঠ পথৰ শুভাৰম্ভ কৰিলে। এইখনকে নিৰ্ভৰ কৰি গৱেষণাৰ বাট আৰু বিস্তৃত কৰিব পৰাৰ সুবিধা ওলাল। সংবাদপত্ৰৰ লগত ঘনিষ্ঠ লোকসকল ইয়াৰদ্বাৰা লাভবান হ'ব। সাংবাদিক দক্ষতাৰ সৈতে কিতাপখনত যুক্ত হৈছে নিখুঁত ৰচনাশৈলী আৰু ৰসদৃষ্টি যাৰ ফলত সংকলনখন মনোগ্ৰাহী হৈ পৰিছে।

★ ★ ★

# ৰাজীৱ যুগ

## এজন সাংবাদিকৰ দৃষ্টিত ৰাজীৱ গান্ধী

নতুন দিল্লীত নিগাজীকৈ বহি পুলিনবিহাৰী বৰঠাকুৰে তেওঁৰ সাংবাদিকতা অব্যাহত ৰাখিছে। অনেক বছৰ চৰকাৰী সূচনা আৰু প্ৰচাৰ বিভাগত চাকৰি কৰি কামৰপৰা অৱসৰ লৈ পুনৰ সংবাদ জগতৰ লগত সংযোগ ৰক্ষা কৰিছে। গুৱাহাটীৰ ছেন্টিনেল গোষ্ঠীৰ বিশেষ প্ৰতিনিধি হিচাপে তেওঁ দিল্লীৰপৰা কাৰ্য্যনিৰ্বাহ কৰি আছে। 'ৰাজীৱ যুগ' হৈছে তেওঁৰ পূৰ্বপ্ৰকাশিত ৰাজনৈতিক সমীক্ষাৰ এলানি প্ৰবন্ধ। 'ছেন্টিনেল' আৰু 'আজিৰ অসম'ৰ পঢুৱৈসকলে এইবোৰ প্ৰবন্ধ হয়তো পঢ়িছিল। সেই দৃষ্টিভংগীৰে চালে সংকলনটোৰ সমীক্ষাবোৰ সেই সময়ৰ প্ৰসংগ বা বিষয়-সম্বন্ধীয়, মানে টপিকেল। সাংবাদিক বৰঠাকুৰে এইবোৰ প্ৰসংগৰ দীৰ্ঘকালীন ঐতিহাসিক মূল্য আছে বুলি ভাবি সেইবোৰ একগোট কৰিছে আৰু এই আলোচ্য পুথিখন প্ৰকাশ কৰি উলিয়াইছে। নাম দিছে 'ৰাজীৱ যুগ'।

বৰঠাকুৰৰ এই পুথিখন কি হিচাপে চিহ্নিত কৰা যায়? ইয়াৰ গুৰুত্বৰ নিৰ্দ্ধাৰিত পৰিমাণ কিমান? তেওঁৰ উদ্দেশ্য সাধনৰ নিৰ্দিষ্ট পৰিমেয় ওজন কি হ'ব পাৰে বাৰু? ৰাজীৱ গান্ধী জীৱিত বা মৃত্যুৰ পিছত স্মৰণীয় হোৱাৰ যুক্তি ক'ত? তেওঁৰ কৃতিত্বপূৰ্ণ কাম কোনবিলাক? সেই সাফল্যমণ্ডিত কামবোৰ জনসাধাৰণৰ দৃষ্টিগোচৰ নহ'ল নেকি? পুলিনবিহাৰী বৰঠাকুৰে সাংবাদিকৰূপে কেনেকৈ ঘটনাসমূহৰ বিচাৰ-বিবেচনা আগবঢ়াইছে? ৰাজীৱ গান্ধীৰ চৰিত্ৰৰ আৰু ৰাজনৈতিক চিন্তা-ভাবনাৰ এখন সমীক্ষাত্মক ছবি অংকন কৰোতে তেওঁ কিমানদূৰ সফলতা লাভ কৰিছে? কিতাপখন পঢ়ি এইবোৰ প্ৰশ্ন আমাৰ মনত উদয় হৈছে। প্ৰশ্নবোৰৰ সঠিক উত্তৰ অসম্পূৰ্ণ আৰু সাংবাদিক অনুসন্ধানী মনেৰে বাৰ্তাধৰ্মী। বৰঠাকুৰৰ অনুসন্ধিৎসু মনত যিবোৰ ক্ৰিয়া-কৰ্মই ভূমুকি মাৰিছে, যিবোৰ মূল উপাদানে তেওঁক এনে ৰাজনৈতিক ডায়েৰি লিখোতে উৎসাহ যোগাইছিল, সেইবোৰকে ৰাজীৱ গান্ধীৰ চল্লিছ বছৰীয়া জীৱনৰ ক্ৰনিকোল বা ঘটনাপঞ্জীৰ আধাৰ স্বৰূপে তেওঁ লিপিবদ্ধ কৰিছে। এইখন পুথিক এতিয়া আমি সময়ানুক্ৰমিক বৰ্ণনা বুলি আখ্যা দিব পাৰো। 'ৰাজীৱ যুগ' টো নামকৰণ কৰোতে এনেবোৰ প্ৰাসংগিক ঘটনাৰ সমাবেশ হৈছে যিবোৰত সমগ্ৰ ভাৰতৰ অনেক বিষয় প্ৰসংগক্ৰমে সোমাই পৰিছে। ৰাজীৱ গান্ধীৰ ভাবমূৰ্তি এটা তৈয়াৰ কৰোতে লেখকজন নীৰৱ দৰ্শক হৈ থাকিব নোৱাৰে। তাতোকৈ ডাঙৰ কথা, শাসনাধিষ্ঠ ইন্দিৰা কংগ্ৰেছৰ আজি আৰু আগৰ খ্যাতি নাই। 'কংগ্ৰেছী গুণ' সম্বন্ধে জনসাধাৰণৰ মাজত ভাল ধাৰণা নাই। এই দল ঐক্যৰ প্ৰতীকৰূপে গ্ৰহণযোগ্য নহয়। ৰাজহুৱা আলাপ-আলোচনাত, কথা-বতৰাত কংগ্ৰেছৰ কুশাসন হৈ পৰিছে ৰাজহুৱা কাহিনী, মানে, public tales। এনে এটা চিত্ৰনাট্যত ৰাজীৱ গান্ধীৰ

চৰিত্ৰটোৱে আমাৰ মনলৈ কেনে ধৰণৰ উপলব্ধি আনে, এটা সুগ্ৰাহী নায়কৰ চৰিত্ৰৰূপে মনোগ্ৰাহী হ'ব পাৰিছেনে নাই, তাক বৰঠাকুৰে সম্যকভাৱে দাঙি ধৰাৰ প্ৰয়াস কৰিছে।

ৰাজীৱৰ জীৱন জয়ৰ উল্লাসেৰে বিজয়সূচক অথবা এটা কৰুণ ৰসেৰে বিয়োগান্ত। এনে এটা জীৱন— যাৰ আৰম্ভ সুখ-সম্ভোগৰ আভিজাত্যৰ আতোলতোল প্ৰতিপালনত, মধ্যভাগ গৌৰৱৰ সোণালী আভাৰে সমুজ্জ্বল আৰু অন্তৰ্ভাগ নিৰ্মম অৱসানেৰে আত্মদানত— কিন্তু, এনে এটা নাটকীয় জীৱনৰ পৰ্য্যালোচনাত পাঠকে কি পাব পাৰে? ক'ব পাৰি, ৰাজীৱ গান্ধীৰ ব্যক্তিত্বৰ মাজত এনে এক গভীৰতা আছিল যিটোৱে তেওঁৰ জীৱনৰ আভ্যন্তৰিক স্বৰূপ উদঙাই দিবলৈ সক্ষম হৈছিল আৰু পাঠকে এই পুথিখনত তাকে বুজিব পাৰিব। ৰাজনৈতিক ক্ষেত্ৰত ৰাজীৱৰ সম্পাদিত কাৰ্য্যসমূহ যিমানেই মূল্যৱান নহওক, সেইবোৰ যিসকলে জানে, তেওঁলোকৰ বাবে সিমান মনোযোগৰ বিষয় নহ'ব পাৰে। কিন্তু, ৰাজনৈতিক প্ৰেক্ষাপটৰ নিলগত থকা অনেক নিৰপেক্ষ দৰ্শকৰ চকুত ৰাজীৱৰ ক্ষমতা লাভৰ কাহিনীটোৱেই আটাইতকৈ বিস্ময়কৰ আৰু মুগ্ধকৰ। কাৰণ তেওঁ আছিল বিমান বাহিনীৰ এজন চালক, এটা আৰামদায়ক ৰঙীণ জীৱনৰ উপভোক্তা। দেশ-বিদেশ আকাশী ৰথেৰে ফুৰি তেওঁ এক বেলেগ ধৰণৰ চৌখিন জীৱন গঢ়ি তুলিছিল। কিন্তু ভায়েক সঞ্জয় গান্ধীৰ অকাল মৃত্যুৰ পিছত ৰাজীৱৰ উপস্থিতি সকলোৱে অনুভৱ কৰিলে। ৰাজনীতি ভাল নোপোৱা ৰাজীৱ কালক্ৰমত ৰাজনীতিত সোমাই গ'ল। কোৱা প্ৰাসংগিক যে ৰাজীৱৰ নাম ৰখা হৈছিল ৰাজীৱ ৰতন গান্ধী। ভাৰতৰ ৰাষ্ট্ৰপতি ড° শংকৰদয়াল শৰ্মাই এই নামৰ ব্যাখ্যা দাঙি ধৰি কৈছিল যে পণ্ডিতজীয়ে ৰাজীৱক ইমান ভাল পাইছিল যে তেখেতে পত্নী কমলা নেহৰুৰ স্মৃতি ৰক্ষাৰ্থে কমলা নামটোৰপৰা ৰাজীৱ নামটো বাছি আনিছিল। ৰাজীৱ মানে কমল, পদুম ফুল। শ্ৰীমতী ইন্দিৰা গান্ধীয়ে মৰমৰ পিতৃ জৱাহৰলাল নেহৰুৰ জৱাহৰ শব্দটোৰ প্ৰতিশব্দ 'ৰত্ন' যুগমীয়া কৰিবলৈ ৰাজীৱ শব্দটোৰ লগত ৰত্ন— ৰতন যোগ দিলে। সেই সূত্ৰে ইন্দিৰা গান্ধীৰ বৰপুত্ৰৰ প্ৰকৃত নাম হ'ল— ৰাজীৱ ৰতন গান্ধী। নেহৰু আৰু গান্ধী পৰিয়ালৰ তেজত থকা গুণবোৰ ৰাজীৱে বংশানুক্ৰমে লাভ কৰিলে আৰু কংগ্ৰেছৰ নেতা হৈ পৰিল। সংসদৰ সদস্য হৈ নিৰ্বাচিত হ'ল বিপুল গণভোটত। ইন্দিৰা গান্ধীক হত্যা কৰা নিৰ্মম ঘটনাৰ পিছত সেই সময়ৰ ৰাষ্ট্ৰপতি গিয়ানী জেইল সিঙৰ আমন্ত্ৰণ ক্ৰমে ৰাজীৱ গান্ধীক ভাৰতবৰ্ষৰ প্ৰধানমন্ত্ৰী ৰূপে শপত গ্ৰহণ কৰোৱা হ'ল। প্ৰণৱ মুখাৰ্জীৰ নামো প্ৰস্তাৱ কৰা হৈছিল। কিয়নো কংগ্ৰেছৰ অনেক জ্যেষ্ঠ নেতাই ভাবিছিল, ৰাজীৱ অনভিজ্ঞ, কম বয়সৰ ডেকা কংগ্ৰেছ সাংসদ। কিন্তু জেইল সিঙে নেহৰু পৰিয়ালতে প্ৰধানমন্ত্ৰীৰ পদটো বাহাল ৰাখিলে, ৰাজীৱ গান্ধী এখন বৃহৎ গণতান্ত্ৰিক দেশৰ প্ৰধানমন্ত্ৰী ৰূপে শাসনৰ গাদীত বহি পৰিল। ভাবিলে বিস্ময় লাগে যে এজন পাইলটে নেহৰু পৰিয়ালত জন্ম গ্ৰহণ কৰা বাবে কংগ্ৰেছ দলৰ অনেক অভিজ্ঞ, শীৰ্ষস্থানীয়, বৰ্ষীয়ান নেতাক অতিক্ৰম কৰি উল্কাগতিৰে ভাৰতৰ প্ৰধানমন্ত্ৰী ৰূপে স্বীকৃত হ'ল। প্ৰশ্নটো বহুতৰে মনত উদয় হৈছিল। কিহৰ বলত ৰাজীৱে এনে বিৰল সন্মান লাভ কৰিলে? অত্যন্ত উচ্চ শ্ৰেণীৰ কৰ্মক্ষমতাৰ বাবে, ভাগ্যৰ

বাবে, দলীয় সংস্কৃতিৰ বাবে নে নেহৰু পৰিয়ালত সেই সময়ত থকা এজন চকুত পৰা ধুনীয়া, মাৰ্জিত ৰুচিৰ, সম্ভাৱনাপূৰ্ণ ডেকা ল'ৰা বাবে? ৰাজীৱৰ মাতৃ প্ৰয়াত ইন্দিৰা গান্ধীৰ অভিপ্ৰায় এয়া আছিলনে? ৰাজীৱৰ ব্যক্তিত্ব গঠনত, জনপ্ৰিয়তা অৰ্জনত স্ত্ৰী চোনিয়াৰ ভূমিকা কি?

পুলিনবিহাৰী বৰঠাকুৰৰ এই কিতাপখনত এইবোৰ প্ৰশ্নৰ সঠিক উত্তৰ নাই যদিও বিহংগম দৃষ্টিৰে ঘটনাৰ অনুধাৱন কৰিছে। প্ৰবন্ধবোৰ যিহেতু বাতৰি কাকতৰ পঢ়ুৱৈ সমাজৰ বাবে, সেইবাবে তেওঁ লিখাবোৰত এটা আলোকসন্ধানী ৰাজনৈতিক দৃষ্টিপাত ৰক্ষা কৰিছে। অনেক ক্ষেত্ৰত লিখাবোৰ হৈ পৰিছে 'দিল্লীৰ দুখৰীয়া ছবি'। এই ছবিবোৰ অংকন কৰোতে তেওঁ ধাৰাবাহিকতা ৰক্ষা কৰা নাই। মাত্ৰ ঘটনাবোৰ সাংবাদিকতাৰ মাধ্যমেদি অসমৰ পঢ়ুৱৈক অৱগত কৰাইছে, আৰু সুবিধা বুজি তেওঁৰ প্ৰতিবেদনত ধাৰণা (views)– বোৰ বহলাইছে। এই ৰাজীৱ গান্ধী আৰু তেওঁৰ অনুসংগ বিষয়বোৰ ৯৩ টা প্ৰতিবেদনত লিপিবদ্ধ কৰিছে। আমি ৰাজীৱ গান্ধীৰ বিষয়ে ভালেমান কথা জনা হৈছো। তেওঁক কেন্দ্ৰ কৰি ৰচনা কৰা কিতাপো পঢ়িছো। তাৰে এখন হৈছে হৰিশ চন্দৰ আৰু পদ্মিনী ৰচিত 'Rajib Gandhi Many Facts'। বিভিন্নজনৰ লগত সাক্ষাৎ কৰি এই কিতাপ যুগুত হৈছে। পঢ়িলে, ৰাজীৱৰ পৰিপূৰ্ণ ছবি এখন আমাৰ চকুত ভাহি উঠে।

সঁচা কথা, ৰাজীৱৰ দৃষ্টিভংগী বেলেগ আছিল। তেওঁ আছিল সম্পূৰ্ণ ধৰ্মনিৰপেক্ষ আৰু সমাজ-সচেতন ব্যক্তি। প্ৰধানমন্ত্ৰীৰ কাৰ্য্যকলাপক কটু সমালোচনা কৰিলেও সাংবাদিকসকলে এজন ব্যক্তি হিচাপে ৰাজীৱক বেয়া পোৱা নাছিল। পুলিনবিহাৰী বৰঠাকুৰেও সাংবাদিক হিচাপে ৰাজীৱ গান্ধীৰ সমাদৰ লাভ কৰিছিল। বিশেষকৈ অসমৰ সাংবাদিক বুলি জনাৰ পিছত। ৰাজীৱ গান্ধী দোষমুক্ত নাছিল। প্ৰধানমন্ত্ৰী ৰূপে তেওঁ কেইবাটাও ভুল সিদ্ধান্ত লৈছিল। জম্মু আৰু কাশ্মীৰৰ তৎকালীন ৰাজ্যপাল জগমোহনে কৈছিল যে ৰাজীৱ গান্ধীয়ে বহুতো অবাঞ্ছনীয় সমস্যাৰ সৃষ্টি কৰি নিজে বিপদত পৰিছিল। পঞ্জাব চুক্তি, অসম চুক্তি, কাশ্মীৰ সমস্যা, শ্ৰীলংকালৈ সৈন্য প্ৰেৰণ, বফৰ্ছ কেলেংকাৰী বিষয়ত বিচক্ষণতাৰ অভাৱ আদি লক্ষণীয়। ৰাজীৱ গান্ধীৰ এটা দুৰ্বলতাৰ কথা বৰঠাকুৰে উল্লেখ কৰিছে। সেইটো হৈছে কিছুসংখ্যক কলুষপ্ৰিয় লোকৰদ্বাৰা তেওঁ বেষ্টিত হৈ কিছুমান অযুক্তিৰ সিদ্ধান্ত ল'ব লগা হৈছিল। প্ৰথম পৰ্য্যায়তে অৰুণ নেহৰুৰ দৰে 'কম্পিউটাৰ বয়জ'ৰ প্ৰভাৱত তেওঁ ইন্দিৰা গান্ধীৰ প্ৰিয় পৰামৰ্শদাতা আৰ. কে. ধাৱন আৰু এম.এল. ফতেদাৰক ক্ষমতাৰপৰা বহিষ্কৃত কৰিলে। ৰাজীৱক হাতৰ মুঠিত ৰাখি এচাম তৰুণ কংগ্ৰেছী নেতাই প্ৰবীণসকলৰ পৰামৰ্শ অগ্ৰাহ্য কৰিছিল। আন্তৰ্জাতিক খ্যাতি থকা ফটোগ্ৰাফাৰ ৰঘু ৰায়ে ইন্দিৰা গান্ধী, সঞ্জয় গান্ধী প্ৰমুখ্যে ব্যক্তিসকলৰ বিভিন্ন ভংগীত ফটো তুলিছিল। ৰাজীৱৰ সুদৰ্শন চেহেৰায়ো তেওঁক মুগ্ধ কৰিছিল। তেওঁৰ কেমেৰাত ৰাজীৱ হৈ পৰিছিল জীৱন্ত। ৰঘু ৰায়ে কৈছিল যে কেতিয়াবা ৰাজীৱৰ মুখত বিষাদ আৰু অকলশৰীয়া ভাব এটা ধৰা পৰিছিল। 'মই কথা পাতি অনুমান কৰিব পাৰিছিলো যে পঞ্জাবত অপাৰেশ্যন ব্লু' চলাই তেওঁ অনুতপ্ত হৈছিল।

ৰাজীৱে ভাৰতবৰ্ষত চলা ৰাজনৈতিক অস্থিৰতাত যথেষ্ট মনোকষ্ট পাইছিল। তেওঁ কৈছিল যে কংগ্ৰেছত থকা নীতিহীন আৰু পাপাচাৰৰ অৱক্ষয় তেওঁ আঁতৰ কৰিব। কিন্তু কি কৰিব পাৰিলে? সঁচা কথা, ভাৰতীয় প্ৰেছে ৰাজীৱক ভাল পাইছিল। কিন্তু কংগ্ৰেছৰ মাজত থকা প্ৰৱঞ্চনা, অসাধুতা আৰু মানসিকহীনতাক তেওঁ নিৰ্মূল কৰিব বুলি প্ৰতিশ্ৰুতি দিয়ো একো উন্নতি সাধিব নোৱাৰিলে। ৰাজীৱৰ শাসনৰ কালতে নৈতিক অৱনতিয়ে বিভিন্ন ৰূপ ধাৰণ কৰিলে। ৰঘু ৰায়ৰ এই মন্তব্য বৰঠাকুৰৰ পুথিখনতো প্ৰকাশ পাইছে। ৰাজীৱৰ অসাধু উপদেশ দিওঁতাসকলক প্ৰেছে চিনি পাইছিল, চিনাক্ত কৰি বাতৰিও পৰিবেশন কৰিছিল। বৰঠাকুৰে কৈছে যে চৰকাৰ চলাবলৈ অভিজ্ঞ লোকৰ প্ৰয়োজন হৈছিল, কিন্তু ৰাজীৱে যিসকলক বিশ্বাস কৰিলে, তেওঁলোকৰ জটিল ৰাজনৈতিক সংকট দূৰ কৰাৰ অভিজ্ঞতা নাছিল। বৰঠাকুৰে ৰাজীৱে কোনোমতে ৰক্ষা পোৱা চাৰিটা বিপদৰ কথা উল্লেখ কৰিছে। (ক) ৰাষ্ট্ৰপতিৰ অভিযোগ– প্ৰধানমন্ত্ৰীয়ে ৰাষ্ট্ৰপতিক চৰকাৰৰ গতি-বিধি সম্পৰ্কে অৱগত কৰোৱা নাই। এইটো সাংবিধানিক নীতি। (খ) কেন্দ্ৰীয় বিত্ত মন্ত্ৰণালয়ে আমেৰিকাৰ 'ফেয়াৰ ফেক্স' নামৰ অনুসন্ধানকাৰীক ভাৰতীয়সকলে বেনামী আৰু অবৈধভাৱে বিদেশী বেংকত টকা জমা ৰখাৰ বিষয়ে অনুসন্ধান চলাবলৈ দিয়া অনুমতি আৰু প্ৰমাণ পত্ৰ। (গ) ছাবমেৰিণ আৰু ইয়াৰ যাৱতীয় সামগ্ৰী কিনিবলৈ এজেন্টৰ সহায় আৰু কমিছন লোৱা ব্যৱস্থা। (ঘ) ছুইডেনৰ লগত জড়িত বফৰ্ছ লেনদেন। এই বিষয়ক কেন্দ্ৰ কৰি বিশ্বনাথ প্ৰতাপ সিঙৰ সৈতে ৰাজীৱৰ মতভেদ। কংগ্ৰেছ সংখ্যাগৰিষ্ঠতাই ৰাজীৱক সংকটৰপৰা ৰক্ষা কৰিলে যদিও তেওঁৰ নিকা চৰিত্ৰৰ প্ৰতি সন্দেহৰ ভাব ঘনীভূত কৰিলে। বৰঠাকুৰে বিৰোধী দলবোৰৰো ৰাজনীতিক কটু সমালোচনা কৰি তেওঁলোকৰ অদূৰদৰ্শিতাৰ কথা আক্ৰমণাত্মক ভাষাৰে দাঙি ধৰিছে।

বৰঠাকুৰে কিতাপখনৰ নাম দিছে 'ৰাজীৱ যুগ'। মানে, ৰাজীৱ গান্ধীৰ শাসন কালটোত চলা নীতি-নিয়ম আৰু ৰাজনীতি। এই যুগটোক নিৰীক্ষণ কৰোতে তেওঁ ৰাজীৱ গান্ধীৰ আচল স্বৰূপটো আৱিষ্কাৰ কৰিবলৈ, লগতে কংগ্ৰেছ দল আৰু বিৰোধী দলবোৰৰ ভূমিকাও প্ৰতিবিম্বিত কৰিছে। তেওঁ দিল্লীত থাকি ভিতৰুৱা বহুতো খবৰ সংগ্ৰহ কৰিছে। তাৰে কিছুমান 'বিগ্ নিউজ' আৰু কিছুমান 'স্মল নিউজ' ৰূপে কিতাপখনত ঠাই পাইছে।

★★★



# বেণুধৰ শৰ্মাৰ দক্ষিণপাট সত্ৰ

অসমৰ এগৰাকী লেখত ল'বলগীয়া বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ দক্ষিণপাট সত্ৰ পুথিখন কিমান মূল্যৱান সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। যিসকল সত্ৰ সংস্কৃতিৰ অনুৰাগী পঢ়ুৱৈ সেইসকলে পুথিখন চকু ফুৰায়ে ক'ব যে পুথিখন সম্পূৰ্ণ কৰোঁতে লেখকজনৰ বহুতো পৰিশ্ৰম ক্ষয় হৈছে। বহুতো সময় অতিবাহিত হৈছে। বেণুধৰ শৰ্মাক পণ্ডিত তীৰ্থনাথ শৰ্মাই 'পাতাল সন্ধানী' বুলিছে। যথাৰ্থতে এনে প্ৰশংসা বেণুধৰৰ দৰে কৰ্মোৎসাহী আৰু বিদ্যোৎসাহী লোকৰ ক্ষেত্ৰত বিশেষভাৱে প্ৰযোজ্য। তেওঁ যিকেইখন গধুৰ গ্ৰন্থ ৰচনা বা সম্পাদনা কৰিছে, আটাইকেইখনৰ বিষয়বস্তুৰ লগত তেওঁৰ পৰিচয় অন্তৰংগ। ক'তো তেওঁ ফাঁকি-ফুকা দিয়া নাই। বুৰঞ্জীৰ ঘাই শিপাডালত খোপনি পুতি তেওঁ গভীৰতাত প্ৰবেশ কৰিছে আৰু এনেবোৰ ঘটনা, চৰিত্ৰ আৰু প্ৰসংগ দাঙি ধৰিছে, যিবোৰ পঢ়িলে এনেহে ভাৱ হয় যেন সেইবোৰৰ প্ৰত্যক্ষ দৃশ্য তেওঁ নিজ চকুৰে দেখিছে, শুনিছে আৰু সত্যতা চালি-জাৰি চাই তেওঁৰ টোকা বহীত লিপিবদ্ধ কৰিছে। সম্ভৱ অসমৰ এনে এখন ঠাই নাই যাৰ আঁতিগুৰি তেওঁ নাজানে। কাহটো মাৰিলেই নাইবা কথা এষাৰ পাতিলেই যেইকোনো লোকৰ পুৰণি জীৱন-বৃত্তান্ত তেওঁ এফালৰপৰা কৈ যাব। আমাৰ গৌৰাং সত্ৰৰ ইতিবৃত্ত আমিয়ে সিমান নাজানো তেওঁ যিমান বঢ়িয়াকৈ জানে। বিষয়য়বস্তুৰ ওপৰত বেণুধৰ শৰ্মাৰ অধ্যয়ন কিমান পুষ্ট আৰু সমৃদ্ধ সেই কথা আমি দেখিবলৈ পাইছোঁ আমাৰ বৰদেউতা পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ ৰচনাৱলী আৰু জীৱন বিষয়ক পুথি দুখনত। বেণুধৰ শৰ্মাক মই ওচৰৰপৰা পাইছোঁ। মানুহজনৰ বিৰল প্ৰতিভাই মোক মুগ্ধ কৰিছিল। তেওঁৰ কথাত আৰু লেখাত মই তন্ময় হৈছিলোঁ। এনে স্বদেশপ্ৰেমিক, অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ অন্তৰ ভৰা ৰয়ময় ব্যক্তি মই কাচিৎহে লগ পাইছোঁ। অফুৰন্ত জ্ঞানৰ ভঁৰাল বেণুধৰ শৰ্মাৰ পাণ্ডিত্য স্বীকাৰ নকৰি উপায় নাই। অসমীয়া ভাষা-সাহিত্য আলোচনা হ'লেই বেণুধৰ শৰ্মাৰ অৱদান আমাৰ মনত জিলিকি উঠে। তেওঁ ৰচনা কৰি যোৱা পুথিসমূহ অসমীয়া পঢ়ুৱৈ সমাজৰ আদৰৰ সম্পদ। তেওঁৰ ভাষা পঢ়ি সোৱাদ পাব পাৰি। তেওঁৰ লেখাৰ ধৰণ স্বাভাৱিকতে নিভাঁজ আৰু অনন্য সাধাৰণ। প্ৰত্যেকটো বাক্যতে তেওঁৰ নিজা ষ্টাইল ফুটি ওলায়। অসমীয়া ভাষাটোক তেওঁ প্ৰাণভৰি ভাল পাইছিল, ইয়াৰ হকে অশেষ যুঁজিছিল। বেণুধৰ শৰ্মাৰ গদ্য বাস্তৱিকতে মোহনীয়। ইয়াৰ মূল্যাংকন যিসকলে কৰিছে, তেওঁলোকে একমুখে স্বীকাৰ কৰিছে যে এনে শক্তিশালী প্ৰাণময় গদ্যশৈলী অসমীয়া ভাষাত বিৰল। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ দৰে তেৱোঁ আছিল ভাষাৰ ক্ষেত্ৰত যশস্বী লেখক। বেণুধৰ শৰ্মাৰ গদ্যৰ ধাৰা তেওঁৰ সকলো গ্ৰন্থ আৰু প্ৰবন্ধত প্ৰকাশ পাইছে। সংস্কৃত আৰু অসমীয়া ভাষাত তেওঁৰ অন্তৰংগ পৰিচয় পোৱা যায়, বিশ্লেষণ, তুলনামূলক উদ্ধৃতি আৰু বাক্য ৰচনাৰ সুন্দৰ পৰিপাট্যত।

আলোচ্য গ্ৰন্থ 'দক্ষিণপাট সত্ৰ' এখন ইতিহাস সমৃদ্ধ ৰচনা। অসমৰ প্ৰধান চাৰিখন বৈষ্ণৱ সত্ৰৰ অন্যতম দক্ষিণপাট সত্ৰৰ বুৰঞ্জী ইয়াৰ ঘাই উপকৰণ। হাড় ভঙা পৰিশ্ৰমৰ ফলস্বৰূপে আমি বেণুধৰ শৰ্মাৰ এনেকুৱা গম্ভীৰ বিষয়ৰ পুথিখন পঢ়িবলৈ পাই ধন্য হৈছোঁ। ক'ব লাগিব অসমৰ বুৰঞ্জী সাহিত্যৰ এইখন সাৰ্থক আৰু উল্লেখযোগ্য সংযোজন। সত্ৰখনৰ বিষয়ে ক'বলৈ গ'লে ইয়াত সকলো সমল আছে। অকল ইতিহাসেই নহয়, সত্ৰৰ লগত জড়িত সকলো প্ৰসংগ ইয়াত বিতংভাৱে দাঙি ধৰা হৈছে। দক্ষিণপাট সত্ৰৰ বৈশিষ্ট্য, ধৰ্মাচৰণ, সত্ৰৰ বিস্তৃতি, নিয়ম-তন্ত্ৰ, অধিকাৰ সকলৰ জন্ম বৃত্তান্ত, তেওঁলোকৰ স্মৰণীয় কৰ্মৰাজি, সত্ৰৰ সামাজিক যোগাযোগ, দান-বৰঙণি, অধিকাৰসকলৰ সাংস্কৃতিক অৰিহণা, গীত ৰচনা, নাট ৰচনা আধ্যাত্মিক চিন্তা-চৰ্চা প্ৰভৃতি সকলো বিষয় খৰচি মাৰি আলোচনা কৰা হৈছে। সত্ৰৰ প্ৰাচীন শিষ্য পৰিয়ালৰ উল্লেখ, তেওঁলোকৰ প্ৰতি থকা অগাধ শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱা গ্ৰন্থখনে স্মৰণ কৰিছে। চিত্ৰ-সূচী হৈছে গ্ৰন্থখনৰ অন্যতম আকৰ্ষণ। অনেক আপুৰুগীয়া ছবি ইয়াত দেখিবলৈ পোৱা গৈছে। সত্ৰখনৰ সচিত্ৰ বৰ্ণনা, স্বদেশ চেতনা, মননশীল ভূমিকা প্ৰভৃতিৰ বিষয়ে বেণুধৰ শৰ্মাৰ আগ্ৰহ আৰু জিজ্ঞাসা লক্ষণীয়। নিঃসংশয়িতভাৱে ক'ব পাৰি যে এনে এখন গ্ৰন্থ ৰচনা কৰা বেণুধৰ শৰ্মাৰ বাহিৰে আনৰ সম্ভৱ নহয়। অসমৰ কলা-সংস্কৃতি আৰু ধৰ্মীয় আচৰণৰ এক বৃহৎ অংশৰ পৰিচয় ঘটোৱাৰ ক্ষেত্ৰত দক্ষিণপাট সত্ৰৰ ভূমিকা সশ্ৰদ্ধভাৱে স্মৰ্তব্য। বৈষ্ণৱ প্ৰচাৰক দেৱ দামোদৰৰ দ্বাৰাই প্ৰৱৰ্তিত বিশুদ্ধ ভাগৱতী ধৰ্মৰে অনুগামী দক্ষিণপাট সত্ৰ। বিহাৰৰ দামোদৰী সত্ৰ বৈকুণ্ঠপুৰৰ আৰ্হিতেই দক্ষিণপাট সত্ৰ প্ৰতিষ্ঠা কৰিছিল। অৱশ্যে আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহ আছিল সত্ৰ স্থাপনৰ মুখ্য পৃষ্ঠপোষক। কোৱা প্ৰয়োজন যে আউনীআটী, দক্ষিণপাট, গড়মূৰ, কুৰুৱাবাহী এই চাৰিখন সত্ৰক ৰাজসত্ৰ বোলা হৈছিল। স্বৰ্গদেউ প্ৰতাপ সিংহৰ দিনত স্থাপিত হৈছিল কুৰুৱাবাহী সত্ৰ, জয়ধ্বজ সিংহৰ দিনত আউনীআটী স্থাপিত হৈছিল। মহাৰাজ ৰুদ্ৰ সিংহই আউনিআটীত শৰণ লৈ সত্ৰকেইখন থিতাপি লগায়। তেওঁৰ দিনতেই আউনীআটী, দক্ষিণপাট, গড়মূৰ আৰু কুৰুৱাবাহীয়ে ৰাজ অনুগ্ৰহ লাভ কৰি ৰাজসত্ৰ নামেৰে সু-প্ৰসিদ্ধ হয়। (পৃষ্ঠা ১০) কোঁচ, আহোম, কছাৰী এই তিনিও বংশৰ ৰজাসকলৰ পৃষ্ঠপোষকতাত সত্ৰকেইখনে ৰাজ সন্মান লাভ কৰে। ৰাজ অনুগ্ৰহ অকল নহয়। ৰজা, গুৰু আৰু বৃহত্তৰ অসমীয়া ৰাইজৰ পাৰস্পৰিক সংযোগ, সম্প্ৰীতি আৰু সম্ভাৱনাৰ ওপৰতে নিৰ্ভৰ কৰি অসমৰ সত্ৰকেইখনে বিস্তাৰ লাভ কৰিবলৈ সমৰ্থ হৈছিল। দক্ষিণপাট সত্ৰৰ বেলিকাও ৰাজ অনুগ্ৰহৰ লগতে অসমীয়া ৰাইজৰ আদৰ, সহযোগ, সহায় আছিল প্ৰতিষ্ঠাৰ অন্যতম প্ৰয়াস। অসমৰ সামাজিক বান্ধোন ৰক্ষা কৰি বহুজন হিতায় বহুজন সুখায় আছিল সত্ৰ স্থাপনৰ উদ্দেশ্য। ধৰ্মাচৰণৰ মাজেদি নীতি নিষ্ঠা, সদাচাৰ- সদাচাৰণ প্ৰৱৰ্তন কৰা সত্ৰ সংস্কৃতিৰ প্ৰধান কৰ্তব্য। দক্ষিণপাট সত্ৰৰ যি শাস্ত্ৰসন্মত নিয়ম পদ্ধতি আছে সেইয়া সৰ্বসাধাৰণৰ মংগলৰ বাবেই এতিয়াও পালন কৰি অহা হৈছে। প্ৰত্যেকজনা অধিকাৰ জ্ঞানী, গুণী, আৰু সদালাপী ব্যক্তি হোৱা পৰম্পৰা দক্ষিণপাট সত্ৰই ৰক্ষা কৰি আহিছে। তেওঁলোকে সাহিত্য, সংগীত, সমাজনীতি, সামাজিক ঐক্য আৰু সংহতিৰ হকে অনেক কাম কৰিছে। গুৰু-শিষ্য সম্পৰ্কত তাৎপৰ্য হ'ল, শিষ্যসকলৰ বিদ্যা আৰু যশস্যা বৃদ্ধি হওক, বিভৱ

বিভুতিৰে সমৃদ্ধশালী হওক, ধৰ্ম- ঐতিহ্য- সাহিত্য সংগীত- ৰাজনীতি আৰু সমাজ সেৱাৰ প্ৰতি অনুৰক্ত হওক। দক্ষিণপাট সত্ৰৰ শিষ্যবৰ্গৰ ভিতৰত অসমৰ পুৰণি সুপ্ৰসিদ্ধ বংশ পৰিয়াল সমগ্ৰ অঞ্চলতে বিয়পি আছে। গ্ৰন্থখনৰ পৰিশিষ্টত ইয়াৰ এখন তালিকা আছে। ইয়াৰ পৰা গম পাব পাৰি যে অসমৰ চলিহা কাকতী ফৈদৰ কালীপ্ৰসাদ চলিহা, তাৰাপ্ৰসাদ চলিহা, ফণীধৰ চলিহা, কুলধৰ চলিহা, বিমলা প্ৰসাদ চলিহা প্ৰভৃতি দেশহিতৈষী লোকসকল আছিল দক্ষিণপাট সত্ৰৰ বিশ্বস্ত শিষ্যবৰ্গ। শিক্ষানুৰাগী দেৱীচৰণ বৰুৱা, ভদৰী বৰবৰুৱাৰ ঘৰৰ হিতেশ্বৰ বৰবৰুৱা, ৰজনীকান্ত বৰদলৈ, ক্ষেত্ৰধৰ বৰগোহাঁই, মণিৰাম বৰভাণ্ডাৰ বৰুৱা পৰিয়ালৰ যাদুৰাম বৰুৱা, ৰাধানাথ চাংকাকতী, গৌৰীচৰণ বৰবৰা, সৰ্বানন্দ শৰ্মা, তুলসী নাৰায়ণ শৰ্মা, গোপীনাথ বৰদলৈ প্ৰমুখ্যে লোকসকল আছিল দক্ষিণপাটসত্ৰৰ * যাদৱৰায় মহাপ্ৰভুৰ কৃপানুগৃহীত সুপ্ৰসিদ্ধ ব্যক্তি। গ্ৰন্থখনৰ দ্বিতীয় অধ্যায়ত দিয়া হৈছে দক্ষিণপাট সত্ৰৰ সত্ৰীয়া নিয়মতন্ত্ৰ আৰু ধৰ্মাচৰণৰ পদ্ধতি। সত্ৰৰ অধিকাৰ সকল উদাসীন। ভকত বৈষ্ণৱ সকলো সেই ৰূপেই অবিবাহিত। প্ৰতিষ্ঠাপক পৰাশৰ গোত্ৰীয় বনমালীদেৱৰ পৰম্পৰা ৰক্ষা হেতু সুকীয়াকৈ এখন গৃহস্থী সত্ৰ প্ৰতিষ্ঠা কৰি লোৱা হৈছে। এইখনেই দক্ষিণপাট সত্ৰৰ কঠীয়াতলী। ইয়াৰ পৰাই বনমালীদেৱ দিন ধৰি একাদিক্ৰমে সত্ৰাধিকাৰ নিৰ্বাচিত হৈ আহিছে। এজন উপযুক্ত বালকক কৈশোৰতে আনি সত্ৰৰ ডেকাগোসাঁই ৰূপে ৰখা হয় আৰু তাতে বিদ্যা শিক্ষা, শাস্ত্ৰজ্ঞান, সত্ৰীয় নিয়ম-তন্ত্ৰৰ বিষয়ে প্ৰয়োজনীয় আচৰণ শিকোৱা হয়। সৰ্বপ্ৰকাৰে যোগ্যবান হ'লেই তেওঁক অধিকাৰৰ অবিহনে সত্ৰাধিকাৰ পতা হয়। মহাপ্ৰভু যাদৱৰায় হৈছে দক্ষিণপাট সত্ৰৰ আৰাধ্য দেৱতা। তেওঁৰ আশীষ লৈ অধিকাৰে সত্ৰৰ সকলো কাৰ্য তদাৰক কৰে। কেতিয়াবা শিষ্যবৰ্গৰো পৰামৰ্শ গ্ৰহণ কৰে। সত্ৰীয়া নিয়ম প্ৰণালী যথেষ্ট কঠিন আৰু বিধিমতে পৰিচালিত। অধিকাৰে যত্ন আৰু নিয়ম অনুযায়ী নিজৰ দৈনন্দিন কাৰ্যসূচী সম্পন্ন কৰিব লাগে। শৰণ-ভজন, দীক্ষা, নিৰ্মালি প্ৰদান, অভ্যাগতসকলৰ সোধপোছ, বাক্যালাপ, ভাগৱত পাঠ প্ৰভৃতি অনেক দৈনন্দিন কৰিবলগীয়া কাম থাকে যিবোৰে অধিকাৰক ব্যস্ত ৰাখে। অধিকাৰৰ ভোজন নিৰামিষ, নিজে ৰান্ধি আহাৰ গ্ৰহণ কৰিব লাগে, সত্ৰৰ কাম নিয়াৰিকৈ চলাবৰ বাবে বিষয় ববীয়া অনেক আছে। যেনে বৰপূজাৰী, পুৰোহিত, আঠপৰীয়া, ভৰালী আলধৰা, ভেঁটীধৰা, দুৱৰী, ভাগৱতী, নাম লগোৱা, ঠাইমচা, পাঠক, গায়েন, নটুৱা, কালিয়া, নাগেৰিয়া, ওজা, ঢুলীয়া, বৰকাকতী, বৰখাটনীয়াৰ, মিঠৌ ভৰালী, বৰদলৈ, পণ্ডিত, আমোক্তাৰ, বৰা, বাৰিক, চিপাহী-চন্তৰী, তদাৰক, পাইকান, টেকেলা, মণ্ডল আদি। এওঁলোকৰ বাবে নিৰ্দিষ্ট কাম ৰখা হৈছে। ভকতৰ মাজতো আছে শ্ৰেণী বিভাগ। যেনে বৰমনোৱাই বা সাতমান ভগীয়া বৰ ভকত। এওঁ প্ৰধান দায়িত্বশীল বিষয়া। সত্ৰাধিকাৰে এওঁৰ লগত পৰামৰ্শ কৰিহে গুৰুত্বপূৰ্ণ সিদ্ধান্ত ল'ব পাৰে। তেনেকৈ আছে সৰু মনোৱাই, বৰমূৰীয়া বা ভাল ভকত, সাধাৰণ ভকত, পাইকান ভকত আদি। ৰাজ মেধি, বৰ মেধি, পাখি মেধি, বুজন্দাৰ, ৰাজখোৱা, সত্ৰীয়া গাঁওবুঢ়া আদি উপাধিকাৰী বিষয়ববীয়া সকলৰো নিজ নিজ কামৰ ব্যৱস্থা আছে। এওঁলোকে সত্ৰৰ সৈতে ঘনিষ্ঠভাৱে জড়িত হৈ নিৰ্দ্ধাৰিত কাম তদাৰক কৰে। সত্ৰৰ ফালৰ পৰা তেওঁলোকে সা-সুবিধা, ভাগ-

মান, সিধা-ভোগ, দেৱোত্তৰ মাটি উপভোগ কৰে। সত্ৰৰ সমীপত, ওচৰে পাঁজৰে গৃহস্থী ভকত থকাৰ সুবিধা আছে। এওঁলোকে সত্ৰৰ ভঁৰালৰ পৰা ৰোজবাজ নাপায়। কিন্তু বিনা খাজনাতে দেৱোত্তৰ মাটিত বসবাস কৰাৰ সুবিধা ভোগ কৰে। এওঁলোকক কোৱা হয় পাইকান ভকত। গ্ৰন্থখনত ভকতসকলৰ উপজীব্য, সাজপাৰ, চহৰফুৰা, ভকত হোৱা নিয়ম, শিষ্টাচাৰ, মাতকথা, শিক্ষা-উপদেশ প্ৰভৃতি আলোচনা কৰি শৰ্মাদেৱে দেখুৱাইছে, কেনেকৈ গণতান্ত্ৰিক পদ্ধতিৰে দক্ষিণপাট সত্ৰ পৰিচালিত হয়, সত্ৰৰ ভকত সকলে সত্ৰৰ মান মৰ্যাদা ৰক্ষা কৰি চলিব লাগে। তেওঁলোকৰ ভদ্ৰোচিত আচৰণ, ধীৰ বিবেচনা, সংযম ব্যৱহাৰে সত্ৰৰ সুনাম ৰক্ষা কৰাত সহায়ক হয়। ধৰ্মৰ প্ৰতি অটল বিশ্বাসে ভকতসকলক সত্ৰৰ পৰম্পৰা ৰক্ষাত পৈণত কৰায়। ভকতক ভকত ৰূপে চিনিব পৰাকৈ সাজপাৰ পিন্ধা নিয়ম। গলধনত পৰা চুলি, চুলিৰ মূৰত সৰু খোপা, তাত এটি বগা ফুল বা তুলসীপাত, কপালত বগা চন্দনৰ ফোঁট, গাত ঘাগৰি কটীয়াকৈ লোৱা চেলেং বা খনিয়া, মাটি সাৰি যোৱা চুৰিয়াৰ থোৰ আৰু কান্ধত এখন গামোছা। দেখিলেই ভক্তি ভাৱ উপজে। কোনো কোনো উপলক্ষত ভকতে পাগুৰিও মাৰিব লাগে, ভকতে ইজনে-সিজনক সাধাৰণতে "ৰাম" বুলি সম্বোধন কৰে। বয়সত ডাঙৰজনক 'দেউ' বোলে। গুৰুক আপুনি নুবুলি শ্ৰীচৰণ, প্ৰভু ঈশ্বৰ, জগন্নাথ, নতুবা গৰাকী আদি সন্মানসূচক সম্বোধন কৰা প্ৰথা আছে। ভকতে নিজকে মই বুলি নকৈ সেৱক, দাসে (শ্ৰীচৰণৰ দাস) বুলিহে ক'ব লাগে। ভকতসকলে সত্ৰীয়া নৃত্য-গীত, বাদ্য আৰু অভিনয়তো পাৰ্গতালি দেখুৱাব লাগে। নটুৱা গায়ন-বায়ন আৰু কীৰ্তনীয়াসকলে সত্ৰীয়া সংস্কৃতিৰ নিয়ম মতে শিক্ষা-দীক্ষা লোৱা প্ৰথা মানি চলে। ভকতসকলে সত্ৰৰ হকে ৰাজকাৰ্যতো যোগাযোগ ৰক্ষা কৰিব লাগে। ৰজা আৰু ৰাইজৰ মংগলৰ বাবে ভকতসকলে সকলো সজকৰ্মত আত্মনিয়োগ কৰা প্ৰয়োজন। ভকতসকলে সত্ৰৰ ভঁৰালৰ পৰা নিয়মীয়াকৈ সিধা পায়। বাহ্যিক আড়ম্বৰ পৰিহাঁৰ কৰি ধৰ্মীয় কামত নিজকে ব্ৰতী কৰা ভকতসকলৰ শ্ৰেয় কৰ্তব্য। আজিকালি অৱশ্যে এই শৃঙ্খলা ৰক্ষা কৰাত ব্যতিক্ৰম ঘটিছে। সত্ৰৰ স্থাৱৰ-অস্থাৱৰ সা-সম্পত্তি গঢ়ি উঠিছিল দান-বৰঙণিৰ যোগেদি। আহোম স্বৰ্গদেউ সকলে পুণ্য আৰ্জিবলৈ স্থাৱৰ-অস্থাৱৰ সা-সম্পত্তি সত্ৰ সমূহক উছৰ্গা কৰিছিল। তামৰ ফলি মাৰি ধৰ্মোত্তৰ, দেৱোত্তৰ ভূমি যাদৱ ৰায় মহাপ্ৰভুৰ উদ্দেশ্য আগবঢ়াই গৈছে। সত্ৰৰ গুৰুসকলে গুৰুৰ খাজনাও লাভ কৰি সত্ৰ পৰিচালনাৰ খৰচ যোগাৰ কৰিছিল। সত্ৰৰ সম্পত্তিৰ ওপৰত যাতে কোনেও হাত দিব নোৱাৰে তাৰ বাবে চৰকাৰে সু-ব্যৱস্থা কৰি থৈছে। সত্ৰসমূহ প্ৰকৃতাৰ্থত ৰায়ত সকলে ভোগ-উপভোগ কৰি থাকে। সত্ৰই জমিদাৰৰ দৰে শোষণ নীতি প্ৰয়োগ নকৰে। বৰং বিদ্যালয়, চিকিৎসালয়, ৰাজহুৱা সেৱা অনুষ্ঠান-প্ৰতিষ্ঠানবোৰক সত্ৰ সমূহে দান-বৰঙণিৰে সহায় কৰাহে উদাহৰণ আছে। বস্তুবাদী চিন্তাই এতিয়াও সত্ৰসমূহক কলুষিত কৰিব পৰা নাই।

পূজা-সেৱা, নাম-প্ৰসংগ, তিথি- উৎসৱ দক্ষিণপাট সত্ৰৰ আকৰ্ষণীয় কৃত্য। শ্ৰীশ্ৰীযাদৱ ৰায় দক্ষিণপাট সত্ৰৰ ইষ্টদেৱতা। নামঘৰৰ মণিকূটত সু-প্ৰতিষ্ঠিত মনোহৰ কৃষ্ণমূৰ্তি হৈছে ইয়াৰ প্ৰতীক। বনমালীদেৱে এই মূৰ্তি পুৰুষোত্তম ক্ষেত্ৰৰ পৰা আনি প্ৰতিষ্ঠা কৰিছিল বুলি

কোৱা হৈছে। আজি পৰ্যন্ত দক্ষিণপাট সত্ৰত এই কৃষ্ণমূৰ্তিয়েই ইষ্ট দেৱতা ৰূপে পূজিত হৈ আছে। মহাপ্ৰভুৰ পূজা-অৰ্চনাৰ বিধি বিধান আছে। স্নান কৰোৱা, বস্ত্ৰ পিন্ধোৱা, অলংকাৰ পিন্ধোৱা, ভোগ উচৰ্গা কৰা, সিংহাসনত তোলা আদি অনেক দৈনন্দিন কৃত্য পূজা আছে। ভক্তি সহকাৰে পূজাৰীয়ে এই কাম সমাধা কৰে। দক্ষিণপাট সত্ৰত বহুতো উৎসৱ পালন কৰা হয়। জন্মাষ্টমী, ৰামপূজা, ফাকুৱা আদি উল্লেখযোগ্য তিথি উৎসৱ। দক্ষিণপাটৰ ৰাস সু-প্ৰসিদ্ধ। প্ৰত্যেক বছৰে পুণ্যতিথিৰ শৰৎ পূৰ্ণিমাৰ দিনা বিপুল উৎসাহ আৰু উলহ-মালহেৰে তিনিদিন ধৰি কৃষ্ণৰ ৰাসলীলা অনুষ্ঠিত হয়। প্ৰথম দিনা অধিবাস, দ্বিতীয় দিনা ৰাস আৰু তৃতীয় দিনা ইন্দ্ৰাভিষেক। এই ৰাস উৎসৱ উপভোগ কৰিবলৈ বহুলোকৰ সমাগম হয়। ৰাস উপলক্ষে সত্ৰাধিকাৰে ৰচনা কৰা নাট প্ৰদৰ্শন কৰা চাবলৈ হেজাৰ বিজাৰ দৰ্শক সত্ৰত মিলিত হয়। তিনিও দিনে সত্ৰৰ ফালৰ পৰা দৰ্শক সকলক সোধ-পোছ কৰাৰ ব্যৱস্থা আছে। আন এটা উৎসৱ হৈছে ফাকুৱা। ফাগুন মাহৰ শুক্লা চতুৰ্দশী তিথিত তিনিদিন ব্যাপী এই আনন্দমুখৰ উৎসৱ পতা হয়। পূজা, হোম, নামকীৰ্তন, নৃত্য অভিনয় আদি এই উৎসৱৰ আকৰ্ষণীয় দিশ। দক্ষিণপাট সত্ৰৰ বিভিন্ন ধৰ্মীয় উৎসৱসমূহ বৈষ্ণৱ আদৰ্শৰে প্ৰভাৱান্বিত। এইবোৰত অধিকাৰ, ডেকা-অধিকাৰ প্ৰভৃতি সকলো গোসাঁয়ে আগ ভাগ লয়। ভকতসকলেও উলহ-মালহেৰে উৎসৱ সাফল্যমণ্ডিত কৰাত ব্ৰতী হয়। সকলো উৎসৱৰে সামৰণি ঘটে আশীৰ্বাদ– পৰ্বৰে। ইয়াৰো ধৰা-বন্ধা নিয়ম আছে। বৈষ্ণৱবৃন্দৰ লগতে ৰাজ্যৰ হকেও শ্ৰীশ্ৰীযাদৱ ৰায়ৰ চৰণত প্ৰাৰ্থনা জনোৱা হয়। সত্ৰত গুৰুসকলৰ তিৰোভাৱ তিথিও যথাবিহিত পদ্ধতিৰে পালন কৰা পৰম্পৰা চলি আহিছে।

দক্ষিণপাট সত্ৰৰ মূল স্থান মাজুলীত। কিন্তু ইয়াৰ শাখা অসমৰ প্ৰায় ঠাইতে স্থাপিত হৈছে। মূল সত্ৰৰ পৰাই এইবোৰ পৰিচালনা কৰা হয়। শিষ্যসকলক শৰণ দিয়া, স্থানীয় ৰাইজৰ মাজত সত্ৰৰ আদৰ্শ প্ৰচাৰ কৰা, সনাতন ধৰ্মৰ নৈতিক শিক্ষা প্ৰচাৰ কৰা, বেদাচাৰ প্ৰচলন কৰা, স্থানীয় খাত-পাম, দ'ল দেৱালয়, মাটি-বাৰী তদাৰক কৰা হৈছে শাখা সত্ৰসমূহৰ দায়িত্ব। গ্ৰন্থখনত শাখা সত্ৰসমূহৰ বিস্তৃতি কেনেকৈ ঘটিছিল, সেই বিষয়ে ইতিহাস আছে। এইবোৰৰ ভিতৰত আছে দক্ষিণপাট মূলসত্ৰ, দক্ষিণপাট গৃহস্থী সত্ৰ, মুৰ্চিবাদ মাজমজিয়া টকৌবাৰী, দেওঁৰ সত্ৰ, জখলাবন্ধা, মথুৰাপুৰ, কলাবাৰী, গোপালপুৰ, বালিপাৰা, দিপোটা, দক্ষিণপাট- নগাঁও, শদিয়া, ফলবাৰী আদি শাখা সত্ৰসমূহ।

গ্ৰন্থখনৰ এটা অধ্যায় হৈছে সত্ৰৰ অধিকাৰ সকলৰ জন্মবৃত্তান্ত আৰু অৱদান। শ্ৰীশ্ৰীবনমালীদেৱৰ পৰা আৰম্ভ কৰি শ্ৰীশ্ৰীৰমানন্দ দেৱ গোস্বামীলৈকে সবিশেষ বিৱৰণ ইয়াত লিপিবদ্ধ হৈছে। বনমালী দেৱৰ জন্মবৃত্তান্তত দামোদৰ দেৱৰ প্ৰসংগকো আলোচনা কৰা হৈছে। বনমালী দেৱৰ আধ্যাত্মিক মহিমাৰ বিষয়ে কোৱা হৈছে যে এই গৰাকী গোসাঁই আছিল অভূতপূৰ্ব প্ৰতিভাসম্পন্ন, শাস্ত্ৰজ্ঞ, জিতেন্দ্ৰিয় আৰু ধীমান পুৰুষ। দক্ষিণপাট সত্ৰৰ প্ৰতিষ্ঠা পৰ্বত এইজনা পুৰুষে যি সেৱা আগবঢ়াইছিল, যি মহান কৰ্মসিদ্ধতা দেখুৱাইছিল সেয়া দক্ষিণপাট সত্ৰ বুৰঞ্জীত স্মৰণীয় হৈ জিলিকি থাকিব। এগৰাকী পণ্ডিত আৰু বিদ্যানুৰাগী

অধিকাৰ আছিল শ্ৰীশ্ৰীনৰদেৱ গোস্বামী, (১৮১৭-১৮৪৭)। ধৰ্মাধিকাৰী গাদীত অধিষ্ঠিত হৈ এইজনা অধিকাৰে সত্ৰৰ বহুতো উন্নতিমূলক কাম কৰিছিল। তেওঁ আছিল শাস্ত্ৰ বিশাৰদ। মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্যই তেখেতক সংস্কৃত পাঠ দিছিল। অধিকাৰ গৰাকী আছিল বহল হৃদয়ৰ। প্ৰবাদ আছিল যে তেৰাই নগালোককো শৰণ দি লেখত ল'বলগীয়া উদাহৰণ দেখুৱাইছিল। ১৯২০ চনৰ ৭ নৱেম্বৰত ভাৰতৰ বৰলাট লৰ্ড চেমচ্ ফৰ্ড মাজুলীলৈ আহি গোসাঁই মহন্ত সকলক সাক্ষাৎ কৰিছিল। চাৰি সত্ৰীয়া গোসাঁইসকলে বৰলাটক প্ৰদান কৰা অভিনন্দন পত্ৰত দক্ষিণপাট সত্ৰৰ উল্লেখ আছিল। শ্ৰীশ্ৰীনৰদেৱ গোস্বামী অধিকাৰে অসম সাহিত্য সভালৈ দান আগবঢ়াইছিল। এই দানেৰেই খোলা হৈছিল সাহিত্য সভাৰ নৰদেৱ ন্যাস পুঁজি। পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে এই দান আদায় কৰাত আগভাগ লৈছিল। পাছত শৰৎচন্দ্ৰ গোস্বামীয়েও ন্যাস পুঁজি খোলাত সহায়ক হৈছিল। এই ন্যাস পুঁজিৰ পৰা প্ৰকাশ পোৱা প্ৰথম পুথি নীলকণ্ঠ দাসকৃত শ্ৰীশ্ৰীদামোদৰদেৱ চৰিত। (১৯২৭ চন) দ্বিতীয় পুথি শ্ৰীশ্ৰীবনমালীদেৱ চৰিত (ৰমাকান্ত দ্বিজ প্ৰণীত)। গোসাঁই প্ৰভুৰ উৎসাহতে দক্ষিণপাট সত্ৰৰ একনিষ্ঠ সেৱক ৰজনীকান্ত বৰদলৈৰ সম্পাদনাত 'প্ৰদীপিকা, নামৰ এখন কাকত প্ৰকাশ পাইছিল। অধিকাৰ নৰদেৱ গোস্বামী আছিল উদাৰ হৃদয়ৰ ব্যক্তি। তেওঁ বাইবেল, কোৰাণ পঢ়ি খৃষ্টান আৰু ইছলাম ধৰ্মৰ তত্ত্ব কথা ভালকৈ বুজিবলৈ যত্ন কৰিছিল। তেওঁক কোৱা হৈছিল 'আচল গোস্বামী'। বৰলাট কৰ্জন চাহাবে গোস্বামী প্ৰভুক গুৱাহাটীত সাক্ষাৎ লাভ কৰি ৰূপৰ কোষা অৰ্ঘ এজোৰ দি সন্মান জনাইছিল। প্ৰভুক বৃটিছ চৰকাৰে জনহিতৈষী কামৰ বাবে "কেইজাৰ-ই-হিন্দ" বঁটাৰে ওলগ জনাইছিল। অসম বুৰঞ্জী লেখক চাৰ এডোৱাৰ্ড গেইটে পণ্ডিত হেমচন্দ্ৰ গোস্বামীলৈ লেখিছিল, "চাৰি বছৰ মই আসামত থাকিলোঁ। তাৰ ভিতৰত তিব্বত আদি ঠায়ো চালোঁগৈ, কিন্তু নৰদেৱৰ দৰে বিজ্ঞ গোসাঁই এজন ক'তো লগ নাপালোঁ। তেখেত হিন্দু ধৰ্মাচাৰ্য আৰু ব্ৰাহ্মণ। অথচ শিখ, জৈন, ইছলাম ধৰ্মৰো সাৰমৰ্ম আয়ত্ত কৰি লোকক বুজায়। তেখেতে বাইবেলৰ যি অৰ্থ কৰিছিল, অতি চমৎকাৰ। তেখেতলৈ মোৰ অশেষ ধন্যবাদ।" (পৃষ্ঠা ৮৬) ক'ব পাৰি যে দক্ষিণপাট সত্ৰৰ শ্ৰীশ্ৰীনৰদেৱ গোস্বামী আছিল প্ৰাতঃস্মৰণীয়। বেণুধৰ শৰ্মাই এই গৰাকী অধিকাৰৰ বহুমুখী প্ৰতিভাৰ কথা সদৰী কৈছে। গ্ৰন্থখনত আন এগৰাকী স্বনামধন্য অধিকাৰ শ্ৰীশ্ৰীহৰিদেৱ গোস্বামীৰ বিষয়েও সবিশেষ বৰ্ণনা লিপিবদ্ধ কৰা হৈছে। প্ৰভু আছিল সুদৰ্শন পুৰুষ, অমায়িক আৰু দুৰ্লভ গুণৰ অধিকাৰী। তেওঁ উলা মূলা গোসাঁই নাছিল। তেওঁ আছিল সকলোৰে শ্ৰদ্ধা, ভক্তিৰ পাত্ৰ। গোপীনাথ বৰদলৈ, বিমলা প্ৰসাদ চলিহা প্ৰভৃতি নেতাসকলে তেখেতৰ সদালাপী আচৰত মুগ্ধ হৈছিল আৰু সেই কথা ৰাজহুৱাভাৱে প্ৰকাশ কৰি গৌৰৱবোধ কৰিছিল। আচাৰ্য বিনোৱা ভাৱেৰ লগত গোসাঁইৰ ধৰ্ম সংক্ৰান্ত নানা বিষয়ে আলোচনা হৈছিল। আচাৰ্যই কৈছিল, "এনে বিদ্বত্বা, ওজস্বিতা আৰু ভাগৱত ব্যাখ্যাত পটুতা থকা ধৰ্মগুৰু বিৰল"। গোসাঁই আছিল শান্ত, সুশীল, তত্ত্বজ্ঞানী আৰু সাহিত্যৰসিক। বুৰঞ্জীবিদ শৰ্মাই লেখিছে যে দক্ষিণপাট সত্ৰৰ অধিকাৰসকল অকল ধৰ্মগুৰুৱে নাছিল। তেখেতসকল আছিল অসমৰ বন্তিস্বৰূপ। সাহিত্য-সংস্কৃতিৰ প্ৰতি তেখেতসকলৰ অনুৰাগ দৃষ্টান্ত স্বৰূপ। মানৱীয় সদাচাৰ

নীতিৰে তেখেতসকল সদাস্মৰণীয়। গ্ৰন্থখনত সত্ৰাধিকাৰসকলৰ ভোগ-তালিকা এখন সন্নিবিষ্ট হৈছে। ইয়াত শ্ৰীশ্ৰীবনমালী দেৱৰ পৰা (১৫৮৪ শক) শ্ৰীশ্ৰীৰমানন্দ দেৱলৈকে (১৮৮৫ শক) সময় সূচী দিয়া হৈছে। আৰু আছে বংশলতা। পৰিশিষ্টত দেৱ দামোদৰ প্ৰশস্তিকে ধৰি সত্ৰাধিকাৰ সকলে ৰচনা কৰা ঘোষা-গীত পদ কিছুমান সংযোগ কৰা হৈছে। গীতবোৰ সুৰেৰে বন্ধা আৰু পৰিবেশনৰ বাবে অত্যন্ত সুমধুৰ। দেখা যায়, প্ৰত্যেক গৰাকী অধিকাৰেই আছিল কলাকৃষ্টিত নিপুণ শিল্পী আৰু সাধক। পৰিশিষ্টত পঢ়িবলৈ পোৱা গৈছে- সত্ৰৰ অভ্যাৰ্থনাৰ পদ্ধতি, নিৰ্মালি প্ৰদানৰ ব্যৱস্থা, সত্ৰক দান কৰা সিদ্ধান্ত পত্ৰৰ বিবৰণ, চাৰিসীমাৰ পৰিচয়, তাম্ৰপত্ৰৰ সবিশেষ, ঘিনাই ফুকনৰ সিদ্ধান্ত পত্ৰ, সত্ৰৰ ভিতৰুৱা দৌল-মঠৰ লিপি, খাত, সু-প্ৰসিদ্ধ শিষ্যবৰ্গৰ বংশ পৰিয়ালৰ তালিকা, চিঠি-পত্ৰৰ নমুনা প্ৰভৃতি। এইবোৰ বতৰা বহুযতনেৰে শৰ্মাদেৱে সংগ্ৰহ কৰি গ্ৰন্থখনত যোগ দিছে আৰু ঐতিহাসিক মূল্য বঢ়াইছে। শেষৰ ফালে দিয়া হৈছে শুদ্ধিপত্ৰ আৰু নাম নিৰ্ঘন্ট। ক'ব পাৰি, বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ দক্ষিণপাট সত্ৰ পুথিখন ৰচনা কৰা কঠিন কাম আছিল। তেওঁ অতি দক্ষতাৰে এই কাম সম্পন্ন কৰিলে। পুথিখনত তেওঁৰ অত্যন্ত বিদগ্ধ মনৰ ব্যাপক দৃষ্টি ফুটি ওলাইছে।

* * *



ইতিহাসৰ পাত মেলি ঃ

# অসমীয়া সমাজ আৰু সংস্কৃতি

ডক্টৰ সৰ্বেশ্বৰ ৰাজগুৰুৰ এই গ্ৰন্থখন গৱেষণামূলক বিষয়বস্তুৰে সমৃদ্ধ। আলোচনা হোৱা বিষয় প্ৰসংগ হৈছে- অসমীয়া সমাজ আৰু সংস্কৃতি। অসমীয়া সমাজ বুলিলেনো কাক বুজায় এই গাঁথনিৰ লগত জড়িত বিভিন্ন জাতি-প্ৰজাতিৰ ঐতিহাসিক ভূমিকা কেনে? তেওঁলোকৰ সংমিশ্ৰণত গঢ় লোৱা অসমীয়া সংস্কৃতিৰ বৈশিষ্ট্য কিমান চহকী সেইবোৰ প্ৰশ্নৰ যথাযথ উত্তৰ দিবলৈ ডক্টৰ ৰাজগুৰুৱে যত্ন কৰিছে। তেওঁৰ আলোচনা সমস্যাভিত্তিক। এই সমস্যা হৈছে- সাম্প্ৰতিক কালত দেখা দিয়া বিচ্ছিন্নতাবাদ যাৰ ফলত এই সমাজখনৰ যি সামগ্ৰিক ঐতিহ্য পৰম্পৰা, যি সম্প্ৰীতি, ছিন্ন-ভিন্ন হৈ পৰিছে। আঞ্চলিক ৰাজনীতিয়ে সন্মিলিত অসমীয়া জাতিক এক দুৰ্যোগলৈ টানি নিছে।

অসমৰ বৈচিত্ৰময় কলা-সংস্কৃতিতো বিপৰ্যয়ে দেখা দিছে। এনে এটা দুৰ্ভাগ্যজনক অৱস্থা কিয় হ'বলৈ পালে, গ্ৰন্থকাৰে নিজা অভিমত সজোৰে দাঙি ধৰিছে। এনে অভিমত যুক্তিবাদেৰে প্ৰতিষ্ঠা কৰিবলৈ তেওঁ অসমৰ পুৰণি ইতিহাসৰ সমল সন্নিবিষ্ট কৰিছে, অনেক পুৰাতাত্ত্বিক দৃষ্টান্তলৈ আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। অসমৰ শক্তিশালী সমাজ গঠনত আহোমসকলৰ বৰঙণি, আন আন জনগোষ্ঠীৰ বৰঙণি উল্লেখ কৰা হৈছে। গ্ৰন্থকাৰে অসমৰ সংস্কৃতি যে মহাভাৰতীয় সংস্কৃতিৰ অন্যৰূপ তাক প্ৰতিপন্ন কৰিছে। এনে এটা পুৰণি সংস্কৃতিৰ মাজলৈ আজিৰ ৰাজনীতিয়ে বিপদ চপাই আনিছে, অসমত অতীজৰে পৰা মিলা-প্ৰীতিৰে বসবাস কৰা বৃহত্তৰ অসমীয়া জাতিক খণ্ড বিখণ্ড কৰি সুকীয়া সুকীয়া ৰাজ্য গঠনত উৎসাহ দেখুৱাইছে। ভাৰতীয় বোধৰ নামত গঢ়ি উঠিছে সংক্ৰামক জাতি বৈষম্য, আঞ্চলিকতাবাদ। অসমৰ সমাজ আৰু সংস্কৃতি আজি বিপদাপন্ন। অসমৰ ক্ষেত্ৰত ঘটা কিছুমান ৰাজনৈতিক ভুলৰ বাবেই আজি অসমৰ এনে অসহায় অৱস্থা। ডক্টৰ ৰাজগুৰুৱে অসমৰ সমাজ বিৱৰ্তনৰ অবজেকটিভ গৱেষণাৰ মাজেদি এই তথ্য অনুধাৱন কৰিছে।

এটা প্ৰশ্ন মনলৈ আহিছে। ইতিহাসৰ অগ্ৰসৰ হ'লে বিচ্ছিন্নতা যদি প্ৰকট হৈ উঠে তেনেহ'লে ইতিহাস অগ্ৰসৰ কিয় হয়? ইতিহাসক ৰোধকৰা জানো সম্ভৱ? মানুহে বা কোনো গোষ্ঠীয়ে নিজৰ প্ৰয়োজনতে সামাজিক স্বতন্ত্ৰতা দাবী কৰে। সমাজ পৰিবৰ্তনৰ লগে লগে সামাজিক আৰু ৰাজনৈতিক দিশতো ৰূপান্তৰ ঘটে।

সৰু সৰু গোষ্ঠীয়ে পৰাধীনতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি সংঘৰ্ষ প্ৰক্ৰিয়া আৰম্ভ কৰে। যিমানে সামাজিক আৰু অৰ্থনৈতিক উন্নয়ন বাঢ়ে সিমানেই বিচ্ছিন্নতাই গা দাঙি উঠে। বিচ্ছিন্নতাৰ মানসিকতাক পৰাধীনতা ভঙাৰ এক প্ৰতিক্ৰিয়া বুলিব পাৰি। সাম্প্ৰতিক কালত এনে প্ৰতিক্ৰিয়া সৰ্বত্ৰ দেখিবলৈ পোৱা গৈছে।

ডক্টৰ ৰাজগুৰুৰ গ্ৰন্থখন অসমৰ সংযুক্ত কালৰ ইতিহাস। ইয়াত আছে গৌৰৱময় অসমৰ মানচিত্ৰ, বিভিন্ন ৰাজফৈদৰ ক্ৰিয়া-কলাপ, শাসন ব্যৱস্থা আৰু জনহিতকৰ কাৰ্যাৱলী। লেখকৰ দৃষ্টিভংগী, ব্যাখ্যা, বিবৃত্তি আৰু আলোচনাৰ মূল্যায়ন পঢ়ি সচেতন পাঠকৰ মনত বেছ আলোড়নৰ সৃষ্টি হ'ব।

গ্ৰন্থকাৰৰ তথ্য আৰু যুক্তিৰ মাজত তেওঁৰ বিক্ষুব্ধ মনৰ পৰিচয় পোৱা যায়। সন্দেহ নাই এই অসন্তোষৰ জন্ম হৈছে গ্ৰন্থকাৰৰ নিঃস্বাৰ্থ দেশপ্ৰেম আৰু উপলব্ধিৰ মাজেদি।

অসমৰ পুৰাতন সমাজ আৰু সংস্কৃতিত যি স্বাৰ্থ প্ৰণোদিত বৈষম্যৰ সূচনা হৈছে তাৰ প্ৰতি দৃষ্টি পেলাই তেওঁ দুখ পাইছে। গ্ৰন্থকাৰৰ প্ৰয়াস প্ৰশংসনীয়।

* * *



# অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ

ডঃ গোলোক চন্দ্ৰ গোস্বামী এগৰাকী ভাষা বিজ্ঞানী ৰূপে পৰিচিত ব্যক্তি। অসমীয়া ভাষাৰ ওপৰত তেওঁ কেইবাখনো গ্ৰন্থ প্ৰণয়ন কৰিছে। সকলো গ্ৰন্থতে মন কৰিবলগীয়া দিশটো হৈছে ডঃ গোস্বামীৰ বিষয়-প্ৰসংগৰ ওপৰত যুক্তি আৰু তথ্যৰ সমাবেশ। তেওঁ যিটো শুদ্ধ বুলি ভাৱে, বা বুজে তাক যুক্তি আৰু তথ্যৰে সু-প্ৰতিষ্ঠিত কৰিবলৈ বিচাৰে। 'অসমীয়া ব্যাকৰণৰ মৌলিক বিচাৰ' এনে এখন গ্ৰন্থ যিখনত ডঃ গোস্বামীৰ মূল বিষয়ৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ অসমীয়া ব্যাকৰণৰ মূল্যায়ন আৰু তাৰ বিশ্লেষণ দাঙি ধৰা হৈছে। এই মূল্যায়ন স্বভাৱতেই একান্তভাৱে ডঃ গোস্বামীৰ গৱেষণালব্ধ বিষয়ৰ ওপৰত প্ৰতিষ্ঠিত। বিচাৰ-বিশ্লেষণ কৰিবলৈ তেওঁ তত্ত্ব আৰু তথ্য, প্ৰণালী আৰু পদ্ধতি, আৰু উপস্থাপনৰ বিজ্ঞানসন্মত ৰীতিৰ সাহায্য লৈছে। লেখকে মুখবন্ধত তেওঁৰ উদ্যম গ্ৰহণৰ বিষয়ে যি প্ৰচেষ্টা, তাক বৰ্ণনা কৰি কৈছে যে ব্যাকৰণ হৈছে ভাষা বিজ্ঞানৰ অন্তৰ্গত এটা উল্লেখনীয় বিষয়। বিজ্ঞানৰ সূত্ৰ আৰু পদ্ধতি মতে ভাষা বিশেষৰ ব্যাকৰণ ৰচিত হয়। যি পদ্ধতিত যি ব্যাকৰণকে ৰচনা কৰা নহওক ব্যাকৰণ লিখকে সামগ্ৰী বেলেগ ধৰণে সজাব পাৰে, বেলেগ ধৰণে ব্যাখ্যাও দাঙি ধৰিব পাৰে, কিন্তু সামগ্ৰী বিকৃত কৰাৰ অধিকাৰ ব্যাকৰণকাৰৰ নাই।

ডঃ গোস্বামীৰ গ্ৰন্থখন অসমীয়া ভাষাৰ ব্যাকৰণ নহয়। অসমীয়া ব্যাকৰণৰ বিষয়ে বিস্তাৰিত আলোচনাহে। ভাষাৰ লগত ব্যাকৰণৰ সম্পৰ্ক, ব্যাকৰণৰ স্বতন্ত্ৰতা, অসমীয়া ভাষাৰ জন্ম বৃত্তান্ত আৰু ইয়াৰ ঐতিহাসিক ৰূপান্তৰ, অসমীয়া ভাষাৰ গাঁথনিক বৈশিষ্ট্য, অসমীয়া ভাষাৰ স্বতন্ত্ৰতা, বৰ্ণতাত্ত্বিক বিচাৰ, যোগ্যতা, আকাংক্ষা-আসক্তি আদি বিষয় সমূহে গ্ৰন্থখনৰ আলোচনা যুক্তিসন্মত কৰিছে। প্ৰত্যেকটো অধ্যায়ত আছে শুদ্ধ ব্যাকৰণৰ নীতিগত প্ৰয়োজনীয়তা, বানানৰ সুশৃংখল; প্ৰণালীবদ্ধ গাঁথনি আৰু ভাষাৰ খেলি-মেলি দূৰ কৰাৰ আন্তৰিক বাসনা। গ্ৰন্থখনৰ আন এটা উল্লেখযোগ্য অধ্যায় হৈছে- অসমীয়া ব্যাকৰণৰ ইতিবৃত্ত। এই ইতিবৃত্ত অতি পুৰণি। মিছনেৰি যুগতে আৰম্ভ হোৱা অসমীয়া ভাষাৰ ব্যাকৰণৰ ইতিহাস অতি অৰ্বাচীন। ৰবিনচন, ডঃ নাথান ব্ৰাউন, অধ্যাপক নিকল, ফাদাৰ অ'পাডিয়তি আদিকেআৰম্ভ কৰি হেমচন্দ্ৰ বৰুৱা, দেবানন্দ ভৰালী, কালিৰাম মেধি, ডঃ বাণীকান্ত কাকতি প্ৰভৃতি অনেকজন পণ্ডিতৰ ব্যাকৰণ পুথি ইয়াত আলোচিত হৈছে। লিখকে সাম্প্ৰতিক কালত ৰচিত ব্যাকৰণ কেইখনকো প্ৰসংগক্ৰমে উল্লেখ কৰি কৈছে যে সকলো ধাৰণা আৰু বিচাৰ তৰ্ক-যুক্তিৰ উৰ্ধত নহ'লেও ভাষা তাত্ত্বিক সকলে ব্যাকৰণৰ বৈজ্ঞানিক পদ্ধতিৰ শুদ্ধ প্ৰয়োগৰ প্ৰতি সচেতন দৃষ্টি ৰাখিবলৈ সকলোকে আহ্বান জনাইছে। ব্যাকৰণ যে পঢ়িব

লাগে সেই বিষয়ে আমাৰ ছাত্ৰ-ছাত্ৰীৰ ধাৰণা পৰিপক্ক নহয়। ভাষাৰ মৌলিকতা বিকৃত কৰা যি সাহিত্য প্ৰণয়ন হৈছে তাৰ দ্বাৰা অসমীয়া ভাষা বহু পৰিমাণে ক্ষতিগ্ৰস্ত হৈছে। আনৰ ভাষাক নুবুজা-নজনাকৈ অনুকৰণ কৰি নিজৰ ভাষাক নকল অলংকাৰ পিন্ধাবলৈ যোৱা হাস্যকৰ। ডঃ গোস্বামীয়ে আশা কৰিছে যে শিক্ষিত সমাজে ভাষা বিজ্ঞানৰ ওপৰত আস্থা স্থাপন কৰি অসমীয়া ভাষা-সাহিত্যৰ বিকাশত সুনিৰ্দিষ্ট পথ গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহিব। অসমৰ বাতৰি কাকত, সংবাদপত্ৰ, আলোচনী প্ৰভৃতিৰ প্ৰসাৰৰ ফলত অসমীয়া ভাষা বহুল প্ৰচলন হৈছে। এই ভাষা শুদ্ধভাৱে পৰিবেশন হ'লে অৱশ্যেই আনন্দৰ কথা হ'ব।

ডঃ গোস্বামীৰ আলোচ্য গ্ৰন্থখনত ব্যাকৰণ বিষয়ৰ পুংখানুপুংখ বৰ্ণনা আছে, যি গৱেষকৰ বাহিৰেও সাধাৰণ পাঠকৰ সহায়ক হ'ব। ২৮৩ পৃষ্ঠাৰ এই গ্ৰন্থখনত তেওঁ যথেষ্ট পৰিশ্ৰম কৰিছে আৰু ব্যাকৰণৰ মৌলিক বিচাৰ তাৎপৰ্যপূৰ্ণ কৰিবলৈ যুক্তিনিষ্ঠ বাস্তৱক দাঙি ধৰিছে। ডঃ গোস্বামী দীৰ্ঘদিন ধৰি ভাষা-চৰ্চাত নিমগ্ন আছে, তেওঁৰ এই গ্ৰন্থ সাৰ্থক হৈছে, সেই বিষয়ে কোনো সন্দেহ নাই। এই গ্ৰন্থ পাঠ্যপুথি হোৱাৰ বাদেও পাঠক সমাজত বহুল প্ৰকাশ কাম্য।

***



# অসমীয়া গদ্য-সাহিত্যৰ গতি-পথ

ডঃ হৰিনাথ শৰ্মাদলৈৰ এইখন এখন আলোচনামূলক গ্ৰন্থ য'ত অসমীয়া গদ্য সাহিত্যৰ ধাৰাবাহিকতা প্ৰসংগটোৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। শৰ্মাদলৈয়ে এতিয়ালৈকে ভালেকেইখন আলোচনা গ্ৰন্থ ৰচনা কৰি অসমীয়া ভাষা-সাহিত্যৰ দিশ সমৃদ্ধ কৰিছে। অসমীয়া সাহিত্যৰ যি গদ্যৰীতি, সেই বিষয়ে দুই এগৰাকী ব্যক্তিয়ে দুই-চাৰিখন গ্ৰন্থ ৰচনা কৰি বিষয়টোৰ প্ৰতি ইতিমধ্যে পঢ়ুৱৈ সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছে। ডঃ বাণীকান্ত কাকতি, ডঃ কালিৰাম মেধি, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰভৃতি বিশিষ্ট ব্যক্তিসকলে প্ৰাচীন অসমীয়া গদ্যৰীতিৰ বিষয়ে আমাক অৱগত কৰিছে। বৰ্তমানো ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা, ডঃ মহেশ্বৰ নেওগ, ডঃ মহেন্দ্ৰ বৰা প্ৰমুখ্যে বিক্ষিপ্ত প্ৰবন্ধ আৰু আলোচনাৰে বিষয়টোৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা চকুত পৰিছে। শৰ্মাদলৈৰ এই আলোচ্য গ্ৰন্থখন এখন সমীক্ষাত্মক আলোচনা। ইয়াত পুৰণি দিনৰ পৰা আধুনিক যুগলৈকে অসমীয়া গদ্যৰ যি পৰিবৰ্তন আৰু ক্ৰমবিকাশ ঘটিছে সেই কথা বিস্তৃতভাৱে দাঙি ধৰা হৈছে। অকল দাঙি ধৰাই নহয়, সমালোচক শৰ্মাদলৈয়ে ঠায়ে ঠায়ে নিজৰ মত, অভিমত, ব্যক্তিগত ধ্যান-ধাৰণাও ইয়াত সন্নিবিষ্ট কৰিছে। এইবোৰ সৰ্বজনগ্ৰাহ্য নহ'বও পাৰে, ইয়াৰ বিমতো ওলাব পাৰে। কিন্তু লিখকে যুক্তি প্ৰদৰ্শনেৰে তেওঁৰ মন্তব্য আমাক জানিবলৈ দিছে। গ্ৰন্থখনত পুৰণি গদ্যৰ প্ৰাৰম্ভিক পৰ্যায়ত মন্ত্ৰ সাহিত্যৰ এটা বহল আলোচনাৰ পাতনি মেলি তেওঁ কৈছে যে মন্ত্ৰ সাহিত্যৰ উদ্ভৱ একাদশ শতিকামানতে অসমীয়া সাহিত্যৰ বাক্য-বিন্যাসত প্ৰৱেশ কৰিছিল। এই মন্ত্ৰ সাহিত্যই অসমীয়া গদ্য সাহিত্যৰ ক্ৰমবিকাশত গতিপথ নিৰ্ণয় কৰি এক অভিলেখ আনিছিল। মন্ত্ৰসমূহৰ ভাৱ, ভাষা অতি পুৰণি। এই মন্ত্ৰ সাহিত্যতে সৃষ্টি হৈছিল অসমীয়া গদ্যৰ প্ৰাৰম্ভিক প্ৰচলন, যদিও মন্ত্ৰবোৰ কম-বেছি পৰিমাণে পদ্যগন্ধী, ইয়াত গদ্যৰীতি এটাও কিছু পৰিমাণে সাধিত হৈছে। কথিত ভাষাৰ শব্দাৱলীয়ে এই ধাৰণা প্ৰকট কৰি তুলিছে। অংকীয়া নাটৰ গদ্য হৈছে ব্ৰজাৱলী। এই ভাষাত অসমীয়া ভাষাৰ উপাদান যথেষ্ট। ডঃ শৰ্মাদলৈয়ে এই ব্ৰজাৱলী ভাষাৰ বৈশিষ্ট্যসমূহ দাঙি ধৰি তাৰ মাজত থকা অসমীয়া গদ্য সাহিত্যৰ চানেকী নিৰ্ণয় কৰিবলৈ প্ৰয়াস কৰিছে। অৱশ্যে, অংকীয়া নাটৰ গদ্যক প্ৰকৃত ব্যাখ্যাত শুদ্ধ বুলিও তেওঁ মত প্ৰকাশ কৰা নাই। তেওঁ ইয়াক গদ্যাভাস বুলিহে ক'ব খুজিছে। তেওঁ এই প্ৰসংগত পত্নী – প্ৰসাদৰ অন্তৰ্গত গদ্যবিশেষৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। ষোড়শ শতিকাৰ মাজভাগত এই শ্ৰেণীৰ গদ্য পুৰণি অসমীয়া সাহিত্যত দেখিবলৈ পোৱা গৈছিল। এটা কথা কোৱা ভাল হ'ব যে যিকোনো ৰচনা গদ্যৰ শাৰীলৈ উঠিবলৈ হ'লে তাৰ কিছুমান বাক্য গঠনৰ প্ৰক্ৰিয়া থাকিব লাগিব। এই প্ৰক্ৰিয়াত প্ৰথমতে কৰ্তা, তাৰ পাছত কৰ্ম আৰু শেষত ক্ৰিয়াপদ সংযোগ হয়। ডঃ শৰ্মাদলৈয়ে এই প্ৰকৰণৰ ওপৰতে ভিত্তি কৰি অংকীয়া নাটকৰ

গদ্য নিৰূপণ কৰিছে। উদাহৰণ স্বৰূপে–

ঐচন মধুৰ মূৰুতি শ্ৰীকৃষ্ণঃ পৰম লীলাগতিঃ স্বৰ্গবাসিক

মন মোহি কৌতুকে চলল (পাৰিজাত হৰণ)

আন এটা উদাহৰণ ঃ

দ্বাৰিকাহন্তে হৰিদাস নাম এক ভিক্ষুক ভাট কুণ্ডিল গৈয়া

ৰাজনন্দিনী ৰুকমিণিক দৰশন ভেল। (ৰুক্মিণী হৰণ)

ডঃ শৰ্মাদলৈয়ে লিখিছে যে অংকীয়া নাটৰ ভাষা ব্ৰজাবলী হ'লেও ইয়াৰ লগত সংযোজিত হৈছে পুৰণি অসমৰ কথিত ভাষা।

গ্ৰন্থখনৰ দ্বিতীয় স্তৰত ভট্টদেৱৰ গদ্য, ইয়াৰ আদৰ্শত সৃষ্ট গদ্য, বুৰঞ্জীৰ গদ্য, চৰিত পুথিৰ গদ্য, তাম্ৰ শাসন, ৰজাঘৰীয়া কাকত-পত্ৰ, চিঠিপত্ৰ আৰু পেড়া কাকত আদিৰ গদ্য সম্পৰ্কে আলোচনা কৰা হৈছে। এই আলোচনাৰ মাজেদি লিখকে অসমীয়া ভাষাৰ গদ্যৰীতি কেনেকৈ বিকাশ ঘটিছিল সেই কথা বিবৰি কৈছে। ১৬ শতিকাৰ পৰা ১৯ শতিকাৰ আৰম্ভণীলৈকে অসমীয়া ভাষাৰ যি গদ্যৰীতি আছিল, তাৰ পৰিবৰ্তন সাধিত হৈছিল 'অৰুণোদয়' যুগৰে পৰা। এই আধুনিক গদ্যক তেওঁ চাৰিটা খণ্ডত ভাগ কৰিছে। যথা ১। অৰুণোদয় যুগ বা প্ৰাৰম্ভিক আধুনিক যুগ। ২। হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ যুগ (মাৰ্জিত গদ্য), বেজবৰুৱা প্ৰমুখ্যে সাহিত্যিকসকলৰ উন্নত গদ্যৰ যুগ (জোনাকী যুগ) আৰু শেষত অত্যাধুনিক যুগ। অসমীয়া গদ্য ৰচনাৰ এটা বিশুদ্ধ আৰু আকৰ্ষণীয় দিশ প্ৰত্যক্ষ হৈছিল– বেজবৰুৱাৰ দিনত। বৰ্তমান কালৰ গদ্য ৰীতিত বহুতো বাহিৰা শব্দ পাইকাৰী হাৰত অনুপ্ৰৱেশ কৰিছে। লিখকে কৈছে সাম্প্ৰতিক কালৰ অসমীয়া গদ্য ৰীতি কেৱল বহুমুখীয়েই নহয়, বহুসুৰীও ।চাহেবি গদ্যৰ প্ৰভাৱে ১৯ শতিকাতে অসমীয়া ভাষাত সোমাই পৰৱৰ্তী কালত দেশৰ প্ৰশাসনিক ব্যৱস্থাত উৎসাহ দান কৰিছিল আৰু অসমীয়া ভাষা-সাহিত্যতো চিভিলিয়ান আমোলা আৰু ইংৰাজী ভাষাৰে পৰিপুষ্ট অধ্যাপকৰ লিখনীৰ মাজেদি প্ৰতিষ্ঠিত হৈছিল। আধুনিক অসমীয়া গদ্যৰ নতুন ৰূপত এটা সানমিহলি প্ৰভাৱ বৰ্তমান, সেই কথা লিখকে জানিবলৈ দিছে।

ডঃ শৰ্মাদলৈৰ এই গ্ৰন্থখন অসমীয়া ছাত্ৰ-ছাত্ৰীৰ বাবে প্ৰয়োজনীয় হ'ব বুলি আমি আশা কৰিছো। বহুকাল ধৰি ভাষা-সাহিত্য চৰ্চাত নিমগ্ন থাকি ডঃ শৰ্মাদলৈয়ে এনে ধৰণৰ গ্ৰন্থ যুক্তি আৰু তথ্য সমাবেশেৰে আমাৰ আগত দাঙি ধৰিছে। এই গ্ৰন্থৰ সমাদৰ আৰু বহুল প্ৰচাৰ কামনা কৰিছো।

***

# অসমীয়া কাব্যৰ অধ্যয়ন

'অসমীয়া কাব্যৰ অধ্যয়ন' এখন সমীক্ষাত্মক আলোচনা পুথি। ডঃ পূৰ্ণানন্দ শইকীয়াই ইয়াত মধ্যযুগৰ পৰা আধুনিক যুগলৈকে অসমীয়া কাব্য পৰম্পৰাৰ এটা চিনাকি দাঙি ধৰিছে। তেওঁ কাব্য গৱেষণাৰ ক্ষেত্ৰত ব্ৰতী হওঁতে কেইখনমান অসমীয়া কাব্যৰ প্ৰতি বিশেষভাৱে আকৰ্ষিত হৈছিল। সেই কেইখনৰ ৰস আহৰণ কৰি তেওঁ আনন্দ লভি বিষয় প্ৰসংগটো এখন পুথিৰ আকাৰে ৰচনা কৰি আমাক উপহাৰ দিছে। অৱশ্যে আজিকালি কাব্যৰ ৰসাস্বাদন কৰা পঢ়ুৱৈ কম। কবিতাৰো ৰচনাশৈলী বেলেগ। আগৰ কবিতাই মানুহৰ আৱেগক ধৰি ৰাখিব নোৱাৰা হ'ল। আজি সাহিত্যৰ সকলো শিল্প প্ৰকৰণত নতুনত্বৰ বীজ সোমাল। ভাষাৰ মিতব্যয়িতাই আগৰ কাব্যিক আমেজৰ পৰিসমাপ্তি ঘটালে।

কাব্যৰ এটা নিজস্ব ৰীতি আছে, বিন্যাস আছে। ইয়াক উপভোগ কৰিব পাৰিলে এক বিশিষ্ট ধৰণৰ আনন্দ পোৱা যায়। উদাহৰণ স্বৰূপে বিশ্ববিশ্ৰুত মহাকাব্য যেনে ইলিয়াড, ওডিছি, ৰামায়ণ, মহাভাৰত আদিয়ে ৰসজ্ঞ পাঠকক আজিও অনিৰ্বচনীয় আনন্দ দি আহিছে। ডাণ্টেৰ অমৰ কাব্য 'ডিভাইন কমেডি'ত প্ৰাচীন আৰু মধ্য যুগৰ কাব্য-কলাৰ সামগ্ৰিক উপাদান সোমাই আছে। তেনেকৈ, মহাকবি মিল্টনৰ 'পেৰেডাইজ লষ্ট', লিও টলষ্টয়ৰ 'ৱাৰ এণ্ড পীচ' দুখন কালজয়ী মানৱ সংহিতা। ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই তেখেতৰ গ্ৰন্থ 'বিশ্ব মহাকাব্য পৰিচয়" ত মহাকাব্যৰ লক্ষণ কেইটামান উল্লেখ কৰিছে। সেই কেইটা হৈছে ঃ (১) বিষয়ৰ ব্যাপকতা, (২) চৰিত্ৰৰ বহুলতা, (৩) বহু ৰসাত্মকতা, (৪) বীৰ আৰু ঔদাত্যৰ প্ৰাধান্য, (৫) মানৱ জীৱনৰ বিচিত্ৰ অভিব্যক্তি, (৬) আদৰ্শ আৰু চিৰন্তন সত্যৰ ৰূপায়ণ, (৭) বৰ্ণনাত্মকতা, (৮) বহু ঘটনা সম্বলিত বৰ্ণনা, (৯) উদাত্ত ভাৱশৈলী, (১০) জাতীয় সাংস্কৃতিক চেতনা, (১১) নৈসৰ্গিক শোভা চিত্ৰণ, (১২) মহৎ উদ্দেশ্যৰ লগত জড়িত আৰু সৰ্গ ৰচনা। অৱশ্যে এই সকলোবোৰ লক্ষণ সকলোতে পোৱা নাযায়। কম আৰু সীমিত ৰূপত প্ৰথম শ্ৰেণীৰ মহাকাব্যত এনেবোৰ লক্ষণ বিচাৰি পাব পাৰি। মহাকাব্যৰ কাহিনী বিস্তৃত। কাহিনী ভাগ কেতিয়াবা সহজ, সৰল আৰৌ কেতিয়াবা ওডিছিৰ দৰে জটিল। ইতিহাস প্ৰসিদ্ধ বা কিংবদন্তি আখ্যানৰ ভিত্তিত মহাকাব্য ৰচিত হয়। ভাৰতীয় আলংকাৰিক দণ্ডীয়ে কোনো ঘটনাৰ মহাকাব্যিক গুণৰ নিৰ্ণয় কৰোতে সৰ্গ, সন্ধি আৰু বৃত্তৰ মাজেদি কেনেকৈ কাব্য ৰূপৰ বিস্তাৰ ঘটে, সেই কথা বিবৰি কৈছে।

ডঃ শইকীয়াই "অসমীয়া কাব্যৰ অধ্যয়ন" নামৰ পুথিখনত তেওঁ বাছি লোৱা কেইখনমান পৰিচিত অসমীয়া কাব্যৰ গুণাগুণ দাঙি ধৰিছে। পুথি কেইখন হ'ল - হৰিহৰ বিপ্ৰৰ 'বব্ৰুবাহন

কাব্য', শংকৰদেৱৰ 'ৰুক্মিণীহৰণ' আৰু 'ৰাসক্ৰীড়া' মাধৱদেৱৰ 'ৰাজসূয়', পীতাম্বৰ দ্বিজৰ 'উষা পৰিণয়', অনন্ত কন্দলীৰ 'কুমৰহৰণ', কবিৰাজ চক্ৰৱৰ্তীৰ 'শকুন্তলা', হিতেশ্বৰ বৰবৰুৱাৰ 'যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী' আৰু দণ্ডিনাথ কলিতাৰ 'অসম-সন্ধ্যা'। পুথি কেইখনত কম-বেছি পৰিমাণে কাব্যিক গুণ আছে আৰু ইয়াত ধ্ৰুপদী পৰিৱেশনৰ বিস্তাৰ ঘটিছে। ঘটনাৰ লগত জড়িত আখ্যানে চিত্ৰিত কৰিছে ঐতিহ্যৰ আড়ম্বৰ, হৃদয় আবেগৰ বেগময় উল্লাস, প্ৰেম-প্ৰীতি, আনন্দৰ অনুভূতি আৰু শোকৰ কৰুণ অভিব্যক্তি। ডঃ শইকীয়া আলোচিত পুথি কেইখনৰ কাব্য কাহিনী পৰ্যালোচনা কৰি ইয়াৰ মাজত অন্তৰংগ হৈ থকা অসমীয়া জনজীৱনৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, লোক-বিশ্বাস আৰু ভাৱনা-চিন্তাৰ আৰ্হিৰ প্ৰতি আমাৰ দৃষ্টি আকৰ্ষণ কৰিছে। প্ৰত্যেকখন পুথিৰে কাহিনী মনোৰম আৰু কাব্য চিত্ৰৰে মহিমামণ্ডিত। বৰ্ণনাৰ বাহুল্যই কাহিনীৰ গতি স্বাভাৱিকতে দীঘল কৰিছে আৰু অনেক উপঘটনাৰ সংযোগ ঘটাইছে। পুথিকেইখনৰ কাব্য ৰূপ চহকী কৰিছে ইয়াত থকা ৰস বিস্তাৰে। প্ৰায় কেইখনতে নিভাঁজ শৃংগাৰ ৰস বৰ্তমান। ভক্তি ৰসৰ প্ৰাচুৰ্যই পুথি কেইখনৰ মৰ্যাদা বৃদ্ধি কৰিছে।

হিতেশ্বৰ বৰবৰুৱাৰ অমৰ ৰচনা, 'যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী' অসম বুৰঞ্জীৰ কাহিনীৰ ওপৰত যুগুত কৰা এটা মনোমোহা কাব্যিক অভিযোজনা। ইয়াত কল্পনাৰ সংযোজন মন কৰিবলগীয়া। এই সংযোজনে কবি বৰবৰুৱাৰ অন্তৰত থকা কাব্যিক অনুভৱ সুন্দৰভাৱে প্ৰদৰ্শন কৰিছে। অসমীয়া জাতিৰ বীৰত্ব আৰু স্বদেশপ্ৰেমৰ প্ৰতীক মূলাগাভৰুৰ অসীম সাহস, দেশ প্ৰেম আৰু গৌৰৱময় পৰাক্ৰম ইয়াত কাব্য ৰসেৰে সুখপাঠ্য হৈ পৰিছে। আঠোটা সৰ্গত বিভক্ত কাব্যখনে মূলাগাভৰুৰ বীৰত্বৰ বাবে প্ৰথমতে বাগ্‌দেৱীক প্ৰাৰ্থনা জনাইছে। কাব্যৰ আৰম্ভণিতে ৰণ-দুন্দুভি বাজি উঠিছে আৰু বীৰ ৰসেৰে উত্তাল হৈ অমিত্ৰাক্ষৰ ছন্দত কাব্য-কাহিনী আগবাঢ়িছে। কাব্যখনৰ কাহিনী-ঘটনা যথেষ্ট শক্তিশালী। বৰবৰুৱাই স্বদেশপ্ৰীতিৰ এটা উজ্জ্বল দৃষ্টান্ত দাঙি ধৰিবলৈ কাব্য ৰচনাৰ যি আংগিক আৰু বাচিক ৰূপকল্প তাক যথোচিত ভাৱে প্ৰয়োগ কৰিছে। কাহিনীৰ ক্ৰিয়াশীলতা গতিশীল আৰু মনোগ্ৰাহী কৰি তুলিছে নাটকীয় অমিত্ৰাক্ষৰ ছন্দই। ইয়াত আছে উৎকণ্ঠ, বিস্ময় আৰু সংঘাত। বীৰাংগণা মূলাগাভৰুৰ চৰিত্ৰৰ মাজেদি আমি আদৰ্শৰ লগত পৰিস্থিতিৰ সংঘাত দেখিবলৈ পাওঁ। দেশৰ প্ৰতি আৰু স্বামীৰ প্ৰতি থকা অকৃত্ৰিম হৃদয় ভাৱনাৰ গভীৰ শ্ৰদ্ধা, ভাল পোৱা এই চৰিত্ৰটোৱে প্ৰত্যক্ষ কৰিছে। কাহিনীৰ উৎকণ্ঠাই পাঠকৰ মন উত্তেজনাপূৰ্ণ কৰিছে আৰু মূলাগাভৰুৰ প্ৰতি আগ্ৰহৰ বিস্ময় শীৰ্ষ বিন্দুলৈ লৈ গৈছে। কাব্যখনৰ দীৰ্ঘাৱয়বী গঠন প্ৰণালী আৰু কথোপকথনৰ আমনিদায়ক দিশটো আওকাণ কৰিব নোৱাৰি। অৱশ্যে, যি সময়ত এই কাব্যখন ৰচিত হৈছিল, সেই কালত তেনে ধৰণেৰে ভাৱবস্তু দীঘলীয়া সংলাপ পৰিবেশনেৰে আয়তন বিন্যস্ত হৈছিল। ক'ব পাৰি যে অসমীয়া সাহিত্যত হিতেশ্বৰ বৰবৰুৱাৰ "যুদ্ধ ক্ষেত্ৰত আহোম ৰমণী" এখন বীৰ ৰসেৰে ভৰপূৰ আৰু স্বদেশপ্ৰেমৰ নিদৰ্শনেৰে প্ৰেৰণাদায়ক মনোৰম কাব্য সম্পদ। লিখক ডঃ শইকীয়াৰ এই গ্ৰন্থখনতে আমি

একেলগে কেইবাখনো সৌন্দর্যবিলাসী সৰ্বমানৱীয় আবেদনসমৃদ্ধ অসমীয়া কাব্যৰ ৰস পান কৰিবলৈ সুবিধা পাইছো। আধুনিক বা অত্যাধুনিক কবিতাৰ দিনতো এইবোৰ ক্লাচিক গ্ৰন্থই আমাৰ মন আলোড়িত নকৰাকৈ নেথাকে। পুথিখনৰ আলোচনা অৱশ্যে স্বয়ং সম্পূৰ্ণ নহয়, প্ৰসংগহে। পুথিকেইখনৰ বিষয়ে আৰু বহুতো তত্ত্ব কথা আছে, আগিংকৰ বহল ব্যাখ্যা আৰু পৰ্যালোচনা আছে। । সেইবোৰ বিষয়ৰ প্ৰতিও বহল আলোচনা কৰাৰ থল আছে। বিশেষকৈ, পুৰণি কাব্যৰ লগত সাম্প্ৰতিক কালৰ কাব্য চেতনাৰ এটা তুলনামূলক বিশ্লেষণ হোৱাটো আমি আশা কৰো।

* * *



## বিচাৰ মূলক সমীক্ষা ঃ

# সাহিত্য-সংবাহন

সাহিত্য-সংবাহনৰ লিখক কনক চন্দ্ৰ শৰ্মা অসমৰ সাহিত্য জগতত এজন সুপৰিচিত ব্যক্তি। সাহিত্যৰ সমালোচক আৰু প্ৰতিবেদক ৰূপে তেওঁৰ এটা খ্যাতি আছে। আগতে তেওঁ কলিকতাত থকা অসম ভৱনত অসম চৰকাৰৰ বাণিজ্যিক উপদেষ্টা ৰূপে চৰকাৰী চাকৰি কৰিছিল। ইয়াৰ আগতে তেজপুৰত থাকোতে তেওঁ চৰকাৰী চাকৰি কৰিও তাৰ সামাজিক-সাংস্কৃতিক অনুষ্ঠান-প্ৰতিষ্ঠানৰ লগত ঘনিষ্ঠ ভাৱে জড়িত হৈ ভালেমান ৰাজহুৱা কামত আগভাগ লৈ জনপ্ৰিয়তা লাভ কৰিছে। সাহিত্য-সংবাহন হৈছে তেওঁৰ প্ৰবন্ধ সংকলন। ইংৰাজী সাহিত্যৰ ছাত্ৰ হিচাপে তেওঁৰ ইংৰাজী ভাষা-সাহিত্যৰ প্ৰতি অনুৰাগ প্ৰবল। দৰাচলতে ভাৰতবৰ্ষত ইংৰাজী ভাষাৰ সমাদৰ বা প্ৰাসংগিকতা ইংৰাজ শাসকৰ উপনিবেশিক শাসন অন্ত পৰাৰ লগে লগে শেষ হৈ যোৱা নাই। সাম্প্ৰতিক কালত ইংৰাজী ভাষাৰ অধ্যয়নৰ প্ৰতি ছাত্ৰ ছাত্ৰীৰ হাবিয়াস বৃদ্ধি হোৱাহে আমাৰ চকুত পৰিছে। বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ প্ৰতি, আন্তৰ্জাতিক যোগাযোগৰ প্ৰতি, উচ্চ শিক্ষা লাভৰ প্ৰতি ভাৰতীয় ছাত্ৰ-ছাত্ৰীৰ যি প্ৰবল আকাংক্ষা তাৰ বাবে তেওঁলোকে ইংৰাজী ভাষাৰ অধ্যয়নক অপৰিহাৰ্য বুলি ভাবিছে। বিশ্ব সাহিত্যৰ ভিতৰত ইংৰাজী সাহিত্য সম্ভাৰে এক শক্তিশালী ঠাই পূৰণ কৰিছে। আন আন ভাষাবোৰৰ সমীক্ষাত্মক বিচাৰ বিশ্লেষণ কৰিবলৈ ইংৰাজী ভাষা এটা বলিষ্ঠ আৰু উপযোগী মাধ্যম। অসমীয়া ভাষা-সাহিত্যৰ ছাত্ৰ-ছাত্ৰী সকলে সেয়েহে ইংৰাজী সাহিত্যৰ লগত পৰিচয় ৰক্ষা কৰি নিজৰ জ্ঞান, চিন্তা-চৰ্চা অধিক ফলপ্ৰসূ কৰিবলৈ আশা কৰে।

'সাহিত্য-সংবাহন' যদিও প্ৰবন্ধ-সংগ্ৰহ, ইয়াত থকা ভালে কেইটা প্ৰবন্ধৰ বক্তব্য বিষয় ইংৰাজী সাহিত্যৰ বিচাৰমূলক সমীক্ষা। প্ৰবন্ধ কেইটাই সাহিত্য সমালোচনাৰ মাজেদি স্বতন্ত্ৰ বিষয় প্ৰসংগ ৰূপে গুৰুত্ব লাভ কৰিছে। শ্ৰীশৰ্মাৰ প্ৰকাশভংগী সৰল, বিচাৰ পদ্ধতি যুক্তিমূলক। ইংৰাজী সাহিত্যৰ এংলো-চেক্সন যুগটো আদি স্তৰ যাক শ্ৰীশৰ্মাই প্ৰত্ন ইংৰাজী যুগ বুলিছে। পুৰাতাত্ত্বিক সম্পদৰাজিৰে চহকী বাবেই বোধকৰো এই আখ্যা দিয়া হৈছে। এংলো-চেক্সন সাহিত্য বুলিলে আমি ইংৰাজী সাহিত্য বুলি ক'ব নোৱাৰো। এংলো-চেক্সন সাহিত্য হৈছে সংমিশ্ৰণত গঢ় লোৱা এটা ভাষা- যি ভাষাটো জাৰ্মান সকলে ফৰাচী দেশৰ পৰা আমদানি কৰিছিল। বৰ্তমান ইংৰাজী ভাষাটো পৰিপুষ্ট কৰোতে এংলো-চেক্সন ভাষাৰ বৰঙণি উল্লেখযোগ্য। ক'বলৈ গ'লে, জাৰ্মানীক আৰু ফ্ৰাংক'- লেটিনৰ শব্দ- সম্ভাৰৰ সহায়ত আজি যাক আমি ইংৰাজী ভাষা বুলি কওঁ, গঠন হৈছে। এংলো-চেক্সন যুগৰ বেউল্‌ফ

(Beowulf) এখন সুপ্ৰসিদ্ধ কাব্য। এই কাব্যখন জাৰ্মানী সাহিত্যৰ অতি প্ৰাচীন গ্ৰন্থ, যিখনত সেই কালৰ জনজাতীয় জীৱন আৰু লোকাচাৰৰ হুবহু বৰ্ণনা আছে। কাব্যখনৰ ঐতিহাসিক পটভূমিয়ে আমাক ষষ্ঠ শতিকাৰ প্ৰথমাৰ্ধৰ সময়লৈ লৈ যায়। ইয়াত এংলো-চেক্সন জীৱনৰ কোনো প্ৰত্যক্ষ কথা নাই। ইয়াৰ দৃশ্যপট অংকিত হৈছে চি-লেন্ড (seeland) ত অৱস্থিত ডেনিচ দ্বীপ আৰু দক্ষিণ চুইডেন, য'ত বাস কৰিছিল প্ৰাচীন জিট অধিবাসী (geatsor gotar) ঐতিহাসিক চৰিত্ৰ বেউল্‌ফ নিজেই আছিল জিট্ প্ৰজাতিৰ। কাব্যখনৰ আধাৰ স্কেণ্ডিনেভিয়ান লোক-সংস্কৃতি, আইচলেণ্ডৰো আখ্যান (Grettir) ইয়াত সোমাইছে বুলি কোৱা হৈছে। আনফালে বিখ্যাত কাব্য ওডিছি আৰু হাৰকিউলাচৰ উপাখ্যানো ইয়াৰ উপছায়া। যি গৰাকী এংলো-চেক্সন কবিয়ে (৮ম শতিকা) এই কাব্যখন ৰচনা কৰিছিল, তেওঁ যে এগৰাকী পণ্ডিত ব্যক্তি আছিল সেই কথা প্ৰণিধানযোগ্য। কাব্যখনৰ নায়ক বেউল্‌ফ আছিল এজন আদৰ্শবান বীৰ, যিজনে জনসাধাৰণৰ ৰক্ষাৰ হকে প্ৰাণ উচৰ্গা কৰিছিল। এই বেউল্‌ফ মহাকাব্যখন বহুকাল ব্যাপী মুখে মুখে বাগৰি আহি খৃষ্টীয় দশম শতিকামানতহে পুথিৰ আকাৰ লাভ কৰে। ইয়াৰ ভাষা-চচাৰৰ- ইংৰাজী ভাষা নহয়। এংলো-চেক্সনহে ইয়াৰ ভাষা।

লিখক কনক চন্দ্ৰ শৰ্মাই এই প্ৰাচীন কাব্যখনৰ কাহিনীটো চমুকৈ আমাক জানিবলৈ দিছে। লগতে ইয়াৰ মহাকাব্যিক লক্ষণসমূহ ব্যাখ্যা কৰিছে। বৰ্ণনাত্মক শব্দ সম্ভাৰ, ভাষাশৈলীৰ লালিত্য, উদাত্ত সুৰৰ বীৰৰস, ছন্দৰ বৈশিষ্ট্য আৰু প্ৰাধান্য আদি বিষয়বোৰ সামৰি এখন বিশ্ব মহাকাব্যৰ পৰিচয় দি শ্ৰীশৰ্মাই অসমীয়া পাঠকক আনন্দ দিছে। অসমীয়া পাঠকে ইতিমধ্যে বিশ্ব মহাকাব্যৰ সোৱাদ পাইছে। অমূল্য চক্ৰৱৰ্তীৰ হোমাৰৰ মহাকাব্য এইক্ষেত্ৰত উল্লেখ কৰিব পাৰি। ডক্টৰ সত্যেন্দ্ৰ নাথ শৰ্মায়ো 'বিশ্ব মহাকাব্য পৰিচয়' নামকৰণেৰে এখন গ্ৰন্থ ৰচনা কৰিছে। আজিকালি আধুনিকোত্তৰ সময় সন্ধিত পূৰ্ণমাত্ৰাৰ বৰ্ণনাত্মক মহাকাব্যৰ ৰস পান কৰা ক্লাচিক পঢ়ুৱৈ কম। মুষ্টিমেয় ৰসজ্ঞ পাঠকেহে মহাকাব্যৰ প্ৰতি আগ্ৰহ দেখুৱায়। আমি আশা ৰাখিছো, এই চাম পাঠকে শ্ৰীশৰ্মাৰ এই মূল্যৱান প্ৰবন্ধটো পঢ়ি উপকৃত হ'ব, উপকৃত হ'ব সাহিত্যৰ ছাত্ৰ-ছাত্ৰীসকল। গ্ৰন্থখনত কেইবাটাও আলোচনামূলক প্ৰবন্ধ আছে। তাৰে কেইটামান হ'ল শ্বেক্সপীয়েৰৰ কাব্যত শীত আৰু হেমন্ত ঋতু, কিংলীয়েৰ -- এখন শীৰ্ষ ট্ৰেজেডি, কবিৰ দৃষ্টিত কবি, কবিতা আৰু কবিতাৰ অধ্যয়ন, বৰদিন আৰু বৰদিনৰ শ্ৰেষ্ঠ কবিতা, কবি জন ডনৰ প্ৰেমৰ কবিতা প্ৰভৃতি। শ্বেক্সপীয়েৰৰ বিষয়ত ক'ব পাৰি যে এই মহান নাট্যকাৰজনৰ কাব্য পাঠত আমি তেওঁৰ প্ৰকৃতিবাদী এক আধ্যাত্মিক ভাবধাৰাৰ লক্ষ্য কৰো। প্ৰকৃতিৰ দ্বাৰা মানৱ জীৱনৰ মনোজগতত যি প্ৰতিক্ৰিয়া সূচনা হয় তাক আমি তেওঁৰ ৰচনা ৰাজিত পঢ়িবলৈ পাওঁ। কিংলীয়েৰৰ নাটকখনৰ প্ৰসংগতে ক'ব পাৰি যে ইয়াত বতাহ ধুমুহাক কিংলীয়েৰৰ দুখ-যন্ত্ৰণাৰ অবিচ্ছিন্ন অংগ বুলি ভবাৰ লগতে এই প্ৰাকৃতিক দুৰ্যোগৰ ৰিজনিয়ে মানুহৰ মনত উদয় হোৱা বিলৈ-বিপত্তিৰ বিৰুদ্ধে বিদ্ৰোহ ভাব ফুটাই তোলে। শ্ৰীশৰ্মাৰ কিংলীয়েৰৰ আলোচনাৰ মাজেদি মূৰ্ত হৈ উঠিছে-শ্বেক্সপীয়েৰৰ অন্তৰ্দৃষ্টি। মানৱমনৰ অদম্য আকাংক্ষা, দুখ-কষ্ট, পাপাচাৰ, দ্বন্দ্ব, বৈষম্য, অবিচাৰ সকলো

তেওঁৰ ৰচনাত প্ৰকাশ পাইছে। শীতকালৰ জাৰৰ প্ৰকোপৰ মাজতো মানুহে কেনেকৈ গ্ৰীষ্মৰ সুমধুৰ দিনৰ কল্পনা কৰি আশাবাদী হৈ পৰে, শ্বেক্সপীয়েৰৰ দৰ্শনত আমি বিচাৰি পাওঁ। 'কবি জন ডনৰ প্ৰেমৰ কবিতা' এটা বিশ্লেষণাত্মক আলোচনা। কবি জন ডনৰ কবিতাবোৰৰ উল্লেখ কৰি শ্ৰীশৰ্মাই কৈছে যে এই বিখ্যাত ইংৰাজ কবি গৰাকীয়ে প্ৰসিদ্ধি লাভ কৰিছিল তেওঁৰ স্বকীয় কাব্য বৈশিষ্ট্যৰ মাজেদি। কবিৰ প্ৰেমৰ কবিতাবোৰত বেদনা আৰু উল্লাসে জীৱনৰ বাস্তৱ চিত্ৰকল্প দাঙি ধৰিছে। তেওঁৰ ৰহস্যময়তাত আবেগ-অনুভূতিয়ে প্ৰেম-প্ৰসংগক সুন্দৰ আৰু মোহনীয় কৰি তুলিছে। লিখকে কবিজনাক এক যুগসন্ধিৰ চিন্তাশীল সচেতন কবি বুলি প্ৰশংসা কৰিছে।

শ্ৰীশৰ্মাৰ অসমীয়া সাহিত্যৰ ওপৰত লেখা প্ৰবন্ধ কেইটা বুদ্ধিদীপ্ত সমীক্ষা। 'ৰঘুনাথ চৌধাৰী' কাব্যৰ প্ৰকৃতি দৰ্শনৰ প্ৰবন্ধটোত জোনাকী যুগৰ এই গৰাকী কবিক বিহগী কবি বুলি কোৱা হয় এই বাবেই যে তেওঁৰ কবিতাত গভীৰ আৰু কৰুণ অতৃপ্তিৰ সুৰ সদাপ্ৰবাহিত। প্ৰকৃতিৰ চিৰসুন্দৰ অৱদান সমূহ মানুহে অৱজ্ঞা কৰি যি ৰীতি-নীতি, চিন্তা-ভাৱনাৰ আৰু কাৰ্যকলাপত মোহগ্ৰস্ত হৈছে, কবিয়ে সেই বৈসাদৃশ্যত মৰ্মাহত হৈছে, আৰু তাক বিভিন্ন কবিতাৰ মাধ্যমত ব্যক্ত কৰিছে। 'জ্যোতিপ্ৰসাদৰ কবিতা' নামৰ প্ৰবন্ধটোত লিখক শৰ্মাই আক্ষেপৰ সুৰত কৈছে যে জ্যোতিপ্ৰসাদক নাটকৰ আলোচনাতে সীমাবদ্ধ কৰি অসমীয়া সমালোচক সকলে তেওঁৰ কাব্যিক প্ৰতিভাক আওকাণ কৰিছে। আনকি ডক্টৰ সত্যেন্দ্ৰ নাথ শৰ্মাৰ দৰে বিশিষ্ট সাহিত্যিক-সমালোচক এজনেও তেখেতৰ গ্ৰন্থ 'অসমীয়া সাহিত্যৰ ইতি — বৃত্ত'ৰ ৩৩ পৃষ্ঠা আগুৰি থকা অসমীয়া কবি আৰু কাব্যৰ পৰিচয়ত জ্যোতিপ্ৰসাদৰ কাব্য সম্পৰ্কে কোনো উল্লেখ কৰা নাই। নাট্য আলোচনাৰ ক্ষেত্ৰতহে তেখেতৰ উল্লেখ পোৱা যায়। শৰ্মাই যুক্তি দৰ্শাইছে যে সম্পূৰ্ণ জ্যোতি-দৰ্শনৰ নিভাঁজ ৰূপটোক বুজিবলৈ হ'লে শিল্পীজনাৰ সামগ্ৰিক ৰচনাৰাজি অধ্যয়ন কৰাৰ প্ৰয়োজন। কবিতাক তেওঁৰ প্ৰাণসত্তাৰ পৰা পৃথক কৰি আনিব নোৱাৰি। শৰ্মাই আলচটোত জ্যোতি- কাব্যৰ বিশেষত্ব ফঁহিয়াই দেখুৱাইছে আৰু জ্যোতিপ্ৰসাদৰ কেইটামান লেখত ল'বলগীয়া কবিতাৰ প্ৰতি পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে। তেওঁৰ 'অসমীয়া ছোৱালীৰ উক্তি' নামৰ কবিতাটোক অসাধাৰণ কবিতা বুলি আখ্যা দিছে। গ্ৰন্থখনত জ্যোতিপ্ৰসাদৰ 'জ্যোতি ৰামায়ণ' 'গল্পকাৰ জ্যোতিপ্ৰসাদ' নামৰ দুটা প্ৰবন্ধও সনিবিষ্ট হৈছে।

'অসমীয়া সাহিত্যত গোহাঞিবৰুৱাৰ শ্ৰীকৃষ্ণ' প্ৰবন্ধত লেখকৰ বিষয়বস্তুৰ ওপৰত থকা অধ্যয়নৰ পৰিচয় পোৱা যায়। প্ৰবন্ধটোত গোহাঞিবৰুৱাৰ কৃতিত্বৰ প্ৰশস্তি লিপিবদ্ধ হৈছে। আন এটা উল্লেখযোগ্য ৰচনা হৈছে 'লক্ষ্মীধৰ শৰ্মাৰ সাহিত্য' । এই প্ৰতিভাসম্পন্ন বিপ্লৱী লেখকজনৰ মৃত্যু ঘটিছিল ৩৭ বছৰতে। তেওঁ এই কম সময়ৰ ভিতৰতে যিখিনি বৰঙণি অসমীয়া সাহিত্যলৈ আগবঢ়াই গ'ল সেইখিনিতে তেওঁ সুন্দৰ ভাৱে চিহ্নিত কৰি ৰাখিছে অসামান্য সাফল্য। তেওঁৰ বহু সমাদৃত ৰচনা 'ব্যৰ্থতাৰ দান' এখন মনোৰম উপন্যাস। দুখৰ কথা, এইজন সাহিত্যসেৱীৰ প্ৰতিভা অকালতে নোহোৱা হ'ল, তেওঁৰ সাহিত্যৰাজিও

পোহৰলৈ নাহিল। লেখক শৰ্মাৰ এই প্ৰবন্ধটোৱে আমাক বিস্মৃতিৰ গৰ্ভত লুকাব খোজা লক্ষ্মীধৰ শৰ্মাৰ সাহিত্যকৃতিৰ বিষয়ে ভালেমান তথ্য জানিবলৈ দিছে।

গ্ৰন্থখনৰ শেষৰ ফালে নাটক প্ৰসংগত যি কেইটা প্ৰবন্ধ আছে সেই কেইটা তুলনামূলক আলোচনা। 'নটসূৰ্য ফণী শৰ্মা আৰু তেওঁৰ অভিনয়' নামৰ আলোচনাটো পঢ়ি যিকোনো নাট্য ৰসিক তৃপ্ত হ'ব। ফণী শৰ্মাই কেনেকৈ বিপদ আৰু বিপৰ্যয়ৰ সৈতে অহৰহ সংগ্ৰম কৰি তেওঁৰ বিৰল নাট্য প্ৰতিভা জীৱন্ত আৰু উদ্দীপনাময় কৰি ৰাখিছিল, নিবন্ধটোৱে তুলি ধৰিছে।

গ্ৰন্থখনৰ আটাইকেইটা প্ৰবন্ধই পাঠকক উদ্বুদ্ধ কৰিব। লেখকৰ বৰ্ণনা স্বচ্ছল আৰু সাৱলীল। গ্ৰন্থখন পঢ়িলেই বুজিব পাৰি যে শ্ৰীশৰ্মাৰ এটা অধ্যয়নপুষ্ট মন আছে। উপযুক্ত বিশ্লেষণ আৰু মনোগ্ৰাহী বৰ্ণনাৰে গ্ৰন্থখন এখন প্ৰশংসাধন্য সংকলন ৰূপে পৰিগণিত হৈছে। প্ৰত্যেকটো প্ৰবন্ধৰ সাৰগৰ্ভ কৃতিত্বৰ সৈতে দাঙি ধৰি শৰ্মাই উল্লেখনীয় কাম কৰিছে আৰু অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰিছে।

★ ★ ★



# চুতীয়া জাতিৰ ইতিহাস আৰু লোক-সংস্কৃতি

গ্ৰন্থকাৰ শ্ৰীসূৰ্যকান্ত খনিকৰ অসমৰ গড়কাপ্তানি বিভাগৰ এজন অৱসৰপ্ৰাপ্ত কাৰ্যবাহী অভিযন্তা। চুতীয়া জাতিৰ ইতিহাস আৰু লোক-সংস্কৃতি নামৰ ৪৫৫ পৃষ্ঠাৰ বৃহৎ গ্ৰন্থখন তেখেতৰ সুদীৰ্ঘ দিনৰ পৰিশ্ৰমৰ ফল। গ্ৰন্থখনত প্ৰথম আৰু ২য় খণ্ড একেলগে সংযোগ হৈছে। প্ৰথম খণ্ড ইতিহাস পৰ্যায়ত ৩৬ টা বিষয় আৰু ২য় খণ্ড লোক-সংস্কৃতি পৰ্যায়ত ৩৫ টা বিষয় অন্তৰ্ভুক্ত কৰা হৈছে। গুৱাহাটী বাণিজ্য মহাবিদ্যালয়ৰ অধ্যাপক ড° পূৰ্ণানন্দ শইকীয়াৰ মন্তব্য গ্ৰন্থখনৰ ভূমিকা সদৃশ হৈছে।

পুৰণি অসমৰ বিভিন্ন অঞ্চলত অতীজতে বিভিন্ন জনগোষ্ঠীয়ে বসবাস কৰি নিজ নিজ বৈশিষ্ট্য ৰক্ষা কৰিছিল। প্ৰাক্-ঐতিহাসিক কালতো এই খণ্ডত অনেক প্ৰজাতিৰ প্ৰব্ৰজন ঘটিছিল আৰু এচামৰ লগত আন এচামৰ সংমিশ্ৰণত ভাষা, সংস্কৃতি আৰু প্ৰজাতি লক্ষণৰ নতুন ৰূপান্তৰ ঘটিছিল। উত্তৰ পূব ভাৰতলৈ অহা কোনো নৃগোষ্ঠীয়েই সেইবাবে নিজৰ আৱয়বিক আৰু সাংস্কৃতিক স্বতন্ত্ৰতা অটুট ৰাখিব নোৱাৰিছিল। কিন্তু সকলোবোৰ নৃগোষ্ঠীৰ সমন্বয়তে বৃহত্তৰ অসমৰ ইতিহাস আৰু সংস্কৃতিৰ ভেটি স্থাপন হৈছিল। চুতীয়া জাতি অসমৰ প্ৰাচীনতম জনগোষ্ঠী সমূহৰ অন্যতম। বড়ো, কছাৰী, টিৱা, ডিমাচা, গাৰো, কোচ, ৰাভা, ত্ৰিপুৰী, মৰাণ, আদি প্ৰজাতিসকলৰ দৰে অসমৰ জাতীয় জীৱনত চুতীয়াসকলে উল্লেখনীয় অৱদান যোগাইছে। কিন্তু দুৰ্ভাগ্যৰ কথা, এই জাতিটোৰ বিষয়ে যিমান অধ্যয়ন হ'ব লাগিছিল, যিমান তথ্য প্ৰকাশ পাব লাগিছিল, সিমান হোৱা নাই। অতি মুষ্টিমেয় লোকেহে জাতিটোৰ পুৰণি গৌৰৱ উদ্ধাৰ কৰি সেইবোৰৰ সম্পৰ্কে কিছু লিখা-পঢ়া কৰিছে আৰু আমাক নজনা কথা জানিবলৈ দিছে। শ্ৰীখনিকৰৰ এই গ্ৰন্থখন পঢ়িলে চুতীয়া জাতিৰ বিস্তৃত ইতিহাস আৰু সংস্কৃতিৰ এটা ভাল আভাস পাব পাৰি। গ্ৰন্থখনত চুতীয়াসকলৰ ভাৰত তথা অসমলৈ কেনেকৈ প্ৰাক্-ঐতিহাসিক যুগতে জন-প্ৰব্ৰজন ঘটিছিল, কেনেকৈ চুতীয়াসকলে অতীজৰে পৰা অসমৰ সৌমাৰ খণ্ডত ৰাজ্য স্থাপন কৰিছিল, কেনেকৈ সৌমাৰ খণ্ডৰ একাংশত (বৰ্তমান তিনিচুকীয়া) সৰ্বানন্দ সিংহৰ বংশধৰসকলে ইংৰাজৰ আগমনৰ সময়লৈকে অৰ্থাৎ ১৮২৬ খৃষ্টাব্দলৈকে ৰাজত্ব কৰিছিল -- সেই কথা বিৱৰি আলোচিত হৈছে। প্ৰখ্যাত বুৰঞ্জীবিদ ডঃ হেৰম্ব কান্ত বৰপূজাৰীয়ে শ্ৰীখনিকৰৰ প্ৰচেষ্টাৰ প্ৰশংসা কৰি লিখিছে যে শ্ৰীখনিকৰৰ এই প্ৰচেষ্টা নিঃসন্দেহে প্ৰশংসনীয়। প্ৰথম খণ্ডত পুথিখনি ঘাইকৈ ইতিমধ্যে প্ৰকাশিত বুৰঞ্জী, ইতিহাস আৰু অসমীয়া ইংৰাজী প্ৰবন্ধ-পাতিৰ আলমতে প্ৰণয়ন কৰা হৈছে। প্ৰাথমিক তথ্য-পাতিৰ অভাৱত অসম বুৰঞ্জীৰ নানা অংশৰ দৰে এই পুথিৰ

আলোচ্য বহুতো বিষয়ৰ সিদ্ধান্তত উপনীত হোৱা সম্ভৱপৰ নহয়। অৱশ্যে গ্ৰন্থকাৰে এই পুথিখনত চুতীয়া জাতিৰ ওপৰত এক বিস্তৃত আলোচনা দাঙি ধৰি এই জাতিৰ সম্পৰ্কে অধিক ব্যাপক আৰু গভীৰ অধ্যয়নৰ পথ প্ৰশস্ত কৰিলে।

আহোমসকলে আদিৰপৰা নিজৰ বুৰঞ্জী লিখি গৈছিল। কিন্তু চুতীয়াসকলে লিখা নাছিল বাবেই তেওঁলোকৰ বহুতো তথ্য আহোম বুৰঞ্জীৰ পৰা আহৰণ কৰা হৈছে। আহোম বুৰঞ্জীত চুতীয়া জাতিৰ বিষয়ে উল্লেখযোগ্য বিৱৰণ থকাৰ বাবেই সেইবোৰে চুতীয়া বুৰঞ্জী প্ৰণয়নত যথাসম্ভৱ সহায় কৰিছে। ইয়াৰ বাহিৰেও আছে কিম্বদন্তী, তামৰ ফলি, শিলালিপি আৰু আন ঐতিহাসিক সমল। শ্ৰীখনিকৰে দীৰ্ঘদিন ধৰি এইবোৰ অধ্যয়ন কৰি এই আলোচ্য পুথিখন প্ৰকাশ কৰিছে। চাৰি হেজাৰ বছৰৰো অধিক পুৰণি জাতি এটাৰ ইতিহাস কিমান বৈচিত্ৰ্যময়, কিমান সমৃদ্ধশালী, সেই কথা পুথিখনে সুন্দৰকৈ আলোচনা কৰিছে। বিভিন্ন সূত্ৰৰপৰা উদ্ধৃতি দি গ্ৰন্থকাৰে দেখুৱাইছে যে চুতীয়াসকলে অসমৰ ইতিহাস আৰু জনজীৱনত মূল্যৱান অৱদান আগবঢ়াই বৃহত্তৰ অসমৰ অংশীদাৰ হৈছে। চুতীয়া আৰু কছাৰীসকলৰ মাজত মিল অধিক। সৰ্বানন্দ ৰাজকুমাৰে এই কথা তেখেতৰ চুতীয়া, ভূঞা আৰু মটক ৰাজ্য পুথিখনত সবিশেষ বিৱৰি লিখিছে।

পুথিখনৰ ২য় খণ্ডত আমি চুতীয়া জাতিৰ কলা-সংস্কৃতিৰ বিষয়ে বিস্তৃত বিৱৰণ পঢ়িবলৈ পাওঁ। চুতীয়াসকলে অসমৰ বিভিন্ন এলেকাত বসতি লওঁতে স্থানীয় কাৰণত সেই সেই ঠাইৰ প্ৰতিবেশীসকলৰদ্বাৰা কোচ, কছাৰী, ডিমাচা, লালুং বা টিৱা, গাৰো, ৰাভা, মেছ, হাজং, টিপ্ৰা, চুতীয়া, বৰাহী, মৰাণ আদি নামেৰে খ্যাত হয়। এই সকলৰ ভিতৰত যিসকলে সৌমাৰ খণ্ডতে বৈ গ'ল সেই সকলেহে মাত্ৰ চুতীয়া নামেৰে খ্যাত হৈ থাকিল। চুতীয়াৰ শাখাবোৰ হ'ল - দেউৰী চুতীয়া; টিৱা চুতীয়া, বৰাহী চুতীয়া, মৰাণ চুতীয়া, বিহীয়া চুতীয়া, সোণোৱাল চুতীয়া, মিচিং চুতীয়া, বুৰুক চুতীয়া, মটক চুতীয়া, মিচিমি চুতীয়া আদিৰ কথা শ্ৰীখনিকৰে উল্লেখ কৰিছে। চুতীয়াসকল হিন্দু ধৰ্মত দীক্ষিত হৈছিল আৰু হিন্দু ধৰ্মৰ প্ৰভাৱ তেওঁলোকৰ পূজা-পাতল আচাৰ-বিচাৰ আদিত সোমাইছিল। চুতীয়াসকলৰ পুৰোহিত দেউৰীসকলৰ আচাৰ-ব্যৱহাৰত আমি চুতীয়াসকলৰ বহুতো ৰীতি-নিয়ম লক্ষ্য কৰো। অসমত অনেক মঠ -মন্দিৰ আছে যিবোৰে চুতীয়াসকলৰ কলা-সংস্কৃতি প্ৰত্যক্ষ কৰে। বৰ্তমান অনেক কছাৰী, চুতীয়া সম্প্ৰদায়ে শংকৰদেৱৰ মহাপুৰুষীয়া ধৰ্মত শৰণ লৈ নাম -প্ৰসংগৰ প্ৰতি শ্ৰদ্ধাবান হৈ পৰিছে। পুথিখনত লোক-সংস্কৃতিত চুতীয়াসকলৰ যি বৰঙণি সেই কথাৰ বৰ্ণনা আছে। পুথিখন পঢ়িলে গম ধৰিব পাৰি যে চুতীয়া জাতিৰ অতীত বুৰঞ্জী কিমান চহকী, অসমীয়া সমাজ আৰু সংস্কৃতিলৈ চুতীয়াসকলৰ যি আপুৰুগীয়া অৱদান সেই কথাও ইয়াত গম পাব পাৰি।

***

# গে'টেৰ ফাউষ্টৰ অসমীয়া অনুবাদ

আনন্দৰাম বৰুৱা ভাষা-কলা সংস্কৃতি সংস্থা স্থাপন হ'বৰ বেছি দিন হোৱা নাই। অনুষ্ঠানটোৰ উদ্দেশ্য ব্যাখ্যা কৰি সঞ্চালক অধ্যাপক টাবু টাইদে কৈছে যে বিশ্বৰ অমূল্য আৰু উল্লেখযোগ্য বিভিন্ন কিতাপ নিয়মীয়াকৈ অনুবাদ, থলুৱা ভাষাৰ বিচাৰ সম্বলিত ব্যাকৰণ আৰু অভিধান প্ৰণয়ন, পুৰণি হাতে লিখা পুথিৰ অনুসন্ধান, অসমীয়া সাহিত্যৰ বিস্তৃত বুৰঞ্জী, লোক-সংস্কৃতি অধ্যয়ন, বৰগীত স্বৰলিপি আদি আঁচনিৰ ৰূপায়ণেই হৈছে ইয়াৰ অন্যতম কাৰ্যসূচী। পৰ্যায়ক্ৰমে এই কাৰ্যসূচী সম্পন্ন কৰাৰ প্ৰচেষ্টা হাতত লোৱা হৈছে। কবি নৱকান্ত বৰুৱাই অনুবাদ কৰা গে'টেৰ ফাউষ্ট ছপা হৈ অসমৰ পঢ়ুৱৈ সমাজৰ হাতত সদ্যহতে পৰিছেহি। আমিও এই অনুবাদ গ্ৰন্থখন পঢ়িবলৈ পাই সুখী হৈছো আৰু অনুষ্ঠানটোলৈ অভিনন্দন যাচিছোঁ। বিশ্ব সাহিত্যৰ অমূল্য সম্পদ গে'টেৰ ফাউষ্ট অসমীয়া ভাষালৈ অনুবাদ কৰি অসমৰ শীৰ্ষস্থানীয় কবি নৱকান্ত বৰুৱাই এটা মহৎ কাম সমাধা কৰাত তেওঁকো আমি প্ৰশংসা কৰিছো। অনুবাদ কাৰ্য কিমান কঠিন তাক বৰুৱাই নিজেই আগকথাত উল্লেখ কৰিছে। অনুবাদকক ঘাতক (মাৰ্ডাৰাৰ) বুলি ইটালীয় প্ৰবচনত কোৱা কথাষাৰেৰে তেওঁ আৱদ্ধ হৈয়ো এই মহান কাব্যখনৰ ইংৰাজী অনুবাদৰ ওপৰত ভৰষা ৰাখি অসমীয়া পাঠকলৈ আগবঢ়াইছে ইয়াৰ কাব্যিক অভিযোজনা। বৰুৱাৰ এই কামত দক্ষতা আৰু সাৱলীলতা সৰ্বাপেক্ষা সুস্পষ্ট। সেই বাবে কব পাৰি যে গে'টেৰ ফাউষ্ট তেওঁৰ হাতত পৰি আমাৰ বাবে ঘৰুৱা হৈ পৰিছে। আমি ক'তো উজুতি খাব লগা হোৱা নাই, নাইবা কঠিন শব্দৰ অৰ্থ বিচাৰি অভিধানো চাব লগা হোৱা নাই। জাৰ্মান ভাষা সম্ভৱ আটাইতকৈ কঠিন ভাষা, অলংকাৰ বহুল আৰু ব্যাকৰণৰ কটকটীয়া অনুশাসনে জাৰ্মান ভাষা সহজে বোধগম্য নকৰে। ফৰাচী বা ইংৰাজী ভাষাৰ দৰে সৰলতা নাই। কাৰ্লমাৰ্ক্সে দাস কেপিটেল জাৰ্মান ভাষাতে লিখিছিল। কিন্তু এই মৌলিক গ্ৰন্থখন ফৰাচী, ইংৰাজী প্ৰভৃতি ভাষাত ভাষান্তৰ হ'লতহে ইয়াৰ সমাদৰ চৌদিশে বিয়পি পৰিল। টলষ্টয়ৰ জীৱন - সংহিতা 'ৱাৰ এণ্ড পিচ' ইংৰাজী ভাষাৰ অনুবাদেৰেহে বিশ্ববিশ্ৰুত হৈ পৰিল। এই জাৰ্মান ভাষালৈকে আৰ্ক জোন্সৰ ইংৰাজী অনুবাদৰ পৰা জৰ্জ ফৰষ্টাৰে ১৭৯১ চনত ভাৰতীয় মহাকাব্যিক নাটক শকুন্তলাৰ জাৰ্মান গদ্য অনুবাদ কৰি জাৰ্মান সাহিত্যত ভাৰতৰ প্ৰৱেশ ঘটায়। কোৱা বাহুল্য যে শকুন্তলাৰ এই অনুবাদ পঢ়ি মহাকবি গে'টে পৰম উৎসাহিত হৈছিল আৰু ফাউষ্টৰ যি প্ৰস্তাৱনা, তাক শকুন্তলাৰ প্ৰস্তাৱনাৰ দৰে ৰচনা কৰি এক নতুন ধাৰাৰ আংগিক দাঙি ধৰিছিল। গে'টেৰ ফাউষ্ট ৰচনাত কালিদাসৰ অমৰ কাব্য শকুন্তলাৰ প্ৰেৰণা লক্ষণীয় বুলি সমালোচকে তুলনা কৰিছে। সেয়েহে গে'টেৰ প্ৰতি ভাৰতীয় পঢ়ুৱৈ সমাজৰ আগ্ৰহ বেছি। বিশেষকৈ ফাউষ্ট কাব্য নাটখনে এই আগ্ৰহ ঘনীভূত কৰি তুলিছে।

ডাণ্টে, মিল্টন আদিৰ দৰে গে'টেই এই মহান সৃষ্টিৰ বাবে বিশ্ব দৰবাৰত উজ্জ্বল তাৰকাৰূপে চিহ্নিত হৈ আছে। ফাউষ্টে প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অনুবাদৰ মাধ্যমত উচ্ছ্বাসপূৰ্ণ সমাদৰ লাভ কৰিছে। কবি নৱকান্তৰ অশেষ পৰিশ্ৰমৰ ফলত আমি আজি ফাউষ্টক আমাৰ ভাষাতে লাভ কৰিলো। এজন যোগ্যবান অনুবাদক-ৰূপে তেওঁ ফাউষ্টৰ মাজেদি উন্মুক্ত কৰিছে বিশ্বদৰ্শন; জাৰ্মান জাতিৰ সাহিত্য-সংস্কৃতিৰ লগত যোগাযোগ। কাব্যিক চিন্তাৰ প্ৰাচুৰ্য, আৱেগানুভূতিৰ শক্তিসম্পন্ন সংযোগ।

প্ৰশ্ন উঠিব পাৰে, অষ্টাদশ শতিকাৰ মাজ ভাগৰ পৰা ঊনৈশ শতিকাৰ মাজ ভাগ পৰ্যন্ত এজন ব্যক্তিৰ জনমানসত আত্মিক প্ৰভাৱ পেলোৱা এই কাব্য নাটখনৰ বিশেষত্ব কি? উপনিষদৰ দৰে ইয়াত আছে জীৱনৰ সত্যানুসন্ধিৎসাৰ ইংগিত, আছে কুসংস্কাৰেৰে ভৰা মানুহৰ মুকলি চিন্তাৰ বিশুদ্ধ পথ। সংসাৰৰ নিষ্ঠুৰ আঘাতৰ পৰা মুক্তি পাব পৰা উপায়। ভাৰতীয় আদৰ্শৰ দৰেই ইয়াত আছে জীৱন আৰু জগত সম্বন্ধে মনোজ্ঞ ব্যাখ্যা। জীৱনৰ শান্তি আৰু নিৰাপদৰ সুস্থিৰ অস্তিত্ব। অনন্ত প্ৰয়াসী গতিত মানৱ জাতিৰ হৃদয়ত জীৱন জিজ্ঞাসাৰ যি সুতীব্ৰ আৱেগে অশান্তিৰ সংশয় সৃষ্টি কৰিছে, তাৰ অনিশ্চয়তাৰ মাজেদি গে'টেৰ মনত যি প্ৰতিক্ৰিয়া হৈছিল তাৰ প্ৰতিফলন হৈছে পৃথিৱীৰ অন্যতম শ্ৰেষ্ঠ সাহিত্য ফাউষ্টত।

সকলো দেশতে লৌকিক উপাখ্যানৰ চহকী ভঁৰাল আছে। ফাউষ্টৰ মূল আধাৰো জাৰ্মান উপাখ্যান। মধ্যযুগীয় এই উপাখ্যানত এজন মানুহে কেনেকৈ তেওঁৰ আত্মাক চয়তানক বিক্ৰী কৰিলে তাৰ বিৱৰণ, আৰু এই মানুহজনেই আছিল ফাউষ্ট বুলি কিংবদন্তী। এই কাহিনী ১৫৮৭ চনত ফ্ৰাংকফুট ফাউষ্ট বুকত প্ৰকাশ পায় আৰু মাৰ্লোৱে ইয়াৰ ইংৰাজী সংস্কৰণ (১৬০১ বা ১৬০৪ চনত) 'ট্ৰেজিকেল হিষ্ট্ৰী অব ডক্টৰ ফষ্টাছ' প্ৰকাশ কৰে। জাৰ্মান দেশত ১৮ শতিকাৰ আগভাগলৈকে ফাউষ্টৰ কাহিনী প্ৰচলিত আছিল পুতলা নাট হিচাপে। পৰৱৰ্তী কালত গে'টে, মুলাৰ আৰু ক্লিংঝাৰ প্ৰভৃতিয়ে নিজ নিজ দৃষ্টিভংগীৰে ফাউষ্টৰ আখ্যানক কাব্যৰ ৰূপ প্ৰদান কৰে। গে'টেৰ ফাউষ্ট আছিল সত্য, জ্ঞান আৰু অভিজ্ঞতাৰ অপূৰ্ব নিদৰ্শন। কোনো কোনো সমালোচকে ফাউষ্ট আৰু ডন যোৱানক প্ৰেম অভিযানৰ প্ৰতিদ্বন্দ্বী ৰূপে ৰিজনি দি কৈছিল যে গে'টেৰ ফাউষ্ট অকল ৰোমান্টিক হিৰোৱেই নাছিল, তেওঁৰ ফাউষ্ট আছিল আত্ম-স্বাতন্ত্ৰ্যৰ উদাৰ আৰু উন্মুক্ত প্ৰতীক।

গে'টেৰ ফাউষ্ট অনুপম সাহিত্য সৃষ্টি। ইয়াৰ প্ৰথম খণ্ড লিখোতে পঁচিশ আৰু দ্বিতীয় খণ্ড লিখোতে পঁচিশ বছৰ লাগিছিল। মৃত্যুৰ তিনি মাহৰ আগতে তেওঁ দ্বিতীয়খণ্ড সম্পূৰ্ণ কৰে। ১৮০৮ চনত ওলোৱা প্ৰথম খণ্ড সহজলভ্য আৰু ফাউষ্ট আখ্যানৰ আৱেগ-অনুভূতিৰে ৰঞ্জিত। দ্বিতীয় খণ্ড জটিল, বৃহত্তৰ জীৱনবোধ ইয়াত প্ৰতিষ্ঠিত হৈছে। জীৱনৰ পৰম সত্য ইয়াত উপলব্ধি কৰা হৈছে।

কবি নৱকান্ত বৰুৱাই আমেৰিকাৰ কবি জেৰাৰ্ড জাৰেলৰ কাব্য অনুবাদ আৰু পিটাৰ চামৰ অনুবাদ সহায়ক পুথি হিচাপে ব্যৱহাৰ কৰিছে। তেওঁ কৈছে যে অনুবাদৰ ক্ষেত্ৰত তেওঁৰ লক্ষ্য পিটাৰ চামৰ লগতে মিল বেছি । অসমীয়া পাঠকৰ বাবে অসমীয়া ভাষাৰ বিভিন্ন ছন্দৰীতি ব্যৱহাৰত তেওঁ যত্নপৰ হৈছে। জাৰ্মান শব্দৰ লিপ্যন্তৰৰ ক্ষেত্ৰত মূলৰ

কাষ চাপিব পৰাকৈ আৰু কোনো ক্ষেত্ৰত ইংৰাজী ভাষাৰ যোগেদি পোৱা উচ্চাৰণৰ ওচৰ চপাকৈ ৰীতি প্ৰয়োগ কৰি ভাবাৰ্থ দাঙি ধৰা হৈছে। আলোচ্য অনুবাদখনত নাটখনৰ উছৰ্গা, মঞ্চত পূৰ্বৰংগ, স্বৰ্গত প্ৰস্তাৱনা সমন্বিতে ২৮ টা অধ্যায় আছে। পৰিশিষ্টত দিয়া হৈছে প্ৰাসংগিক টোকা আৰু অনুসৰণ কৰা ইংৰাজী অনুবাদসমূহ। কিতাপখনৰ ভূমিকা লিখিছে ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী ছাৰে। এই ভূমিকাখন পঢ়িলে গে'টেৰ বিষয়ে বহুতো তাৎপৰ্যপূৰ্ণ বতৰা জানিব পাৰি। নাটখনৰ পৰিচালক, নাট্যকাৰ আৰু ধেমেলীয়া চৰিত্ৰৰ পৰিচয় আৰু কথোপকথন মঞ্চত 'পূৰ্বৰংগৰ' শিতানত বৰ্ণিত হৈছে। নাট কেনে হ'ব লাগে, সেই বিষয়ে পৰিচালক আৰু কবি নাট্যকাৰৰ মাজত আমোদী ভাব বিনিময় হৈছে। দুয়োৰে দৃষ্টিভঙ্গী যে বেলেগ এই কথা ইয়াত ফুটি ওলাইছে। ধেমেলীয়া চৰিত্ৰটোৱে টিপ্পনী দিছে এই বুলি—

নাট হ'ব লাগে এখন জটিল ধোঁৱা কোঁৱা ছবি, বহুতো ভ্ৰান্তি আৰু অলপ সত্যৰ কুকুহা।

স্বৰ্গত প্ৰস্তাৱনা (The prologue in Heaven) যদিও, মূল ভাস্যৰ তুলনাত অপ্ৰয়োজনীয় যেন লাগে তথাপিও ইয়াৰ মাজতে নাটকৰ আদি, মধ্য আৰু পৰিণতিৰ ইংগিত সোমাই আছে। সুললিত গীতৰ মাজেদি ইয়াত সৃষ্টিকৰ্তাৰ গুণানুকীৰ্তন কৰা হৈছে। ঈশ্বৰৰ ঘাই দূতসকল আৰু মেফিষ্ট ফিলিছ হৈছে ইয়াত অংশ গ্ৰহণ কৰা চৰিত্ৰ। ঈশ্বৰৰো উপস্থিতি ঘটাই নাট্যকাৰে তেওঁৰ মুখেৰে ব্যক্ত কৰিছে মানৱ চৰিত্ৰৰ মূল আদৰ্শ কি? পৃথিৱীত এতিয়াও এনে ধৰ্মপৰায়ণ মানুহ আছে, যি ন্যায়-অন্যায়ৰ বিচাৰ কৰি শুদ্ধ পথ নিৰ্ণয় কৰিব পাৰে। তেনে এজন মৰ্ত্যবাসী হৈছে ফাউষ্ট।

ঈশ্বৰ - ফাউষ্ট নামেৰে এজনৰ কথা শুনিছানে?

মেফিষ্ট ফিলিছ — কোন? সেই পণ্ডিত প্ৰৱৰজন?

ঈশ্বৰ- ও , তেৱেঁই। মোৰ অনুগত অনুচৰ। কিন্তু মেফিষ্টোৱে কৈছিল যে মানুহজন 'ৰোমান্টিক হিৰো' বুলিহে তেওঁ গণ্য কৰে। মেফিষ্টোৱে ঈশ্বৰক কৈছিল এই বুলি—

ঠিকেই প্ৰভু , আশ্চৰ্য উন্মাদ অনুচৰ। পাৰ্থিৱ সুখ-সুৰাৰ পৰা তেওঁ আঁতৰি থাকে।

উন্মাদনাই তেওঁক তুলি লয় ওখ টিংখোপত। বলিয়াৰ দৰে তেওঁ ঢপলিয়াই ফুৰে সুন্দৰ স্বৰ্গলোকৰ সন্ধানত।

পৃথিৱীৰ পৰা বিচাৰে ভালৰো ভাল ৰং—ধেমালি।

আঁতৰত বা ওচৰত য'তেই যি পায় সকলোতে তেওঁ মগ্ন।

ইয়াৰ উত্তৰত ঈশ্বৰে কৈছিল যে যদিও ফাউষ্টৰ আন্তৰিকতাৰ ওপৰত সন্দেহ হৈছে, সেই সন্দেহ দূৰ কৰি তেওঁ নিৰ্মলতা প্ৰদান কৰি মহত্ত্ব দানেৰে উপকাৰ সাধিব। এজন মালীয়ে যেনেকৈ জানে লহপহকৈ বাঢ়ি অহা গছপুলিটোৱে কেতিয়া ফুল আৰু ফল দিব , তেৱোঁ তেনেকৈ ফাউষ্টৰ অন্তৰৰ কথা বুজি পায়। বাইবেলৰ কালসৰ্প (চয়তান)ৰ দৰে মেফিষ্টোৱে ভগৱানৰ কথাত বিশ্বাস নকৰিলে। কাৰণ, তাৰ স্বভাৱেই সৃষ্টিৰ বিপৰীত ফালটো দেখা (debitside of the creation)। মেফিষ্টোৱে ভাবিছিল যে পৃথিৱীৰ মানুহ বৰ্ণশংকৰ। অৰ্থাৎ , দেৱদূত আৰু নেজ নোহোৱা বান্দৰৰ মাজত ওপজা এবিধ প্ৰাণী। সেই বাবে স্বৰ্গৰ দৰে মানুহে পৱিত্ৰ জীৱন অতিবাহিত কৰিব নোৱাৰে। মানুহে পশু জীৱনৰ দৰে বিপথগামী

জীৱনো সহ্য কৰিব লাগে। মেফিষ্টোই পৰীক্ষা চাবৰ বাবে ঈশ্বৰৰ অনুমতি বিচাৰিছিল।

আপুনি কি বাজি মাৰে মাৰক প্ৰভু, তেওঁ আৰু আপোনাৰ হৈ নাথাকে। আপুনি যদি ওজৰ-আপত্তি নকৰে মই লৈ যাব পাৰো।

তেওঁক আলফুলকৈ মোৰ বাটেৰে নমাই নিব পাৰো।

মেফিষ্টোৰ এই আলফুল বাট সত্যৰ নিষিদ্ধ অসৎ পথ। ইয়াত মায়া, ভ্ৰম, ছলনা উভৈনদী। ঈশ্বৰে মেফিষ্টোৰ উদ্দেশ্য বুজি পাইছিল আৰু যত্ন কৰি চাবলৈ অনুমতি দিছিল। ঈশ্বৰে কৈছিল, মানুহে ভাল হ'বলৈ কঠোৰ চেষ্টা কৰিও কেতিয়াবা ভুল কৰি পেলায়। (as long as he strives, man must err.) নৱকান্তৰ ভাষান্তৰ—

কাৰণ, মানুহে কৰিব লাগে চেষ্টা অবিৰাম।
যদিও চেষ্টাত তাৰ হ'ব পাৰে ভুল।

ঈশ্বৰে বঢ়িয়াকৈ বুজিছিল, ফাউষ্ট স্বভাৱতে সৎ লোক। তেওঁ প্ৰকৃত পথ কি বুজি পায়। মেফিষ্টোৰ দুষ্ট বুদ্ধিত প্ৰতাৰিত হ'লেও তেওঁ পুনৰ সজ ভাৱনালৈ উভতি আহিব। মেফিষ্টোৱেই স্বীকাৰ কৰিবলৈ বাধ্য হ'ব যে ফাউষ্ট বাস্তৱিকতে শুদ্ধ চিত্তৰ মানুহ। ঈশ্বৰে মেফিষ্টোক অনুমতি দিয়া কাৰ্যত এক উদ্দেশ্যও সোমাই আছিল। সেয়া হৈছে, এটা প্ৰশ্নৰ সমাধান। ভগৱানৰ সৃষ্টি হিচাপে মানুহ আন প্ৰাণীতকৈ শ্ৰেষ্ঠ নে? মানুহ সৃষ্টি কৰি ভগৱানে সন্তুষ্টি লভিছেনে? মানুহৰ প্ৰতিনিধি ফাউষ্টৰ সততা কিমান? প্ৰলোভনৰ দ্বাৰা আক্ৰান্ত হৈয়ো তেওঁ শুদ্ধ পথ পৰিহাৰ কৰিছেনে? মানুহৰ লগত একেলগে বসবাস কৰিছে দেহৰ ক্ষুধা আৰু অন্তৰৰ অনুৰাগ, চয়তান আৰু দেৱদূত, স্বৰ্গ আৰু নৰক, পাপ আৰু পূণ্য। ফাউষ্টৰ চৰিত্ৰত কোনটো প্ৰবৃত্তি প্ৰবল? অপৰাধ বৃত্তি নে, সত্য, শিৱ, সুন্দৰ প্ৰবৃত্তি, এই প্ৰশ্নৰ সমাধানৰ বাবেই ভগৱানে মেফিষ্টোৰ অনুৰোধ ৰক্ষা কৰিলে। এয়া হৈছে অগ্নিপৰীক্ষা, শ্ৰেষ্ঠ জীৱ মানুহৰ প্ৰকৃত পৰিচয়ৰ সত্য উদ্‌ঘাটন! ক'বলৈ গ'লে, স্বৰ্গত প্ৰস্তাৱনাতে' এই কাব্য নাটখনৰ মূল বক্তব্য বিচাৰি পাব পাৰি। ফাউষ্ট ৰক্ত-মাংসৰ প্ৰাণী হৈয়ো বিচাৰ-বুদ্ধি আৰু কৰ্মপ্ৰেৰণাত কিমান শক্তিসম্পন্ন! এইখিনিতে উল্লেখ কৰা ভাল হ'ব যে মেফিষ্টো' ফিলিছ কোনো বেলেগ দানৱ নহয়, ই হৈছে মানুহৰ অন্তৰত বাস কৰা ৰিপু, ইন্দ্ৰিয় যন্ত্ৰৰ পৰিচালক।

ফাউষ্টৰ অধ্যয়ন কক্ষ (১) ত সোমাই আমি এই পণ্ডিতজনাৰ জ্ঞান-বিজ্ঞানৰ পৰিচয় পাওঁ। স্বগতঃ উক্তিৰে তেওঁ নিজৰ ট্ৰেজেডি দাঙি ধৰিছে। অসাধাৰণ পাণ্ডিত্যৰে চহকী হৈয়ো ফাউষ্টে শূন্যতা উপলব্ধি কৰিছিল। তেওঁ যেন জ্ঞান সাগৰত ডুব গৈ শোচনীয়ভাৱে পাৰ্থিৱ জগতখনৰ পৰা বিচ্ছিন্ন হৈ পৰিছে। সহকাৰী ওয়াগনাৰ যুক্তিত তেওঁ বুজি পাইছে, তেওঁ কিমান অসহায়, কিমান হতাশাগ্ৰস্ত।

কাৰণ মই জানো যে, বিদ্যাই কেৱল মাত্ৰ ছলনা কৰিব পাৰে, মানুহৰ 'শান্ত চিত্ত আয়ত্তৰ বাহিৰেও মোৰ।

মই জানো মই যি শিকাওঁ সেই সকলো শূন্যতা।

গে'টেৰ ফাউষ্ট বৰ্ষীয়ান কালৰ ৰচনা। এই ৰচনাৰ মাজেদি তেওঁৰ সমসাময়িক দিনৰ জ্ঞান- পিপাসা প্ৰকাশ পাইছে। দৰ্শন আৰু কবিতাৰ উজ্জ্বল ভাববস্তুৰ সেই জ্ঞান-পিপাসা আছিল কেন্দ্ৰ বিন্দু। ফাউষ্টৰ চৰম হতাশাৰ মুহূৰ্ততে আহি উপস্থিত হৈছিল মেফিষ্টো আৰু ছলনাৰ জাল মেলি ফাউষ্টৰ আত্মাক কলুষিত কৰাৰ চক্ৰান্ত কৰিছিল। মানুহৰ স্বভাৱগত দুৰ্বলতাৰ সুযোগ লৈছিল ছদ্মবেশী মেফিষ্টোৱে আৰু ফাউষ্টক পথভ্ৰষ্ট কৰাত সফল হৈছিল। আৰম্ভ হৈছিল পাপ- পুণ্যৰ সংঘাত। ফাউষ্টৰ অধ্যয়ন কক্ষৰ তৃতীয় স্বৰ্গত আমি ফাউষ্ট আৰু মেফিষ্টোৰ মাজত হোৱা কথোপকথনৰ আভাস পাওঁ। মেফিষ্টোই 'অলপ জুতি লগা ধেমালি শান্তিৰে উপভোগ কৰাৰ' প্ৰস্তাৱ দিওঁতে ফাউষ্টে সন্মতি জনাই কৈছিল –

যদি সুখৰ শয্যাত শুই কেতিয়াবা তৃপ্ত হওঁ,
তেন্তে সেই মুহূৰ্তই হ'ক মোৰ অন্তিম সময়।
যদি মই মগ্ন হওঁ, তুমি দিয়া সুখৰ মাজত তেনেহ'লে ,
লৈ যাবা মোৰ আত্মা, কাৰণ মৃত্যুৱেই কাম্য হ'ব মোৰ।

মেফিষ্টোই বিচাৰিছিল ফাউষ্টৰ দৰে পণ্ডিতজন সম্ভোগৰ প্ৰলোভনেৰে পথচ্যুত হওক। নাটখনত বিভিন্ন দৃশ্যৰ অৱতাৰণা কৰি এনে মায়াজাল সৃষ্টি কৰা হৈছে (যেনে আওৱাৰ বাসৰ পানশালা, ডাইনীৰ ৰান্ধনি শাল প্ৰভৃতি)। অনুবাদকে পাৰদৰ্শিতাৰে এনেবোৰ চিত্ৰ দাঙি ধৰিছে। ফাউষ্টৰ বিৰল ব্যক্তিত্বত এইবোৰ সাংসাৰিক প্ৰলোভনে দাগ পেলাব নোৱাৰিছিল। অৱশেষত মেফিষ্টোই ছলনাময়ী নাৰীক ফাউষ্টৰ আগত থিয় কৰাই বশ কৰাৰ চক্ৰান্ত কৰিছিল। গ্ৰেটচেন নামৰ মধ্যবিত্ত পৰিয়ালৰ এজনী গাভৰুৰ লগত ফাউষ্টৰ প্ৰেম আৰম্ভ হ'ল। এই অভিযান আছিল অবৈধ। গ্ৰেটচেন (মাৰ্গাৰেট) আছিল আজলী ছোৱালী। ফাউষ্টে তাইৰ ৰূপ-লাৱণ্যত মুগ্ধ হৈ কৈছিল ঃ

হে ঈশ্বৰ, কি অপৰূপ এই ছোৱালীটি!
কেতিয়াও ক'তো দেখা নাই মই
ইমান সুন্দৰী কোনো নাৰী,
অথচ ইমান পৱিত্ৰ আৰু সুমাৰ্জিত।
তাই যেন যৌৱনৰ মায়াময় মূৰ্তিমতী ৰূপ!

মেফিষ্টোৰ ছলনা পূৰণ নহ'ল। ফাউষ্টে মাৰ্গাৰেটৰ সৰল আৰু নিৰ্মল চৰিত্ৰ উলংঘা কৰিব নোৱাৰিলে। ফাউষ্টে মানৱীয় প্ৰেমত বিচাৰি পালে স্বৰ্গীয় আনন্দ। মাৰ্গাৰেটৰ জীৱনলৈ অহা বিপৰ্যয়ত তেওঁ মৰ্মাহত হ'ল। কিন্তু জীৱনৰ বৃহত্তম সত্য উদ্‌ঘাটনৰ তাড়নাত ফাউষ্টে মাৰ্গাৰেটৰ ওচৰত বন্দী হৈ নাথাকিল। নাটখনত ফাউষ্টে নাৰী সৌন্দৰ্যৰ অপৰূপ নিদৰ্শন হেলেনৰ প্ৰতিও আকৃষ্ট হোৱাৰ দৃশ্য উপস্থাপন হৈছে। কিন্তু এই আকৰ্ষণো আছিল সৌন্দৰ্যৰ পূজাৰী হিচাপেহে।

অনেক অভিজ্ঞতাৰে পূৰঠ হৈ ফাউষ্ট যেতিয়া নিজৰ দেশলৈ উভতি আহিল, তেতিয়া তেওঁ সম্পূৰ্ণ মায়ামোহৰপৰা মুক্ত। প্ৰকৃতিৰ সমুখত তেওঁ থিয় হ'ল এজন লোকহিতৈষী

ব্যক্তিস্বৰূপে। 'ফাউষ্ট এতিয়া আগৰ অহংকেন্দ্ৰী ফাউষ্ট নহয়, তেওঁ উমৈহতীয়া কৰ্মময় জীৱনৰ অংশীদাৰ।' জীৱনৰ প্ৰকৃত সাৰ্থকতা তেওঁ এতিয়া বুজি পালে। মেফিষ্টো বাজীত হাৰিল। এইখিনিতে উইলহেম মেইছটাৰে কোৱা কথা এষাৰ মনত পেলাব পাৰি, 'যি নিজৰ মূল্য কিমান বুজি পায়, তেওঁহে সন্মানৰ পাত্ৰ। নিজৰ আত্ম-কামনা দমন কৰিবলৈ তেনে লোকহে সক্ষম। প্ৰত্যেক মানুহৰ নিজৰ হাততে থাকে ভৱিষ্যৎ জীৱন গঢ় দিয়াৰ সুবিধা। জীৱন-ধাৰণ, সকলো মহৎ কলাৰ দৰে এটা কলা। এই কলাক ৰূপ দিবলৈ চিত্ৰকৰৰ দৰে মানুহৰ ক্ষমতা থাকিব লাগিব। এই ক্ষমতা আহৰণ কৰিবলৈ মানুহে কঠোৰ শ্ৰম আৰু অভ্যাস কৰিব লাগিব।' ফাউষ্টে জীৱনত ভুল কৰিছিল, কিন্তু শেষত তেওঁ আত্মশক্তি 'উত্তিষ্ঠত জাগ্ৰত' হে পৰম সত্য আৱিষ্কাৰ কৰাত সফল হ'ল।

গে'টৈৰ ফাউষ্ট (প্ৰথম খণ্ড) নাটক হিচাপে কিমান সফল, সেই বিষয়ে মতান্তৰ আছে। নাটকৰ ক্ষেত্ৰত তেওঁ সিমান কৃতিত্ব দেখুৱাৰ পৰা নাছিল বাবে শিলাৰে তেওঁক কাব্য ৰচনাত অধিক মনোনিবেশ কৰিবলৈ পৰামৰ্শ দিছিল। এই প্ৰথম খণ্ডৰ প্ৰতি দৃষ্টিপাত কৰিলে মন কৰিব পাৰি যে ঘটনাৱলীৰ মাজত নাটকীয় সংগতি বা ধাৰাবাহিকতা ৰক্ষা হোৱা নাই। দৃশ্যসমূহ নাটকীয় বিষয়বস্তুৰ অন্তৰ্গত হ'লেও, ইয়াত নাটকীয় সংঘাত কম। মাৰ্গাৰেট আৰু ফাউষ্টৰ মাজত সংঘটিত দৃশ্যকেইটাই অৱশ্যে আধুনিক পাঠকক কিছু সকাহ আৰু আমোদ দিয়ে। ডক্টৰ প্ৰফুল্ল দত্ত গোস্বামীৰ মূল্যবান ভূমিকাত গে'টৈৰ প্ৰেমৰ কবিতাৰ এটা আভাস দিয়া হৈছে। তেওঁ জাৰ্মান কবিতাত থকা চহা জনগীতৰ সুন্দৰ ভাঙনি আমাক শুনাইছে। নৱকান্ত বৰুৱায়ো তেওঁৰ কবিত্ব প্ৰতিভাৰে অনুবাদখনত গীত সংযোগ কৰিছে। এনে প্ৰচেষ্টা প্ৰশংসনীয়। অনুবাদখনত তেওঁ তিনিটা ঘাই দ্বন্দ্বৰীতি ব্যৱহাৰ কৰিছে বুলি উল্লেখ কৰিছে। ঈশ্বৰ, দেৱদূত আৰু ফাউষ্টৰ মুখত ঘাইকৈ অমিতাক্ষৰ আৰু মুক্তক (পয়াৰ জাতীয়) ছন্দ প্ৰয়োগ কৰিছে। মেফিষ্টোৰ মুখত স্পন্দিত গদ্য দিছে। গীতবোৰত লোকগীতৰ ঠাঁচ পৰিলক্ষিত হৈছে। পিটাৰ চামৰ অনুসৰণ হৈছে তেওঁৰ লক্ষণীয় ব্যৱহাৰ, অৰ্থাৎ বিশেষ ছান্দিক ঐক্যৰ বাধ্যবাধকতা পৰিহাৰ। অৰ্থটো যাতে অসমীয়া পাঠকে সহজে বুজিব পাৰে, তাৰ উপায় হিচাপেহে অনুবাদক বৰুৱাই শব্দ আৰু অৰ্থৰ গাঁথনি যুগুত কৰিছে। কোনো কোনো লঘু চৰিত্ৰত অনলংকৃত বা গ্ৰাম্য ভাষাও (rustic) শুনিবলৈ পোৱা গৈছে।

শেষত কওঁ যে কবি নৱকান্ত বৰুৱাই জাৰ্মান জ্ঞানানুৰাগী আৰু অনুসন্ধিৎসু পণ্ডিত গে'টৈৰ এই মহান বিশ্ববৰেণ্য কাব্য নাটখন অসমীয়া সাজত গঢ় দি নিঃসন্দেহে আমাৰ সমাদৰ লাভ কৰিছে। কোৱা বাহুল্য যে গে'টৈৰ চৰিত্ৰ চিত্ৰণত ৰোমান্টিক ফৰাচীশৈলী নাছিল। তেওঁ আছিল এক মাৰ্জিত আৰু কলাসন্মত ৰচনাশৈলীৰ প্ৰবক্তা। অনুভূতিৰ সৌন্দৰ্যৰূপক তেওঁ অলৌকিক আনন্দময় কৰি তুলিছিল, যাক কোৱা হয় 'Music for the eye'। নৱকান্ত বৰুৱাৰ অনুবাদত ফাউষ্টৰ যথাসম্ভৱ পদ ভাঙনি আমি মূল পাঠ নজনাকৈয়ে পঢ়িবলৈ পাইছো।

★ ★ ★

# মৃচ্ছকটিকম্

মহাকবি শূদ্ৰকৰ মৃচ্ছকটিকম্ নাটকৰ অসমীয়া অনুবাদ এটা সজ প্ৰচেষ্টা। ড° থানেশ্বৰ শৰ্মা এগৰাকী সংস্কৃত সাহিত্যৰ পণ্ডিত। তেওঁৰ এই গল্প সম্পাদনাত আন্তৰিক আগ্ৰহ চকুত পৰিছে। তথ্যাহৰণ আৰু বস্তু বিশ্লেষণে তেওঁৰ শ্ৰম আৰু নিষ্ঠা দাঙি ধৰিছে, প্ৰশংসা নকৰি নোৱাৰি।

কালিদাসৰ অভিজ্ঞান শকুন্তলাত আমি পাওঁ প্ৰেম জড়িত পাৰিবাৰিক সমস্যা। ভবভূতিৰ নাটকত বিবাহ-প্ৰথা সমালোচনা হৈছে আৰু শূদ্ৰকৰ মৃচ্ছকটিকত প্ৰতিফলিত হৈছে প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে বিদ্ৰোহ, প্ৰতিবাদ। ৰাজনৈতিক কু-শাসনৰ বিৰুদ্ধে ইয়াত প্ৰত্যক্ষ বিৰোধিতা কৰা হৈছে। কিছুমান অবাঞ্চিত লোকে ৰাজ-অনুগ্ৰহত কেনেকৈ অপকৰ্মত সোমাই সমাজৰ সাধাৰণ নিৰীহ প্ৰজাৰ ওপৰত উৎপীড়ন চলায়, চক্ৰান্ত কৰি নিজ ভোগ-বাসনা চৰিতাৰ্থ কৰিবলৈ কেনেকৈ সাহস গোটায়, তাক এই সংস্কৃত নাটখনে উপস্থাপন কৰিছে।

মৃচ্ছকটিক নাটখন শূদ্ৰকে ৰচনা কৰিছিল বুলি কোৱা হয় যদিও এই বিষয়ে মতান্তৰ আছে। শূদ্ৰক বোলে এগৰাকী নৃপতি আছিল। হয়তো তেওঁ কোনো অজ্ঞাত পণ্ডিতৰ ৰচিত মৃচ্ছকটিক নাটখন পঢ়ি পৰম উৎফুল্লিত হোৱাত সেইখন বদান্যতাৰ ফলস্বৰূপে ৰজাৰ নামতে জনাজাত হ'ল। শূদ্ৰক কোন সময়ৰ নৃপতি আছিল জনা নাযায়। অৱশ্যে উজ্জয়িনী নামৰ নগৰখন আছিল অনেক আখ্যান আৰু নাটকৰ পটভূমি। অনেক সংস্কৃতিসম্পন্ন ৰজা আছিল এই নগৰৰ অধিপতি। ড° থানেশ্বৰ শৰ্মাই নাটখনৰ গ্ৰন্থকাৰৰ পৰিচয়ৰ শিতানত আমাৰ সন্দেহৰ কথা বেকত কৰি কৈছে যে গ্ৰন্থকৰ্তাৰ বিষয়ে সন্দেহ ওপজাই স্বাভাৱিক। এই বিষয়ে ড° শৰ্মাই, ড° চেলভেইনলেভি, ড° কীথ, ড° কাৰ্ল ৰিকাৰ্ড পিশ্চেল, পণ্ডিত নেৰুৰকাৰ, ড° জি ভি দেৱস্থলি প্ৰভৃতিৰ মতসমূহ দাঙি ধৰিছে। পণ্ডিত নেৰুৰকাৰ প্ৰভৃতিয়ে মৃচ্ছকটিকম্ মহাকবি ভাসৰ অন্যতম ৰচনা বুলিছে। এই ক্ষেত্ৰত আমি ক'ব খোজো যে দক্ষিণ ভাৰতত পণ্ডিত গণপতি শাস্ত্ৰী মহাশয়ে ভাসৰ যি তেৰখন সংস্কৃত নাটক উদ্ধাৰ কৰিছিল, তাত মৃচ্ছকটিক নাটখনৰ পোনপটীয়া উল্লেখ নাথাকিলেও "দৰিদ্ৰ চাৰুদত্তম্" নামে নাট এখন আছে। ভাস হৈছে কালিদাসৰো আগৰ কবি। তেওঁ কিমান নাট ৰচনা কৰিছিল জনা নাযায়। 'দৰিদ্ৰ চাৰুদত্তম্'ৰ কাহিনী ভাগ মৃচ্ছকটিকম্ৰ দৰেই। অধিকাংশ সমালোচকৰ উদ্ধৃতি দি ড° শৰ্মাই কৈছে, এই কথা সহজেই প্ৰতীয়মান যে ভাসৰ চাৰুদত্ত নাটখন আছিল শূদ্ৰকৰ ৰচনা বুলি খ্যাত মৃচ্ছকটিকৰ আধাৰ ভূমি। চাৰুদত্তকে পৰিবৰ্তন আৰু পৰিবৰ্দ্ধন কৰি মৃচ্ছকটিকম্ ৰচনা কৰা হৈছে। ড° শৰ্মাই ইয়াৰ সমৰ্থনত দুয়োখন নাটকৰ সমীক্ষাত্মক উদাহৰণ দাঙি দেখুৱাইছে। তেওঁ কৈছে যে নাট্যকাৰ শূদ্ৰকে ভাস

ৰচিত চাৰুদত্তৰ কথাংশক ভেটিৰূপে লৈ মৃচ্ছকটিক প্ৰকৰণখন অপূৰ্ব মনোৰম আৰু সাৰ্থক ভাৱেই প্ৰস্তুত কৰিছে। মৃচ্ছকটিক ৰচনাৰ সময় খৃঃ পূঃ ৩০০ অব্দৰ পৰা খৃঃ ৭০০ অব্দৰ মাজত হ'ব লাগে বুলি ধাৰণা কৰিছে। অৱশ্যে ইয়াৰ কোনো সুনিৰ্দিষ্ট প্ৰমাণ নাই। ভাসৰ কালো আনুষঙ্গিক খৃঃ পূঃ ৪ৰ্থ শতিকাৰ পৰা খৃঃ ৭ম শতিকাৰ ভিতৰত। মৃচ্ছকটিক নাটখন যে প্ৰাচীন এই কথা বহুজনে স্বীকাৰ কৰিছে। নাটখনৰ ৰচনা কাল আৰু প্ৰকৃত নাট্যকাৰ বিষয়ক লৈ যি অনিশ্চয়তা, তাৰ্হে চাই ক'ব পাৰি যে ভাসৰ মৌলিকতাৰ ওপৰত সন্মান জনাই যিজনেই শূদ্ৰকৰ নামেৰে নামাংকিত হৈ এই মৃচ্ছকটিক নাটখন ৰচনা কৰিলে, তেওঁ যথাৰ্থতে এগৰাকী চতুৰ আৰু দক্ষ কবি-নাট্যকাৰ। কিয়নো এই সংস্কৃত নাটখন বিশ্ববিশ্ৰুত নাট্য ৰাজিৰ অন্যতম শ্ৰেষ্ঠ নাটক।

দৰিদ্ৰ আৰু সৎ-স্বভাৱৰ ব্ৰাহ্মণ চাৰুদত্ত আৰু ধনী, ৰূপৱতী, গুণৱতী বাৰংগনা বসন্তসেনাৰ মাজত ঘটা এক মধুৰ প্ৰেমৰ মনোৰম কাহিনীৰে ভৰপূৰ এই নাটক মৃচ্ছকটিক। চাৰুদত্ত এসময়ত ধনী সদাগৰ আছিল। কিন্তু উদাৰচেতা আৰু বন্ধু-বৎসল হৈ সকলো ধন-সম্পত্তি দান দি, আনক বিপদত সহায় কৰি সকলোবোৰ নিঃশেষ কৰিলে। এটা সামান্য ঘৰ আৰু ডোখৰ চেৰেক বাচন-বৰ্তনৰ বাদে তেওঁৰ একো নাথাকিল। ভাৰ্যা-ধুতাদেৱী আৰু পুত্ৰ ৰোহসেন। চাৰুদত্তৰ বন্ধু আছিল মৈত্ৰেয়। বসন্তসেনাৰ প্ৰেমে তেওঁক বিপদত পেলালে। কিয়নো, তেওঁৰ প্ৰতিদ্বন্দ্বীৰূপে উজ্জয়িনীৰ ৰজাৰ খুলশালিয়েক শকাৰে কু-চক্ৰান্ত কৰি এক হত্যা সংক্ৰান্ত ঘটনাৰ লগত তেওঁক অভিযুক্ত কৰিলে। বসন্তসেনা আছিল ৰূপে-গুণে অতুলনীয়। তেওঁ বিদ্বান ব্যক্তিক আদৰ কৰিছিল। শকাৰ আছিল চৰিত্ৰহীন, লম্পট। সি বসন্তসেনাক পাবলৈ অহোপুৰুষাৰ্থ কৰি বিফল হৈ এক নিৰ্জন ঠাইত বসন্তসেনাক দুৰ্বৃত্তৰ হতুৱাই এনেভাৱে প্ৰহাৰ কৰালে যে প্ৰহাৰৰ কোবত বসন্তসেনা অজ্ঞান হৈ পৰি গ'ল। তেওঁ মৰিল বুলি ভাবি শকাৰে আদালতত গৈ 'চাৰুদত্ত প্ৰকৃত হত্যাকাৰী, ধন সম্পত্তিৰ লোভত তেওঁ এনে হত্যাকাণ্ডত লিপ্ত হৈছে বুলি সাক্ষী-বাদী লৈ উপস্থিত হ'ল। বিচাৰত চাৰুদত্তৰ প্ৰাণদণ্ড হয়। কোৱা প্ৰাসংগিক হ'ব যে সোণালী গাড়ী (পুতলা) সাজিবলৈ বসন্তসেনাই চাৰুদত্তৰ ল'ৰা ৰোহসনক কিছুমান সোণৰ গহনা দিছিল। চাৰু- দত্তই এইবোৰ ওভোতাই দিবলৈ বন্ধুবৰ মৈত্ৰেয়ক বসন্তসেনৰ ঘৰলৈ পঠাইছিল। তেওঁ বহুত পলমকৈ যোৱাত ইতিমধ্যে বাটতে গম পালে যে চাৰুদত্তক বসন্তসেনাৰ হত্যা সংক্ৰান্তত বন্দী কৰা হৈছে আৰু ৰজাৰ আদালতত বিচাৰ কক্ষত হাজিৰ কৰা হৈছে। চাৰুদত্তৰ বিচাৰ চলি থাকোতেই শকাৰৰ লগত মৈত্ৰেয়ৰ বাক্‌বিতণ্ডা চলে আৰু শেষত হতাহতি আৰম্ভ হয়। চাৰুদত্তৰ দৰে সৎ স্বভাৱৰ লোক এজনক এনে চক্ৰান্তৰ জালত পেলোৱা বাবে মৈত্ৰেয় ক্ৰোধান্বিত হৈ শকাৰৰ লগত তৰ্ক কৰিছিল। এনে এটা উত্তপ্ত অৱস্থাত মৈত্ৰেয়ৰ কাপোৰৰ তলৰ পৰা গহণাবোৰ পৰি গ'ল। শকাৰে সেইবোৰ বিচাৰকৰ আগত দেখুৱাই চাৰুদত্তৰ অপৰাধ প্ৰতিপন্ন কৰে। চাৰুদত্তৰ যুক্তি কোনেও কৰ্ণপাত নকৰিলে। চাৰুদত্তই বসন্তসেনাক অলংকাৰৰ লোভত বধ কৰাটো প্ৰমাণ হ'ল। একেবাৰে শেষ মুহূৰ্তত বৌদ্ধ ভিক্ষুকৰ

লগত ক্ষত-বিক্ষত অৱস্থাত বসন্তসেনা আহি আদালতত উপস্থিত হয় আৰু নিজকে বসন্তসেনা বুলি পৰিচয় দিয়ে। শকাৰৰ চক্ৰান্ত ধৰা পৰিল। কাৰো বুজিবলৈ বাকী নাথাকিল যে এনে অপকৰ্ম কাৰ পৰিকল্পনা। চাৰুদত্তই শকাৰক ক্ষমা কৰিলে আৰু আনৰ গোৰ, চৰ, ভুকুৰ পৰা ৰক্ষা কৰিলে। এটা আনন্দমুখৰ পৰিণতিত নাটখনৰ যৱনিকা পৰিল।

মৃচ্ছকটিক যিয়েই নিলিখক, এইখন যে এক অমৰ সৃষ্টি সেই কথা প্ৰণিধানযোগ্য। চাৰুদত্তৰ আখ্যান কিমান জনপ্ৰিয় আছিল তাক এইখনে প্ৰমাণ কৰে। নাটখন সামাজিক চৰিত্ৰ চিত্ৰণ আৰু কাহিনীৰে আকৰ্ষণীয়। অসমীয়া ভাষাত এই কাহিনী ইতিমধ্যে প্ৰকাশ পাইছে। নাটকো অভিনীত হৈছে। অৱশ্যে ড° থানেশ্বৰ শৰ্মাৰ বিদ্যায়তনিক আলোচনাৰে সমৃদ্ধ মৃচ্ছকটিকৰ এনে সংস্কৰণ ওলোৱা চকুত পৰা নাই।

গ্ৰন্থখনৰ "ভূমিকা" শীৰ্ষক অধ্যায়টো নাটখনৰ উল্লেখযোগ্য সংযোজন। ড° শৰ্মাৰ গুৰুত্বপূৰ্ণ অধ্যয়ন ইয়াত সন্নিবিষ্ট হৈছে। তেওঁৰ বিচাৰ-বুদ্ধি আৰু বিশ্লেষণে আমাক এই কালজয়ী নাটখন উপভোগ কৰাত নিৰ্দেশিত কৰিব। আজি আমি যি সংকীৰ্ণ জগতত বাস কৰিছো, মৃচ্ছকটিকৰ দৰে নাটকে সমাজৰ অন্ধকাৰ দিক আমাৰ চকুৰ আগত উন্মোচিত কৰি ইয়াৰ প্ৰাসংগিকতা সাব্যস্ত কৰিব।

***

## জ্যোতিপ্ৰসাদৰ দুখন নাটকঃ

# শোণিত কুঁৱৰী আৰু কপালীম

জ্যোতিপ্ৰসাদ আগৰৱালা (১৯০৫-১৯৫১) আছিল অসাধাৰণ শিল্পী, সাহিত্যিক, নাট্যকাৰ। অসমৰ কলা-সংস্কৃতিক গভীৰ আস্থাৰে সেৱা কৰি তেওঁ অসামান্য দক্ষতা দেখুৱাইছিল। নাটকৰ ক্ষেত্ৰত তেওঁ অসমীয়া সাহিত্যত বিশেষ স্থান লাভ কৰিবলৈ সমৰ্থ হৈছিল। সৰুৰে পৰা ৰঙ্গমঞ্চৰ লগত তেওঁ জড়িত আছিল আৰু নাটক ৰচনা কৰি মঞ্চস্থ কৰিবলৈ প্ৰেৰণা পাইছিল।

শোণিত কুঁৱৰী নাটকখন জ্যোতিপ্ৰসাদে ছাত্ৰাৱস্থাত লিখিছিল, তেতিয়া তেওঁৰ বয়স আছিল মুঠেই ১৪ বছৰ। জ্যোতিপ্ৰসাদৰ এটা স্বকীয় বৈশিষ্ট্য এই নাটকখনত ফুটি ওলাইছে। সেইটো হৈছে কাব্যগুণ। নাটকৰ ভাববস্তু, বিষয়বস্তু আৰু ৰূপবস্তুত কাব্যিক প্ৰতিভাই প্ৰাধান্য লাভ কৰিছে বাবে এই নাটকখন হৈ পৰিছে এখন সপোন নাটক। নৃত্য-গীতেৰে নাটকখন ক্ৰিয়াশীল কৰি জ্যোতিপ্ৰসাদে এটা নতুন অভিলেখ ৰচনা কৰিলে।

জ্যোতিপ্ৰসাদৰ অগ্ৰজ প্ৰতীম প্ৰফুল্ল চন্দ্ৰ বৰুৱাই লিখিছিল — "শোণিত কুঁৱৰী" নাটখনৰ নাম তেতিয়া আছিল "দানৱ নন্দিনী', অৰ্থাৎ বাণাসুৰৰ জীয়ৰী। কেইবছৰ মানৰ পিছতে "মিছৰ কুমাৰী" নামৰ বঙলা নাট এখনে কলিকতাত বৰ জনপ্ৰিয়তা লাভ কৰিছিল। সেইখনৰ অসমীয়া ভাঙনিও বৰ জনপ্ৰিয় হৈছিল। এই নাটকখনৰ কৃতকাৰ্যতাই জ্যোতিপ্ৰসাদৰ ওপৰত কিছু প্ৰভাৱ পেলাইছিল আৰু তাৰ ফলত তেওঁ স্বৰচিত নাটখনৰ নাম "দানৱ নন্দিনী" ৰ পৰা "শোণিত কুমাৰী" লৈ সলনি কৰে। অৱশ্যে পিছত নাটখনৰ নাম পুনৰ সলনি কৰি "শোণিত কুঁৱৰী" নাম ৰখা হ'ল।" এই নাটকখন হাতে লিখা অৱস্থাতে বহুতো সাল সলনি হৈছিল আৰু ৰঙ্গমঞ্চৰ উপযোগী কৰি তোলোতে বহুতো সংলাপৰ যোগ বিয়োগ ঘটিছিল। নাটকখন আছিল সেই সময়ৰ এটা প্ৰত্যাহ্বান। কুৰি শতিকাৰ আগভাগত অসমৰ থিয়েটাৰপ্ৰেমী শিল্পীসকলে এটা দৃঢ় সঙ্কল্প গ্ৰহণ কৰি অসমৰ ৰঙ্গমঞ্চত কোনো অনুবাদ নাটকৰ মঞ্চস্থ নকৰিবলৈ ঠিৰাং কৰিছিল। অসমৰ নাট্য আন্দোলনৰ এইটো এটা বলিষ্ঠ পদক্ষেপ বুলি নাট্য সমালোচকসকলে একমুখে স্বীকাৰ কৰিছে। এই ভাৱধাৰাৰে আপ্লুত হৈ অসমীয়া নাট্যকাৰৰ দল এটাই অসমীয়া ভাষাত নাটক লিখাত ব্ৰতী হৈছিল। জ্যোতিপ্ৰসাদৰ তৰুণ মনোভাৱত এই জাতীয় চেতনাই প্ৰভূত্ব বিস্তাৰ কৰিছিল। শোণিত কুঁৱৰী নাটকখনক তেওঁ এই অসমীয়া ভাৱাপন্ন ভাৱধাৰাৰে সজাই-মেলি নতুন ৰূপত দাঙি ধৰিছিল। অৱশ্যে নাটকখন আছিল এটা পৌৰাণিক আখ্যানৰ ওপৰত ভিত্তি কৰি লিখা মঞ্চ উপযোগী এক নতুন প্ৰচেষ্টা। নাটকীয় কৌশল, লগতে বিষয়- বস্তুৰ- হেৰ ফেৰ যে নাটকখনত নাছিল, এনে নহয়। ড° বাণীকান্ত কাকতিদেৱে নাটকখনৰ এটা নিৰপেক্ষ মতামত দাঙি ধৰি কৈছিল,

"নাট্যকাৰে ঘটনাৱলীৰ মূলভাব ধৰিব পাৰিছে যদিও সমান ভাবে সেইটো নাটত চিত্ৰিত কৰি তুলিব পৰা নাই।" (বাঁহী, ১৩শ বছৰ, ৮ম সংখ্যা, আঘোণ ১৮৪৭ শক)। ড° কাকতিয়ে তেখেতৰ সমালোচনাত একাদিক্ৰমে বহুতো দোষ-ক্ৰুটি আঙুলিয়াই দি জ্যোতিপ্ৰসাদক উৎসাহিত কৰি কৈছিল, তেখেতৰ বৰ্তমান নাটখনিৰ যিয়েই নহওক, আগলৈ "তেখেতৰ পৰা আমাৰ সাহিত্য সম্পদ মূল্য বঢ়োৱা বস্তু পাম। কিয়নো স্বাৰ্থৰ শিকলি নিপিন্ধা মনেৰে সত্য বস্তুৰ আগত মুখ্যমুখিকৈ থিয় হ'ব পৰা ভাবৰ ভাষাত অভিব্যক্তিয়েই সাহিত্য। তাৰ বাজে আন সকলোবোৰ আত্ম-প্ৰৱঞ্চনা আৰু লোক প্ৰতাৰণা।" জ্যোতিপ্ৰসাদে ড°কাকতিৰ বিজ্ঞ সমালোচনাত বহুত লাভৱান হৈছিল আৰু তেওঁৰ অনলস নাট্য সাধনাত ড° কাকতিৰ অভিমত গভীৰ অনুশীলনেৰে আৰু সতৰ্কতাৰে পালন কৰিছিল। তেওঁৰ পৰৱৰ্তী নাটক, 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম', 'লভিতা', 'নিমাতী কন্যা'ত নাট্যকৃতি অতি সুস্পষ্ট ভাৱে আৰু সাহসেৰে প্ৰকাশ পাইছে।

শোণিত কুঁৱৰীৰ বিশেষত্ব হ'ল, ইয়াৰ কাব্যকল্প অভিযোজনা। এটা পৌৰাণিক আখ্যানক অসমীয়া ঠাঁচেৰে গঢ় দি জ্যোতিপ্ৰসাদে প্ৰমাণ কৰিলে, আমাৰ লোক-সংস্কৃতিৰ উপাদানসমূহ যথাৰ্থতে নাটকীয় বিষয়-বস্তুৰে ভৰপূৰ। সেইবোৰ গোটাই-মেলি নতুনৰ লগতে ৰহন সানি সংযোগ কৰিব পাৰিলে, অসমীয়া মানুহে নিজৰ নাটক চাবলৈ বেছি হাবিয়াস কৰিব। জ্যোতিপ্ৰসাদে সেই উদ্দেশ্যেৰে অসমীয়া পুৰণি গীত-মাতবোৰ বুটলি তেওঁৰ নাটকত সংযোগ কৰিলে, অৰ্গেনৰ ৰীডত ৰজনজনাই গ'ল, বিয়া নামৰ সুৰ (কোনে) "গছে গছে পাতি দিলে ফুলৰে শৰাই (ৰাম ৰাম) বলিয়া ভোমোৰা গুঞ্জৰি আহে গোন্ধকে ধিয়াই (ৰাম ৰাম) কোনে গোলাপী সখীক এনে হাঁহি দিলে ৰূপতে ৰঙে চৰাই-ওৰণি তলতে পৰিমল ৰেণু উৰুৱাই পৱনে দিলে বিলাই।" আৰু, তেনেকৈ অৱতাৰণা কৰিলে প্ৰথম দৃশ্যত চিত্ৰলেখাৰ 'পদুম কলি' নাচ যিটো নাচত সোমাই আছে অসমীয়া কবিৰ ভাব আৰু ভাষাৰ মৌলিক সমাবেশ। "শোণিত কুঁৱৰী" ১৯২৪ চনত তেজপুৰৰ বাণ ৰঙ্গমঞ্চত নতুন ৰূপেৰে মঞ্চস্থ হৈ অসমীয়া নাট্যজগতত এটা আলোড়নৰ সূচনা কৰিছিল।

শোণিত কুঁৱৰীৰ মূল বিষয়-বস্তু দশম ভাগৱত আৰু হৰি বংশ। ইয়াৰ পৰাই কবিসকলে উপাদান লৈ ঊষা পৰিণয়, কুমৰ হৰণ আদি কাব্য লিখিছে। বৈষ্ণৱ কবিসকলৰ জনপ্ৰিয় কাহিনীটো লৈ জ্যোতিপ্ৰসাদ আগৰৱালাই শোণিত কুঁৱৰী নাটকখন ৰচনা কৰিছে। সেয়েহে এই নাটকত নাট্যকাৰৰ মৌলিকতা বৰ বেছি দেখা নাযায়। বৈষ্ণৱ কবিসকলৰ কাব্যৰ প্ৰধান লক্ষ্য হ'ল হৰি-হৰৰ যুদ্ধ। ঊষা অনিৰুদ্ধৰ প্ৰণয় কাহিনী তেওঁলোকৰ কাব্যৰ প্ৰধান বিষয় নহয়। হৰি--হৰৰ যুদ্ধৰ মাজেৰে কৃষ্ণৰ মাহাত্ম্য দেখুৱাটোৱে তেওঁলোকৰ প্ৰধান উদ্দেশ্য। পৌৰাণিক কাব্যৰ গুৰু গম্ভীৰ বিষয়বস্তুটোক কিশোৰ জ্যোতিপ্ৰসাদে কবিসুলভ কল্পনাৰে ৰসাল কৰি তুলিছে। যদিও নাটকখনৰ মূল বিষয়-বস্তু Ready made, তাৰ মাজতেই নাট্যকাৰে নতুনত্ব দেখুৱাবলৈ চেষ্টা কৰিছে। আখ্যানটোক মনোৰম কৰিবলৈ নাট্যকাৰে বহুত ঠাইত মূলৰ পৰা আঁতৰি আহিছে। অস্বাভাৱিক দৃশ্যৰ বৰ্ণনা সন্নিবিষ্ট

কৰিছে। পুৰাণত তামসী বিদ্যাৰ দ্বাৰা চিত্ৰলেখাই অনিৰুদ্ধক হৰণ কৰি অনাৰ বৰ্ণনা আছে। জ্যোতিপ্ৰসাদ আগৰৱালাই সেই অলৌকিক ঘটনা পৰিহাৰ কৰি চিত্ৰলেখাই ছবি বিক্ৰেতাৰ ৰূপত দ্বাৰকাত প্ৰবেশ কৰি ঊষাৰ ছবি দেখুৱাই নৃত্য গীতেৰে মোহিত কৰি অনিৰুদ্ধক শোণিতপুৰলৈ আনিছে। নাটকৰ তৃতীয় অঙ্কটো তৰুণ নাট্যকাৰৰ কল্পনা প্ৰৱণতাৰ পৰিচায়ক। এই অঙ্কটোত আদি ৰসাত্মক মধুৰ পৰিৱেশ এটা সৃষ্টি কৰিবলৈ নাট্যকাৰ সক্ষম হৈছে যদিও ভাৱ প্ৰৱণতাই গোটেই অঙ্কটো অবাস্তৱ কৰি তুলিছে। নাট্যকাৰৰ কম বয়সৰ ৰচনা কাৰণেই নাটকখনত কল্পনাৰ চঞ্চল বিলাস আবেগ-অনুভূতিৰ প্ৰাচুৰ্য দেখা যায়।

"শোণিত কুঁৱৰী" নাট্যকাৰৰ স্বল্প বয়সৰ বৰ্ণনা হলেও কেবাটাও কাৰণত এই নাটখন অসমীয়া নাট্য সাহিত্যৰ বুৰঞ্জীত এক যুগমীয়া কীৰ্তি। প্ৰয়োজনীয় বাতাৱৰণ সৃষ্টি কৰিবৰ বাবে নাট্যকাৰে প্ৰত্যেক দৃশ্যত উপযুক্ত পটভূমি ৰচনা কৰিছে। ইয়াৰ আগতে কোনো নাট্যকাৰে মঞ্চ-সজ্জাৰ ওপৰত গুৰুত্ব দিয়া নাছিল। মঞ্চসজ্জাৰ বহল নিৰ্দেশ আমি পোন প্ৰথমবাৰৰ বাবে পাওঁ জ্যোতিপ্ৰসাদ আগৰৱালাৰ নাটকত। দ্বিতীয়তে, নাটকত কাহিনীৰ উপৰিও সঙ্গীতেও যে নাট্যৰস আস্বাদন যোগ্য কৰি তুলিব পাৰে, সেয়া শোণিত কুঁৱৰীয়ে পোন প্ৰথমবাৰৰ বাবে বাট নিৰ্দেশ কৰে। শোণিত কুঁৱৰী নাটকখন অসমীয়া সঙ্গীত বুৰঞ্জীৰ এটা আটাইতকৈ লাগতিয়াল পাত" বুলি নাট্যকাৰে নিজেই পাতনিত উল্লেখ কৰিছে।

নাটকখনৰ বৈশিষ্ট্য হৈছে গীত আৰু নাচ। দুয়োটা বিষয়তে জ্যোতিপ্ৰসাদৰ বিস্ময় আমাৰ আগত জ্বল জ্বল পট পটকৈ ওলাই পৰিছে। গীতবোৰৰ ৰচনা আৰু সুৰ নিতান্তই ঘৰুৱা, মাটিৰ গোন্ধেৰে মলমলীয়া। কোনো কৃত্ৰিমতা নকৰাকৈ গীতবোৰ তেওঁ ৰচনা কৰিছে, ভাষা, শব্দ আৰু সুৰৰ সমন্বয়ে এই গীতসমূহক মনোগ্ৰাহী কৰি তুলিছে। হিন্দুস্থানী আৰু বঙলা সঙ্গীতৰ ৰাজত্বৰ পৰা অসমৰ থলুৱা গীত-মাতক ৰক্ষা কৰি স্বকীয় আসনত বহুৱাওঁতে জ্যোতিপ্ৰসাদে কিমান পৰিশ্ৰম কৰিব লগা হৈছিল, শোণিত কুঁৱৰীৰ গীতসমূহলৈ চালেই বুজিব পাৰি। অসমীয়া পদ অৰ্গেনত বজাই তেওঁ এটা সুন্দৰ পৰিৱেশ সৃষ্টি কৰিছিল।, দেখুৱাইছিল সমন্বয় ঘটাব পাৰিলে বা ভালকৈ সুৰ-সংযোজনা কৰিব পাৰিলে আমদানি কৰা চহৰীয়া গীত— মাতত কৈ আমাৰ বহুতৰে পেলনীয়া থলুৱা গীত—মাতে দৰ্শক ৰাইজক মুহিব পাৰিব। জ্যোতিপ্ৰসাদে অনুপ্ৰেৰণা পাইছিল গীতি কবি পদ্মধৰ চলিহাৰ পৰা। অসমীয়া গীতৰ ক্ষেত্ৰত প্ৰসন্নলাল চৌধুৰী, কমলানন্দ ভট্টচাৰ্য্য, পাৰ্বতি প্ৰসাদ বৰুৱা, কমলানন্দ আগৰৱালা, মোহন লাল চৌধুৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, প্ৰফুল্ল চন্দ্ৰ বৰুৱা প্ৰভৃতিৰ পৰা তেওঁৰ বিস্তৰ উৎসাহ পাইছিল। শোণিত কুঁৱৰীত থকা বহুত গীতৰ স্বৰলিপি তৈয়াৰ কৰি দিছিল প্ৰফুল্ল চন্দ্ৰ বৰুৱাই। নাটকখনৰ "কোন সুন্দৰ তুমি কল্পনা পাৰত মোৰ" আৰু "সপোন পাৰৰ মই সপোন কুঁৱৰী" দুটা অন্যতম অনুপম গীত। এই দুটাত বৰুৱা দেৱেই সুৰ দিছিল বুলি জ্যোতিপ্ৰসাদে উল্লেখ কৰিছে। মুঠতে, শোণিত কুঁৱৰীৰ গীতবোৰ জ্যোতিপ্ৰসাদৰ বলিষ্ঠ সৃষ্টি, আধুনিক অসমীয়া গীতৰ প্ৰথম খোজ।

'শোণিত কুঁৱৰী নাটখনত নাট্যকাৰৰ নতুনত্বৰ পৰিচয় পোৱা যায়— সাংগীতিক পৰিৱেশ সৃষ্টি আৰু চৰিত্ৰ অঙ্কনত। বৈষ্ণৱ কবিসকলৰ উদ্দেশ্যৰ পৰা সম্পূৰ্ণ ফালৰি কাটি অহাৰ

বাবে জ্যোতিপ্ৰসাদ আগৰৱালাই বিশেষ গুৰুত্ব আৰোপ কৰিছে উষা, অনিৰুদ্ধ আৰু চিত্ৰলেখাৰ ওপৰত। নাট্যকাৰে বাকীবোৰ চৰিত্ৰ যেনে, বাণ, শ্ৰীকৃষ্ণ, আদিৰ ওপৰত বৰ বেছি দৃষ্টি নিক্ষেপ কৰা নাই। উষা আৰু অনিৰুদ্ধ যেন সাধাৰণ মানবীয় চৰিত্ৰ। প্ৰেমিক-প্ৰেমিকাৰ বিৰহ- মিলনৰ ৰোমান্টিক ঘটনা। ৰোমিঅ' জুলিয়েট, ছিৰি, ফৰহাডৰ দৰে অনিৰুদ্ধ আৰু উষাই প্ৰেমত হাবুডুবু খাইছে, হায়ৰাণ হৈছে। দুয়োকে লৈ পৰিয়ালৰ মাজত তিক্ততা বাঢ়িছে। পুৰাণৰ আখ্যানৰ দৰে বাণৰ চৰিত্ৰ ইয়াত মুখ্য নহয়, গৌণহে। নাটকখনৰ প্ৰধান আকৰ্ষণ কেন্দ্ৰ যদিও উষা, তথাপি নাট্যকাৰে চিত্ৰলেখাৰ চৰিত্ৰটোৰ প্ৰাধান্য কোনো গুণে হ্ৰাস কৰা নাই। চিত্ৰলেখাৰ প্ৰাণতে জ্যোতিপ্ৰসাদে বিচাৰি পাইছে শিল্পীৰ সৌন্দৰ্য, সঙ্গীতৰ মধুৰ স্পন্দন, কল্পনাৰ জীৱন তৃষ্ণা। অধ্যাপক অতুল চন্দ্ৰ হাজৰিকাই চিত্ৰলেখা চৰিত্ৰটো সম্বন্ধে এইদৰে কৈছে - "চিত্ৰলেখা চৰিত্ৰটো হৈছে— শোণিতকুঁৱৰীৰ সফলতাৰ চাবি-কাঠী।" চিত্ৰলেখাৰ প্ৰাণতে জ্যোতিপ্ৰসাদে বিচাৰি পাইছে শিল্পীৰ সৌন্দৰ্য, সঙ্গীতৰ মধুৰ স্পন্দন, কল্পনাৰ জীৱন তৃষ্ণা।

নাটকখনত থকা সমাজ চিত্ৰই পৌৰাণিক চিত্ৰক মূৰ তুলিবলৈ দিয়া নাই। তেওঁৰ একমাত্ৰ পৌৰাণিক নাট শোণিত কুঁৱৰীও সামাজিক বোলেৰেহে ৰঙচঙীয়া।(ডঃ হৰিশচন্দ্ৰ ভট্টাচাৰ্য্য, অসমীয়া সাহিত্যৰ জিলিঙনি) (পৃঃ ৩৩০) জ্যোতিপ্ৰসাদৰ ভাষা, শব্দাৰ্থ, আৰু ধ্বনিৰ ওপৰত যথেষ্ট দখল আছিল বাবেই 'শোণিত কুঁৱৰী'ত আমি এটা মনোগ্ৰাহী গতিবেগ দেখিবলৈ পাওঁ। "শোণিত কুঁৱৰী"ত অসমীয়া সংস্কৃতিৰ আপুৰুগীয়া সম্পদ সংযোজন হৈছে, যিবোৰে জ্যোতিপ্ৰসাদৰ শিল্পী সত্তাক স্মৰণীয় বৰণীয় কৰি তুলিছে। "মুঠতে মাধবী জোনালী নিশাৰ স্বপ্নমধুৰ পৰিৱেশ এটা সৃষ্টি কৰিবলৈ নবীন নাট্যকাৰে সক্ষম হৈছে."

(ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা, অসমীয়া নাট্য সাহিত্য )

জ্যোতিপ্ৰসাদ আগৰৱালাৰ ৰূপালীম তেওঁৰ শিল্পী মনৰ অভিনৱ সৃষ্টি। তেওঁৰ প্ৰথম নাটক শোণিত কুঁৱৰী আছিল কবিসুলভ আবেগময়তাৰ মধুৰ প্ৰতিবেদন। কুমলীয়া বয়সত অসমৰ আপুৰুগীয়া সাংস্কৃতিক সম্পদে তেওঁক বৰকৈ আকৃষ্ট কৰিছিল। তেওঁৰ কোমল মনত প্ৰতিভাত হোৱা অসমৰ কলা-সংস্কৃতিৰ বাৰে-বৰণীয়া ৰূপটোৱে এটা পৌৰাণিক আখ্যানৰ আলমত জিলিকি উঠিছে। ৰূপালীম নাটক লিখোতে তেওঁৰ বয়স তেত্ৰিছৰ পৰা পয়ত্ৰিছৰ ভিতৰত। এই পূৰঠ বয়সত তেওঁৰ অভিজ্ঞতা সঞ্চয় হৈছিল অপৰ্যাপ্ত। নাট্যকলা যে সংস্কৃতিৰ এটা বলিষ্ঠ ধাৰক আৰু বাহক সেই বিষয়ে তেওঁৰ বিশ্বাস গভীৰ হৈ পৰিছিল। এই গভীৰ বিশ্বাসৰ ভিত্তিতে তেওঁ কাৰেঙৰ লিগিৰী, ৰূপালীম, নিমাতী কইনা, প্ৰভৃতি নাটক ৰচনা কৰিবলৈ অনুপ্ৰেৰণা পাইছিল। কাৰেঙৰ লিগিৰী যদিও জ্যোতিপ্ৰসাদৰ নিঃসন্দেহে শ্ৰেষ্ঠ নাটক, ৰূপালীমো বোধকৰো অনুপম সৃষ্টি বুলি সমানে বিচাৰ্যৰ বিষয়। কোৱা বাহুল্য যে ৰূপালীম নাটকত জ্যোতিপ্ৰসাদৰ সামগ্ৰিক জীৱন দৰ্শন নাটকীয় ব্যাখ্যাৰে সমুজ্বল হৈ উঠিছে। নাটতত্ত্বৰ গুণগত বিচাৰত এই নাটকৰ চিত্ৰকল্প ৰচনা যথেষ্ট তাৎপৰ্যপূৰ্ণ। এই নাটকত জ্যোতিপ্ৰসাদে ৰমন্যাসিক দৃষ্টিভঙ্গীৰে ঘটনাৰ প্ৰবাহ সুন্দৰ ভাৱে গতিশীল কৰি

ৰাখিছে। প্ৰথম অঙ্কৰ পৰা সপ্তম অঙ্কৰ যৱনিকালৈকে এই নাটকত প্ৰবাহিত হৈছে সুন্দৰ আৰু অসুন্দৰৰ মাজত সংগ্ৰাম। জ্যোতিপ্ৰসাদৰ নিজ তত্ত্ব সংস্কৃতি আৰু দুষ্কৃতিৰ মাজত সংঘটিত হোৱা এটা অন্তৰ্দ্বন্দ্ব। ফলত বিভিন্ন পাত্ৰ--পাত্ৰীৰ দ্বাৰা ৰূপায়িত হৈছে চৰিত্ৰৰ বিচিত্ৰতা। জ্যোতিপ্ৰসাদে চৰিত্ৰৰ বিচিত্ৰতাৰ সম্পৰ্কে বিশেষভাৱে গুৰুত্ব দিছিল। কোনো কোনো চৰিত্ৰক তেওঁ সৌন্দৰ্য পিয়াসী, কলাপ্ৰিয়, কল্পনাপ্ৰিয় কৰি তুলিছে, কোনো কোনো চৰিত্ৰক আকৌ বিপৰীত চাৰিত্ৰিক বৈশিষ্ট্যৰে আমাৰ চকুত দাঙি ধৰিছে। এনে কৰোতে জ্যোতিপ্ৰসাদে নাটকৰ ক্ৰিয়াশীলতা অটুট ৰাখিছে। চৰিত্ৰৰ কথোপকথনৰ মাজেদি দৰ্শকে নাট্যকাৰৰ মূল বক্তব্য যাতে অনুধাৱন কৰিব পাৰে, তাৰ প্ৰতি জ্যোতিপ্ৰসাদ আছিল সৰ্বদা সজাগ। অভিনয়ৰ লগত প্ৰত্যক্ষ যোগাযোগ ৰক্ষা কৰি তেওঁ নাটকীয় কাহিনীৰ দৃশ্য সংযোজনা, সঙ্গীত পৰিকল্পনা আৰু অভিনয়ৰ ৰীতি-নীতিৰ এটা অৰ্থপূৰ্ণ সমন্বয় ঘটাইছিল। এই কম্পোজিচ্ছন আছিল জ্যোতিপ্ৰসাদৰ নিজস্ব প্ৰতিভাৰ বলিষ্ঠ পৰিচয়। ৰূপালীমৰো দৃশ্য পৰিকল্পনা, সংলাপ, ঘটনাৰ ক্লাইমেক্স ইত্যাদিৰ যথাৰ্থ সমন্বয় আমি দেখিবলৈ পাওঁ। দৃশ্য পৰিকল্পনাত পৰিস্ফুট হোৱা নাটকীয় মুহূৰ্তত আমাৰ মন-প্ৰাণ ৰহস্যময় উত্তেজনাৰে আলোকিত হয়। ৰূপালীমত জ্যোতিপ্ৰসাদৰ নিপুণ তুলিকাত ফুটি উঠিছে প্ৰেমৰ তৃষ্ণা আৰু সেই প্ৰেমৰ অনিৰ্বচনীয় বৈশিষ্ট্য।

ৰূপালীমৰ ঘটনা থূলমূলকৈ এনে ধৰণৰ ঃ ৰুকমী ডেকা মায়াব'ই ৰুকমী গাভৰু ৰূপালীমক প্ৰাণভৰি ভাল পাইছিল। দীপলিপ বসন্তৰ কুঁহিপাতৰ দৰে মৰম লগা জনজাতীয় গাভৰু ৰূপালীম, সৰল, সহজ আৰু স্বাভাৱিক সৌন্দৰ্যৰে অতিকৈ আকৰ্ষণীয়। ৰূপালীমৰ অভিযোগ মায়াব'ই বাৰু সময় নাই অসময় নাই কিয় এনেকৈ পেঁপাটো বজাই তাইক আমনি কৰে, পেঁপাৰ মাত শুনি তাই ঠিৰেৰে থাকিব নোৱাৰে। মায়াব'ই পেঁপাটোক বেছি ভাল পাই নেকি? ওফোন্দ পাতি ৰূপালীমে মায়াব'ৰ হাতৰ পৰা পেঁপাটো নি শিলৰ ওপৰত থৈ ভৰিৰে গছকি ভাঙি পেলায়। মায়াব'ই ৰূপালীমক একো নক'লে, মাত্ৰ দুখেৰে মনৰ ভাৱ প্ৰকাশ কৰিলে। দুয়োৰে মাজত নতুন জীৱন গঢ়াৰ আলোচনা চলে। কিন্তু ৰূপালীমৰ বাপেক জুনাফাই কৈছিল, এই বিয়াত তেওঁ মত নিদিয়ে। মায়াব'ৰ কাম-বন একো নাই। পেঁপা বজাই থকা ল'ৰাই তেওঁৰ মৰমৰ ছোৱালী ৰূপালীমক কি পোহপাল দিব। অৱশ্যে বুঢ়াই মায়াব'ৰ শক্তি পৰীক্ষা কৰি চাবৰ বাবে এটা চৰ্ত আৰোপ কৰিলে; জুনাফাই কৈছিল, 'মায়াব', ৰূপালীমক বিয়া কৰাবলৈ এনেয়ে নাপাব। নিজে এটা বাঘ মাৰি তাৰ মূৰটো মোৰ আগত দিবি, তেতিয়াহে তাইক তোলৈ দিম।" দ্বিতীয় অঙ্কত জুনাফাৰ চাংঘৰৰ আগচোতালত বাঘৰ মূৰটো লৈ মায়াব' আৰু মণিমুগ্ধৰ সেনাপতি ৰেণথিয়াঙৰ মাজত বাক-বিতণ্ডা। মায়াব'ই মৰা বাঘটো ৰেণথিয়াঙেহে মাৰিছিল বুলি কাজিয়া আৰম্ভ হয়। মায়াব'ই ৰেণথিয়াঙক মাটিত বগৰাই দিয়ে, আৰু জুনাফাৰ ঘৰৰ পৰা আঁতৰাই পঠায়। জুনাফাই মায়াব'ৰ পৰাক্ৰমৰ পৰিচয় পাই সন্তোষ পালে আৰু জীয়েকক বিয়া দিবলৈ সন্মতি জনালে। আনফালে, ৰেণথিয়াঙে প্ৰান্তদেশৰ অধিপতি মণিমুগ্ধক লগত লৈ আহি মায়াব' আৰু জুনাফাক মাৰধৰ

কৰে। মণিমুগ্ধই ৰূপালীমক দেখি মুগ্ধ হৈ পৰে আৰু জুনাফাৰ বুকুৰ পৰা কাঢ়ি লৈ গুচি যায়। ৰূপালীমে চিঞৰত গছৰ পাত সৰায়।

ৰূপালীমক মণিমুগ্ধই লৈ যোৱা ঘটনাই ৰূকমী ৰাজ্যত এটা বিদ্ৰোহৰ অগনি জ্বলাই তোলে। নিশকটীয়া ৰূকমী ৰজাই ফটিকা খাই বিভোল হৈ থকাত জুনাফাই জনোৱা গোচৰ তেওঁৰ কৰ্ণগোচৰ নহ'ল, বৰং তেওঁ মিছা অভিযোগ অনাৰ বাবদ জুনাফাক ভৎসনাহে কৰিলে। ৰূকমী ৰজাৰ ভনীয়েক ইতিভেন আছিল মণিমুগ্ধৰ বাগদত্তা। তেওঁৰ মনত স্বদেশ প্ৰেমৰ অগ্নি জ্বলি উঠিল। ইতিভেনৰ নেতৃত্বত সংগঠিত হ'ল বিদ্ৰোহ অভিযান। ৰূকমী জাতিৰ মান ৰাখিবলৈ, ৰূকমী ৰূপহীৰ সতীত্ব ৰাখিবলৈ তেওঁলোকে প্ৰান্ত দেশৰ অধিপতি মণিমুগ্ধৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে।

ইফালে, মণিমুগ্ধই ৰূপালীমক ৰাজকাৰেঙত ৰাখি আদৰ- যতন কৰি, গীত শুনাই মন ভাল কৰিবলৈ সকলো ব্যৱস্থা কৰিলে। কিন্তু ৰূপালীমৰ মন গলাব নোৱাৰিলে। ৰূপালীমৰ ৰূপ-যৌৱনে মণিমুগ্ধক বলিয়া কৰিছিল। কামনাৰ জুইকুৰা দপদপকৈ জ্বলি উঠিছিল। মণিমুগ্ধই হাতত সুৰাৰ পাত্ৰ লৈ নয়ন ভৰি ৰূপালীমৰ সৌন্দৰ্য উপভোগ কৰি থাকোতেই ইতিভেনৰ সৈন্যই তেওঁৰ ৰাজপ্ৰাসাদ আক্ৰমণ কৰিলে। ইতিভেন পৰাস্ত হৈ ৰাজপ্ৰাসাদত বন্দিনী হয়। মণিমুগ্ধই ৰূপালীমৰ ৰূপ- লাৱণ্যৰ অমৃত সুধা পান কৰিবলৈ উত্ৰাৱল হৈ পৰে। ৰূপালীমে কিন্তু মায়াব'ৰ বাহিৰে আন পুৰুষক দেহ অৰ্পণ নকৰে। মণিমুগ্ধই মায়াব', জুনাফা' ইতিভেন আদি ৰূকমী বন্দী সকলক হত্যা কৰিবলৈ আদেশ দিয়াৰ অভিপ্ৰায় ৰূপালীমে জানিব পাৰি তেওঁলোকক হত্যা নকৰিবলৈ মিনতি জনায়। মণিমুগ্ধই কৈছিল, "যদি তোমাৰ শৰীৰটো মোক দান কৰা, তেতিয়া হলে তোমাৰ মায়াব'ক এৰি দিম।" নিৰুপায় হৈ ৰূপালীম মান্তি হৈছিল মণিমুগ্ধৰ অদ্ভুত চৰ্তত। মণিমুগ্ধই সকলোকে মুক্তি দি ইতিভেনক সগৌৰৱে কৈছিল, ৰূপালীমে বন্দীসকলৰ মুক্তি দানৰ বিনিময়ত নিজ দেহ তেওঁক অৰ্পণ কৰাৰ কথা। ৰূকমী বন্দী সকলে ৰূপালীমৰ এনে কাৰ্যত গৰিহণা দিছিল আৰু 'অসতী' বুলি অসন্তুষ্টি প্ৰকাশ কৰিছিল।

ৰূপালীমক অকলে পাই মণিমুগ্ধৰ মনত সঞ্চাৰিত হয় প্ৰেমৰ উত্তাল তৰংগ। ভয়ত তাই হৈ পৰে বিবৰ্ণ, নিষ্প্ৰাণ আৰু নিঠৰ। মণিমুগ্ধই মৰ্মৰ মূৰ্তিৰ দৰে ৰূপালীমলৈ চাই তন্ময় হৈ পৰে। এনেতে জ্বলি থকা প্ৰদীপটো বতাহৰ বা লাগি নুমাই যায়। মণিমুগ্ধ স্তব্ধ হৈ বহি থাকে। কিছুপৰৰ পাছত লিগিৰী এজনী আহি থিয় হ'লত মণিমুগ্ধৰ সপোন ভাঙে। লিগিৰীক সোধে, "ৰাতি কিমান পৰ?" লিগিৰীয়ে উত্তৰ দিয়ে- "শেষ হ'ল- পোহৰ হ'ল। মণিমুগ্ধই গভীৰ দাৰ্শনিক ভাবে কৈ উঠে, পোহৰ হ'ল মণিমুগ্ধৰ কলুষিত আন্ধাৰ আঁতৰিল", তেওঁৰ চৈতন্য উদয় হ'ল, ৰূপালীমৰ ওচৰত ক্ষমা বিচাৰিলে। ৰূপালীম মুক্ত হ'ল। ৰূপালীমৰ ভাগ্যত বিধাতাই কিন্তু সুখ লিখা নাছিল। সকলোৱে তাইক অসতী বুলি, কলঙ্কিতা বুলি নিন্দা কৰিলে। যিবোৰ ৰূকমী মানুহৰ মুক্তিৰ হকে তাই মণিমুগ্ধৰ ওচৰত নিজৰ পবিত্ৰ দেহা তুলি দিছিল, সেইবোৰ মানুহেই তাইক অসতী বুলি জীয়াই জীয়াই পুৰিবলৈ কাঠৰ

চিতা তৈয়াৰ কৰি ধৰি- বান্ধি উঠাই দিলে। ইতিভেনে এই অগ্নি দাহত আগ ভাগ ল'লে। এয়াই ৰূপালীম নাটকৰ মৰ্মস্পৰ্শী কাহিনী।

বিয়োগান্ত নাটক হিচাপে ৰূপালীমৰ এটা স্বকীয় বৈশিষ্ট্য আছে। জ্যোতিপ্ৰসাদে নাটকৰ পৰিণতি সকৰুণ  কৰিবলৈ ইয়াত যথেষ্ট পৰিমাণে ট্ৰেজিক উপাদান সংযোগ কৰিছে। হাস্যৰসৰ অৱতাৰণা নাই বুলিয়েই ক'ব লাগিব। কবিত্বময়ী ভাষাই নাটকৰ সংলাপ গধুৰ কৰিছে। ৰূপালীমৰ চৰিত্ৰটো জটিল নহয়। এজনী ৰূপে- যৌৱনে ভৰপূৰ জনজাতীয় গাভৰু, যাৰ সৌন্দৰ্যৰ মোহত মণিমুগ্ধ হৈ পৰিছিল মন্ত্ৰমুগ্ধ। তাইৰ ৰূপটো আছিল মৃগনাভিৰ দৰে। ইয়াক কঢ়িয়াই লৈ ফুৰোতে তাই পদে পদে বিপদৰ সন্মুখীন হৈছিল। নাটকখনত এই চৰিত্ৰটো মানবীয় বাবেই দৰ্শকৰ সহানুভূতি সহজে আকৰ্ষণ কৰিব পাৰিছে। সুগভীৰ বেদনাৰে এই চৰিত্ৰ ভাৰাক্ৰান্ত হৈছে আৰু পীড়নৰ মাজেদি চৰিত্ৰই আত্মপ্ৰকাশ কৰি আমাৰ মনত জোকাৰ মাৰিছে। ৰূপালীমৰ দুখ, কষ্ট, বঞ্চনা, হতাশা মানুহৰ বেদনাৰ কৰুণ প্ৰতিচ্ছবি। এই চৰিত্ৰ অঙ্কন কৰি জ্যোতিপ্ৰসাদে অসমীয়া নাট্য আন্দোলনত হিউমেন ট্ৰেজেডিৰ এটা নিৰ্মম দিশ উদঙাই দিছে।

মণিমুগ্ধৰ চৰিত্ৰটো জটিল। মণিমুগ্ধ অত্যাচাৰী, স্বেচ্ছাচাৰী ৰজা হৈয়ো শিল্পী- ভাৱাপন্ন। অৰ্থ, সামৰ্থ আৰু দেহৰ লালসাৰে পৰিপুষ্ট হৈয়ো তেওঁ বিচলিত নহৈ বৰং তেওঁৰ ঈৰ্ষাপৰায়ণ স্বভাৱৰ বাবে আক্ষেপ কৰিছিল আৰু বিজ্ঞৰ দৰে কৈছিল, "তিৰোতাৰ ঈৰ্ষাৰ জুইত এটা জাতি জহি যাব লাগিছে।" মণিমুগ্ধ আছিল ইতিভেনৰ ভাবী স্বামী। তেওঁৰ অন্তৰত ইতিভেনৰ স্থান আছিল বিস্ময়ৰ সৌৰভ। বৈচিত্ৰ্যপূৰ্ণ মণিমুগ্ধই ইতিভেনক ৰূপালীমৰ প্ৰতি সম্পূৰ্ণ ঈৰ্ষাশূন্য হোৱাটোকে কামনা কৰিছিল। ইতিভেনক তেওঁ ভাল পাইছিল প্ৰেমৰ আনুগত্যৰে। আনহাতে ৰূপালীম আছিল তেওঁৰ ক্ষুধাৰ প্ৰেয়সী। মদখোৱা মানুহে যেনেকৈ মদ খাবলৈ নাপালে পাগল হৈ যায়, মণিমুগ্ধয়ো ৰূপালীমক নাপাই উত্তেজিত হৈ পৰিছিল। ৰূপালীমে যেতিয়া মায়াব'ক ভাল পোৱাৰ কথা বিনা দ্বিধাই ব্যক্ত কৰিছিল, তেতিয়া মণিমুগ্ধৰ নিশ্বাস হিংস্ৰ পশুৰ দৰে উন্মত্ত হৈ পৰিছিল। নাটকৰ সংলাপত আছে ঃ

মণিমুগ্ধ ঃ (ভ্ৰূ-সঙ্কুচিত কৰি) ৰূপালীম্! মায়াব'ক তুমি বৰ ভাল পোৱা?
ৰূপালীম ঃ (একে উশাহতে) পাওঁ।
মণিমুগ্ধ ঃ কিমান?

ৰূপালীম ঃ মই ক'ব নোৱাৰোঁ। খুব ভাল পাওঁ। গছত যিমান ফুল আছে, ডালত যিমান পাত আছে, নৈ'ত যিমান পানী আছে, শূইনত যিমান বতাহ আছে, নিশাৰ আকাশত যিমান তৰা আছে- তিমান। ৰূপালীমৰ সহজ-সৰল স্বীকাৰোক্তিত মণিমুগ্ধৰ ভিতৰত সোমাই থকা কাম প্ৰবৃত্তিৰ দানৱটোৱে ছটফট কৰি উঠিছিল। বাসনাৰ বিষদংশনত মণিমুগ্ধ হৈ পৰিছিল দুৰন্ত। মণিমুগ্ধই কৈছিলঃ

- ৰূপালীম, তুমি মোক ঘিণ কৰিছা! কিন্তু মই তোমাক ভাল পাওঁ। অতিকৈয়ে ভাল পাওঁ। তোমাৰ কাৰণে মই বহুত তললৈ নামি গ'লো— মানুহৰ শাৰীৰ পৰা হিংস্ৰ পশুৰ শাৰীলৈ, তোমাক পাবলৈ।

মণিমুগ্ধই ৰূপালীমৰ প্ৰেমক তেওঁৰ কামনা-বাসনাৰ বলিষ্ঠ শিকলিৰে আৱদ্ধ কৰি ৰাখিব খুজিছিল, সৌন্দৰ্য উপভোগৰ পবিত্ৰ সীমাৰেখা কলুষ স্পৰ্শৰে ক্ষুণ্ণ কৰিছিল। মণিমুগ্ধৰ জীৱনত পৰস্পৰ বিৰোধী দুটা মানুহে বাস কৰিছিল। নাট্যকাৰৰ দৃষ্টিভঙ্গীৰ পৰা চাবলৈ গলে কোনো মানুহেই দোষ-মুক্ত নহয়। মানুহৰ চৰিত্ৰৰ মাজত সমাবেশ ঘটে ভাল বেয়া দুয়োটাৰে। হিউমেন মাইণ্ডৰ এনাটমিত দেহৰ ক্ষুধা, অন্তৰৰ অনুৰাগ, উদাৰতা, কলুষিকতা সকলোৱে বাস কৰে। মানুহ মানুহেই। মানুহক দেৱতাৰ শাৰীলৈ তুলিবলৈ যোৱা বৃথা চেষ্টা। জ্যোতিপ্ৰসাদৰ 'কাৰেঙৰ লিগিৰী'ত সুন্দৰ কোঁৱৰৰ চৰিত্ৰ, ৰূপালীমত মণিমুগ্ধৰ চৰিত্ৰ এই দৃষ্টিকোণৰ পৰাই স্মৰণীয়। ইতিভেনৰ চাৰিত্ৰিক বৈশিষ্ট্য বিশেষ আকৰ্ষণীয়। এফালে তেওঁ বুদ্ধিমতী, দুঃসাহসী- আনফালে তেওঁ প্ৰতিদ্বন্দ্বী নাৰীৰ প্ৰতি ঈৰ্ষাপৰায়ণ, কঠোৰ, কুটিল আৰু দুৰ্বোধ্য। বাস্তৱ পৰিস্থিতিয়ে তেওঁক বিদ্ৰোহ কৰিবলৈ উদগনি দিছিল। স্বজাতিৰ মুক্তিৰ কাৰণে তেওঁ হাতত তৰোৱাল তুলি লৈছিল। ৰুকমী জাতিক কৰা অপমানৰ প্ৰতিশোধ ল'বলৈ তেওঁ প্ৰবল প্ৰতাপী মণিমুগ্ধৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিছিল। তেওঁ আছিল জাতীয় চেতনাৰে ৰঞ্জিত এটা তেজস্বিনী নাৰী শক্তি। দৃঢ় মনোবলৰ অধিকাৰিণী হৈয়ো ইতিভেন আছিল এজনী নাৰী। তেৱোঁ আন নাৰীৰ দৰে জীৱনৰ স্বপ্নক ৰূপ দিবলৈ হাবিয়াস কৰিছিল। মণিমুগ্ধই বন্দিনী অৱস্থাত থাকোতে ইতিভেনক সুধিছিল ঃ

মণিমুগ্ধ ঃ ইতিভেন । বৰ দুখ দিলা। তুমি বৰ নিষ্ঠুৰ - তুমি মোক ভাল নোপোৱা ইতিভেন?

ইতিভেন ঃ (হুকহুকাই কান্দিবলৈ ধৰে) মণিমুগ্ধ! বৰ ভাল পাওঁ — বৰ ভাল পাওঁ। তোমাক মই বৰ ভাল পাওঁ।

[মণিমুগ্ধক সাবটি ধৰি মূৰত চুমা খাই গালখন মূৰত লগাই কান্দি থাকে]

মণিমুগ্ধ ঃ ময়ো তোমাক বৰ ভাল পাওঁ।

ইতিভেন ঃ তেন্তে আৰু তুমি ৰূপালীমৰ কথা নক'বা। তাইক আৰু ইয়ালৈ নানিবা।

মণিমুগ্ধ ঃ কিন্তু ৰূপালীমৰ ৰূপ — ৰূপালীম সুন্দৰী—

ইতিভেন ঃ (মণিমুগ্ধৰ মূৰটো কোলাৰ পৰা নমাই থৈ) তুমি—তুমি, ৰূপালীমক ইয়ালৈ আনিব নোৱাৰা।

মণিমুগ্ধ ঃ নহয় —ৰূপালীমৰ সৌন্দৰ্য উপভোগ কৰিব নোৱাৰিলে মোৰ জীৱন অসাৰ্থক। ..................তোমাক মই ভাল পাওঁ।

ইতিভেন ঃ তোমাক মই এইবাৰ ৰূপালীমক লগ পোৱাৰ আগতে শেষ কৰিম।

ইতিভেনে বুজিছিল— যাৰ বাবে তেওঁৰ হৃদয় ক্ষত বিক্ষত হৈছে তাক আঘাত কৰিলেহে তেওঁৰ পথ মুকলি হ'ব। সেই প্ৰতিহিংসাই চৰম সীমা পাইছিল ৰূপালীমৰ ওপৰত নিক্ষেপ হোৱা শোকাবহ মৃত্যু যন্ত্ৰণাৰ দৃশ্যৰে। অপৰিমিত হতাশাৰ অন্তৰ্দ্বন্দ্বত ইতিভেনৰ চৰিত্ৰ হৈ পৰিছে কঠোৰ আৰু নিৰানন্দ।

জোতিপ্ৰসাদে ৰূপালীমৰ কাহিনী ৰচনাত বিখ্যাত বেলজিয়ানা নাট্যকাৰ মৰিছ

মেটাৰলিংকৰ “মন্না ভান্না” (Monna Vanna: Maurice Maeterlinck, Eng, tr. by Alfred sutro. First Published Feb. 1904, George Allen & Unwin, London) নাটকৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। ৰূপালীমৰ পাতনিত জ্যোতিপ্ৰসাদে জনাইছে, “মেটাৰলিঙ্ক আৰু মন্না ভান্না (Monna Vanna) ছাঁ পৰোঁ কি নপৰোঁকৈ অলপ আহি ৰূপালীম নাটত দেখা দিছে যদিও সি অজ্ঞাত ভাবেহে—লিখকৰ মনৰ খোটালিত বহু দিনৰ আগতে সোমাই থকা মন্না ভান্নাই এতিয়াও আছোঁ বুলি সঁহাৰি দিছে মাথোন।” মন্না ভান্নাত থকা তিনিটা প্ৰধান চৰিত্ৰ প্ৰিঞ্জিভালে, (Prinzival'e) গুইডো (Guido, Culonna) আৰু জিয়োভান্নাই (Giovanna-Monna Vanna, Guido's Wife) জ্যোতি প্ৰসাদৰ ৰূপালীমত মণিমুগ্ধ মায়াব’ আৰু ইতিভেন ৰূপালীম চৰিত্ৰলৈ পোছাক সলাইছে। Monna Vanna চৰিত্ৰটো ফালি দুটা নাৰী চৰিত্ৰ যথাক্ৰমে, ইতিভেন আৰু ৰূপালীম সৃষ্টি হৈছে। গুইডোৰ বাপেক মাৰ্কো (Marco colonna) এটা পাৰ্শ্ব চৰিত্ৰ। এৱেঁই কঢ়িয়াই আনিছিল প্ৰিঞ্জিভালে’ৰ চৰম প্ৰস্তাৱ জিয়োভান্নাই অকলশৰে নিশাৰ আগভাগত তেওঁৰ শিবিৰলৈ আহিব লাগিব। পিছদিনা পুৱাই ভান্না ঘৰলৈ উভতি যাব পাৰিব। (but he demands in token of victory and submission, that she come alone, and clad only in her mantle........) মাৰ্কোৰ চৰিত্ৰটোৰ লগত জুনাফাৰ কিছু সাদৃশ্য থাকিলেও মেটাৰলিংকৰ মাৰ্কো’ চৰিত্ৰৰ মাজেদি দাৰ্শনিক ব্যাখ্যা ব্যক্ত হৈছে। জুনাফাৰ ক্ষেত্ৰত তেনে বুদ্ধিদীপ্ত সংলাপ নাই। মাৰ্কোই পুতেকক কৈছিল, "Love for one person is good, and brings its own happiness; but the love that embraces the many is greater and finer still......... Virtues that all men admire are good........." জ্যোতিপ্ৰসাদে এই মহান সত্য প্ৰতিফলিত কৰিছিল ৰূপালীমৰ অব্যক্ত জীৱন আহুতিৰে। মায়াব’ক প্ৰাণভৰি ভাল পায়ো স্বদেশৰ মঙ্গলৰ হকে, মুক্তিৰ হকে তেওঁ মণিমুগ্ধৰ বাহুবন্ধনলৈ অগ্ৰসৰ হৈছিল, নিজৰ ব্যক্তিগত সুখ প্ৰীতি বিপন্ন কৰি স্বদেশৰ মানুহক সহায় কৰিছিল। সমৰ্পণ কৰিছিল এটা অমূল্য জীৱন, সত্য-শিব-সুন্দৰৰ সৃষ্টিয়ে বহুজনৰ হিতৰ বাবে, মঙ্গলৰ বাবে ৰচনা কৰিছিল পৰম বিস্ময়। জ্যোতিপ্ৰসাদৰ ৰূপালীমৰ বৈশিষ্ট্য ইয়াতেই। অকল বিচাৰতে নহয়, গুণৰ গৌৰৱতো এই নাটক অতুলনীয়।

* * *

সত্যপ্ৰসাদ বৰুৱাৰ

# মঞ্চ-প্ৰতিভা – সমালোচনাত্মক পৰিচয়

বিশিষ্ট কবি, সাহিত্যিক, ঔপন্যাসিক, নাট্যকাৰ, দাৰ্শনিক, শিল্পী, সমাজ-সংস্কাৰক, দেশনেতা প্ৰভৃতিৰ দৰে মঞ্চকলাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত প্ৰযোজক, পৰিচালক অনেকৰে অসামান্য জীৱন-দৃষ্টিৰ পৰিচয় পোৱা যায়। মঞ্চকলাৰ বিভিন্ন ক্ষেত্ৰত তেওঁলোকে আশাশুধীয়া পৰিশ্ৰমেৰে বহুতো মহৎ কাম কৰিছে আৰু নাটক, অভিনয় মঞ্চক এক বৈজ্ঞানিক-চিন্তাধাৰাৰে সমৃদ্ধ কৰিছে। অভিনয় প্ৰসঙ্গত আজি কালি নতুন নতুন পদ্ধতি আৱিষ্কৃত হৈছে, নাট্যকলাবিদে অভিনয়ক মানৱ জীৱনৰ অবিকৃত দৰ্পণ স্বৰূপে, জীৱন জিজ্ঞাসাৰ অৱশ্যম্ভাৱী আঙ্গিক স্বৰূপে নতুন ব্যাখ্যা দাঙি ধৰিছে। এক্সপেৰিমেন্টৰ অগ্নি-পৰীক্ষাত উত্তীৰ্ণ হৈ এওঁলোকৰ বিজ্ঞানসন্মত পদ্ধতিয়ে আজিৰ নাট্যকলাক অপ্ৰত্যাশিতভাৱে সমুজ্জ্বল কৰি তুলিছে। অভিনেতা, পৰিচালক, প্ৰযোজক, দৰ্শক আৰু ভিন্ন ভিন্ন দিশত কাম কৰা নাট্য-কৰ্মীৰ আন্তৰিক প্ৰচেষ্টা আৰু সহযোগৰ ফলত আজি অভিনয় প্ৰদৰ্শনীৰ যি প্ৰাচীন ৰূপ, সেই ৰূপ পৰিৱৰ্তন কৰা হৈছে নীতিগতভাৱে সামগ্ৰিক সংগঠনলৈ। মঞ্চ পৰিকল্পনা, দৃশ্য সজ্জা, সংগীত কম্পোজিচন, পোহৰ নিয়ন্ত্ৰণ, অভিনয় প্ৰসঙ্গ প্ৰভৃতিত আজি আমি যি সমন্বয় বা চিনক্ৰোনাইজেছন দেখিছো, সেইয়া যথাৰ্থতে আধুনিক মঞ্চক সামগ্ৰিকভাৱে হৃষ্টপুষ্ট কৰা এটা অভিনৱ প্ৰচেষ্টা। এই প্ৰচেষ্টাক ফলৱতী কৰোতে অনেক গৰাকী খ্যাতিসম্পন্ন অগ্ৰণী শিল্পীৰ সাৰ্থক অৱদান জড়িত আছে। সত্যপ্ৰসাদ বৰুৱাই এনে কেইগৰাকীমান অগ্ৰনী শিল্পীৰ যিখিনি নিঃসন্দেহে শ্ৰেষ্ঠ দান, তাক থুলমূলকৈ দাঙি ধৰিছে তেওঁৰ সদ্যহতে প্ৰকাশ পোৱা 'মঞ্চ- প্ৰতিভা' নামৰ ১২৮ পৃষ্ঠাৰ কিতাপখনত। এডল্‌ফ্ এপ্লীয়া, ষ্টানিশ্লাভ্‌স্কি, গৰ্ডন ক্ৰেগ, দিদেৰ', মাৰচিয়াৰ, মেৰী জোচেফ চেনিয়াৰ, এন্তনিন আৰ্‌তদ, ব্ৰেখ্‌ট প্ৰভৃতি সুখ্যাত থিয়েটাৰ-শিল্পী কেইজনমানৰ চিন্তা-চৰ্চা, অভিনয়, কলাকৌশল, মঞ্চ-সংগঠন এই কিতাপত সম্যকভাৱে আলোচনা কৰি শ্ৰীবৰুৱাই ভালেমান জানিবলগীয়া কথাৰ সম্ভেদ দিছে। আধুনিক মঞ্চ সংগঠনত উল্লেখিত ব্যক্তিসকলৰ বৰঙণি নিঃসংশয়ে অনুকৰণীয়। নাট্যজগতত এওঁলোকে চমকপ্ৰদ ইতিহাস ৰচনা কৰি গৈছে আৰু সেইবাবেই বিশ্বনাট্যৰ সূচীপত্ৰত এওঁলোকৰ নাম স্মৰণীয় হৈ জিলিকি আছে। এড্‌ল্‌ফ এপ্লীয়া আছিল বৈপ্লৱিক পৰিৱৰ্তনৰ অগ্ৰণী মঞ্চ-সংগঠক। প্ৰাচীন মঞ্চ পৰিকল্পনাৰ যি ৰীতি-নীতি তাক পৰিৱৰ্তন কৰি এডল্‌ফ্ এপ্লীয়াই ত্ৰিমাত্ৰিক দৃশ্য-সজ্জাৰ প্ৰচলন কৰিলে। ৰঙীন চিন, তৰি থোৱা কাপোৰৰ চিত্ৰপট আঁতৰাই এওঁ অভিনয়ৰ বাবে ওখ-চাপৰ প্লেটফৰ্ম উদ্ভৱ কৰি ইয়াৰ লগত পোহৰ নিক্ষেপৰ সমন্বয় ৰচনা কৰিলে। নাট্যাভিনয়ত সঙ্গীতৰ সুষম সংযোগ নঘটিলে নাটকীয় সংঘাতে যথাসময়ত প্ৰয়োজনীয় পৰিৱেশ ৰচনা কৰাত ব্যৰ্থ হয়। এপ্লীয়াই দৰ্শকক অভিভূত কৰাত সঙ্গীতৰ লগতে পোহৰৰ গুৰুত্ব উপলব্ধি কৰি ইয়াৰ হকে যুক্তি প্ৰদৰ্শন কৰিছিল। তেওঁ কৈছিল যে অভিনয়ৰ সাফল্য প্ৰধানকৈ নিৰ্ভৰ

কৰে নাটক, অভিনয়, পোহৰ নিয়ন্ত্ৰণ আৰু মঞ্চ-সজ্জাৰ দোষমুক্ত কম্পোজিচনত। মঞ্চ সম্পৰ্কে সচেতন হ'বলৈ তেওঁ সকলো নাট্য-কৰ্মীকে উপদেশ দিছিল। শ্ৰীবৰুৱাই এইজন কৃতী সংগঠকৰ বিষয়ে আমাক অনেক নজনা কথাৰ বতৰা দিছে।

কিতাপখনত আলোচনা কৰা আন এজন ব্যক্তি হ'ল ৰুছ দেশৰ কন্‌ষ্টে ন্টিন ষ্টানিশ্লাভস্কি। সমগ্ৰ জীৱন সাধনা কৰি এই গৰাকী মহান শিল্পীয়ে অভিনয় আৰু পৰিচালনা ৰীতি সম্পৰ্কে বহুতো মূল্যবান প্ৰবন্ধ লেখি গৈছে। সংক্ষেপে ষ্টানিশ্লাভস্কি পদ্ধতিক K. S. System বুলি জনা যায়। অভিনয়ক মনে প্ৰাণে আপোন কৰি ল'বলৈ হ'লে ইয়াৰ প্ৰতি শ্ৰদ্ধাবান হ'ব লাগিব। নিজৰ শক্তিৰ ওপৰত আস্থা ৰাখিব পাৰিলে এজন অভিনেতাই নিজৰ কৰ্মযজ্ঞত আত্মনিয়োগ কৰিবলৈ সহজ উপায় লাভ কৰিব। ষ্টানিশ্লাভস্কিয়ে মঞ্চসুলভ ব্যক্তিত্বৰ লগতে অভিনেতা এজনৰ মানসিক দৃষ্টিভঙ্গী, বুদ্ধিদীপ্ত জীৱনবোধৰ চতুৰ প্ৰদৰ্শন কামনা কৰিছিল। মঞ্চ ক্ৰিয়া কেনে হোৱা উচিত, কল্পনাৰ যথাযথ ব্যৱহাৰ কেনেকৈ প্ৰকাশ পোৱা প্ৰয়োজন, ষ্টানিশ্লাভস্কিয়ে বিশদভাৱে চিন্তা কৰিছিল আৰু কিছুমান নতুন ৰীতি উদ্ভাৱন কৰিছিল। নাটকৰ মূল উপাদান আৰু মূল লক্ষ্য অন্বেষণত গুৰুত্ব দি এওঁ নাটকীয় চৰিত্ৰ আৰু বিষয়-বস্তুক দৰ্শকৰ গ্ৰহণযোগ্য কৰি তোলাৰ গুৰুত্ব দিছিল। আনহাতে আন এজন প্ৰতিভাশালী নাট্য সংগঠক বাৰ্‌টোল্ট ব্ৰেখ্‌টৰ পদ্ধতি আছিল ইয়াৰ বিপৰীত। ব্ৰেখ্‌টে বিশ্বাস কৰিছিল বিচ্ছেদীকৰণ। এই দুজনা ব্যক্তিৰ মাজত চিন্তা-ধাৰাৰ কিছু তাৰতম্য থাকিলেও মৌলিক উদ্দেশ্যত সিমান পাৰ্থক্য নাছিল। শ্ৰীবৰুৱাই ষ্টানিশ্লাভস্কি আৰু বাৰ্‌টোল্ট ব্ৰেখ্‌টৰ অভিনয় পদ্ধতিৰ যি বেলেগ বেলেগ ধাৰা সেইবোৰ দাঙি ধৰিবলৈ চেষ্টা কৰিছে। ব্ৰেখ্‌টৰ বিষয়ে তেওঁ ইতিমধ্যে এখন কিতাপ লেখি উলিয়াইছে। ষ্টানিশ্লাভস্কিৰ বিষয়েও এখন বিশদ আলোচনাৰ কিতাপৰ প্ৰয়োজন নোহোৱা নহয়। ব্ৰেখ্‌টৰ দৰে ষ্টানিশ্লাভস্কিয়েও পৰীক্ষা-নিৰীক্ষাৰ মাজেদি অভিনয় পদ্ধতি সম্পৰ্কত অনেক মূল্যবান সূত্ৰ প্ৰতিষ্ঠা কৰি গৈছে। এইবোৰৰ বিশদ আলোচনাৰ থল আছে।

গৰ্ডন ক্ৰেগৰ বিষয়ে শ্ৰীবৰুৱাই আলোচনাৰ বাট মুকলি কৰিছে --সৌন্দৰ্য উপলব্ধিৰ মহত্তম ব্যক্তি স্বৰূপে। গৰ্ডন ক্ৰেগ আছিল সৌন্দৰ্য-সাধক। মঞ্চক তেওঁ সৌন্দৰ্য প্ৰকাশৰ উপযুক্ত স্থান ৰূপে গণ্য কৰিছিল। তেওঁৰ মতে কলা হৈছে মানুহৰ অন্তৰ দৃষ্টিৰ বাহ্যিক প্ৰদৰ্শন। নাটকীয় ক্ৰিয়া, সংলাপ, দৃশ্য সজ্জা, ৰূপ সজ্জা, সঙ্গীত, নৃত্য, ৰস সঞ্চাৰ সকলোতে সৌন্দৰ্যৰ প্ৰদৰ্শন হোৱাটো তেওঁ কামনা কৰিছিল। গৰ্ডন ক্ৰেগৰ আন এটা বৰঙণি হ'ল -- প্ৰকৃতিৰ সুন্দৰতম উপাদানসমূহৰ প্ৰতীকৰ যোগেদি উপস্থাপন কৰা। তেওঁৰ মতে প্ৰতীকধৰ্মী দৃশ্যপটে দৰ্শকৰ দৃষ্টি সহজে আকৰ্ষণ কৰিব পাৰে। কাপোৰ আৰু পোহৰৰ সহায়ত তেওঁ অতুলনীয় মঞ্চ মায়া সৃষ্টি কৰি আলোড়নৰ সূচনা কৰিছিল। বিভিন্ন পৰিৱেশ ৰচনা কৰোতে কি ধৰণৰ ফ্ৰেমিং প্ৰয়োগ কৰিব লাগিব, সেই বিষয়ে গৰ্ডন ক্ৰেগে বিশদভাৱে ব্যাখ্যা কৰি গৈছে।

শ্ৰীবৰুৱাৰ কিতাপখনিত আলোচনা কৰা জনতা-মঞ্চত বাটকটীয়া নতুন পৰিচালকৰ চিনাকি, দৃশ্য পৰিকল্পনাৰ প্ৰয়োজনীয়তা, মেয়াৰহোল্ডৰ অনুপ্ৰেৰণা, ব্ৰেখ্‌টৰ অভিনয় ৰীতি,

টোটেল থিয়েটাৰ, আধুনিক মঞ্চত প্ৰাচীন আঙ্গিক, আধুনিক মঞ্চৰীতিৰ প্ৰয়োগ, নেচনেল থিয়েটাৰ, নাটৰ মঞ্চস্থ ৰূপৰ সমালোচনা আদি ভালেমান বিষয় সুখপাঠ্য হৈছে। "জনতা মঞ্চত বাটকটীয়া" প্ৰবন্ধত ফৰাচী বিপ্লৱৰ পটভূমিয়ে যিসকল নাট্যকাৰক অনুপ্ৰেৰণা যোগাইছিল তেওঁলোকৰ পৰিচয় প্ৰকাশ পাইছে। ৰুছো, দদেৰ প্ৰভৃতি চিন্তাবিদে নাটকৰ মাধ্যমেৰে জনতাৰ নৈতিক মানদণ্ড কেনেকৈ উন্নীত কৰিব পাৰি, কেনেকৈ নাটকৰ মাজেদি সমগ্ৰ জাতিক স্বদেশ প্ৰেমেৰে উদ্বুদ্ধ কৰিব পাৰি, বিতং ব্যাখ্যা কৰিছিল। এই আদৰ্শকে মানি লৈ লুইছিবেছটিন মাৰচিয়াৰ, মেৰী জোছেফ ছেনিয়াৰ, মেচেলেট প্ৰভৃতিয়ে জনতাৰ কাষ চাপিবলৈ নতুন পদ্ধতিৰ নাটৰ পাতনি মেলিছিল। এইবোৰ নাটকে জনতাৰ মনবোৰ যাতে পোহৰাই পেলাব পাৰে সেই উদ্দেশ্যে জনতামুখী লঘু নৃত্য গীত সম্বলিত নাট্যানুষ্ঠান সংগঠিত হৈছিল। পিছলৈ অৱশ্যে এইবোৰ নাটকে ৰাজনৈতিক দিশত গভীৰভাৱে প্ৰভাৱ বিস্তাৰ কৰা আমি দেখিবলৈ পাওঁহক। জাৰ্মান ৰঙ্গ-মঞ্চত ইয়াৰ প্ৰতিক্ৰিয়া আছিল অভূতপূৰ্ব। শ্ৰীবৰুৱাই ব্ৰেখ্‌টৰ আলোচনাত হিটলাৰৰ জাতি বিদ্বেষী নীতিত গঢ় লোৱা ধ্বংসাত্মক সমাজ-বিৰোধী শক্তি নাৎসীসকলৰ উৎপীড়নত কেনেকৈ জাৰ্মানীৰ ৰঙ্গমঞ্চত বৈপ্লৱিক পৰিৱৰ্তন ঘটিবলৈ পালে, তাৰ বৰ্ণনা কৰিছে। পৰিশিষ্টত থকা নাটৰ মঞ্চস্থ ৰূপৰ সমালোচনা শিতানটো পঢ়ি ভাল লাগিল। বহুতো সৃষ্টিশীল মানুহৰ সন্ধান পাওঁ মঞ্চৰ মাধ্যমেদি। বহু নাট্যকাৰৰ নিজস্ব চিন্তাধাৰা প্ৰকাশ হয় নাটক অভিনয়ৰ মাজেদি। মঞ্চকৰ্মীসকলেও মঞ্চ-চিন্তাত যথেষ্ট বৰঙণি আগবঢ়ায়। শ্ৰীবৰুৱাই মত পোষণ কৰিছে যে এওঁলোক আটায়ে নাট্য সমালোচকৰ বিষয়-বস্তু হোৱা যুগুত। অকল ৰিপোৰ্টাৰৰ কামতে আবদ্ধ নাথাকি সমালোচকসকলে নাট্য-শিল্পৰ মান উন্নত কৰিবলৈ আন্তৰিক প্ৰচেষ্টা চলোৱা উচিত। তেওঁলোকে অকল কাহিনীৰ কথাতে সীমাবদ্ধ নাথাকি অভিনয়ৰ দিশটোকো সমালোচনাৰ মূল্যবান প্ৰসঙ্গ স্বৰূপে গণ্য কৰা উচিত। ৰাম গোস্বামী ৰচিত "বিশ্ব বিশ্ৰুত নাট্যকৰ" দ্ৰষ্টব্য।

তথ্যবহুল কিতাপখনৰ বিষয়-বস্তুৱে পাঠকসকলক আকৃষ্ট কৰিব বুলি ভাবিবৰ থল আছে। বিশেষকৈ নাট্য পৰিচালনাত লাগি থকা লোকসকলে কিতাপখনৰ পৰা বহুতো সমল লাভ কৰিব। অসমৰ নাট্য-শিল্পক এই কিতাপে বহু পৰিমাণে যে সহায় কৰিব সেই কথা অকুণ্ঠভাৱে স্বীকাৰ কৰিব পাৰি।

***

# চীনা সাহিত্য বুজাৰ সফল প্ৰয়াস

এছিয়াৰ বৃহৎ মহাদেশ ভাৰতবৰ্ষ আৰু চীনৰ মাজত থকা পুৰণিদিনীয়া মধুৰ সম্পৰ্ক এৰা পৰিছিল সীমা বিবাদক কেন্দ্ৰ কৰি। সৰু-সুৰা এখন যুদ্ধও আৰম্ভ হৈছিল ১৯৬২ চনত। সেইদিন ধৰি মহাদেশ দুখনৰ মাজত ৰাজনৈতিক বিৰোধ চলিছিল। সীমা বিষয়টো সদ্যহতে স্থিতাবস্থাত ৰাখি দুইখন দেশে আলোচনাৰ মাজেদি পৰস্পৰৰ সম্পৰ্ক পুনৰ ঘূৰাই আনিবলৈ যত্নপৰ হৈছে। আৰম্ভ হৈছে দুয়োখন দেশৰ মাজত শুভেচ্ছামূলক আদান-প্ৰদান, নেতৃবৰ্গৰ সঘনাই ভ্ৰমণ সূচী, সাংস্কৃতিক, অৰ্থনৈতিক, বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ ক্ষেত্ৰত আলাপ-আলোচনা, চুক্তি সম্পাদন প্ৰভৃতি কাৰ্যসূচী। দুয়োখন দেশে ৰাজনৈতিক বিষয়ত হস্তক্ষেপ নকৰাকৈ শুভেচ্ছামূলক ভ্ৰমণত অধিক জোৰ দিছে যাতে মূল সমস্যা সমাধানত এটা সমিল-মিল সিদ্ধান্ত উলিয়াব পৰা যায়। দুয়ো দেশে বুজিছে যে এছিয়াৰ বৃহৎ মহাদেশ দুখনৰ মাজত বিৰোধ ৰাখি থোৱা অনুচিত। যি গতিত মাৰ্কিন দেশে ৰাজনৈতিক আৰু অৰ্থনৈতিক দিশত, লগতে আণৱিক শক্তি প্ৰক্ৰিয়াত বিশ্বত আধিপত্য বিস্তাৰৰ জাল পেলাইছে, তালৈ চকু পেলাই দুই এছীয় মহাদেশে নিজৰ মাজত কন্দল কৰাটো সমীচীন নহব বুলি প্ৰত্যয় গৈছে। সেয়েহে, চৰকাৰৰ নেতৃবৰ্গৰ বাদেও অৰাজনৈতিক, বেচৰকাৰী সংগঠনৰ যোগেদি শুভেচ্ছামূলক প্ৰতিনিধি পঠাই দুয়ো দেশে বিভিন্ন দিশত ভাবৰ আদান-প্ৰদান কৰাত মনোযোগ দিছে। এনেবোৰ বেচৰকাৰী শুভেচ্ছামূলক ভ্ৰমণ প্ৰয়োজনীয় এই বাবেই যাতে ভাৰত আৰু চীনৰ মাজ্ৰত সম্পৰ্ক অধিক ফলদায়ক হৈ উঠে। ভাৰতৰ সাহিত্য অকাডেমীয়ে আয়োজন কৰা চীনৰ লেখক সংঘৰ নিমন্ত্ৰণ ক্ৰমে যাবলগীয়া পাঁচজন ভাৰতীয় লেখকৰ মাজত অসমৰ যশস্বী লেখক, ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক ড° নগেন শইকীয়াও অন্তৰ্ভুক্ত হৈছিল। ১৯৯৩ চনৰ জুন মাহৰ ৩ তাৰিখে ভাৰতীয় লেখক কেইজন চীনলৈ গৈছিল আৰু ১৫ জুনত পুনৰ স্বদেশলৈ ঘূৰি আহিছিল। মাত্ৰ ১২ দিনৰ ব্যস্ততাপূৰ্ণ ভ্ৰমণত তেওঁলোকে বিহংগম দৃষ্টিৰে যি পাৰে লক্ষ্য কৰিছিল। ড° নগেন শইকীয়াৰ কৌতূহল আছিল ৰহস্যময়। পঢ়া-শুনা কৰা ব্যক্তি। নতুন শৈলীত সমকালীন চুটিগল্প ৰচনাত তেওঁৰ খ্যাতি আছে। কবিতাৰ প্ৰতি আকৰ্ষণ প্ৰবল। তেওঁ মাৰ্কিনদেশতো এপাক মাৰি আহিছিল। অভিজ্ঞতাবোৰ লিখিতভাবে প্ৰকাশ কৰা উচিত বুলি ভাবে। আমিও অভিজ্ঞতাবোৰ পঢ়ি ৰস পাওঁ, কাৰণ তেওঁৰ বৰ্ণনা আৰু নিৰীক্ষণ ধাৰা সুখপাঠ্য। চীনদেশ বিস্ময়পূৰ্ণ ঘটনাৰে ভৰপূৰ। সহজে বুজা টান। যুক্তৰাষ্ট্ৰৰ সমান আয়তনৰ এই বিচিত্ৰ দেশখনৰ অভ্যন্তৰত সোমোৱা কঠিন। ইয়াৰ জনসংখ্যা পৃথিৱীতে সৰ্বাধিক। জনসংখ্যা প্ৰায় ৭৪০,০০০,০০০ জন, অৰ্থাৎ পৃথিৱীত থকা প্ৰতি চাৰিজন লোকৰ এজন চীন মহাদেশত থাকে। এই বিপুল জনসংখ্যাৰ মহাদেশখনৰ মধ্য এছিয়াৰ মৰুভূমি আৰু পৰ্বতৰাজিৰে প্ৰশান্ত মহাসাগৰলৈকে বিস্তৃত। ইয়াত আছে বিভিন্ন প্ৰকাৰৰ জলবায়ু, ওখ-চাপৰ মাটি

আৰু পৰ্বতীয়া ভূমিৰে নিয়ন্ত্ৰিত। সাৰুৱা আৰু কটুৰ মাটিৰে ভৰপূৰ দেশখনৰ ভৌগোলিক এলেকা প্ৰায় ৩,৭৪৫,২৯৫ বৰ্গ মাইল। চীন এক সুপ্ৰাচীন সভ্যতাৰ জন্মভূমি, ইয়াৰ লিখিত ইতিহাস তিনি হাজাৰ বছৰৰ পুৰণি। ইয়াতে সৰ্বপ্ৰথম আৱিষ্কাৰ হৈছিল কাগজ ছপা সাঁজুলি, চীনা মাটি, চাহ, পাটকাপোৰ আৰু বাৰুদ (গান-পাওদাৰ)। কাষৰীয়া দেশ যেনে, কোৰিয়া, কম্বোডিয়া, জাপান আৰু ভিয়েটনাম প্ৰভৃতিয়ে চীন দেশৰ কলা-সংস্কৃতি, সাহিত্য-ধৰ্ম আৰু শাসন পদ্ধতি বহুত পৰিমাণে অনুসৰণ কৰিছে। যিহেতু চীন এখন কৃষি প্ৰধান দেশ, ভাত ইয়াৰ প্ৰধান খাদ্য। পশ্চিমাঞ্চলত প্ৰচুৰ পৰিমাণে ধান খেতি আৰু উত্তৰাঞ্চলত যৱ খেতি হোৱাৰ বাবে বিশাল দেশ হৈয়ো চীন দেশৰ মানুহে লঘোণে থাকিব লগা হোৱা নাই। কপাহ, মাহ, আলু, চয়াবিন, ধপাত, চাহ, ফল-মূল, শাক-পাত প্ৰভৃতি ইয়াত অপৰ্যাপ্ত। সেই বাবে ভোজনৰ আয়োজনো বিভিন্ন প্ৰকাৰৰ। ড° শইকীয়াই ভ্ৰমণ কাহিনীত চীনাসকলৰ ভোজনপ্ৰীতি বৰ্ণনা কৰি কৈছে যে আমাৰ অনেক অভক্ষ্য-খাদ্য চীনাসকলৰ প্ৰিয়খাদ্য। তেওঁলোকৰ ভক্ষ্যাভক্ষ্যৰ কোনো বাছ-বিচাৰ নাই। এই বিশ্বব্ৰহ্মাণ্ডৰ উৰণ-বুৰণ, গজন-গমন এই চাৰিবিধ জীৱনৰ কোনো বিধকে তেওঁবিলাকে সৰু-বৰ বিবেচনা নকৰি সমান মৰ্যাদা দিয়ে। চীনাসকল ভাল ৰান্ধনি। পৃথিৱীত এনে এখন চহৰ নাই য'ত চীনা ভোজনালয় নাই। চীনলৈ যিহেতু ভাৰতীয় লিখক কেইজন নিমন্ত্ৰণ ক্ৰমেহে গৈছিল, সেইবাবে চীনাসকলে তেওঁলোকক অভ্যৰ্থনাৰ প্ৰথম পৰ্যায়ত বিভিন্ন চীনা ব্যঞ্জনেৰে শইকীয়াহঁতৰ দলটোক সোধ-পোছ কৰিছিল। অৱশ্যে ড° শইকীয়াই চীনা খাদ্যৰ সোৱাদ ল'ব নোৱাৰিলে, ঘ্ৰাণহে ল'লে। জিভাত চীনা খাদ্যৰ জুতি সেইবাবে আমি অনুভৱ কৰিব নোৱাৰিলো, তেওঁৰ তৃপ্তিকৰ বৰ্ণনাহে পঢ়িলো। ড° শইকীয়াই কিয় জুতি ল'ব নোৱাৰিলে, কাৰণ দৰ্শাইছে। তেওঁৰ পেট আৰু ডাক্তৰৰ নিষেধৰ বাবে তেওঁ চীনা আহাৰ খাব নোৱাৰিলে।

ড° শইকীয়াই লিখিছে যে চীনাসকল পৰিষ্কাৰ- পৰিচ্ছন্নতা ভালপোৱা জাতি। তেওঁ ক'তো বেৰত বা পকী দেৱালত পোষ্টাৰ আঁৰি, ছবি আঁকি লেতেৰা কৰা দৃশ্য দেখা নাপালে। আমাৰ দেশৰ তুলনা কৰি তেওঁ আক্ষেপ কৰিছে যে আমাৰ দেশত ৰেল-ষ্টেচন, বাছ ষ্টেচন, জিৰণি ঘৰ, চৰকাৰী-বেচৰকাৰী কাৰ্যালয়, ৰাজহুৱা প্ৰস্ৰাৱঘৰ, আলি-পদূলি, নলা-নৰ্দমা সকলোতে দুৰ্গন্ধময়, কদৰ্যময় অৱস্থা। চীন দেশত সকলোতে পৰিষ্কাৰ-পৰিচ্ছন্নতা বিৰাজমান। সকলো জনসাধাৰণ এই বিষয়ত সচেতন আৰু সহযোগী। ড° শইকীয়াৰ দিনলিপিত চীনাসকলৰ সাজপাৰৰ উল্লেখ আছে। চহৰবোৰত বিশেষকৈ বিদেশী ফেশ্যনৰ আদৰ বাঢ়িছে। মহিলাই পেন্ট, চাৰ্ট, স্কাৰ্ট ব্লাউজ, ফ্ৰক পিন্ধিছে, পুৰুষে পেন্ট-কোট-টাই সাজপোছাক পৰিধান কৰিছে। কৰ্ম সংস্কৃতিত চীনা মহিলা যথেষ্ট অগ্ৰগামী। মহিলাই ট্ৰাক-বাছ চলাইছে, ফেক্টৰীত কাম কৰিছে, ব্যৱসায়-বাণিজ্যত নামিছে, খেতি-বাতি কৰিছে, ট্ৰেক্টৰ চলাইছে। খেল-ধেমালিত বিশ্ব ৰেকৰ্ড ভংগ কৰি চীনা মহিলাই খ্যাতি লাভ কৰিছে। চীনা চৰিত্ৰৰ বিষয়ে ড° শইকীয়াৰ বিৱৰণ মনোগ্ৰাহী। ভাৰতীয় লিখক কেইজনে চীন দেশৰ আতিথ্যেয়ত মুগ্ধ হৈছিল। য'লৈকে গৈছিল সকলোতে তেওঁলোকে সৌহাৰ্দ্যপূৰ্ণ অভ্যৰ্থনা পাইছিল। হু আৰু লিউৰ দৰে সহকাৰী বন্ধুৰ পূৰ্ণ সহযোগ লাভ কৰিছিল।

চীনাসকলৰ চৰিত্ৰগত বৈশিষ্ট্য সম্পৰ্কে লিন ইউটাঙে তেওঁৰ বিখ্যাত গ্ৰন্থ 'My Country and My people' ত এটা উপাদেয় বৰ্ণনা দিছে। তেওঁ লিখিছে যে চীন দেশত ইংৰাজী শব্দ 'Character'ৰ অৰ্থ বেলেগ। ই এটা ৰূপক জাতীয় প্ৰতিশব্দ ৰূপে ইয়াত ব্যৱহাৰ নহয়। চীনা দৰ্শনত চীনা চৰিত্ৰ মানে বুজায়- মানসিক পৰিপক্কতা, সহানুভূতিশীল ব্যৱহাৰ আৰু বিজ্ঞ দূৰদৰ্শিতা। চীনাসকলৰ লোক কথা, প্ৰবচন, মহৎ বাক্য, সাহিত্য ৰচনা, অভিনয় প্ৰসংগ আচৰণ বিধি সকলোতে এই চাৰিত্ৰিক বৈশিষ্ট্য ফুটি ওলায়। ড° নগেন শইকীয়াই বিভিন্ন সাক্ষাৎকাৰত, আলাপ-আলোচনাত, সাহিত্য সমীক্ষাত এই বৈশিষ্ট্য লক্ষ্য কৰিছিল। ফিল্ড মাৰ্ছেল মন্ট গোমাৰিৰ সুখ্যাত কিতাপ 'Three Contineants' ত চীনা চৰিত্ৰৰ বৰ্ণনা এটাত আছে যে তেওঁ চাংহাই চহৰৰ এখন হোটেলত থাকোতে তেওঁ থকা কোঠালিত বিমান কোঠালৈ যাবলৈ খৰধৰ লগাওঁতে ডাড়ি খুৰুৱা ইলেকট্ৰিক যন্ত্ৰটো এৰি থৈ আহিছিল। বিমান কোঠাৰ জিৰণি ঘৰত অপেক্ষা কৰি থাকোতে দেখিলে, হোটেলৰ কাম কৰা ল'ৰাজনে এখন গাড়ীত দৌৰি আহি তেওঁক বিচাৰি সেইটো দিলেহি। মন্ট গোমাৰি এই কাৰ্যত কিমান অভিভূ ত হৈছিল, তাক তেওঁ গ্ৰন্থখনত 'Chinese Character' অধ্যায়ত সুন্দৰভাৱে বৰ্ণনা কৰিছে। আজি যদিও চীনত আধুনিক বা-বতাহ চলিছে, সমাজবাদী সংস্কাৰ আৰম্ভ হৈছে তথাপি চীনাসকলৰ নিষ্ঠা, সততা আৰু দায়িত্ববোধ কমা নাই। কনফিউচিয়াছৰ শিক্ষা তেওঁলোকে এতিয়াও এৰি পেলোৱা নাই। এই শিক্ষাত আছে জ্যেষ্ঠজনৰ প্ৰতি আনুগত্য আৰু সামাজিক বন্ধনৰ প্ৰতি ঐক্যবোধ প্ৰভৃতি। কমিউনিষ্ট পাৰ্টি ক্ষমতালৈ অহাৰ পাছতে যদিও জনসাধাৰণৰ প্ৰধান দায়িত্ব দেশৰ প্ৰতি আৰোপ কৰা হ'ল, তথাপি আজিও চীন দেশত পাৰিবাৰিক জীৱন বিনষ্ট হোৱা নাই। কমিউনিষ্ট শাসনত সাংস্কৃতিক বিপ্লৱৰ তিনিটা মূল লক্ষ্য আছিল, যথাক্ৰমে- (১) চীন দেশৰ বাবে এক সুনিৰ্দিষ্ট আৰু সুনিয়ন্ত্ৰিত ৰাষ্ট্ৰীয় এলেকা নিৰ্দ্ধাৰণ কৰা, (২) সাৰ্বভৌম ৰাজনৈতিক ক্ষমতা কমিউনিষ্ট চৰকাৰৰ দখলত ৰখা আৰু (৩) চীন দেশত সৰ্বশক্তিশালী সৈন্যবাহিনী গঢ়ি তোলা। এই উদ্দেশ্য পূৰণত মাও-জে দঙে শ্লোগান দিছিল-' দেশখন নতুনকৈ গঢ় দিয়া । অধ্যৱসায়, পৰিশ্ৰম আৰু কঠোৰ মিতব্যয়িতা আয়ত্ত কৰা'। মাওৰ আহ্বান আছিল জনসাধাৰণে ত্যাগ আৰু কষ্ট ভোগ কৰি হ'লেও সাংস্কৃতিক বিপ্লৱ চলাব লাগিব, বিলাসী জীৱন এৰি পেলাব লাগিব। ৰেড গাৰ্ড বিলাকে জনসাধাৰণৰ ব্যক্তিগত স্বাধীনতা আৰু লাহ-বিলাহ কঠোৰ হাতেৰে দমন কৰিছিল। কিন্তু কমৰেড ডেং জিয়াও পেং আৰু কমৰেড লি পেঙৰ দিনত মাওৰ সেই কঠোৰ নিৰ্দেশ সম্প্ৰতি নোহোৱা হৈছে। আজি চীন বহুত মুকলি হৈছে। গোড়া জাতীয়তাবোধ আঁতৰি উদাৰনীতি প্ৰৱৰ্তন হৈছে। ড° শইকীয়াই লিখিছে যে মুক্তদ্বাৰ অৰ্থনীতিয়ে আধুনিক চীনত নতুন সম্ভাৱনা আনিছে, চীনাসকলৰ ক্ৰয়-ক্ষমতা বৃদ্ধি হৈছে। চীনা খেতিয়কে ব্যক্তিগত উপাৰ্জনৰ ফল ভোগ কৰাৰ সুবিধা পাইছে। এই পৰিৱৰ্তনৰ ফল ভৱিষ্যতে কেনে হয়, অৱশ্যে সদ্যহতে কোৱা মস্কিল। পুঁজিবাদৰ মেৰপাক বুজা সহজ নহয়।

তিনি হাজাৰ বয়সীয়া চীনা সাহিত্য এটা চমু ভ্ৰমণত বুজা সহজ নহয়। এই সাহিত্যত কি নাই? উপকথা, গীতি-কবিতা, গল্প, নাটক, উপন্যাস সকলো খুন্দ খাই আছে। তাৰ

মাজতে ড° শইকীয়াই যিখিনি পালে, বুজিলে সামন্যতম হ'লেও, সেইখিনি তেওঁৰ বাবে অন্তৰপৰশা। তেওঁ বিশেষভাবে আকৃষ্ট হৈছিল চীনা কবিতাত। তেওঁ লিখিছে যে চীনা কবিসকলে গভীৰ অনুভূতিৰে কবিতাক এনে মৰ্মস্পৰ্শী কৰি তুলিছে যে সেইবোৰৰ আস্বাদন বাস্তৱিকতে অতুলনীয়। জন চেতনাৰ স্পৰ্শতে আধুনিক চীনা কবিতাৰ সফল ৰূপায়ণ ঘটিছে। ড°শইকীয়াইঁতে চীনৰ লেখক সংঘই নিৰ্দ্ধাৰণ কৰা কাৰ্যসূচী মতে নিৰ্বাচিত চীনা সাহিত্যিকসকলক লগ পাইছিল আৰু তেওঁলোকৰ লগত ভাবৰ আদান- প্ৰদান কৰিছিল। সাম্প্ৰতিক চৈনিক সাহিত্য সম্পৰ্কে তেওঁলোকে আলোচনা কৰিছিল। ভাৰতৰ ৰবীন্দ্ৰ নাথ ঠাকুৰৰ বিষয়ে চীনা সাহিত্যিকসকলে জানে। অনুবাদ সাহিত্যই এই পৰিচয় সহজ কৰিছে। ভাৰতবৰ্ষত চীনা সাহিত্য সোমাইছে ইংৰাজী ভাষাৰ মাধ্যমত। পশ্চিমীয়া দেশবোৰে চীন দেশক Middle kingdom বুলিয়েই আখ্যা দিছিল। চীনা ভাষাটো ইংৰাজী বা আন ভাষাতকৈ বেলেগ। অনেক কথিত ভাষা বেলেগ বেলেগ ধৰণেৰে উচ্চাৰণ হয়। সেইবাবে এটা অঞ্চলৰ লোকে আন এটা অঞ্চলৰ কথিত ভাষা সহজে নুবুজে। চীনৰ মূল ভাষা দুটা। এটা কেন্টনিজ আৰু আনটো মান্দাৰিণ। এটা উত্তৰাঞ্চল আৰু আনটো পশ্চিমাঞ্চলৰ ভাষা। মান্দাৰিণ ভাষা চীনাসকলে অধিক ব্যৱহাৰ কৰে। মানুহে কয় যে চীনাসকলে ভাষাৰ প্ৰয়োগ গীতৰ লেখিয়াকৈ কৰে। কাৰণ, কণ্ঠস্বৰ, কেতিয়াবা উচ্চ, কেতিয়াবা নিম্ন, কেতিয়াবা ওখ, আকৌ কেতিয়াবা তল হৈ ধ্বনিত হয়। দৰাচলতে চীনা লিপিৰ এ বি চিৰ দৰে বৰ্ণমালা নাই। চিহ্ন বা সংকেট আছে যাক 'চৰিত্ৰ' বুলি ক'ব পাৰি। এইবোৰ চিত্ৰলিপি, যাৰ চীনাসকলে কোনো অৰ্থ প্ৰকাশ কৰে। (যেনে-এটা বৃত্তৰ মাজত এটা বিন্দু আঁকিলে, বেলি বুজায়) এই চিত্ৰলিপি বিৱৰ্তনৰ মাজেদি সংশোধিত হৈ সহজ ৰূপ ধাৰণ কৰিছে। চীনা চিত্ৰমালাৰ ৰূপান্তৰ ঘটাবলৈ কমিউনিষ্টৰ আমোলত চেষ্টা চলোৱা হৈছিল। এই চেষ্টা আছিল ধ্বনি-তাত্বিক লিপি (পিন-য়িন)। ডঃ শইকীয়াই চীনা ভাষাৰ অধ্যাপক গুৱাইকৰ লগত ভাষা বিষয়ত আলোচনা কৰিছিল যদিও বেছি আগবাঢ়িব নোৱাৰিলে—ভাষাৰ জটিলতাৰ বাবে, লগতে সময়ৰ নাটনিৰ বাবে।

ডঃ শইকীয়াই আলাপ-আলোচনাৰ মাজেদি উপলব্ধি কৰিছিল যে নতুন চীন গঠনত চান-য়েৎচেনৰ অৱদান বিশেষ দৃষ্টান্ত স্বৰূপ। তেৱেঁই চীনত প্ৰজাতন্ত্ৰৰ বাট মোকোলাই দিলে। ডঃ চান-য়েৎচেনে ১৯১২ চনতে বিপ্লৱ ঘোষণা কৰি ৰাজকীয় শাসনৰ অৱসান ঘটাইছিল। তেওঁৰ ১৯২৫ চনত যেতিয়া মৃত্যু ঘটিল, তেতিয়া ক্ষমতা লাভৰ বাবে জাতীয়তাবাদী আৰু কমিউনিষ্ট পন্থীৰ মাজক প্ৰতিদ্বন্দ্বিতা চলিল। জাপানী যুদ্ধৰ পাছত ১৯৪৯ চনত কমিউনিষ্টসকলে মূল ভূমিখণ্ড অধিকাৰ কৰিলে আৰু ৭০০তকৈয়া অধিক মিলিয়ন চীনাবাসীক ৰাজধানী পিকিং চহৰৰ পৰা 'পিপোলচ ৰিপাব্লিক অব চাইনা'ৰ নেতা মাও-জে দঙে নেতৃত্ব দি নতুন অভিলেখৰ সূচনা কৰিলে। তাৰ পাছত আকৌ নতুন পদক্ষেপ, ডেন জিয়াও পেঙৰ নেতৃত্বত সমাজবাদ আৰম্ভ হ'ল।

ড° শইকীয়াই দিনলিপিত টিয়ানানমেন স্কোৱাৰ দৰ্শন কৰাৰ কথাও লিখিছে। ১৯৮৯ চনৰ ৪ জুনত এই ঠাইতেই প্ৰতিবাদী ছাত্ৰ-ছাত্ৰীৰ গাৰ ওপৰেদি চলাই দিয়া হৈছিল টেংক।

এইটো আধুনিক চীনৰ মৰ্মন্তুদ ঘটনা, হৃদয় বিদাৰক কাহিনী। ইয়াত এতিয়াও তেজৰ কৰাল লাগি আছে.। ড° শইকীয়াই টিয়েনানমেন ঘটনাক লৈ ৰচিত কিবা কবিতা আছেনে নাই নাজানিলে। হয়তো বাধা আছে, এনে প্ৰশস্তি বা শোকৰ কবিতা লিখিবলৈ চীনা কবিয়ে সাহস গোটাব পৰা নাই। ভাৰতৰ দলটোৱে বেইজিং, চাংহাই, ছু শ্বৌ, নানজিং, যাংছৌ, পিকিং বিশ্ববিদ্যালয়, চীনৰ সুখ্যাত প্ৰাচীৰ, যাদুঘৰ, কিতাপৰ দোকান, বজাৰ চুক আদিকে ধৰি অনেক ঠাইলৈ গৈছিল, লগ পাইছিল গল্প লেখক, ঔপন্যাসিক, কবি প্ৰভৃতিক। এই মহাচীনৰ দিনলিপি হৈছে তাৰে এটা সংক্ষিপ্ত পৰিচয়। ড° শইকীয়াই নিজে দেখা চীনক আমাৰ লগত তেওঁৰ দৃষ্টিভংগীৰে পৰিচয় কৰাইছে। সাম্প্ৰতিক কালৰ চীনৰ মন নাপালেও চীনা সাহিত্যৰ এটা বুজ লৈ আহি তেওঁ এই গ্ৰন্থ ৰচনা কৰিছে। যত্ন সফল হৈছে নিশ্চয়।

★★★

# দেশে দেশে নানা ৰং ঃ শিল্পীৰ দেশত

গৌতমপ্ৰসাদ বৰুৱা ৰচিত “দেশে দেশে নানা ৰং ঃ শিল্পীৰ দেশত” এখন ভ্ৰমণ কাহিনী। পেৰিছ, আমষ্টাৰডাম আৰু ভিয়েনা চহৰ চাবলৈ গৈ তেওঁ যি অভিজ্ঞতা লাভ কৰিলে, যি সৌৰভ কঢ়িয়াই আনিলে তাৰে লিপিবদ্ধ কাহিনী হৈছে এই কিতাপখনৰ উপজীব্য। প্ৰথমতে ক'ব পাৰি যে কিতাপখন এনেভাবে লিখা হৈছে যাক এখন গতানুগতিক ভ্ৰমণ-বৃত্তান্ত বুলিব নোৱাৰি। বিষয় প্ৰসংগক মনোগ্ৰাহী কৰিবলৈ লিখকে প্ৰান্তিক আৱেগপ্ৰৱণতা নিয়োগ কৰিছে তেওঁৰ শিল্পীবদ্ধতা প্ৰীতি আৰু ঐতিহ্য উদ্বেলিত চিত্ত সংযোগেৰে। এঘণ্টা সময় একান্তমনে পঢ়াৰ পিছতে কিতাপখনৰ বিষয়বস্তুৱে মোক অন্তৰংগ কৰি তুলিলে। মই পেৰিছলৈ যোৱা ভালেমান বছৰ পাৰ হৈ গ'ল। আমেৰিকাত মোৰ পুথিভঁৰাল অধ্যয়ন সমাপ্ত কৰি বৃটিছ কাউন্সিলৰ বদান্যতাত এমাহ লণ্ডনত থাকি তাতো পুথিভঁৰাল সংগঠন বুজি- শুনি ঘৰমুৱা হৈ আহোতে এসপ্তাহ কাল পেৰিছত কটোৱাৰ সুবিধা লাভ হৈছিল। উদ্দেশ্য, “পৃথিৱী বিখ্যাত বিব্‌লিওথেক্ নেশ্যনেল” গ্ৰন্থালয়টো চাই অহা বাসনা চৰিতাৰ্থ কৰা। শিক্ষামূলক ভ্ৰমণ হ'লেও কোনো লোকে চহৰখন চোৱা কৌতূহল সহজে দমন কৰিব নোৱাৰে। মই থকা ‘হোটেল চিচিলে'ৰ ইংৰাজী জনা গাইডজনে সহায় কৰাৰ আগ্ৰহত আপ্লুত হৈ মই পেৰিছ আৰু দাঁতি কাষৰীয়া অঞ্চল চাইছিলো। লগত এজন আন ভাৰতীয় পৰ্যটক। আমি আটাইকেইজন ভাৰতীয় হ'লেও আমাৰ মনত আন্তৰ্জাতিক দৃষ্টিভংগী আছিল। সেয়েহে আমাৰ পেৰিছ ভ্ৰমণ নিঃসন্দেহে মধুৰ উপভোগ্য হৈ পৰিছিল। ইউৰোপলৈ গ'লে পেৰিছত পাক এটা মৰা এটা নিয়মীয়া কাৰ্যসূচী। পেৰিছ চহৰখন সৌন্দৰ্যৰ ৰাণী। যিহেতু পেৰিছবাসীয়ে নিজৰ ভাষাটোক অদ্বিতীয় বুলি ভাবে সেইবাবে তেওঁলোকে জানিলেও ইংৰাজী ভ্ৰষাক মাধ্যমৰূপে ল'ব নোখোজে। ইংৰাজীত কিবা জানিব খুজিলেও তেওঁলোকে ক'ব – জ'নে পাৰ্ল পা অংলে', ইংৰাজী নাজানো। সেইবাবে হাতত এখন হাতপুথি থাকিব লাগে, মানে French vocabulary ৰ লেখীয়া কিতাপ। প্ৰয়োজনবোধে ফৰাচী প্ৰতিশব্দ জানিব পাৰি। গৌতমপ্ৰসাদ বৰুৱাৰ “দেশে দেশে নানা ৰং” পঢ়ি মোৰ পুৰণি দিনলৈ মনত পৰিল। মোৰ বিহংগম দৃষ্টিৰ পেৰিছ ভ্ৰমণ পুনৰ উত্তেজক হৈ পৰিল। চকুৰ আগত বিস্ময়পূৰ্ণ অতীত স্মৃতি ঠিক যেন Revisited হ'ল। গৌতমপ্ৰসাদ বৰুৱাৰ কিতাপখন মই পঢ়িলো ব্যক্তিগত অনুভৱৰ বাবে, পঢ়িবলৈ প্ৰলোভন হৈছিল তেওঁৰ লিখাৰ ষ্টাইল দেখি। ইয়াত ভ্ৰমণ কাহিনীৰ বাদেও পাব পাৰি তথ্য, অনুপ্ৰেৰণা, কল্পনা আৰু ভাষা প্ৰয়োগৰ কাব্যিক ব্যঞ্জনা। শীতৰ সেমেকা পঢ়া কোঠালিটোত বহি মই কিতাপখনৰ প্ৰীতিপূৰ্ণ উষ্ণতা অনুভৱ কৰিছিলো। কবিতাৰ অনন্য সাধাৰণ বোধ থকাৰ বাবে লিখক বৰুৱাই কবিতাৰ পংক্তি গুণাগুণ

অভিব্যক্তিৰ সমীকৰণ ঘটাইছে দৃশ্যপটৰ তুচ্ছতম প্ৰসংগতো। মোৰ ভাব হৈছে গৌতমপ্ৰসাদ বৰুৱাৰ এই কিতাপখনত নতুনত্ব আছে। শিল্পকলাৰ প্ৰতি তেওঁৰ এটা আন্তৰিক আকৰ্ষণ আছে বাবেই প্ৰত্যক্ষ হৈ উঠিছে পেৰিছ চহৰৰ প্ৰাচীন ভাস্কৰ্য, খ্যাতনামা চিত্ৰশিল্পী, গায়ক, কবি আৰু অপৰূপা সৌন্দৰ্যৰ দৃশ্যৰাজি। অভিধানত আছে, কবি সেইজন যিজনে নিজক প্ৰকাশ কৰে কল্পনাশক্তি আৰু ভাব-ভাষাৰ সৌন্দৰ্যবোধেৰে। গৌতমপ্ৰসাদ বৰুৱাৰ কিতাপখন শিল্পীৰ কথাৰে কাব্যিক হৈ পৰিছে। পেৰিছৰ মোহনীয় ৰূপৰ মাজতো তেওঁৰ মনে ঢাপলি মেলিছে অসমলৈ, অসমৰ বৰলুইতলৈ। তেওঁৰ কল্পনাত এখন সুন্দৰ অসম গঢ়াৰ উত্তাপ প্ৰকাশ পাইছে। কবিতাৰ আড়ম্বৰশালী (লফ্‌টি) পংক্তিয়ে তেওঁক লৈ গৈছে নিজৰ ঘৰখনলৈ, নিজৰ পুৰণি বন্ধুসকলৰ মাজলৈ। এখন কিতাপ পঢ়িছিলো নাম আছিল, A Journey into Rabelais's France। ইংৰাজী ভাষাত প্ৰকাশ পোৱা ফৰাছী সাহিত্যিক আৰু ভাষাবিদ Rabelais ৰ বিষয়ে সংক্ষিপ্ত বৰ্ণনা। তাত পাইছিলো ফৰাচী কলা-সাহিত্য আৰু সংস্কৃতিৰ চমু আভাস। ফৰাচী সাহিত্যৰ আৰু শিল্পৰ নৱজাগৰণ ইয়াত লিপিবদ্ধ হৈছে। গৌতমপ্ৰসাদ বৰুৱাই Land of Rabelais ভ্ৰমণ কৰা সাৰ্থক হৈছে। আমি তেওঁৰ অভিজ্ঞতাৰ মাজত সাহিত্যৰো সোৱাদ পাইছো। তেওঁৰ নিজস্ব এটা লিখাৰ ষ্টাইল আছে, এই ষ্টাইল ধৰা পৰিছে প্ৰত্যেকটো পৃষ্ঠাত। সেইবাবে পুথিখন সুখপাঠ্য হৈছে।

গৌতমপ্ৰসাদ বৰুৱা এজন ভ্ৰমণপ্ৰিয় ৰসিক ব্যক্তি। এই কিতাপখনৰ বৃত্তান্তত তেওঁ লিখিছে যে প্ৰথমবাৰ বিদেশলৈ যাওঁতে তেওঁ কেইঘণ্টামানৰ বাবেহে পেৰিছ চহৰত কটাইছিল। ৰাজনৈতিক কাৰণত তেতিয়া ফ্ৰান্সত চলিছিল কঠোৰ নিৰাপত্তামূলক ব্যৱস্থা। দ্বিতীয়বাৰ তেওঁ পেৰিছলৈ গৈছিল সপৰিবাৰে, মানে স্ত্ৰী লখিমী আৰু ছোৱালী শৰ্মিলাক লগত লৈ। তেওঁৰ আক্ষেপ হৈছিল এইবুলি যে জীৱনৰ মধ্যভাগত ভৰি দি যেতিয়া তেওঁৰ জীৱনৰ ৰেখাডাল উৰ্ধ্বগামী পথ এৰি মেৰিডিয়ান পাইছেগৈ আৰু ক্ৰমাৎ নিম্নমুখী হোৱাৰ উপক্ৰম ঘটিছে তেতিয়া হয়তো তেওঁৰ যৌৱনৰ সপোনপুৰী পেৰিছ চহৰখনৰ উত্তাপ তেওঁৰ বাবে কিছু নিজান হৈ পৰিব। তথাপি তেওঁ লোভ চম্ভালিব নোৱাৰিলে; সুন্দৰ মাধুৰ্যৰে ভৰা, মোহনীয় পেৰিছে তেওঁক চুম্বকৰ দৰে টানি লৈ গ'ল। লণ্ডনৰপৰা পেৰিছৰ দুৰত্ব বেছি নহয়। আকাশী পথেৰে ৫০ মিনিট। বৰুৱাই লিখিছে যে আন্তৰ্জাতিক ভ্ৰমণত বহুতো সুবিধা আছে। কলিকতাৰ পৰা লণ্ডনলৈ টিকট কাটিলে আন দুখন ইউৰোপৰ চহৰ ভ্ৰমণ কৰিবলৈ "যাওঁতে" পোৱা যায়। গতিকে লণ্ডনলৈ গ'লে পেৰিছ বা আমষ্টাৰডাম বা জেনেভা ভ্ৰমণ কৰিব পাৰি। এয়াৰ ইণ্ডিয়াত গ'লে ৰোম চহৰো চাব পাৰি। বিদেশলৈ গ'লে হাতত সৰহ টকা-পইচা লাগে। তাত বিদেশত থকা-মেলাৰো আগতীয়া ব্যৱস্থা থকা দৰকাৰ। সম্বন্ধীয় মানুহ থাকিলে ভাল। বৰুৱাই আৰু এটা বাতৰি দিছে।

পেৰিছত এখন পুৰণি কিতাপৰ দোকান আছে। নাম—"শ্বেইক্সপীয়েৰ এণ্ড কোম্পানী" (Shakespeare and Company, Rue de La Bucherie, Paris, France), এই দোকনখনে কবি, সাহিত্যিক বা শিল্পীক থকাৰ বাবে ব্যৱস্থা কৰি দিব পাৰে, দুই-তিনিদিন

প্ৰয়োজন হ'লে বিনা পইচাত ৰাখিবও পাৰে। একমাত্ৰ চৰ্ত হৈছে আপুনি সাহিত্য কৰ্মত ব্যস্ত থকা লিখক হ'ব লাগিব। খবৰটো কৌতূহলপূৰ্ণ। কলিকতাৰ "মিত্ৰ -ঘোষ" নামৰ প্ৰকাশক সন্থাটোত এনে ব্যৱস্থা দেখিছিলো। পূজাৰ সংখ্যাত লিখা কৰ্ম অব্যাহত ৰাখিবলৈ তাত নাম থকা সাহিত্যিকক বিনা পইচাতে থাকিবলৈ দিয়া হয়। কথাটো বাস্তৱিকতে উৎসাহজনক। অসমৰ কথা বেলেগ। প্ৰকাশকে প্ৰাপ্য পইচাকেইটাকে দিব নোখোজে। থকা-মেলাৰ ব্যৱস্থা কৰা দূৰৰে কথা।

পেৰিছ চহৰত চাবলগীয়া ঠাই অনেক। তাৰ ভিতৰত উল্লেখযোগ্য হ'ল আইফিল টাৱাৰ, চঁ আলিয়েচ, লুভ, চিয়েন নদী, নটোৰড্ৰাম কেথেড্ৰেল। বৰুৱাই লিখিছে যে এই পাঁচবিধ ঠাই চালে পেৰিছৰ আত্মাক চিনিব পৰা যায়। এই কেইটাৰ বাহিৰেও আছে "ৰেনেশা" ৰাজপ্ৰসাদ," পেৰিছ চহৰৰ কাষতে Versailles ত ফ্ৰান্সৰ সম্ৰাট চতুৰ্দশ লুই নিৰ্মিত এই কীৰ্তিস্তম্ভ। সম্ৰাটৰ আছিল অদ্ভুত ৰাজনৈতিক আকাংক্ষা। ফৰাছী দেশত সাহিত্য আৰু শিল্পীৰ বহু উন্নতি ঘটিছিল তেওঁৰ পৃষ্ঠপোষকতাত। কিন্তু ক্ষমতা লাভৰ অকল্পিত বাসনাই এই সম্ৰাটজনক (Le Roi Solci-Sua king) কুশাসনৰ চৰম অৱনতিৰ ফালে টানি নিছিল। নভোস্পৰ্শী দুৰাকাংক্ষাই তেওঁৰ মৃত্যুক মাতি আনিলে। Versailles ৰাজপ্ৰাসাদ সুবিখ্যাত। তদুপৰি, এই কলংকিত ৰাজ কাৰেং (এমাইলৰ চাৰিভাগৰ এভাগ) এসময়ৰ ফ্ৰান্সত প্ৰবৰ্তিত ৰাজশাসনৰ দম্ভ আৰু ৰক্তাক্ত শোষণৰ কথা মনত পেলায় বাবে আজিৰ ফৰাছীসকলে এই দুৰ্গাসদৃশ অট্টালিকা ঘৃণাৰ চকুৰে চায়। লু'ভ হৈছে জগদ্বিখ্যাত যাদুঘৰ। লেনিনগ্ৰাদৰ আৰ্মিতাজ, ফ্লৰেন্সৰ উফিজি, লণ্ডনৰ নেশ্যনেল গেলেৰি, বৃটিছ মিউজিয়াম, মাদ্ৰিদৰ প্ৰাদোৰ দৰে পেৰিছৰ লুভ চমকপ্ৰদ (merveilleux) মিউজিয়াম। ইয়াতে বিখ্যাত মনালিছা তৈলচিত্ৰখন সযত্নেৰে ৰখা হৈছে। বৰুৱাই লুভৰ প্ৰসংগত লিখিছে যে- আগতে ই এটা ৰাজপ্ৰাসাদ আছিল। ১২০০ খৃষ্টাব্দত স্থাপন হোৱা এই দুৰ্গ ১৮৬০ চনত তৃতীয় নেপোলিয়নে সম্পূৰ্ণ কৰে।

লুভত অলংকৃত হৈছে জগদ্বিখ্যাত চিত্ৰ ভাস্কৰ্যৰ নিদৰ্শন। বৰুৱাৰ জী শৰ্মিলাই লুভত ডেভিদৰ কৰনেশ্বন অব নেপোলিয়ন, গেৰিকল্টৰ ৰেফ্‌ট অব দ্য মেডুচা, ডিলাক্ৰয়িচাৰ লিবাৰ্টি গাইডিং দ্য পিপোল চোৱাৰ উপৰিও ৰাফেল, ৰেমব্ৰান্ট, হলবিল, ৰুবেনৰ চিত্ৰ চাই বিভোল হৈছিল। ফৰাছী আৰ্টবাদ বা ৰসবাদত আছে মানুহৰ মনৰ বা কোনোবা ঘটনাৰ অন্তৰ্নিহিত অনুভূতি। যেনে ৰেমব্ৰান্টৰ চিত্ৰত আছে তীব্ৰ মানসিক অনুভূতি। ৰেমব্ৰান্টৰ বিখ্যাত চিত্ৰ "আত্ম প্ৰতিকৃতি" (১৬৫৮) গভীৰ অনুভূতিৰ প্ৰকাশ, ইয়াৰ ৰস ব্যঞ্জনাত এক্সপ্ৰেছিভ ফৰ্ম সুন্দৰভাৱে ফুটি উঠিছে। মহৎ আৰু শ্ৰেষ্ঠ চিত্ৰৰ সমৰোহ ঘটিছে লুভত। পেৰিছলৈ গ'লে লুভ নাচালে পেৰিছ ভ্ৰমণ অসম্পূৰ্ণ হৈ বৈ যাব। ইয়াৰ চিত্ৰসমূহ মুখ্যতঃ সুন্দৰৰ আৰাধনা।

ফ্ৰান্সলৈ পৰ্যটকসকল আহে পৃথিৱীৰ সকলো ঠাইৰ পৰা। ইয়াত থকা দুয়োফালে শোভিত প্ৰশস্ত আলিবাট (boulevards), ঐতিহাসিক প্ৰাসাদ (historic buildings), কলা বীথিকা,

কলা সম্পদ (art treasures) ফেশ্যনভৱন, (fashion houses) ভোজনালয় (restaurants), অনেক ধৰণৰ গীত-বাদ্য আৰু নাচৰ উপভোগ কৰা কেন্দ্ৰ আৰু নৈশক্লাব (music and dance halls, night clubs) প্ৰভৃতি হৈছে তেওঁলোকৰ মুখ্য আকৰ্ষণ। ইয়াৰ বাহিৰেও আছে পুৰণি চহৰসমূহ, মাছ চিকাৰৰ গাওঁ অঞ্চল, গীৰ্জাসমূহ। ফ্ৰান্সৰ জলবায়ু মধ্যমীয়া, ভুমধ্য সাগৰীয় জলবায়ুৰে দক্ষিণাঞ্চলত উষ্ণতা আৰু শীত প্ৰবাহৰ এক আৰামদায়ক তাপমান ৰক্ষা কৰিছে। ফ্ৰান্সৰ জনসাধাৰণৰ শতকৰা ৮০ ভাগ ৰোমান কেথলিক আৰু মূল ভাষা ফৰাছী। এইখন দেশলৈ গৌতমপ্ৰসাদ বৰুৱা সপৰিয়ালে গৈছিল মনৰ হেঁপাহ পলুৱাবলৈ। যিসকলে দেশনেতা বা নিমন্ত্ৰিত বিশেষ সন্মানীয় অতিথি অথবা ৰাষ্ট্ৰদূত তেওঁলোকৰ ভ্ৰমণকাৰ্যসূচী আড়ম্বৰপূৰ্ণ। আভিজাত্যপূৰ্ণ জাকজমকেৰে আয়োজিত। কিন্তু গৌতমপ্ৰসাদ বৰুৱাৰ এই চমু ভ্ৰমণ আছিল নিতান্তই ব্যক্তিগত, মানে Unescorted আৰু unannounced। তেওঁৰ সংগী আছিল ইভ নামৰ ভদ্ৰ, সদালাপী ডেকা ল'ৰা, পেৰিছৰ ছাত্ৰ। ইভে আজৰি সময়ত ট্ৰেক্সি চলায়। ইভৰ লগত বৰুৱাৰ সহৃদয়তা গাঢ় হৈ পৰিছিল। সাহিত্য- সংস্কৃতি- শিক্ষা আদি বিষয়ত ইভৰ জ্ঞান আছিল। কিন্তু তেওঁ আছিল ফৰাছী সংস্কৃতিৰে আত্মগৌৰৱী। গৌতমপ্ৰসাদ বৰুৱাৰ পেৰিছ ভ্ৰমণ আছিল সম্যকভাবে ফৰাছী মানসিকতাৰ কিছু জ্ঞান আহৰণ কৰা। পুৰাতাত্ত্বিক অনুসন্ধান কৰা তেওঁৰ উদ্দেশ্য নাছিল। তেওঁ যিহেতু এজন কবি সেইবাবে ফৰাছী কবিতাৰ প্ৰতি তেওঁৰ আগ্ৰহ আছিল তাৎপৰ্যপূৰ্ণ। সংগীতৰ দৰে কবিতাও হৈছে পৱিত্ৰ আৰু অন্তৰপৰশা। বিখ্যাত সমালোচক এজনৰ ভাষাৰে ক'ব পাৰি-চীনৰ প্ৰাচীৰ এদিন খহিব পাৰে, গ্ৰীচৰ মন্দিৰ বাগৰি পৰিব পাৰে, কিন্তু হোমাৰৰ কবিতা, শাৰ্ল বডলায়াৰৰ কবিতা, লি-প'ৰ কবিতা মৰিব নোৱাৰে। যিসকল মানৱতাবাদী কবি তেওঁলোক সদায় নতুন,সদায় পথ- প্ৰদৰ্শক। গৌতমপ্ৰসাদ বৰুৱাই ফৰাছী ভাষা ভালকৈ নাজানিলেও কবিতাৰ যি সাংগীতিক ভাবানুষংগ, যি ইংগিতময় ব্যঞ্জনা, তাক তেওঁ উপলব্ধি কৰিছিল-ভিক্টৰ হুগো, লুই আৰাগঁ (লুই আদ্ৰিয়ো) শাৰ্ল বড্‌লায়াৰ, জাকক্‌তো, গীয়ম আপোলিয়েনাৰ প্ৰভৃতি কবিসকলৰ কবিতাত। এওঁলোক পৃথিৱীৰ কবি, কোনো ভৌগোলিক সীমাৰেখাৰে বন্দী নহয়। গৌতমপ্ৰসাদ বৰুৱাৰ মনত পৰিছিল অসমৰ কবি জ্যোতিপ্ৰসাদ, বিষ্ণু ৰাভা, দেৱকান্ত, নৱকান্ত, অজিৎ বৰুৱা, কবীন ফুকনলৈ। এওঁলোকৰ কবিতাত থকা মানৱীয় চিন্তা আৰু বিশ্ববীক্ষাই তেওঁৰ মুহূৰ্তবোৰ ৰসাল কৰিছিল চেন নদীৰ পাৰত সৌন্দৰ্য উপভোগ কৰোতে। ইভে কৈছিল, জাঁপল ছাৰ্ত্ৰে সম্ভৱ আধুনিক ফৰাছী লিখকসকলৰ ভিতৰত সকলোতকৈ জনাজাত আৰু আলোচিত লিখক আৰু দাৰ্শনিক। প্ৰসংগক্ৰমে ক'ব পাৰি যে সম্প্ৰতি সাহিত্য সমালোচনাৰ যি ধাৰা, যি মূল্যায়ন তাত ফৰাছী সাহিত্যৰ তাত্ত্বিক প্ৰভাৱ (structural/ De constructional) হয়তো কিছু পৰিমাণে পৰিছে।

গৌতমপ্ৰসাদ বৰুৱাৰ ভ্ৰমণ কাৰ্যসূচীত আমষ্টাৰডাম আৰু ভিয়েনাও সোমাইছিল। সৰু দেশ হলেও সাৰুৱা শস্যৰ শ্যামলভূমি। সাগৰ আৰু বাহিৰৰ শত্ৰুৱে দেশখনক মাজে মাজে শাস্তি দিয়ে। বৰুৱাই লিখিছে যে আমষ্টাৰডাম এখন উন্নত চহৰ। ৰেলসেৱা, পৰিবহন

সেৱা, বিমান সেৱা সকলোবোৰ নিয়মিত চলে। পৰ্যটকৰ বাবে কোনো অসুবিধা নাই। ডাচসকলে ইংৰাজীও ক'ব পাৰে। বিখ্যাত শিল্পী ভেন গ'গৰ জন্মস্থান হলেও শিল্পকলাৰ প্ৰাণৱন্ত দেশ। মানুহবোৰ সদালাপী আৰু আনন্দত নাচি-বাগি ফুৰা, ৰঙিয়াল জাতি। আমষ্টাৰডামৰ গীৰ্জাঘৰবোৰৰ পেইন্টিং চাবলগীয়া। ইয়াৰ চিত্ৰ প্ৰদৰ্শনত ফৰাছী দেশৰ দৰে ফৰ্মেলিটি নাই। খোলা পৰিৱেশ। বৰুৱাই তাত ৰেমব্ৰাৰ ছবি চাই পৰম তৃপ্তি লাভ কৰিলে। তেওঁৰ বৰ্ণনাত গম পাব পাৰি, আমষ্টাৰডামৰ বীৰত্বৰ কথা, দৰ্শনৰ কথা আৰু তাৰ মানুহৰবোৰৰ মানসিকতাৰ কথা।

ভিয়েনা ভ্ৰমণত তেওঁ লাভ কৰিলে সংগীতৰ মূৰ্চ্ছনা। মোজাৰ্টৰ দেশ অষ্টিয়াৰ গছে-বনে, পৰ্বতে- পাহাৰে সংগীতৰ লহৰ। আমি জানো যে ভেনিচ হৈছে সাউদৰ দেশ। নৱম আৰু দশম শতিকাৰে পৰা এই চহৰ সুবিখ্যাত বাণিজ্যিক কেন্দ্ৰৰূপে গঢ়ি উঠিছিল। বিখ্যাত গীৰ্জা প্ৰাংগণবোৰত ধৰ্মীয় অনুষ্ঠানৰ লগতে বেহা-বেপাৰৰ কেন্দ্ৰবোৰ আৰম্ভ হৈছিল। লগতে জনসাধাৰণৰ আনন্দবৰ্ধনৰ বাবে নাচ-গান -বাদ্য- অভিনয় (কৌতুক) ৰ সংযোজন। এই জন-সমাবেশতে আৰম্ভ হৈছিল বিভিন্নতাৰ মাজত ঐক্য সম্প্ৰীতি। আজিও এই উদাৰ মনোভাব তাত বৰ্তি আছে। বৰুৱাই এই প্ৰসংগত লিখিছে- "অষ্টিয়ানসকলে জাৰ্মান ভাষা কয়, কিন্তু নিজকে জাৰ্মান বুলি নাভাবে, ফৰাছী ৰং- ৰহইচ ভৰা মুকলি জীৱন ভাল পায় কিন্তু নিজকে ফৰাছী বুলি নকয়। তাৰ্কীৰ দুৰ্জেয় মনোভাৱ আদৰ কৰে, কিন্তু তাৰ্কীৰ প্ৰতি সঁহাৰি নিদিয়ে। এইবোৰ প্ৰক্ৰিয়াৰ মাজতে অষ্টিয়ান জাতীয়তাবোধ গঢ়ি উঠিছে।"

ভিয়েনালৈ মানুহ যায় অৱসৰ বিনোদনৰ বাবে। ছুটী উপভোগ কৰিবলৈ। কোনো দৌৰাদৌৰি নাই। ৰেষ্টোৰাত বিলাসী আহাৰ খোৱা, ডানয়ুব নদীত বিলাসী নৌকাবিহাৰ উপভোগ কৰা. ডানয়ুৱ নদীৰ মাছ ষ্টাৰ্জনৰ কণীৰ তৈয়াৰী লোভনীয় খাদ্য, বিশ্ববিখ্যাত কেভিয়াৰৰ সোৱাদ লোৱা, আৰ্ট গেলেৰিত শিল্প কৰ্ম চাই আনন্দ আহৰণ কৰা, লোক-সংস্কৃতিৰ শিল্পীসকলৰ কলাকৃষ্টি চোৱা, মুকলি মনেৰে ক্ৰান্টানৰ ষ্ট্ৰেচি ৰাজপথত উৎসৱমুখৰ পৰিৱেশ অনুভৱ কৰা আদি অনেক কাৰ্যসূচীত ভ্ৰমণকাৰী ব্যস্ত হৈ পৰিব পাৰে। গৌতমপ্ৰসাদ বৰুৱা বিভোৰ হৈছিল ভিয়েনাৰ মোহনীয় আকৰ্ষণত। তেওঁৰ কবি মন সাংগীতিক অনুভূতিৰে উখল-মাখল হৈ পৰিছিল। তেওঁৰ এই ভ্ৰমণ ইপ্সিত স্বপ্ন জাগৰণৰ বহু অপেক্ষাৰ মূৰ্তিমান, বিপুল বিস্ময়।

তেওঁৰ চকুৰ মায়াবী প্ৰলোভনে পৃথিৱীৰ পাৰ্থিব আনন্দ পান কৰিবলৈ তেওঁক লৈ গৈছিল পেৰিছলৈ, আমষ্টাৰডাম আৰু ভিয়েনালৈ, আৰু আমি উল্লেখ কৰা সকলোবোৰ কথা একমাত্ৰ কবিয়েহে আলোকিত মহিমাৰে দেখিবলৈ পায়। কিতাপখনত সৌন্দৰ্যৰ ধ্যান আছে, প্ৰেম আছে, আৰু আছে মানৱ সত্য। নিঃসন্দেহে গৌতমপ্ৰসাদ বৰুৱাৰ এইখন উল্লেখযোগ্য প্ৰকাশন।

***

## এক শ্ৰদ্ধাশীল প্ৰয়াস

# জ্যোতিপ্ৰসাদৰ নাট্য-মনীষা

"জ্যোতিপ্ৰসাদৰ নাট্য-মনীষা" কিতাপখনৰ লিখক গোবিন্দ দাস। জ্যোতিপ্ৰসাদৰ নাট্য সাহিত্যত থকা বুদ্ধি, জ্ঞান আৰু প্ৰতিভাৰ সম্যক আলোচনা কিতাপখনৰ মূল ভিত্তি। লেখক জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিষয়ে " Jyotiprasad Agarwala: His life and Literary Contribution" শীৰ্ষক গৱেষণা গ্ৰন্থ প্ৰস্তুত কৰি ১৯৯১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট হৈছিল। তাৰে আধাৰত তেওঁ অসমীয়াত জ্যোতিপ্ৰসাদৰ নাট্য-মনীষা নামকৰণেৰে এই কিতাপখন ৰচনা কৰিছে। প্ৰকাশক লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী। কিতাপখন এনেভাৱে যুগুত কৰা হৈছে যাতে অসমীয়া সাহিত্যৰ ছাত্ৰ-ছাত্ৰীসকল উপকৃত হ'ব পাৰে। উদ্দেশ্য অকপটভাৱে মনস্থ হৈছে। সূচীপত্ৰখনত তেনে এটা ইংগিত আমি দেখিবলৈ পাইছো। দুগৰাকী গৱেষক ব্যক্তি ডঃ সত্যেন্দ্ৰনাথ শৰ্মা আৰু ডঃ বাণীকান্ত শৰ্মাৰ আশীষ আৰু প্ৰশংসা বাণীৰে ধন্য এই আলোচ্য গ্ৰন্থখনৰ সূচীকৰণ তাৎপৰ্যপূৰ্ণ এইবাবেই যে জ্যোতিপ্ৰসাদৰ শোণিত কুঁৱৰী, কাৰেঙৰ লিগিৰী, ৰূপালীম, লভিতা, খনিকৰ আৰু নিমাতী কন্যা নামৰ বহু পৰিচিত নাটকেইখনৰ বিদায়তনিক সমীক্ষা এটা দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। নাটকীয় কৌশল, প্লট নিৰ্মাণ, সংলাপ-গীত, দুখদায়ক আৰু সুখদায়ক উপাদান হৈছে এই সমীক্ষাত্মক আলোচনাৰ পটভূমি। যিহেতু মূল ইংৰাজী গৱেষণা গ্ৰন্থখন অভিজ্ঞ বিচাৰকে বিচাৰ-বিশ্লেষণ কৰি পি. এইচ. ডি প্ৰদানৰ বাবে অনুমোদন জনাইছে সেইবাবে তথ্য সম্পৰ্কীয় বিষয়ত আমাৰ মতামতৰ পৰিহাৰ অৱশ্যেই যুক্তি সংগত।

জ্যোতিপ্ৰসাদ আগৰৱালা প্ৰবাদপুৰুষৰূপে স্বীকৃত হৈছে। তেওঁৰ প্ৰজ্ঞাভৰা সাহিত্যৰাজি বহুজনে ইতিমধ্যে চৰ্চা কৰিছে। অনুৰাগীসকলে এই চিন্তা চৰ্চাৰ মাজেদি সভা-সমিতি, স্মৃতি দিৱস, ভাষণ, লিখন, প্ৰবন্ধ সংকলন, বিশেষ সংখ্যা, অনুবাদ কৰ্ম প্ৰভৃতিৰে এই প্ৰতিভাশালী ব্যক্তিজনৰ বিভিন্ন দিশ পৰ্যালোচনা কৰিছে। জ্যোতিপ্ৰসাদৰ বিষয়ে অসম প্ৰকাশন পৰিষদে সৰ্ববৃহৎ গ্ৰন্থ "জ্যোতিপ্ৰসাদ ৰচনাৱলী" উলিয়াই এক অভাৱ পূৰণ কৰিছে। চৈয়দ আব্দুল মালিক, হেমাংগ বিশ্বাস, চন্দ্ৰপ্ৰসাদ শইকীয়া প্ৰভৃতি কৃতবিদ্য লিখকসকলে জ্যোতিপ্ৰসাদৰ বিপ্লৱী জীৱন, শিল্প প্ৰতিভা আদি লিখনিৰ মাজেদি সমুজ্জ্বল কৰিছে। জ্যোতিপ্ৰসাদ যে এজন বহুগুণী পৰিপূৰ্ণ মানুহ সেই কথা এইবোৰ চিন্তা চৰ্চাই প্ৰতিবিম্বিত কৰিছে। প্ৰায়বোৰতে জ্যোতিপ্ৰসাদক কেন্দ্ৰ কৰি স্তুতি প্ৰশংসাৰ জোৱাৰ উঠিছে। জ্যোতিপ্ৰসাদৰ বিষয়ে আৰু বিশেষ নকলেও চলে। কিন্তু নহয়। জ্যোতিপ্ৰসাদ সময়ৰ নিঃশেষ হোৱা পুৰুষ নহয়। তেওঁ এক কাল্ট (cult) ত পৰিণত হৈছে। বিশেষকৈ নাটকৰ বিষয়ত এই ধাৰণা গভীৰ শ্ৰদ্ধা বা অনুশীলনৰ বাবে নিৰ্ভৰযোগ্য প্ৰাণৰস। এই ধাৰণাৰ আলোচনা

অনেকৰ বাবে সাম্প্ৰতিক কালত বাহুল্য হ'লেও (কিয়নো ইতিমধ্যে বহুতো নতুন নাটকীয় শৈলী ওলাইছে) অসমীয়া নাটকৰ ক্ষেত্ৰত জ্যোতিপ্ৰসাদৰ স্বতন্ত্ৰ আলোচনা অনিবাৰ্যভাৱে পৰম আশ্ৰয়স্থল। তেওঁ এক বিপৰ্যয়ৰ মাজত সোমায়ো আধুনিক অসমীয়া নাটকৰ যি আদি ক্ষেত্ৰ নিৰ্মাণ কৰিলে, তাৰ আনন্দ শক্তিয়ে অসমৰ নাট্যকাৰসকলৰ মননশীলতাক এনে ধৰণেৰে আগবঢ়াই লৈ গ'ল যে তাক ভাবিলে আমি বিস্ময় নামানি নোৱাৰো। অনেকজন খ্যাতিসম্পন্ন নাট্যকাৰ তেওঁৰ ওচৰত ঋণী।

জ্যোতিপ্ৰসাদৰ নাটকীয় কৰ্মকাণ্ডৰ ওপৰত আলোকপাত কৰা ডঃ গোবিন্দ দাসৰ এই কিতাপখন অৱশ্যেই অসমীয়া পাঠকৰ বাবে সুখপাঠ্য। লিখকৰ আন্তৰিকতাই বিষয়বস্তুৰ আকৰ্ষণ মনোগ্ৰাহী কৰিছে। নাটকৰ সাহিত্য আৰু অভিনয় সংক্ৰান্ত খবৰ ইয়াত পোৱা গৈছে। নাটক এখন লিখাৰ পিছত ৰবীন্দ্ৰনাথে তেওঁৰ ভক্ত আৰু অনুৰাগীসকলক তাৰ পাঠ নাটকীয় ভংগীৰে শুনাই পৰম তৃপ্তি লভিছিল। আমি শুনিছো, জ্যোতিপ্ৰসাদেও তেওঁৰ নাটকৰ পাণ্ডুলিপি বন্ধু-বান্ধৱ আৰু থিয়েটাৰপ্ৰেমী লগৰীয়াসকলৰ আগত পাঠ কৰি শুনাইছিল। প্ৰয়োজনবোধে সংশোধনো কৰিছিল। কিয় কৰিছিল? সৃষ্টিৰ আনন্দৰ বাহিৰেও তেওঁৰ লক্ষ্য আছিল নাটকীয় ধ্যান-ধাৰণাৰ নৱমূল্যায়ন, য'ত দৰ্শকক আনন্দৰ জগতে আত্মচেতনা উদ্বোধন কৰাৰ সুযোগ থাকে। এই কথা সত্য যে জ্যোতিপ্ৰসাদৰ আটাইকেইখন নাটক দূৰদৃষ্টিসম্পন্ন পৰিকল্পনাৰে পৰিপুষ্ট। "তোৰে মোৰে আলোকৰে যাত্ৰা" নামৰ উপন্যাসখনত চন্দ্ৰপ্ৰসাদ শইকীয়াই জ্যোতিপ্ৰতিভাৰ তিনিটা উৎসৰ্গীকৃত লক্ষ্য উল্লেখ কৰিছে। সেই তিনিটা হৈছে নাৰীপ্ৰেম, স্বদেশপ্ৰেম আৰু সাহিত্যপ্ৰেম। তেওঁ প্ৰত্যক্ষ কৰিছে, কেনেকৈ জ্যোতিপ্ৰসাদে মাতৃ কিৰণময়ীৰ স্নেহসিক্ত আৱৰণত লাভ কৰিছিল নাৰীপ্ৰেমৰ বাঙ্ময় স্বৰূপ। প্ৰায়কেইখন নাটকত সেয়েহে আমি জ্যোতিপ্ৰসাদৰ নাৰীপ্ৰেমৰ প্ৰতিচ্ছবি দেখিবলৈ পাওঁ। এই প্ৰেম এক অন্তহীন নাটকীয়া কৰ্মচিন্তা। নাৰীক বন্ধনৰপৰা মুক্ত কৰাৰ এই বাসনা ঊষাৰ ক্ষেত্ৰতে হওক, নতুবা শেৱালি বা ৰূপালীমৰ ক্ষেত্ৰতে হওঁক নাট্যকাৰে দুৰ্যোগপূৰ্ণ পৰিবেশ ৰচনা কৰি বৰ্ণনা কৰিছে। প্ৰত্যেকখন নাটৰ প্ৰাণময়তা আৰু সাংস্কৃতিক দিশ স্বদেশপ্ৰেমেৰে সংযুক্ত। লৌহ-কঠিন বাস্তৱতাৰ মাজেদি স্বদেশৰ প্ৰতি আনুগত্য সক্ৰিয় হৈ উঠিছে। চৰিত্ৰবোৰ কৰ্মচঞ্চল, বিচিত্ৰমুখী আৰু সুসংগঠিত। জ্যোতিপ্ৰসাদৰ শিল্পী-প্ৰাণত যি স্বদেশী ভাবধাৰা সোমাই আছিল, তাত আমি অনুভৱ কৰো অসীম আকুলতা। তেওঁৰ জীৱনদৰ্শন আছিল সাংস্কৃতিক বিপ্লৱৰ এক অবিচ্ছিন্ন অধ্যায়। সামাজিক সংস্কাৰ, ৰাজনৈতিক চিন্তাধাৰাৰ বিবৰ্তন, শিল্প আৰু জীৱনৰ অন্তৰংগতা আছিল তেওঁৰ নাটকীয় ৰচনাৰ প্ৰয়োগতাত্ত্বিক সমস্যা। তেওঁৰ সংগীতধৰ্মী অথবা ৰূপকধৰ্মী নাটককেইখনত যি চৰিত্ৰ অংকিত কৰা হৈছে সেই চৰিত্ৰবোৰ প্ৰকৃত মানুহৰ দৰে ইন্দ্ৰিয় আৰু আবেগানুভূতিৰে অত্যন্ত প্ৰীতিপদ। তাৰ মাজতে নাট্যকাৰে তুলি দিছে সু-উন্নত সংকেতবাহী মন্তব্য বা মেচেইজ।

ডঃ দাসে নাটকেইখনৰ প্লট নিৰ্মাণৰ মূল উৎস আলোচনা কৰিছে বিতংভাৱে। শোণিতকুঁৱৰী নাটৰ ভিত্তি এটা পৰিচিত পুৰাণৰ কাহিনী- কুমাৰ হৰণ। নাট্যকাৰে নিজ

জন্মস্থান তেজপুৰৰ ঐতিহ্যমণ্ডিত পৌৰাণিক কাহিনীক আলংকাৰিক ভাষাত ৰূপায়িত কৰিছে। কোনোৱে এই নাটখনক 'সপোন নাট' বুলি আখ্যা দিছে। বাৰটোল্ট ব্ৰেখ্‌টৰ 'দা গুড ওমেন চুজোৱান' বা 'দ্য ককেচিয়ান চক্ চাৰ্কোল' নাট কতো আমি পুৰণি উপাখ্যানৰ উপাদান উপভোগ কৰো। চক চাৰ্কোল নামৰ প্ৰায় ১৩০০ খৃষ্টাব্দৰ এটা পুৰণি চীনদেশীয় উপকথাৰ আলমত ব্ৰেখটে দ্য ককেচিয়ান চক্ চাৰ্কোল নামৰ নাটখনৰ জুমুঠি বান্ধিছিল। তেনেকৈ দ্য গুড ওমেন অৱ চুজোৱানৰ মূল উৎস আছিল এটা পৰিচিত উপকথা। দেৱতা তিনিজনৰ পৃথিৱী আগমন আৰু এজন সৎ ন্যায়নিষ্ঠ মানুহৰ অম্বেষণ। দুয়োখন নাটকৰ প্লট এনেভাৱে নিৰ্মাণ কৰা হৈছে যাতে নাটকৰ মূল বক্তব্য নিপুণভাৱে ফুটি ওলায়। জ্যোতিপ্ৰসাদৰ শোণিত কুঁৱৰী আখ্যান -প্ৰধান হ'লেও ইয়াত ব্যক্ত হৈছে চিৰন্তন মানৱীয় অনুভূতি। আলোচনাত ডঃ দাসে নাটখনৰ সংলাপ, গীত, নৃত্য-বাদ্যৰ বৈচিত্ৰ্যময় সংযোজন আৰু দুৰ্বলতা দাঙি ধৰিছে। নাচ আৰু গীতৰ কনটেন্টৰ মাজেদি জ্যোতিপ্ৰসাদে কেনেকৈ থলুৱা অসমীয়া সংগীতৰ লগত পাশ্চাত্য সুৰৰ সমন্বয় গঢ়ি তোলাত যত্নপৰ হৈছিল সেই কথা গুৰুত্ব সহকাৰে দোহাৰিছে। জাতীয় বৈশিষ্ট্য ৰক্ষা কৰাত জ্যোতিপ্ৰসাদ কিমান সচেতন আছিল তাৰ দৃষ্টান্ত শোণিত কুঁৱৰী নাটখনে দেখুৱাইছে।

'কাৰেঙৰ লিগিৰী'ত জ্যোতিপ্ৰসাদৰ ধ্যান-ধাৰণা এক নিৰ্দিষ্ট দৰ্শনত প্ৰকাশ পাইছে। 'দিবেট্ অৰিয়েন্টেড' এই নাটখনত সামন্তবাদী মধ্যযুগীয়া মনোভাৱৰ বিপক্ষে নতুন ভাৱধাৰাক আদৰি লোৱা যুক্তি সংগত অধিকাৰ সাব্যস্ত কৰা হৈছে। সুন্দৰ কোঁৱৰৰ চৰিত্ৰটোৰ মাজত আমি দেখিবলৈ পাওঁ জ্যোতিপ্ৰসাদৰ অশান্ত মনৰ সংঘাত। তেওঁ বুজিছিল যে এখন পুৰণি সমাজৰ প্ৰচলিত কুসংস্কাৰ সহজে আঁতৰ নহয়। সেয়েহে আমি সুন্দৰ কোঁৱৰৰ দুখক্লিষ্ট মনত দেখিবলৈ পাওঁ অসহায়তা আৰু হৃদয় বেদনা। সময়ৰ বান্ধোনত তেওঁৰ অদম্য দৃঢ়তা আৰু প্ৰত্যাশা স্তিমিত হৈছিল পাৰিপাৰ্শ্বিক সামাজিক বাতাবৰণেৰে। প্ৰত্যেকটো চৰিত্ৰই আত্মপক্ষ সমৰ্থন কৰি নাটকখনৰ বিষয়বস্তু জটিল কৰিছে। নাটকখনত ঠায়ে ঠায়ে প্ৰকট হৈ উঠিছে ভাব বিলাসৰ প্ৰৱণতা। সংলাপৰ প্ৰাচুৰ্যই কথোপকথনক কেতিয়াবা মাত্ৰাধিক কৰিছে। অংক বিভাজনো দোষমুক্ত নহয়। ডঃ দাসে এই বিষয়ত কেবাগৰাকী সমালোচকৰ উদ্ধৃতি দি প্ৰসংগটো ফঁহিয়াই দেখুৱাইছে। কাৰেঙৰ লিগিৰীৰ উল্লেখযোগ্য বৈশিষ্ট্য হৈছে উপস্থাপনৰ আংগিক দিশটো। এনে আংগিক সেই সময়ৰ অসমৰ ৰংগমঞ্চৰ বাবে আছিল নতুন নাট্যকৌশল। জ্যোতিপ্ৰসাদৰ মঞ্চ নিৰ্দেশনা আছিল আধুনিক উপস্থাপনৰ বৰ্ণাঢ্য সংযোজন। ডঃ দাসে কাৰেঙৰ লিগিৰীৰ পটভূমি মধ্যযুগীয়া বুলিছে কিন্তু নাটখনত আধুনিক মঞ্চ উপযোগী কৰি stylization কৰাৰ সুবিধা নোহোৱা নহয়। এনে প্ৰচেষ্টা আমি দেখিছো।

সৃজনধৰ্মী নাট্যকাৰ হিচাপে জ্যোতিপ্ৰসাদৰ ৰূপালীম, নিমাতী কন্যা, লভিতা, খনিকৰ স্বীকৃতিপ্ৰাপ্ত নাটক। অন্য বিদেশী নাটকৰ লগত সামঞ্জস্য নাৰাখিও ক'ব পাৰি যে জ্যোতিপ্ৰসাদৰ শিল্পিত ৰূপায়ণৰ অভিব্যক্ত হৈছে তেওঁৰ নাট্যপ্ৰতিভা আৰু আংগিক

নৈপুণ্য। ৰুচিসন্মত আৰু নাটকীয় ঘটনাৰ সৈতে সামঞ্জস্য বাহাল ৰাখি অসমৰ ঐতিহ্য যথাস্থানত দাঙি ধৰাত তেওঁ সাফল্য লভিছে। প্ৰত্যেকখন নাটকৰ অন্যতম গুণ হ'ল অসমৰ কলা-সংস্কৃতিক প্ৰতি অনুৰাগ। নাটকেইখনৰ গীতৰ মাজত মাদকতা আছে, জাতীয় চেতনাৰ উন্মেষ আছে। নাটকৰ শিল্পগত উচ্চমান গীতবোৰে বহন কৰিছে। স্নেহমায়াৰ মাধুৰ্যৰে ভৰপূৰ ৰূপালীমত আছে বিচ্ছেদৰ সুগভীৰ বেদনা। লভিতা নাটখন কল্পলোকৰপৰা বাস্তৱলৈ প্ৰত্যাবৰ্তন কৰা এখন মহাকাব্যিক নাটক। জনগণৰ লগত ওতপ্ৰোতভাৱে সাঙোৰ খাই 'লভিতাই' নিশ্চয় স্বাধীনতা সংগ্ৰামৰ এখন উজ্জ্বল চিত্ৰপট দাঙি ধৰিছে। ইয়াত ভংগ হৈছে প্ৰথাগত নাটকীয়া পৰিক্ৰমা। নিৰ্দিষ্ট হৈ উঠিছে সংগ্ৰাম আৰু সংঘাতত লিপ্ত, আত্মসমৰ্পিত সাধাৰণ অসমীয়া ছোৱালী লভিতাৰ জীৱন আহুতি। বিয়াল্লিছৰ বিপ্লৱত প্ৰত্যক্ষভাৱে জড়িত থাকি জ্যোতিপ্ৰসাদে দেশৰ স্বাধীনতাৰ হকে সংকল্প ল'বলৈ ডেকাশক্তিক আহ্বান জনাইছিল। লভিতা নাটকত যিবোৰ ঘটনা আৰু চৰিত্ৰ দিয়া হৈছে সেইবোৰ সচাঁ ঘটনাৱলীৰ ওপৰত প্ৰতিষ্ঠিত। "অপেৰা টাইপৰ" এই নাটখনত প্লট তেনেকৈ নাই। জনগণেই ইয়াৰ মূল চৰিত্ৰ, স্বাধীনতা সংগ্ৰামেই হৈছে মূল ভাষ্য। জ্যোতিপ্ৰসাদে উপলব্ধি কৰিছিল যে বক্তৃতা বা তেজাল উক্তি নাটকত সিমান আবেদনশীল নহয়। ইয়াত প্ৰয়োজন দৰ্শকৰ চকুৰ আগত ঘটা দৃশ্য। সেইবাবে তেওঁ লভিতাত সৃষ্টি কৰিছে সংগ্ৰামৰ দৃশ্য, শোষণ-পীড়নৰ চকুত লগা দৃশ্য। পৰিদৃশ্যমান হৈ উঠা বিয়াল্লিছৰ ঘটনাই দৰ্শকৰ মনত সেয়েহে জোকাৰ মাৰিবলৈ সক্ষম হৈছে। অসমীয়া দৰ্শকক এই নাটখনে একাত্মবোধ আনি দিছে। আন নাটকবোৰত আৰ্থ-সামাজিক আৰু ৰাজনৈতিক ভূমিকা তেনেকৈ নাছিল। কিন্তু লভিতাত এই দিশটোও দৃশ্যমান হৈছে। সেইবাবে আমি এই নাটখনৰ মাজেদি জ্যোতিপ্ৰসাদৰ ৰাজনৈতিক চিন্তাধাৰাৰ উমান পাওঁ। তেওঁ গতানুগতিক নাটকীয় ধাৰাৰপৰা আঁতৰি ইয়াত বৈপ্লৱিক বাস্তৱতা স্থাপন কৰিছিল। সংশোধনৰ অভাৱত নাটখনৰ কিছু ত্ৰুটি থাকিলেও জ্যোতিপ্ৰসাদৰ এইখন নাট অসমৰ এক দুঃ সাহসিক কালৰ কাহিনী, এটা স্মৰণীয় ঐতিহাসিক বিপ্লৱৰ "ক্লোজ আপ"।

গোবিন্দ দাসৰ এই গ্ৰন্থখন সমীক্ষাত্মক ভাৱে জ্যোতিপ্ৰসাদৰ এটা মূল্যায়ন দাঙি ধৰাত যত্নপৰ হৈছে। প্ৰত্যেক নাটৰ সংলাপৰ আভাস দি তেওঁ দেখুৱাইছে, নাট্যকাৰৰ চৰিত্ৰসাপেক্ষে ব্যৱহৃত ভাষাৰ মনোমুগ্ধকৰ প্ৰয়োগ। শব্দ, বাক্যবিন্যাস অনবদ্যভাৱে সুন্দৰ বৰ্ণনাৰে প্ৰকাশ পাইছে। তেওঁ দেখুৱাইছে, ঘটনাৰ নিগূঢ় অৰ্থ আৰু পৰিমণ্ডল ৰচনাৰ প্ৰয়োজন আৰু কৃতিত্ব। কিতাপখনৰ প্ৰথম পৰিচ্ছেদত আছে আধুনিক অসমৰ আৰ্থ-সামাজিক পটভূমি। শেষত সংযোগ হৈছে "মানৱতাবাদ আৰু নাট্যচৰিত্ৰ তত্ত্ব জিজ্ঞাসা"।

এই দুখন ৰচনা ওপৰঞ্চি যদিও জ্যোতিপ্ৰসাদৰ নাটক অধ্যয়নত কামত আহিব বুলি লিখকে আশা ৰাখিছে। অনেকজনৰ উদ্ধৃতিৰে কিতাপখন সজোৱা হৈছে যাতে পৰৱৰ্তী লিখকসকল লাভৱান হ'ব পাৰে। অৱশ্যে কিতাপখনত জ্যোতিপ্ৰসাদৰ পুনৰ্মূল্যায়ন হোৱা নাই, সম্ভৱো নহয়। জ্যোতিপ্ৰসাদ নিজেই এটা আন্দোলন, অকল থিয়েটাৰতে তেওঁ সোমাই থকা নাই। নতুন দিশৰ interpretation ৰো প্ৰয়োজন আহি পৰিছে। ক্লোজ অধ্যায় নহয়। অৱশ্যে এনে ব্যাখ্যাৰ দ্বাৰা মূলপাঠ বিনষ্ট হোৱা নাইবা ইন্দ্ৰজাল সৃষ্টি কৰা (jugglery) কাৰ্য সমৰ্থনযোগ্য নহয়।

★★★

# ছেৰেংগেটিৰ অমৰ কাহিনী

**মূল ৰচনা- ডঃ বাৰ্ণহাৰ্ড গ্ৰিমেক আৰু মাইকেল গ্ৰিমেক**

এইখন ৪১৬ পৃষ্ঠাৰ কিতাপ বন্যপ্ৰাণীৰ ওপৰত ৰচিত। অসমৰ পঢ়ুৱৈ সমাজে অসমৰ এগৰাকী সুপৰিচিত বন্যপ্ৰাণীবিদ অৱসাৰপ্ৰাপ্ত মুখ্য বনৰক্ষী বিষয়া শ্ৰীফটিক চন্দ্ৰ গগৈৰ বিষয় প্ৰসঙ্গৰ ওপৰত কিমান দখল আছে সেইকথা বঢ়িয়াকৈ জানে। শ্ৰীগগৈয়ে নিয়মিতভাৱে বন্যপ্ৰাণীৰ ওপৰত ৰসাল প্ৰবন্ধ পাতি লিখি আছে। ক'ব পাৰি যে বন্যপ্ৰাণী সংৰক্ষণৰ ক্ষেত্ৰত অসমৰ ভূমিকা তাৎপৰ্যপূৰ্ণ এইবাবেই যে অসম, লগতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলৰ মুখ্য আকৰ্ষণ হৈছে প্ৰাকৃতিক দৃশ্য আৰু বন্যপ্ৰাণী। ইয়াকে প্ৰধান কাৰণ হিচাপে লৈ অসমৰ পৰ্যটন বিভাগ সক্ৰিয় হৈ উঠিছে। অসমৰ কাজিৰঙা বনাঞ্চলৰ এশিঙিয়া গঁড় হৈছে বিদেশী পৰ্যটকৰ বিস্ময়ৰ সম্পদ। আইন কানুন থকা সত্বেও এই সম্পদ নিৰাপদ নহয়। চোৰাং বেপাৰীয়ে আধুনিক কিটিপ-কায়দাৰে গঁড় নিধন কৰিবই লাগিছে আৰু গঁড়ৰ খড়গ মহামূল্যত বিক্ৰী কৰি ধন ঘটিছে। বনাঞ্চল সুৰক্ষা কৰিবলৈ অসমত এতিয়াও সুব্যৱস্থা হোৱা নাই। বায়ু, পানী, হাবি জংঘল, ভূমি সংৰক্ষণ প্ৰভৃতি বিষয়বোৰৰ লগত অকল মানুহৰ বাবে লাগতিয়াল আঁচনি তৈয়াৰ কৰিলেই নহয়। বন্যপ্ৰাণীৰ বাবেও এইবোৰ বিষয়ত গুৰুত্ব নিদিলে বন্যপ্ৰাণী ৰক্ষা বিজ্ঞানসন্মত হ'ব নোৱাৰে। গঁড়, হাতী, বাঘ, বনৰীয়া চৰাই, হাঁহ, হৰিণ আদিৰ জীৱন সুৰক্ষিত কৰিবলৈ অসমত এটা পৰিবেশ সৃষ্টি হোৱা দৰকাৰ। অক্টোবৰ মাহৰ ১ তাৰিখৰপৰা আৰম্ভ হোৱা বন্যপ্ৰাণী সপ্তাহ তেহে ফলদায়ক হ'ব। নহলে মূল উদ্দেশ্য ফুটুকাৰ ফেন হ'ব।

ফটিক চন্দ্ৰ গগৈৰ এই অনুবাদ কিতাপখন পঢ়িলে গম পোৱা যাব, কেনেকৈ দুজন বন্যপ্ৰাণীপ্ৰেমী জাৰ্মান পিতা-পুত্ৰই আফ্ৰিকা মহাদেশৰ টাংগানিকা অঞ্চলৰ ছেৰেংগেটিৰ অৱহেলিত আৰু ক্ৰমাৎ বিলুপ্ত পথত আক্ৰান্ত হোৱা বিবিধ বন্য জন্তুৰ ত্ৰাণকৰ্তা স্বৰূপে উদ্ধাৰ কাৰ্যত নিজকে উচৰ্গা কৰিছিল আৰু সফল হৈছিল- সেই বিষয়ে ৰহস্যজনক বিৱৰণ। বাৰ্ণহাৰ্ড গ্ৰিমেকে (চিনিয়ৰ) তেওঁ আৰু পুত্ৰ মাইকেলৰ অবিস্মৰণীয় অভিজ্ঞতা "ছেৰেংগেটি শ্যেল নট দায়" (ছেৰেংগেটি মৰিব নোৱাৰে, অমৰ) নামৰ সুবিখ্যাত কিতাপখনত লিপিবদ্ধ কৰিছে। এই বৰ্ণনাত্মক কাহিনী ছেৰেংগেটি বনাঞ্চলৰ জীৱ-জন্তুৰ জীৱনধাৰণৰ প্ৰতিচ্ছবি, আক্ষৰিক অৰ্থত বন্যপ্ৰাণীৰ বিৰুদ্ধে মানুহে দেখুওৱা নিৰ্দয় আচৰণৰ ভয়াবহ চিত্ৰ। বাৰ্ণহাৰ্ড গ্ৰিমেকে অসহায় বন্যপ্ৰাণীবোৰৰ চিৎকাৰত প্ৰচণ্ড ক্ষোভ অনুভৱ কৰিছিল আৰু সিহঁতৰ প্ৰতি সহৃদয়তা প্ৰদৰ্শন কৰি অন্যায়ৰ বিৰুদ্ধে অৱতীৰ্ণ হৈছিল। পিতা-পুত্ৰৰ ক্লান্তিবিহীন পৰিশ্ৰমৰ ফলত টাংগানিকাৰ ছেৰেংগেটি চিকাৰৰ বধ্যভূমি গুচি এখন সৰ্বাঙ্গসুন্দৰ বন্যপ্ৰাণীৰ উদ্যানলৈ পৰিণত হ'ল। আজি কোনোৱা পৰ্যটক ছেৰেংগেটিলৈ গ'লে আনন্দত মুগ্ধ হ'ব,

উপলব্ধি কৰিব এজন বন্যপ্ৰাণীপ্ৰেমীয়ে কি অসাধ্য সাধন কৰি বিশ্ববৰেণ্য হৈছে। পুতেক মাইকেলৰ এই অভিযানত শোকাবহ মৃত্যু হৈছিল। আফ্ৰিকাৰ অৰণ্যত বিমান দুৰ্ঘটনাত মাইকেলৰ অপমৃত্যু ঘটিল। মূল গ্ৰন্থখন জাৰ্মান ভাষাত লিখা হৈছে আৰু ওঠৰটা অধ্যায়ত সম্পূৰ্ণ হৈছে। শ্ৰীগগৈয়ে ইংৰাজী সংস্কৰণৰ মাধ্যমেদি কিতাপখন অসমীয়া ভাষালৈ ভাঙনি কৰিছে। এই কাম নিশ্চয় কষ্ট বহুল আৰু কঠিন। অনুবাদ কৰা সহজ নহয়, তাতে মূল গদ্য নপঢ়াকৈ ৰূপান্তৰিত বিদেশী ভাষা এটাৰ পৰা নিজ ভাষাত সৰল গদ্যত ভাষান্তৰ কৰা কঠিন কাৰ্য। আমি নিৰ্ভয়ে ক'ব পাৰো যে অনুবাদক গগৈয়ে সৰ্বপেক্ষা সফল অনুবাদ কৰি মূল পাঠৰ ভাৱসম্পদ অক্ষুন্ন ৰাখিছে। গ্ৰন্থখন পঢ়িলেই এই কথা বুজাত সহজ হ'ব। বিশ্বৰ ৩১টা ভাষালৈ অনুবাদ হোৱা এই কালজয়ী কিতাপখন অসমীয়া ভাষাত অনুবাদ কৰি শ্ৰীগগৈয়ে আমাৰ প্ৰশংসাৰ পাত্ৰ হৈছে। উপন্যাসৰ দৰে ৰসাত্মক এই গ্ৰন্থখন পঢ়ি যেই কোনো পাঠক অভিভূত হ'ব। প্ৰত্যেকটো অধ্যায়তে পাব- মানুহে জন্তুৰ প্ৰতি প্ৰদৰ্শন কৰা হিংসাৰ উৎস। এই পৃথিৱী ভূমিত কেৱল মানুহৰ আধিপত্যই সদায় বিৰাজ কৰিবনে? জৰ্জ অৰৱেলৰ বিখ্যাত গ্ৰন্থ "এনিমেল ফাৰ্ম" (১৯৪৫) পঢ়ি জীৱ-জন্তুৰ মানুহৰ বিৰুদ্ধে বিদ্ৰোহ যে অনিবাৰ্য সেই কথা প্ৰতীয়মান হৈছে। এই কিতাপখনত বন্যপ্ৰাণীৰ প্ৰতি চিন্তা কৰা আৰু সিহঁতৰ নতুন মূল্যায়ন কৰা ডঃ বাৰ্ণহাৰ্ড গ্ৰিমেকৰ দৰে লোকো যে এই হিংসাত উন্মত্ত পৃথিৱীত আছে সেই কথা ভাবি তন্ময় হৈছো। মিঃ গ্ৰিমেকৰ কলমত ছেৰেংগেটি বাস্তৱিকতে অমৰ হৈছে। শ্ৰীফটিক চন্দ্ৰ গগৈৰ অনুবাদত আমি সেই উত্তাপকে অনুভৱ কৰিছো।

* * *



# ভট্টাচাৰ্যৰ উপন্যাসঃ প্ৰতিপদ

অসমীয়া সাহিত্যত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ এখন বিশিষ্ট আসন আছে। সচেতন অকল নহয়, সুঅবহিত এই লিখকে কবিতা, গল্প, উপন্যাস, প্ৰবন্ধ আদি বিভিন্ন দিশত অসমীয়া ভাষা-সাহিত্য, কলা-সংস্কৃতিক যথাযৰ্থভাৱে দাঙি ধৰিছে। পঞ্চম দশকৰপৰা সাম্প্ৰতিক সময়লৈকে দেশ-বিদেশৰ, ভূগোল-ইতিহাসৰ, ৰাজনীতি-সমাজনীতিৰ সংবাদ লিখক স্বৰূপে তেওঁৰ নাম সুপ্ৰতিষ্ঠিত। 'মৃত্যুঞ্জয়ে' জ্ঞানপীঠ বঁটা দান কৰি তেওঁৰ খ্যাতি আৰু উজ্জ্বল কৰি তুলিলে।

ভট্টাচাৰ্যই কেবাখনো উপন্যাস লেখিছে। সেইবোৰৰ ভিতৰত 'ৰাজপথে ৰিঙিয়ায়', 'আই', 'ইয়াৰুইঙ্গম', 'শতঘ্নী', 'মৃত্যুঞ্জয়', 'প্ৰতিপদ', 'বল্লৰী' প্ৰভৃতি উল্লেখযোগ্য। ইয়াৰুইঙ্গমে আনিছিল তেওঁলৈ সাহিত্য একাডেমীৰ পুৰস্কাৰ, সৰ্বভাৰতীয় স্বীকৃতিৰ এক অমূল্য সন্মান। তেওঁৰ অন্যতম আকৰ্ষণীয় উপন্যাস, 'প্ৰতিপদ' সৰ্বভাৰতীয় মানবতাবোধৰ এখন উজ্জ্বল ইতিহাস। জীৱন জিজ্ঞাসাৰ তীব্ৰতা, গভীৰতা আৰু সাৰ্থকতা এই উপন্যাসত প্ৰতিফলিত হৈছে। পৰম যত্নেৰে ভট্টাচাৰ্যই দলিত, অৱহেলিত সাধাৰণ মানৱ জীৱনৰ সকলো সত্য তন্ন তন্নকৈ উদঘাটন কৰিবলৈ 'প্ৰতিপদ'ক সৃষ্টি কৰিছে। ইয়াৰ প্ৰথম প্ৰকাশ হৈছিল ১৯৭০ চনত। 'প্ৰতিপদ'ৰ ঘটনা অঙ্কনৰ পদ্ধতি গতানুগতিক নহয়। লিখকে 'মোখনি'ৰ শিতানত কৈছেঃ

"উপন্যাসৰ চিত্ৰণ পদ্ধতি গতানুগতিক নহয়। এটা গতিৰ মাজেদি ঘটনাৱলী আগবাঢ়িছে। তাত ওখ-চাপৰ, বঢ়া টুটা আছে, সেইবোৰকো গতিৰ অংগ বুলি ধৰা হৈছে। ই এক যুগৰ এক শ্ৰেণীৰ মানসৰ প্ৰতিফলন।"

প্ৰতিপদত ভট্টাচাৰ্যই ৰাজনীতি সমাজতত্ত্বৰ যি ভাৱধাৰা আক্ষৰিতভাৱে ফুটাই তুলিবলৈ চেষ্টা কৰিছে, তাক আমি উপন্যাসখনৰ এটা উজ্জ্বল স্বকীয় দিশ বুলি অভিহিত কৰিব পাৰোঁ। এটা কথা এইখিনিতে কৈ থোৱা ভাল হ'ব যে অনেক নাম থকা লিখকৰ উপন্যাস বিষয়গৌৰৱৰ বিচাৰত দুৰ্বল আৰু উদ্দেশ্যবিহীন। লিখকৰ ৰুচি ভিন্ন হ'লেও ভাল উপন্যাস এখনত ৰসস্বাদৰ উপৰিও আদৰ্শৰ এক বৃহৎ ভূমিকা থাকে। এই আদৰ্শৰ অন্তৰালত লিখকৰ যি দায়বদ্ধতা থাকে, সেই দায়বদ্ধতাই তেওঁৰ বিচাৰ বুদ্ধিক শিকনি দিয়ে, তলে তলে শাসনো কৰে। অৱশ্যে বিষয় প্ৰসংগক "মাউথপিছ" কৰোতে প্ৰচাৰধৰ্মী গোন্ধে যাতে উপন্যাসৰ প্ৰকৃত সৌন্দৰ্য ম্লান কৰিব নোৱাৰে তাৰ প্ৰতি অৱশেই লিখক সাৱধান হ'ব লাগিব। উপন্যাসৰ মূল কাহিনী পৰিহাৰ নকৰাকৈ কোনো সত্যৰ বা তত্বৰ আভাস দিব পৰাটো কৃতিত্বৰ পৰিচয়। লিখকৰ লেখাৰ দক্ষতাৰ ওপৰত কাহিনীৰ ভাৱবস্তু আবেগিক আলঙ্কাৰিক বা যুক্তি-বিদ্যাৰ পৰম্পৰাৰ মাজেদি অগ্ৰসৰ হয়। অভিনৱ বৈচিত্ৰ্যৰ অৱতাৰণা

কৰিও কৃতী লিখকে তেওঁৰ কাহিনীৰ ভিতৰতে কোনো সমস্যাত অতিৰিক্ত 'এমফেছিছ' দি তন্দ্ৰাচ্ছন্ন জাতি এটাৰ প্ৰতি সাৱধান বাণী শুনাব পাৰে, প্ৰতিশ্ৰুতিও দিব পাৰে। অৰ্ধচেতন গতানুগতিক জাতিৰ প্ৰতি  লিখক, ঔপন্যাসিকৰ যি দায়বদ্ধতা, ইয়াৰ মাজেদি অনেক সময়ত স্পষ্ট হৈ পৰে। ইযাৰ বাবে সাহিত্যৰ ৰস ভঙ্গ নহয়, গতিতত্ত্ব বা নন্দনতত্ত্বকো বিশেষ ক্ষতি নকৰে। ভট্টাচাৰ্যৰ "প্ৰতিপদ" এনে এখন উপন্যাস যিখনৰ মাজেদি লিখকৰ সমাজৰ প্ৰতি থকা দায়িত্ববোধৰ কথা এক সংগ্ৰামী মনোভাৱেৰে ব্যক্ত হৈছে। এই উপন্যাসৰ উপজীৱ্য বিষয় শ্ৰমিক আন্দোলন আৰু ইয়াৰ ৰাজনৈতিক চেতনা। প্ৰাক-স্বাধীনতাৰ সময়ত অসমৰ তেল নগৰী ডিগবৈত ঘটা এটা উল্লেখযোগ্য শ্ৰমিক ধৰ্মঘটৰ পটভূমিত উপন্যাসৰ কাহিনীয়ে বিস্তাৰ লাভ কৰিছে। তেল শোধনাগাৰত কাম কৰা শ্ৰমিক বনুৱাসকলক এক সমষ্টিগত গোষ্ঠী বা শ্ৰেণী হিচাপে লৈ বিচিত্ৰ ঘটনাৰ সমাবেশ কৰিছে এই উপন্যাসত। এফালে এই শ্ৰমিক বনুৱাসকল, আনফালে নিয়োগকাৰী শ্বেতকায় চাহাবসকল। এই দুয়ো শ্ৰেণীৰ মাজত যি বিৰোধ, তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া, উপন্যাসত নানা ব্যাখ্যাৰে, আশা-আকাঙ্ক্ষাৰে, হতাশা-বিপৰ্যয়েৰে প্ৰতিফলিত হৈছে।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ জৰিয়তে আমাৰ মধ্যবিত্ত লেখকসকলৰ মন ব্যাপকভাৱে ব্যক্তিগত সমস্যাৰপৰা দেশ আৰু সমাজৰ সামগ্ৰিক সমস্যালৈ বিয়পি পৰিছিল। স্বদেশী আন্দোলনৰ লগত জড়িত ৰাজনৈতিক দলসমূহৰ লক্ষ্য আৰু সামগ্ৰিক বোধৰ প্ৰতি তেওঁলোকে গভীৰ শ্ৰদ্ধা জনাইছিল। তেওঁলোকৰ অনেকৰে সাম্যবাদী আৰু সমাজতান্ত্ৰিক সমাজ এখনৰ বাবে নীতিগত আস্থা আছিল। ধনতান্ত্ৰিক সমাজ ব্যৱস্থাত সাধাৰণ মানুহৰ ওপৰত, বিশেষকৈ কৃষক, শ্ৰমিক বনুৱা প্ৰভৃতিৰ ওপৰত শোষণ অনিবাৰ্য। শোষণৰ মাজেদি জন্ম লাভ কৰে বিচ্ছিন্নতা। শ্ৰমিক শ্ৰেণীৰ বাবে ই এক অভিশাপ। কালান্তক জীৱন ধাৰণ ব্যৱস্থাৰ বিপৰ্যয়ৰ ফলত ৰাজনৈতিক আৰু অৰ্থনৈতিক হেঁচাই দুখীয়া-দৰিদ্ৰক, কৃষক-বনুৱাক শোষক শ্ৰেণীৰপৰা বিচ্ছিন্ন কৰে। বিচ্ছিন্নতাৰ মাজেদি শ্ৰমিক, কৃষকে শ্ৰমৰ উৎপাদিত ভোগৰপৰা বিতাৰিত হয়, শ্ৰমৰ লগত থকা তেওঁলোকৰ সম্পৰ্ক  সুলকি পৰে। এনে অৱস্থাতে আহে বিভ্ৰান্তি, পৰাজয় আৰু ধ্বংস। কিন্তু, পদদলিত মানুহে নিবিড় বেদনা বহন কৰিও, সকলো প্ৰলোভন জয় কৰিও নিজৰ অপ্ৰাপ্য অধিকাৰ বিচাৰি হাহাকাৰ কৰে, বিপ্লৱৰ সূচনা কৰে, দলবদ্ধ জনতাৰ পদধ্বনিত  পৃথিৱীৰ মাটি কঁপি উঠে। বিৱৰ্তনৰ মাজেদি শৃংখলিত মানুহে ৰুদ্ধশ্বাস অন্ধকাৰ আঁতৰাই নতুন পৃথিৱী, নতুন  ইতিহাস ৰচনা কৰিবলৈ আগবাঢ়ে।

বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য মাৰ্ক্সবাদী নহয়। কিন্তু তেওঁ সচেতন সংবেদনশীল, মানৱতাবাদত বিশ্বাসী এজন উদাৰ মনৰ সাহিত্যিক। তেওঁৰ উপন্যাসৰ প্ৰধান প্ৰসঙ্গ মানুহ, শ্ৰমজীৱী মানুহ। এওঁলোকৰ বিবাদ, জাতৰ নহয়। কলিতা, কেওট , আহোম, বামুণ, কায়স্থ, জনজাতি, হৰিজন, অনুসূচিত, অন্যান্য পিছপৰা সম্প্ৰদায়, হিন্দু, মুছলমান, খ্ৰীষ্টানসকলৰ সাম্প্ৰদায়িক হাই-কন্দলৰ অৱতাৰণা কৰি তেওঁ 'প্ৰতিপদ'ৰ কাহিনীত গুৰুত্ব দিয়া নাই। গিয়াচুদ্দিন,

নাচিৰুদ্দিন, জেবুন্নিছা, চণ্ডী, বৰুৱা, চেটাৰ্জী, দুৰ্গা, বোধন, মালসিং, লছমী, পান্না, নয়নমণি, শ্ৰীমতী ফেলমিং প্ৰভৃতি মানুহবোৰৰ মাজত থকা মনস্তত্বগত বিৰোধ, ব্যৱস্থাৰ আৰু সামগ্ৰিক চৈতন্য ব্যক্ত কৰা আৰু ইংৰাজ ওপৰৱালাসকলৰ অমানুষিক উৎপীড়ন আৰু চক্ৰান্তৰ বিপক্ষে নিৰ্ভীকভাৱে শ্ৰমিক আন্দোলন গঢ়ি তোলাৰ এটা সঙ্ঘবদ্ধ প্ৰচেষ্টা উপন্যাসত তেওঁ দাঙি ধৰিছে। ভট্টাচাৰ্যই নিজেই লিখিছে- "ইয়াত কোনো বীৰ বা বীৰাঙ্গণা নাই, সকলোবোৰ চৰিত্ৰ গতিৰ বন্দী। বনুৱাসকলৰ জীৱনক সামূহিক ৰূপতে কল্পনা কৰা হৈছে"। এই সমষ্টিগত মানুহ সমাজক কেন্দ্ৰ কৰি সৰু ডাঙৰ অনেক ঘটনাৰে 'প্ৰতিপদ' নতুন দিগন্তলৈ অগ্ৰসৰ হৈছে। ইয়াত ব্যক্তিৰ প্ৰাধান্য নাই, প্ৰেমৰ অহৈতুকী বৰ্ণনা নাই। ইয়াত শ্ৰমজীৱী মানুহৰ দলবদ্ধ বিকাশৰ পথত সৃষ্টি হোৱা বলিষ্ঠ অন্তৰায়, শোষণমুক্ত হোৱা বাসনা, কৰ্মপ্ৰেৰণাক হত্যা কৰাৰ জঘন্য প্ৰচেষ্টা উজ্জ্বল চিত্ৰৰে পৰিণতিৰ ফালে আগবাঢ়িছে।

ইংৰাজ চাহাবসকলে ডিগবই তেল শোধনাগাৰত সাধাৰণ ঘটনাৰ চেলুলৈ তাত কাম কৰা শ্ৰমিক-বনুৱা আৰু আন আন দুখীয়া কৰ্মচাৰীৰ ওপৰত সঘনাই অত্যাচাৰ, উৎপীড়ন চলাই আহিছিল; ইংৰাজ কৰ্মকৰ্তাসকলে কৰ্মীসকলৰ ন্যায্য দাবী দলিয়াই পেলাই কঠোৰ দমননীতি প্ৰয়োগ কৰিছিল। এনে ধৰণৰ সঘনাই হৈ থকা দমন নীতিয়ে মানুহৰ জীয়াই থকাৰ অধিকাৰ ঠানবান কৰি পেলাইছিল। ওপৰৱালা চাহাবৰ শোষণ, উৎপীড়ন, নানা অভাৱ অনাটন, ৰোগ পীড়া, বিপদ পয়মালত কৰ্মীসকলৰ মনোবল ভাঙি পৰিছিল। ডিগবই হৈ পৰিছিল অভিশপ্ত চহৰ। বেমাৰ আজাৰ হলে দুখীয়া মানুহৰ বাবে ডাক্তৰ নাই, ইনজেকচন নাই, ঔষধ নাই। পাৰ'বাহৰ দৰে সৰু সৰু অস্বাস্থ্যকৰ কোৱাৰ্টাৰবোৰ। পানীকলৰ অভাৱ, সামান্য যি কেইটাইদি যৎসামান্য পানী ধৰা-বন্ধা সময়ত যোগান ধৰা হয়, তাৰ সন্মুখত পানী ভৰোৱাৰলৈ চিঞৰ বাখৰ, হাই-কাজিয়া, গালি-গালাজ। উৎসৱ পৰ্বত ছুটী নাই। কামলৈ নগ'লে চাহাবে হাজিৰা কাটে। সপ্তাহিক ছুটী নাই, ছিফ্‌টৰ কোনো নিৰ্ধাৰিত নিয়ম নাই। চাহাবক লাগে ধন সোণ আৰু তেল। সাধাৰণ কথাতে তেলখাদৰ বনুৱা চাটাই হয়; কোনো বিচাৰ নাই, বিবেচনা নাই। "যত সুখ চাহাবৰ বাবে হে, আমাৰ বাবে কেৱল দুখ।" ডিগবই চহৰলৈ কাম কৰিবলৈ বনুৱা আহিছিল বিভিন্ন ৰাজ্যৰপৰা। সিহঁত আৰু সেইবোৰ ঠাইলৈ উভতি যাব নোৱাৰে; তাত সিহঁতৰ ঠাই অইনে দখল কৰি লৈছে। কাম সিহঁতে কৰিবই লাগিব, নহলে অনাহাৰে অনিদ্ৰত মৰিব লাগিব। চাহাবৰ অত্যাচাৰ সিহঁতে নীৰৱে অনেক দিনৰপৰা সহ্য কৰি আহিছে। কেতিয়াবা অত্যাচাৰৰ কোব অসহ্য হলে সিহঁতৰ কোনো কোনোৱে চিঞৰি কান্দে, অৰ্থহীন কিছুমান কথাৰে চীৎকাৰ কৰে; কিন্তু প্ৰতিবাদ কৰিব নোৱাৰে। দলবদ্ধ হৈ কিবা এটা কৰাৰ সাহস সিহঁতৰ নাই। ভগৱান মূক মৌন বধিৰ! ভগৱানৰ নীৰৱতাক ভঙ্গ কৰি বনুৱাৰ দুৰ্গন্ধ কলোনিলৈ টানি আনিবলৈ কাৰো শক্তি নাই, পূজা অৰ্চনাৰ সামৰ্থ্যও নাই।

চাহাববোৰে ধন দিছে, বুদ্ধি দিছে জ্ঞান দিছে আৰু এইবোৰৰ বিনিময়ত খাদৰপৰা তেল

উলিয়াই শোধন কৰাৰ ব্যৱস্থা কৰিছে। তেওঁলোকৰ কামত ব্যাঘাত ঘটিলে বুনুৱাক খেদি পঠিয়ায়। ইচ্ছামতে নতুন মানুহ কামত ভৰ্তি কৰে। বনুৱাৰ বাবে আইনসঙ্গত কোনো ছুটী, তেওলোকে দিব নোখোজে। দৰমহাও নিচেই তাকৰ, বনুৱাৰ দিন হাজিৰা আঠ দহ অনা, কেৰাণীৰ নিম্নতম বেতন মাত্ৰ ২৫ টকা। চিকিৎসাৰ সা-সুবিধা নিচেই নগণ্য, প্ৰয়োজনত একো নাহে। দুৰ্ঘটনাৰ ক্ষতিপূৰণ দিয়াত সদায় আপত্তি। অভাৰ টাইমৰ পইচা, টিফিনৰ পইচা, পৰবৰ পইচা বিচাৰিলে চাহাবে ধমকি সোধায়; কামৰপৰা খেদোৱাৰ ভয় দেখুৱায়। বনুৱা উপায়হীন। চাহাবৰ প্ৰতি তেওঁলোকে কিবা এটা অভিযোগ তুলিলেই উৎপীড়ন, উৎপাত আৰম্ভ হয়। সেয়েহে ভয়তে সকলোৱে ভাগ্যক ধিয়াই সকলো যন্ত্ৰণা নীৰৱে সহ্য কৰি যায়। দোষো দিব নোৱাৰি, বছৰৰ পাছত বছৰ ধৰি ইংৰাজ চাহাবে ডিগবই তেল নগৰী এনেকৈয়ে লুটি খাইছে। বনুৱাৰ মঙ্গল কামনা কৰা অভিলাস তেওঁলোকৰ নাই। তাতে শোধনাগাৰ চলাবলৈ নতুন নতুন যন্ত্ৰপাতি ওলাইছে, সেইবোৰ বিলাতৰ পৰা আনি কলঘৰত লগালে বহুতো মানুহ চাটাই কৰিবৰ উপায় আছে। মানুহৰ পৰিবৰ্তে মেচিনে বৰং ভাল কাম কৰিব, খৰচো কমিব। শিল্প সভ্যতাই গৰীব মজদুৰ বনুৱালৈ আনে অভিশাপো। প্ৰয়োজন নহলে শিল্পপতিয়ে তেওঁলোকক ৰাস্তাৰ ডাষ্টবিনলৈ দলিয়াই পেলাই দিয়ে। বিচাৰ নাই, দয়া-মমতা একোৱেই নাই। চাহাব ডিগবই তেল শোধনাগাৰৰ শিল্পপতি, তেলৰ ব্যৱসায় লাভজনক কৰি তুলিবৰ বাবে তেওঁলোক ইমান দূৰলৈ আহিছে। অৰ্থনৈতিক দিশৰ পৰা ব্যৱসায়ৰ সুযোগ সুবিধা তেওঁলোকে আদায় কৰে। তেওঁলোকে কলা মানুহক বিশ্বাস নকৰে; হিন্দু মুছলমানৰ মাজত কাজিয়া লগাই ইউনিয়ন ভাঙিবলৈ দালাল নিয়োগ কৰে, ধন খৰচ কৰে। কেতিয়াবা আকৌ মানুহ চাই চাই কোম্পানিৰ কামত প্ৰমোচন দিয়ে নিজৰ স্বাৰ্থ পূৰণ কৰিবলৈ। চাহাবে শোষণ চলাই তেওঁলোকৰ নিযুক্ত কিছুমান সুবিধাভোগী কৰ্মচাৰীৰ হতুৱায়। চাহাবৰ ঘৰ আতৰৰ টিলাৰ ওপৰত। বনুৱাই বাস কৰা গেলাবস্তিৰপৰা ভালেমান নিলগত তেওঁলোকে মহাসুখে আৰাম কৰে। কতৰকমৰ আমোদ-প্ৰমোদ কৰে। বাবুৰ্চি, খানচামা, চকীদাৰ, মালী অনবৰত লাগি থাকে তেওঁলোকৰ সুখ সম্ভোগ বাধাহীনভাৱে বৰ্তি ৰাখিবলৈ। সুযোগ পালেই এইবোৰ তলতীয়া কৰ্মচাৰীয়ে চাহাবৰ মন যোগাবলৈ লাইনৰপৰা চকুত লগা গাভৰু আনি মোটা বকচিচ্ লয়। খান্চামা নাচিৰুদ্দিনে কৈছিল এণ্ডাৰচনৰ কথা, ফিলিপচ্ৰ কথা, মিচেচ এগনাচৰ কথা। কৈছিল, "চাহাবৰ বঙলা দেখিছো এখন দুৱাৰেদি ৰাতি বেশ্যাও সোমায়, মেম চাহাবো সোমায়। অনেক চাহাবৰ ক'লা মাইকীৰ প্ৰতি এটা আকৰ্ষণ থাকে। এণ্ডাৰচন চাহাবক দেখিলো-বিলাতলৈ উলটিযাবৰ সময়ত ক'লা মেমক, এজনী ছোৱালী, অলেখ টকা-পইচা আৰু এটা মতা মানুহ দি থানথিত লগাই গ'ল। মতাটোৱে সম্পত্তি পাই ৰাতিৰ ভিতৰতে ডাঙৰ ঠিকাদাৰ হৈ পৰিল, চাহাবৰ ফালৰ বগী ছোৱালীজনীও বিয়া দিলে, নিজৰো ল'ৰা ছোৱালী হ'ল। এতিয়া সি ডিগবইৰ নামজ্বলা ঠিকাদাৰ। এতিয়া সিয়েই আকৌ মাইকী ৰখা চাহাব হৈ পৰিছে।"

ফাগুৰ্চন চাহাব, জেলাপচী চাহাব সকলোবোৰ একেই। এই চাহাববোৰ যিমান দিনলৈকে থাকে, অকল মাইকী মানুহেই নহয়, মতা মানুহো সুখেৰে থাকিব নোৱাৰে। ডিগবই অভিশপ্ত

চহৰ, ইয়াত হিন্দু হৈ পৰে মুছলমান আৰু মুছলমান হৈ পৰে হিন্দু। বেশ্যাও সতী হৈ পৰে, সতীও বেশ্যা ৰূপে সমাজত ঠাই পায়। দুখীয়া বনুৱাবোৰৰ দুখৰ একমাত্র লগৰীয়া মদ। সুন্দৰী স্ত্রী থাকিলেও দাম্পত্য জীৱন সিহঁতৰ সুখী নহয়। অনাহাৰক্লিষ্টা অনেক স্ত্রীয়ে পৰপুৰুষৰপৰা সুখ সম্ভোগ বিচাৰি ৰাতি অন্ধকাৰত বাহিৰলৈ যায়। যৌৱনত অভাৱৰ জ্বালাই অনেক তিৰোতাক মাজে মাজে প্রলোভনত পেলায়। প্রত্যেকজনী ছোৱালীয়েই ঘৰপাতি সুখেৰে থাকিবলৈ বাসনা কৰে। ঘৰ মানেইতো ধন সম্পত্তি, ঘৰ বাৰী, ল'ৰা ছোৱালী। এইবোৰ মানেইতো বন্ধন, এইবোৰ মানেইতো সংসাৰ। কিন্তু ভাগ্যত এইবোৰ নিমিলে। কিমান অথন্তৰ! মতাবোৰে তিৰোতাৰ গালি-গালাজ খায়, চুপমাৰি থাকিব লগাত পৰে, ঘৰসংসাৰত জটিলতা সোমাই তিক্ততা বৃদ্ধি কৰে। মানুহবোৰ কিমান অভাৱগ্রস্থ! চণ্ডীৰ দুখ দৈন্যৰে ভৰা সংসাৰখন? চিকিৎসাৰ অভাৱত ঘৈণীয়েকে অকালতে প্রাণ হেৰুৱালে। ল'ৰা দুৰ্গা, ছোৱালী পান্নু, অভাৱত সিহঁতৰ মন বিদ্রোহী হৈ উঠে। চণ্ডীৰ যেন জীৱনৰ লগত সম্পৰ্ক একেবাৰে নোহোৱা হৈ গৈছে। মুমূৰ্ষু জীৱন মৰণৰ সৈতে যুঁজ কৰি সি ভাগৰি পৰিছে। পান্নুৰ চাৰিত্রিক ভাল গুণবোৰ অনেক সময়ত অথলে গৈছিল। ৰামু, ইস্মাইল চেটাৰ্জী, গিয়াছুদ্দিন প্ৰভৃতিয়ে তাইৰ সঙ্গ লাভ কৰিবলৈ কামনা কৰিছিল। নৰ নাৰীৰ ভাল পোৱা স্থায়ী নে অস্থায়ী তাক নিৰ্ণয় কৰা কঠিন সমস্যা। জীৱনৰ আন আন আনুসঙ্গিক অভ্যাসৰ দৰে যৌবনত নৰ নাৰীৰ ভাল পোৱা অভ্যাস এটা কেতিয়াবা হঠাতে আৰম্ভ হয়। পান্নুৱেও এই অভ্যাস আৰম্ভ কৰিছিল, কিন্তু পাপৰ পথত ভৰি দিয়াৰ আশংকাই তাইৰ এই অভ্যাস দূৰ কৰিলে, আশ্রয় চেতনা প্রবল হোৱাত তাই মৃত্যুমুখী জাহানাৰাৰ মুখৰ কথা এষাৰতে গিয়াচুদ্দিনক পতিৰূপে গ্রহণ কৰিবলৈ ইচ্ছা প্রকাশ কৰি প্রেমৰ বোৱতী সুঁতীত বান্ধ দি পেলালে। "গাভৰু ছোৱালীৰ কিবা মূল্য আছে? সকলো পুৰুষে মাথোন বিচাৰে দেহটো। কিন্তু ছোৱালীৰ যে এটা মন বোলা বস্তু আছে, সেই বিষয়ে কাৰো লক্ষ্য নাই। কোনেও বুজিবলৈ যত্ন নকৰে সেইটো মনত কি আছে!"

তেল শোধনাগাৰৰ কৰ্মচাৰী ডিম্বেশ্বৰ, পঢ়াশুনা কৰি বি, এছ, চি পাছ কৰিছিল। উপন্যাসখনত এই চৰিত্ৰটোৱে মাজে মাজে প্ৰাধান্য লাভ কৰিছে। ডিম্বেশ্বৰৰ সংস্কাৰকামী মনটো দাঙি ধৰি ভট্টাচাৰ্যই বহুতো কথাৰ অৱতাৰণা কৰিছে। জেবুন্নিচাক চাহাবৰ কবলৰপৰা ৰক্ষা কৰি ডিম্বেশ্বৰে ডিগবই চহৰত এটা সাহসৰ কাম কৰিছিল। ধৰ্মৰ প্ৰতি তাৰ কোনো আসক্তি নাছিল। ডিম্বেশ্বৰে কৈছিল, 'ধৰ্ম মোৰ বাবে কোট ছোলা। কোট ছোলা সলালে জানো মানুহ সলনি হয়? মুছলমান ধৰ্ম ললে মানুহটোৰ দেহ বা মনৰ কিবা পৰিবৰ্তন হ'বনে?" বিবাহিত জীৱনৰ তীব্ৰ বেদনা সহ্য কৰিব নোৱাৰি, প্ৰথম পত্নীৰ যোগেদি কোনো সন্তানৰ মুখ নেদেখি, ডিম্বেশ্বৰে মুছলমান ধৰ্ম গ্ৰহণ কৰি "গিয়াছুদ্দিন" নাম লৈছিল আৰু সুন্দৰী নহলেও স্বামীপৰায়ণা, সহজ, সৰল জাহানাৰাক দ্বিতীয় বাৰ বিয়া কৰাইছিল। জাহানাৰাৰ অকাল মৃত্যু ঘটিলত পান্নুক সি লাভ কৰিছিল। অৱশ্যে তিৰোতাৰ হৃদয়ত প্ৰবেশ কৰিবলৈ যি সাহসৰ প্ৰয়োজন, যি শক্তিৰ প্ৰয়োজন সেই শক্তি তাৰ আছিল নে নাই, সন্দেহৰ বিষয়। প্ৰেম আৰু মঙহৰ ভিতৰত যে বহুতো পাৰ্থক্য আছে, সেইকথা ডিম্বেশ্বৰে

হয়তো নুবুজিছিল। ইয়াৰ বাবে তাক দোষো দিব নোৱাৰি। দেশব্যাপী হোৱা স্বাধীনতা আন্দোলনে তাৰ মনটো কিবা বেলেগ কৰি পেলাইছিল। শোধনাগাৰৰ বনুৱাবোৰৰ বিভিন্ন সমস্যাই তাৰ মন প্ৰাণ বিহ্বল কৰিছিল। "বনুৱাসকলে যদি খেতিয়কৰ লগ লাগে তেন্তে স্বাধীনতা আন্দোলন অসীম শক্তিশালী ব্ৰহ্মপুত্ৰৰ দৰে দুৰ্দমনীয় আৰু তেজী হ'ব। বনুৱাসকলে ইউনিয়ন সংগঠন কৰি বল গোটোৱাৰ লগে লগে স্বাধীনতা আন্দোলনতো জড়িত হৈ বৃটিছ শাসকক ভাৰতবৰ্ষৰপৰা খেদোৱা সহজ হ'ব।" কোম্পানিয়ে ডিগবৈত ড্ৰিলিং কৰি খাদৰপৰা তেল উলিয়ায়, বনুৱাই কঠোৰ শ্ৰম কৰি কপালৰ ঘাম মাটিত পেলায়,শৰীৰৰ তেজ পানী কৰে, কেতিয়াবা প্ৰাণ এৰে। ইউনিয়ন সংগঠনেই বনুৱাসকলৰ প্ৰাথমিক কৰ্তব্য। ইউনিয়ৰ লাগে অন্যায়ৰ বিৰুদ্ধে, শোষণৰ বিৰুদ্ধে দলবদ্ধ হৈ সংগ্ৰাম কৰিবলৈ। এই ইউনিয়নৰ মাজেদি বনুৱা শ্ৰেণীৰ ৰাজনীতি, সমাজনীতি আৰু অৰ্থনীতি বিকশিত হৈ দেশত সমাজবাদী শাসন প্ৰবৰ্তনৰ পথ মুকলি হোৱাত সহায়ক হৈ উঠিব। ইউনিয়ন গঠনৰ কামেই স্বাধীনতা লাভৰ প্ৰাথমিক ব্যৱস্থা। চেটাৰ্জীৰ মনটো বিপ্লৱেৰে ভৰা। অনেক কিতাপ-পত্ৰ পঢ়িছে। সভা-সমিতিত যোগ দিছে। তেৰোঁ বুজিছিল, "কৃষক-বনুৱাৰ অৰ্থনীতি দেশৰ স্বাধীনতাৰ লগত, দেশৰ সুখৰ লগত জড়িত। পৰাধীন ভাৰতত কাৰো সুখ নাই। দেশক স্বাধীন কৰা মানেই জনসাধাৰণৰ মুক্তি। বিদেশী ৰাজশক্তিৰদ্বাৰা পৰিচালিত বিদেশী জীৱন আদৰ্শই ভাৰতীয় মধ্যবিত্ত অনেকক পংগু কৰিছে। এই পংগুলোকেৰে সমাজক নতুনকৈ গঢ় দিব পৰা সম্ভৱ নহয়। আনহাতে, বনুৱা মজদুৰে কিবা এটা আন্দোলন কৰিলেই তাক নামকৰণ কৰা হয় 'টেৰৰিষ্ট মুভমেন্ট।' স্বাৰ্থসিদ্ধিৰ বাবে শাসকগোষ্ঠীয়ে এইবোৰ নাম বিচাৰি উলিয়ায়।"

মিঃ ফেলমিং আৰু মিছেছ ফেলমিং চৰিত্ৰ দুটা সহৃদয়তাৰে ভট্টাচাৰ্যই অঙ্কন কৰিছে। কোম্পানিৰ কৰ্মচাৰী হলেও মিঃ ফেলমিঙৰ এখন বহল অন্তৰ আমি দেখিবলৈ পাওঁ। অনৰ্থক বনুৱা গণ্ডগোলত যাতে বৃটিছ শাসক লিপ্ত হৈ নপৰে, তেওঁ আশা কৰিছিল। তেওঁ বুজিছিল যে ভাৰতবৰ্ষত ৰাজনৈতিক স্বাধীনতাৰ আন্দোলন পূৰাদমে চলাৰ সময়ত ইংৰাজসকলে স্বেচ্ছাচাৰিতাৰ ঠাইত বিচক্ষণতাৰহে চিনাকি দিব লাগিব। মিছেছ ফেলমিং আছিল এটি উপাদেয় চৰিত্ৰ। বিলাতী মেম হলেও তেওঁৰ এখন কোমল হৃদয় আছে। ভবা চিন্তা কৰিব পৰা এটা সজীৱ বিবেক আছে। "ইংৰাজসকল ভাৰতবৰ্ষলৈ আহি চাল-চলন কিয় হঠাতে সলনি কৰে? ইয়াত হেনো ইংৰাজসকল 'ফৰেইন্ আনটচেবোল।' ইংৰাজ শিল্পপতিৰ কাৰখানাবোৰত দেশীয় লোকসকলৰ লগত মিলিজুলি চলিবলৈ ইংৰাজ চাহাবসকলক কোনো সুবিধা দিয়া নহয়। কাৰখানাৰ নিয়ম, কঠোৰ চাল চলনত একচুলি মানো হেৰফেৰ হলে ইংৰাজ কৰ্মচাৰীৰ কামত গণ্ডগোল লাগে। নিমিষতে তেওঁক তাৰপৰা আঁতৰোৱা হয়।" মিছেছ ফেলমিং আছিল বঞ্চিত মানুহৰ সেৱা, কল্যাণ আৰু মুক্তিৰ বাবে চিন্তা কৰা এগৰাকী ইংৰাজ মহিলা।

ভট্টাচাৰ্যৰ 'প্ৰতিপদ' উপন্যাসত দেশাত্মবোধ উদ্দীপিত হৈছে। মূলতঃ গান্ধীবাদকে

অনুসৰণ কৰি জাতীয় চেতনা আৰু সামাজিক সংস্কাৰৰ আদৰ্শৰে উপন্যাসখন সজোৱা হৈছে। গান্ধীজীৰ সত্যাগ্ৰহ, অসহযোগ আন্দোলন, ধৰ্মঘট, মিছিল প্ৰভৃতিৰে ডিগবইৰ বনুৱাসকলে সচেতন আন্দোলন গঢ়ি তুলিবলৈ কৰা এটা ৰাজনৈতিক, অৰ্থনৈতিক প্ৰচেষ্টা 'প্ৰতিপদ'ৰ চন্দ্ৰৰ দৰে ইয়াত জিলিকি উঠিছে। কোৱা নিষ্প্ৰয়োজন যে লিখকৰ অভিজ্ঞতাই সুসংগতিপূৰ্ণ সহযোগিতা আগবঢ়াই উপন্যাসৰ বিষয়বস্তু বোধগম্য কৰি তুলিছে।

***



## চৈয়দ আব্দুল মালিকৰ উপন্যাস

# সূৰ্য্যমুখীৰ স্বপ্ন

যোৱা কেইটাদশকত ভালেকেইখন উপন্যাস অসমীয়া ভাষাত ওলাইছে। তাৰে কিছুমান গতানুগতিক কাহিনীৰ ওপৰত ভিত্তি কৰি লেখা। মানে, বিষয়বস্তু মূলতঃ প্ৰেম। প্ৰেম মানে ভালপোৱা, নৰ-নাৰীৰ দেহ-মনৰ আকৰ্ষণ। স্বাধীনতা লাভৰ পিচৰ কালছোৱাত অনেক কেইজন ঔপন্যাসিকে পৰিবৰ্তিত সামাজিক পটভূমিক আশ্ৰয় কৰি ৰচনাৰ কাহিনী ৰসাল কৰিবলৈ চেষ্টা কৰিছে। বিশেষ অঞ্চলৰ সামাজিক আলেখ্যই প্ৰায়বোৰ উপন্যাসত প্ৰাধান্য লাভ কৰা আমি দেখিবলৈ পাইছো। চহৰমুখীসভ্যতাই অনেক বুদ্ধিজীৱীক উপন্যাসৰ সমল আহৰণ কৰোতে প্ৰেৰণা যোগাইছে । চহৰীয়া জীৱনৰ বহু বিচিত্ৰ ঘটনাসমূহে এইবোৰ উপন্যাসৰ পৰিবেশ নানা আদৰ্শৰে প্ৰভাৱান্বিত কৰিছে। নানা স্বাৰ্থ, নানা শ্ৰেণী, নানা সম্প্ৰদায় আৰু নানান ৰাজনীতি সমাজনীতি চিন্তাই ভালেমান উপন্যাসক জনসাধাৰণৰ চৈতন্য প্ৰস্তুতি পৰ্বৰ উপলক্ষ স্বৰূপে থিয় কৰাইছে। আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হৈয়ো এইবোৰ উপন্যাসে দেশ, কাল, পৰিবাৰ, সমাজ আৰু পৰিবেশৰ স্বভাৱজাত বৈশিষ্ট্য গভীৰ আন্তৰিকতাৰে প্ৰকাশ কৰাত কাৰ্পণ্য কৰা নাই। সমাজ ব্যৱস্থাৰ পৰিবৰ্তন ঘটাৰ লগে লগে নীতি-দুৰ্নীতিৰ ধাৰণাও আমাৰ দেশত সলনি হৈ আহিছে। মানুহৰ ৰুচি-অভিৰুচিৰো দিন বাগৰি যোৱাৰ লগে লগে ৰূপান্তৰ ঘটিছে। কলা-সংস্কৃতিৰ সামাজিক বিচাৰ বিশ্লেষণত নানা ভাৱধাৰাই জনসাধৰণৰ জীৱনক বৈচিত্ৰময় কৰি তুলিছে; একেটা বিষয়বস্তুৰ ওপৰত বিভিন্ন লিখকৰ দৃষ্টিভঙ্গী নানা ভাৱে প্ৰকাশ পাইছে। সাহিত্যৰ জটিলতা আৰু বহুমুখিতাই সাহিত্য ৰচনাৰ প্ৰণালী এনে অপ্ৰত্যাশিত ভাৱে সলনি কৰি তুলিছে যে সমকালীন সাহিত্যৰ কোনটো ধাৰা বেছি শক্তিমান, তাক নিৰ্ণয় কৰা কঠিন হৈ পৰিছে। অসংখ্য ধাৰা -উপধাৰাক কেন্দ্ৰ কৰি আমাৰ কবিতা, নাটক, উপন্যাস প্ৰভৃতিয়ে গা টঙাই উঠিছে। অসমীয়া উপন্যাসৰ এই বিশিষ্ট লক্ষণ ক্ৰমাগত প্ৰকাশ পাইছে।

আন এটা পৰিবৰ্তন আমি লক্ষ্য কৰিছো। সেইটো হৈছে, আজিৰ যি ঘটনা স্বাভাৱিক, পঞ্চাশৰ দশকত সেই ঘটনাই অশ্লীলতাৰ অপবাদ বহন কৰি দহজনৰ কটু সমালোচনা ভোগ কৰিছিল। অসমীয়া উপন্যাস অনেকত আজি অশ্লীলতাৰ প্ৰভাৱ প্ৰত্যক্ষভাৱে প্ৰকাশ পাইছে। যৌনানুভূতিৰ অবাধ প্ৰচলনে ষাঠিৰপৰা সাম্প্ৰতিক সময়লৈকে আমাৰ সাহিত্য চিন্তাত আত্মপ্ৰকাশ কৰিবলৈকো যে চেষ্টা চলোৱা নাই, তাক অস্বীকাৰ কৰিব নোৱাৰি। বিশেষকৈ অসমীয়া উপন্যাস কিছুমানত এই প্ৰচেষ্টা অত্যন্ত প্ৰকট হৈ উঠিছে আৰু এইবোৰে নৈতিকতাৰ বান্ধোন শিথিল কৰি পেলাইছে। এনে ধএৰণৰ উপন্যাসৰ প্ৰতি পাঠক, প্ৰকাশক আৰু সমালোচকৰ প্ৰতিক্ৰিয়া কি, তাক সহজে বুজা টান। পাঠকসকলৰ অধিকাংশৰে নিজস্ব

অভিমত গম পাবৰ তেনে কোনো মাধ্যম নাই। তেওঁলোকে সংবাদ পত্ৰত ওলোৱা সমালোচনা পঢ়িয়েই এটা ধাৰণা গ্ৰহণ কৰে। সেই দৃষ্টিকোণৰপৰা সংবাদপত্ৰ বা আলোচনীত প্ৰকাশ পোৱা, "গ্ৰন্থ সমালোচনা" আমাৰ অনেক পঢ়ুবৈৰ বাবে গুৰুত্বপূৰ্ণ। পাঠকৰ প্ৰয়োজনৰ খাতিৰত সমালোচনাৰ ব্যাখ্যা, প্ৰচাৰ আৰু মূল্যায়ন নিৰপেক্ষ হোৱাটো নিতান্ত বাঞ্ছনীয়। সমালোচকৰ যেনেকৈ অবাধ স্বাধীনতা আছে, তেনেকৈ আছে দায়িত্বৰ পৰিমাণ। বিচাৰ বুদ্ধিৰ সযত্ন প্ৰয়োগ কৰি পাঠক সকলক তেওঁ আলোচ্য গ্ৰন্থখনিৰ এটা সুস্পষ্ট ধাৰণা দিব পাৰিলে, পাঠকসকল যে বহুত উপকৃত হব, তাত সন্দেহ নাই।

আমাৰ উপন্যাস ৰচয়িতা সকলৰ ৰচনাত তেওঁলোকৰ বিদ্যা বুদ্ধি বা পাণ্ডিত্যৰ পৰিচয় প্ৰদৰ্শন হয়নে নহয় সেই প্ৰশ্ন অৱতাৰণা কৰা নিষ্প্ৰয়োজন। উপন্যাস ৰচনাৰ এই দিশ বিশিষ্ট-লক্ষণ বুলিও অনেকে স্বীকাৰ নকৰে। উপন্যাসৰ নায়ক-নায়িকাৰ মুখত যিমানদূৰ সম্ভৱ, পাণ্ডিত্যপূৰ্ণ সংলাপ দিয়াটো অনেকে পচন্দ নকৰে। কিন্তু যিসকল যুগসন্ধিৰ লিখক, তেওঁলোকে সমাজৰ উত্থান-পতন , আৰোহণ-অৱৰোহণত সাহিত্যৰ স্বৰূপ নিৰীক্ষণ কৰাটো প্ৰয়োজনীয় মূল্যায়ন বুলি গণ্য কৰে। তেওঁলোকে সেইবাবে নিজ চিন্তাধাৰাৰ গভীৰতত্ব সাহিত্যিক ব্যাখ্যাৰে পঢ়ুৱৈ সমাজক জানিবলৈ দিয়ে। লিখকৰ নিজস্ব এটা চিন্তা আছে। এই চিন্তাৰ তন্ময়তাৰ মাজেদি নানা ভাব, চৰিত্ৰ বা ঘটনাৰ সমাবেশ ধাৰাবাহিক ৰূপে আলোচিত হয়। এনে কৰোতে অনেক সময়ত চিন্তাশীল লিখকজনৰ মনৰ অনুভূতি, চিন্তা-ভাৱনা হৃদয়ঙ্গম কৰোতে সাধাৰণ পাঠক এজন বিমোৰত পৰে। কিন্তু সেইবুলি লিখকজনৰ সাহিত্যিক প্ৰতিভা কোনো গুণে বাধাপ্ৰাপ্ত নহয়। কবিতা, উপন্যাস, নাটক, প্ৰবন্ধ প্ৰভৃতি সাহিত্য সম্ভাৰৰ অনেকৰে বিষয়বস্তু চিন্তা আৰু আদৰ্শৰ ফালৰ পৰা সাধাৰণ পৰ্যায়ৰ পাঠকৰ লগত সহৃদয়তা স্থাপন কৰিবলৈ অসমৰ্থ হৈছে- কেতিয়াবা যুক্তিধাৰাত, কেতিয়াবা আকৌ তত্ত্ব-সমস্যাৰ বিবৃতিত। উপন্যাসৰ ক্ষেত্ৰতো একেই কথা। উপন্যাস ৰচনাত সাফল্য লাভ কৰিবলৈ হলে ব্যাপকভাৱে মানৱ জীৱনৰ অনুশীলনৰ দৰকাৰ। মানৱ জীৱনৰ এক অবিকৃত দৰ্পণ স্বৰূপ উপন্যাসে বিচিত্ৰ চৰিত্ৰ আমাৰ আগত দাঙি ধৰে। মানৱ জীৱনৰ সম্বন্ধে যিসকল লিখকৰ গভীৰ অভিজ্ঞতা আছে- জীৱন বৈচিত্ৰ্যৰ লগত পৰিচয় আছে, তেখেত সকলেই উপন্যাসত জীৱন্ত চৰিত্ৰ সৃষ্টি কৰি মানৱ হৃদয়ৰ অন্তঃস্থল স্পৰ্শকাতৰ কৰি তোলাত কৃতকাৰ্য হ'ব পাৰিছে। বৈচিত্ৰ্য আৰু ব্যাপকতা সামান্য হলেও জীৱন সম্পৰ্কে থকা মৌলিক প্ৰত্যয়ে তেখেতসকলৰ উপন্যাসসমূহক এক স্বতন্ত্ৰ মহিমাৰে ভূষিত কৰিছে।

চৈয়দ আব্দুল মালিক এনে এজন ঔপন্যাসিক, যি জনে ষাঠি দশকৰপৰা সাম্প্ৰতিক সময়লৈকে কেইবাখনো উপন্যাস ৰচনা কৰি অসমীয়া সাহিত্য জগতত এক স্মৰণীয় নাম অৰ্জন কৰিছে। বনজুই, ছবিঘৰ, মাটিৰ চাকি, জীয়া-জুৰিৰ ঘাট, আধাৰশিলা, ৰজনীগন্ধাৰ চকুলো, অঘৰী আত্মাৰ কাহিনী, ডাক্তৰ অৰুনাভৰ অসম্পূৰ্ণ জীৱনী, ওমলা ঘৰৰ ধূলি প্ৰভৃতি উপন্যাসসমূহৰ জনপ্ৰিয়তা সৰ্বজনবিদিত। বিশেষকৈ, উল্লেখযোগ্য হৈছে, 'সূৰুযমুখীৰ স্বপ্ন'। মালিকৰ এইখন উপন্যাস সাৰ্থক আৰু সৰ্বশ্ৰেষ্ঠ বুলি সকলোৱে একেমুখে স্বীকাৰ

কৰিছে। উপন্যাসখনৰ ৰচনাকাল ১৯৫৮ চন, প্ৰথম প্ৰকাশ, ১৯৬০ চন, প্ৰকাশক গুৱাহাটীৰ লয়াৰ্ছ বুক ষ্টল।

চৈয়দআব্দুল মালিকে সূৰুযমুখী স্বপ্নত এটা প্ৰেমৰ কাহিনীক কেন্দ্ৰ কৰি উপন্যাসৰ বিষয়বস্তু, আবেগ, অনুভূতি, দয়া-কৰুণা, হতাশা বিপৰ্যয়েৰে ৰসাল কৰি তুলিছে। কাহিনীৰ পটভূমি গোলাঘাট মহকুমাৰ ধনশিৰী নদীৰ পাৰত থকা ভিতৰুৱা গাওঁ এখন, নাম ডালিম গাওঁ। এই ডালিম গাওঁ খনৰ লগত ধনশিৰি নদীখনৰ সম্বন্ধ অতি প্ৰাচীন। এই নদীখনকে আশ্ৰয় কৰি ডালিম গাওঁ জীয়াই আছে, গাওঁৰ সুখ-দুখ, আনন্দ-বিষাদ সকলো যেন ধনশিৰীয়ে নিয়ন্ত্ৰণ কৰে। নদীখনৰ বুকুত গাওঁখনৰ সৰ্বস্ব সোমাই আছে। বাৰিষা কালত বানপানীৰ ধল আহি গাওঁখন বুৰাই পেলাই মানুহবোৰৰ আলাই আথানি নোহোৱা কৰে, কেতিয়াবা আকৌ ধাননি পথাৰ নদন-বদন কৰে। ধনশিৰীৰ পশ্চিমপাৰে ডালিম গাওঁ। ইয়াত প্ৰায় তিনিকুৰি দহঘৰমান মানুহ বসতি কৰে, হিন্দু-মুছলমান, নেপালী, কাৰ্বি মানুহৰে মিহলি গাওঁ। ছয়ত্ৰিশ ঘৰ মুছলমান লোক থাকে নৈৰ পুবফালে। ধান খেতি, সৰিয়হ খেতি, মাটিমাহৰ খেতি, মৰাপাটৰ খেতি কৰে। ধনশিৰীত বলিয়াবান আহিলে হিন্দু-মুছলমান কাৰো ৰক্ষা নাই। সকলোৰে জীৱনৰ মূল্যবোধ ভাগ্যৰদ্বাৰা সীমাবদ্ধ; অৰ্থাৎ অদৃষ্ট নিৰ্ভৰ। মানুহবোৰৰ কৌতুহল কম, গাওঁখন পৰিবৰ্তনবিমুখ, আত্মতৃপ্ত গোষ্ঠীবদ্ধ। আধুনিক দৃষ্টিভঙ্গীত চালে ডালিমগাওঁৰ জীৱন উপেক্ষিত আৰু অৱহেলিত; গাঁৱৰ উন্নতি ব্যৱস্থাত কৰো হাবিয়াস নাই। জাতীয় অবোধ আনন্দেৰে গাঁৱৰ লোকে নিজ নিজ সমস্যা নিজেই সমাধা কৰে, নিজে নিজেই বিধি-বিধান ৰচনা কৰে।

ডালিম গাঁৱত বাস কৰা মুছলমান ডেকা, গুলচে গাঁৱৰে গাভৰু চেনীমাইক ভাল পায়। চেনীমাই দেখাই-মেলাই ৰূপহী; আপোনমনে চলা ৰাংঢালী ছোৱালী। এদিন চেগবুজি গুলচে চেনীমাইক পলুৱাই নিছিল, কেবাদিনো একেলগে সহবাসো কৰিছিল। পিছে কি হ'ব, হুৱাদুৱা লাগিল, সিহঁতক বিচাৰি উলিয়াই ৰাইজে মেল সুধিলে। গুলচৰ বাপেকে পলৰীয়া ছোৱালীক বোৱাৰী কৰি ঘৰ গচকাবলৈ আনক চাৰি, দা'হে জোকাৰিলে। চেনীমাইৰ বৰ বাপেকেও সৈমান নহ'ল, ভেকাহিহে মাৰিলে। বিয়াখন নহ'ল, গুলচে একো কৰিব নোৱাৰিলে, চেনীমাইক সি হেৰুৱালে। গুলচক বাপেকে 'ক'ত মৰ মৰগৈ' বুলি ঘৰৰপৰা খেদি পঠিয়ালে। চেনীমাইকো ঘৰৰ মানুহে বেমাৰী ডেকা ল'ৰা ক'লাইৰ লগত বিয়াখন পাতি আঁতৰ কৰিলে। নিষ্ঠুৰ পৰিহাস মানিলৈ গুলচ আৰু চেনীমায়ে আশাৰ সংসাৰ পতা বাসনা এৰিলে যদিও ভিতৰি থকা পীৰিতি ত্যাগ কৰিব নোৱাৰিলে। চেনীমায়ে ক'লাইক স্বামীৰূপে মনে প্ৰাণে ভাল পোৱা নাছিল, সেয়েহে সুবিধা পালেই গুলচৰ কাষলৈ আহি বলিষ্ঠ বাহুবন্ধনৰ মাজত চেপাখাই বুকুৰ উম লবলৈ দৌৰ দিছিল।

গুলচৰ জীৱনলৈ আকৌ আহিল এজনী তিৰোতা, নাম তাইৰ কপাহী। বৰ বগী ছোৱালী আছিল বাবে মাক বাপেকে মৰমতে নাম দিছিল কপাহী বুলি। কপাহীৰ বিয়া হৈছিল নাহৰৰ লগত। কপাহীৰ বিয়াৰ সময়ত গুলচ এঘাৰ বাৰ বছৰীয়া ল'ৰা। সি তেতিয়াৰপৰা কপাহীক

দেখিছে, তাইৰ ধৰণ-কৰণ লক্ষ্য কৰিছে। মানুহজনী একেই আছে, অকণো পোটোকা পৰা নাই। নাহৰে আগতে কপাহীৰ বায়েক জ্যোতিক বিয়া কৰাইছিল, এজনী ছোৱালী হৈছিল, তৰা, কিন্তু তৰাৰ পাঁচ মাহ হওঁতেই জ্যোতি প্ৰসূতা বেমাৰত মৰি থাকিল। পিছত নাহৰে কপাহীক বিয়া কৰালে, যাতে মাক নোহোৱা তৰাক ডাঙৰ দীঘল কৰিব পাৰে। তাতে, কপাহী হৈছে তৰাৰ নিজা মাহীয়েক। এদিন নাহৰে সন্দেহৰ বশবৰ্তী হৈ কপাহীক মাৰধৰ কৰিলে আৰু বেজাৰত সি ঘৰ এৰি গুছি গ'ল। কলৈ গ'ল, কোনেও গম নাপালে। মনৰ অস্থিৰতা, দেহৰ অতৃপ্ত বাসনা লৈ গিৰীয়েকে তালাক দিয়া কপাহীয়ে অনাই বনাই ফুৰোতে হঠাৎ এদিন তাইৰ আগত "বাইটি আছেনে?" বুলি উপস্থিত হ'লহি, গুলচ। প্ৰেমৰ বোৱতী সুঁতিত উটি বুৰি কপাহীৰ ভাগৰ লাগিছিল। আজি হঠাতে গুলচৰ দৰে সুঠাম ডেকা এটাক হাততে পাই তাইৰ কামনাৰ বৰ জুইকুৰা দপদপকৈ জ্বলি উঠিল। গুলচক তাই এৰি নিদিলে, গুলচেও কপাহীৰপৰা আত্মৰক্ষা কৰিব নোৱাৰিলে। সি প্ৰকৃততে চৈধ্য বছৰীয়া তৰাক বিচাৰিহে কপাহীৰ আশ্ৰয় লৈছিল। কপাহীয়ে এই অভিপ্ৰায় লক্ষ্য নকৰাকৈ থকা নাছিল আৰু সাৱধান হ'বলৈ তৰাক বৰবেছিকৈ গুলচৰ লগত হলিগলি কৰিবলৈ এৰি নিদিছিল। গুলচ ডেকা মানুহ, তৰাও গাভৰু, তাতে কপাহী ঘৰখনত সোমাই থাকিলেও নচলে। ডেকা ল'ৰাৰ কি বিশ্বাস!

কিন্তু, হলে কি হ'ব! লুকাই চুৰকৈ গুলচ আৰু তৰাই প্ৰেমৰ অমৰাৱতী ৰচনা কৰিলে। চেনেহৰ ডোলেৰে দুয়ো যেন হৈ পৰিল প্ৰেমিক-প্ৰেমিকা। চতুৰা কপাহীয়ে তৰাক গুলচৰপৰা আঁতৰ কৰিবলৈ বুলি আলচি তৰাৰ অনুপস্থিতিত গুলচৰ অঙ্গশায়িনী হৈ তাৰ ওপৰত দাবী প্ৰতিষ্ঠা কৰিলে। উপায়হীন গুলচে চক্ৰান্তত পৰি কপাহীৰ লগত বিয়াত সোমাবলৈ বাধ্য হ'ল আৰু অন্ধকাৰ ভৱিষ্যতত কিবা এটা আশা কামনা কৰি সি দিন গণিবলৈ ধৰিলে । ডালিম গাঁৱতে বাস কৰে চফিয়ত। আঠষষ্ঠি বছৰ বয়সত ভৰি দিয়ো চফিয়ত বুঢ়াৰ স্বাস্থ্য অটুট আছে। বুঢ়াৰ অকৰা ল'ৰা বফিক গাওঁৰ ল'ৰা ছোৱালীবোৰে "অকৰা" নাম দি জোকাই ভাল পায়। বফিৰ খং উঠে, সিহঁতক মাৰিবলৈ খেদা মাৰে, ল'ৰা-ছোৱালীহঁতে কিৰিলি পাৰি হাঁহি দৌৰি পলায়। চফিয়তৰ ল'ৰাৰ লগত তৰাৰ বিয়াখন দিবলৈ কপাহীয়ে যত্নৰ সীমা নোহোৱা কৰিছিল। পিছে তৰাক কোনোমতে সৈমান কৰাব নোৱাৰিলে। তৰাই কৈছিল, "সেই বেঙা অকৰাটোলৈ যোৱাতকৈ মই ধনশিৰীত জাপ দি মৰিম।" গুলচে কথাটো গম পাইছিল। সি তৰাক সাৱটি ধৰি কৈছিল, "তই অকণো ভয় নকৰিবি। বাইটিয়ে যদি ধন লৈ চফিয়তৰ অকৰাটোলৈ তোক বেচে, মাহীয়েৰকো কাটিম যি হয় হ'ব।" তৰাই গুলচক আৰু জোৰেৰে সাৱটি ধৰিলে। তৰাৰ আজি গুলচলৈ বেছি মৰম লাগিল, কাৰো শক্তি নাই তাইক গুলচৰ বুকুৰপৰা টানি নি অকৰাটোৰ লগত নিকাহ পঢ়াবলৈ।

বিয়া বন্ধ হ'ল। বফিৰ লগত তৰাৰ বিয়া পাতিব নোৱাৰি কপাহীয়ে প্ৰমাদ গণিলে। চফিয়তৰ তৰ্জন-গৰ্জনত তাই পেপুৱা খাই আন বুদ্ধি উলিয়াবলৈ চেষ্টা কৰিলে। কপাহীয়ে তৰাক আঁতৰাবলৈ চক্ৰান্ত কৰি তীখৰৰ কাষ চাপিল। তীখৰে তৰাৰপৰা কোনো সঁহাৰি নাপাই বেছি দূৰ আগবাঢ়িব নোৱাৰিলে। তৰাক লাভ কৰা আশা সি এৰিব লগা হ'ল। ইফালে চেনীমাইৰ গিৰিয়েক ক'লাইৰ দেহা বেমাৰত দিনে দিনে পৰি আহিছিল। জীয়াই

থাকিবলৈ কাৰ বাৰু হেঁপাহ নাই! ক'লাই ডেকা মানুহ। ভাল হ'বলৈ তাৰো হেঁপাহ নোহোৱা নহয়। পিছে, দুখীয়া হৈ জন্ম লৈছে, তাৰ ভাগ্যত ভগৱানে সুখ দিয়া নাই। চেনীমাইৰ দৰে চকুত লগা গাভৰু ঘৈণীয়েক এজনীক দৈহিক সুখ দিব পৰা নাই। ভগ্ন স্বাস্থ্যই তাৰ সকলো তিল তিলকৈ খাই আনিছে। চিকিৎসাৰো সুবিধা নাই। চেনীমাইয়ে ক'লাইৰ প্ৰতি এটা দায়িত্ব অনুভৱ কৰিছে। এটা বেমাৰী পুহি থাকিবলৈহে যেন তাই জন্ম লৈছে। লোকৰ সংসাৰ দেখিলে তাইৰ শৰীৰ হিংসাত কঁপি উঠে; বুকুখনে ঘনাই উঠা নমা কৰে, গাটো ৰাইজাই লাগে। শৰীৰটোৰে যদি এনে কষ্ট হ'ল মনটো লৈ তাই কি কৰিব। গুলচক পোৱাহেঁতেন দেহো সাত পৰিলহেঁতেন, মনো পাতল হ'লহেতেন। গাৱঁৰ মানুহে চেনীমাইৰ অৱস্থা বুজিছিল। অনেকে কৈছিল, "চেনীক চাই চিতিহে বিয়া দিব লাগিছিল। উদফাই বেমাৰীটোলৈ এনে মৰম লগা ছোৱালীজনী দি তাইৰ সৰ্বনাশ কৰিলে।" চন্দ্ৰৰ পৰামৰ্শমতে ক'লাইক চৰকাৰী হাস্পাতালত চিকিৎসা কৰোৱা দিহা হ'ল। কিজানিবা সি ভালেই হয়। ক'লাইৰ বেমাৰক কেন্দ্ৰ কৰি গুলচ চেনীমাইৰ ঘৰলৈ ঘনাই অহা যোৱা কৰোতে চেনীমাইৰ লগত তাৰ আগৰ ভালপোৱাই পুনৰ দেখা দিলে। চেনীমায়ে সুবিধা বুজি গুল্চৰ কাষলৈ আহি তাইৰ মৰম যাচিবলৈ সদায় বাট চাই আছিল। দাম্পত্য জীৱনৰ দৈহিক সুখৰপৰা বঞ্চিতা চেনীমায়ে গুলচক পাই কাণে মুখে, ডিঙিয়ে বুকুৰে চুমা খাইছিল। গুলচেও তাইক জোৰেৰে দুই বাহুৰ মাজত সুমুৱাই মৰমৰ বোলেৰে সৰ্বশৰীৰ কিবা এটা পুলকত জগাই তুলিছিল।........শেষত, চেনীমায়ে কৈছিল, "ক'ৰবাৰ কোনোবা ওলাবহি, চাওঁ এৰি দিয়া।" চেনীমাই, গুলচ আৰু চন্দ্ৰৰ যত্নত ক'লাইক চহৰৰ হাস্পাতালত থৈ অহা হ'ল। চহৰত থাকিবলৈ চেনীমাইৰ সুবিধা নাছিল বাবে তাই গুলচৰ লগতে গাঁৱলৈ উভতি আহিল।

গুলচৰ মনত কিমান কথাই খেলি-মেলিৰ সৃষ্টি কৰিছিল, উপন্যাসখনত বিৱৰি বৰ্ণনা কৰা হৈছে। চেনীমাইক লৈ এদিন সি পলাই গৈছিল, চেনীমাইক পাবৰ বাবে সি সকলো এৰিলে, ঘৰৰপৰাও খেদা খালে। আজি আকৌ ঘটনা চক্ৰত তাইক কাষতে পায়ো সি তাইক নিজৰ কৰি ল'ব পৰা নাই। কপাহীহে তাৰ সম্বন্ধত স্ত্ৰী, চেনীমাই নহয়। আৰু ক'লাই এতিয়াও জীয়াই আছে। সামাজিক স্বীকৃতিত সিয়েই চেনীমাইৰ স্বামী। কপাহী আৰু চেনীমাই, এজনীকো সি আপোন কৰিব নোৱাৰে। তাৰ পূৰ্ণতাৰ অনুভূতি এজনীয়েও দিব নোৱাৰে। সিহঁত নহলেও সি চলি যাব পাৰিব। গুলচে ভাবিছিল তৰাৰ কথা। তৰাই তাৰ বাবে কপাহীৰ কম অত্যাচাৰ সহ্য কৰা নাই। তৰাক কাষত পালে সি ধনশিৰীৰ বানকো কেৰেপ নকৰে। সি মন স্থিৰ কৰিলে, তৰাক সি বিয়া কৰাব। কপাহী তাৰ নামতহে স্ত্ৰী। বছিৰতক তাই বেছি ভাল পায়। গুপুতে তাৰ লগত কপাহীয়ে লেনদেন কৰে।

গুলচে এদিন খঙৰ ভমকত কপাহীক এছাৰি এডালেৰে সাৰৌপ সাৰৌপ কৈ কোবাই ঘৰৰপৰা খেদি পঠালে। কপাহীয়ে কোব খাই কৈছিল, "উটি ওপঙি ফুৰিছিলি, মই আহি ঘৰখন পাতিলোঁহি। এতিয়া মই হলো চাপনী। নেখাওঁ চাপনীয়ে ভাত। বছিৰতৰ লগতে যাওঁ, যাৰ লগতে যাওঁ, ক'ৰবালৈ গুচি যাম। হাত দুখন আছে- খাম-নহলে পিথবিখন আছে, মাগি খুজি খাম। তহঁতেই ৰাজপাট খা।" সৰু টোপোলা এটা বান্ধি কাষলতিৰ তলত লৈ কপাহী লাহে লাহে ওলাই গৈছিল ডালিম গাঁৱৰ ঘাটৰ ফালে।

তৰাই গুলচৰ কাষ চাপি তাৰ চুলিৰ মাজত আঙুলি বুলাই বুলাই কৈছিল, "পিছে কিনো হ'ল? সেইবুলি আৰু মাৰধৰ কৰিব লাগে নে?"

দূৰত ধনশিৰীয়ে গৰা খহাইছিল। বানে পথাৰবোৰ হয়তো নিমিষতে বুৰাই পেলাব। "নৈত যেতিয়া বান আহে মানুহে ভেটি ৰাখিব নোৱাৰে।" তৰাক বুকুৰ মাজত লৈ গুলচে কৈছিল, "বান আহিছে যেতিয়া এই বছৰৰ খেতিটো গ'ল। মাহীয়েৰো গ'ল যাওঁক, তই আছ...:.........তই আছ - তয়েই মোৰ সকলো।"

ইমান ডাঙৰ সঁচা কথা এষাৰ সি কাকো আগেয়ে কোৱা নাছিল। নৈৰ সোঁত নৰয়— গতিশীল নদী। জীৱনো গতিশীল।

তৰাই গুলচৰ বুকুৰ মাজত সোমাই কলে, "তয়েই মোৰ ঘৰ, মোৰ পথাৰ, মোৰ সকলো। ইফালে ধনশিৰীয়ে গৰা খহাইছে, ন' ভাঙতি মাটিৰ বাবে ভদীয়াবানে আনিছে নতুন পলস। সূৰুযমুখী ফুলজোপা ফুলিছিল। বেলিটো ডাৱৰে আৱৰি ৰখাৰ বাবে ফুলপাহ ম্লান পৰিছিল কিন্তু ফুলপাহবোৰ সজীৱ যেন দেখা গৈছিল।

মালিকক অসমীয়া পাঠকে দৰদী আৰু মৰমীয়াল লিখক বুলি চেনেহ কৰে। সূৰুযমুখীৰ স্বপ্নই গভীৰ প্ৰত্যয়েৰে এই কথা প্ৰতিষ্ঠা কৰিছে। উপন্যাসৰ ভাষা আৰু প্ৰকাশভঙ্গী অত্যন্ত ৰসাল আৰু লিখকৰ অসমীয়া ভাষাত থকা গভীৰ বুৎপত্তি নিখুঁত সংলাপেৰে অভিব্যক্ত হৈছে। যাক ভালপোৱা যায়, তাৰ কথা সদায় অফুৰন্ত। আব্দুল মালিকে ধনশিৰীৰ পাৰত থকা গাওঁখনৰ ঘটনা এটাক নাটকীয় ৰূপেৰে উপন্যাসত ঠাই দিছে। গ্ৰাম্য জীৱন মালিকৰ লিখনিৰ মাজেদি পাঠকৰ চকুৰ আগত দৃশ্যপটৰ দৰে স্পষ্ট আৰু সুমধুৰ হৈ পৰিছে। যথাৰ্থতে, অসমীয়া উপন্যাসৰ ভিতৰত 'সূৰুযমুখীৰ স্বপ্ন' এখন আগশাৰীৰ গ্ৰন্থ, প্ৰেম আৰু সৌন্দৰ্যৰ যুগ্মবন্ধন।

★★★



# সোঁতৰ বিপৰীতে

যোগেশ দাসৰ শেহতীয়া উপন্যাস, 'সোঁতৰ বিপৰীতে' পঢ়িলোঁ। নাৰী জীৱনৰ সমস্যাকে এইবাৰ তেওঁ উপন্যাসৰ মূল বিষয়বস্তু বুলি লৈ অসমীয়া পাঠকক এই পুথিখন উপহাৰ দিছে। পুথিখন আয়তনত সৰু, ৮২ পৃষ্ঠাৰ মাথোন। কিন্তু বিষয়বস্তুৰ চিত্তাকৰ্ষক দিশটোৱে উপন্যাসখন স্বাভাৱিকতে গধুৰ আৰু 'দিবেট অৰিয়েন্টড' কৰি তুলিছে। অৰ্থাৎ, উপন্যাসখনে পুৰুষশাসিত সমাজত নাৰীৰ যথাযোগ্য স্বীকৃতিৰ ওপৰত স্থিতি ৰাখি তৰ্ক আৰু বক্তব্যৰ দৃপ্ততাৰ মাজেদি কেইটামান চৰিত্ৰৰ সমাবেশ ঘটাইছে আৰু সিহঁতৰ জীৱন প্ৰবাহৰ বৈচিত্ৰ্য আৰু সামাজিক ব্যৱস্থাপনা দাঙি ধৰিছে। ঔপন্যাসিক দাসে নাৰীৰ সমস্যা বিচাৰ বিশ্লেষণ কৰোতে সতৰ্ক পদক্ষেপ দিছে আৰু তেওঁৰ স্বাভাৱিক অভিপ্ৰায় নাৰীহিতৈষী আৰু নাৰীৰ স্বাধীনতা আগত ৰাখি ঘটনাৰ গতিবেগ নিয়ন্ত্ৰণ কৰিছে। ইমান প্ৰত্যক্ষভাৱে নাৰীমুক্তি বা নাৰী স্বাধীনতা অথবা স্ত্ৰী শক্তি জাগৰণ আন অসমীয়া লিখকে তেওঁলোকৰ গল্প বা উপন্যাসত পৰিবেশন কৰিছেনে নাই, জনা নাযায়। ক'ব পাৰি যে উপন্যাসখন হাতত লোৱাৰ আগতে এই নাৰী সংক্ৰান্ত সমস্যাটোৰ প্ৰতি শ্ৰীদাসৰ কৌতুহল উপজিছিল আৰু বিষয় প্ৰসংগটোৰ বিষয়ে খৰচি মাৰি জানিবলৈ তেওঁ কিতাপ পত্ৰ পঢ়ি এটা মানসিক প্ৰস্তুতি নিৰ্মাণ কৰিছিল। কাৰণ, উপন্যাসখনত যিবোৰ তথ্যৰ অৱতাৰণা কৰা হৈছে, যিবোৰ সাদৃশ্য-বৈসাদৃশ্য অংকন কৰা হৈছে সেইবোৰ পঢ়ি আমাৰ ভাব হৈছে যে শ্ৰীদাসৰ বিষয়ৰ প্ৰতি গভীৰতা আছে, পূৰ্বঠ ভাৱনা-চিন্তা সঞ্চিত আছে। সেইবাবে, উপন্যাসখন ভাৱনামিশ্ৰিত সুখপাঠ্য হৈ পৰিছে।

পুৰুষশাসিত সমাজত নাৰীৰ অধিকাৰ এটা বিশ্ব সমস্যা। উন্নত, অনুন্নত সকলো দেশতে নাৰীক কেন্দ্ৰ কৰি বহুতো সমস্যাৰ সৃষ্টি হৈছে। নাৰীৰ অধিকাৰ বুলিলে বহুতো বিষয় মনলৈ আহি পৰে। দেশৰ পৰিপূৰ্ণ নাগৰিক সমাজ আৰু আইনৰ বিচাৰত সম অধিকাৰ হৈছে ঘাইকৈ মূল সমস্যা। কুৰি শতিকাৰ আগলৈকে নাৰীৰ এইবোৰ অধিকাৰৰ প্ৰশ্নই উঠা নাছিল। আজিও কিছুমান দেশত নাৰীৰ সামাজিক আৰু ৰাজনৈতিক অধিকাৰ নাই। নাৰী আজিও নিৰ্যাতনৰ বলি। এই সমস্যা বিশ্বব্যাপি বাবে অনেক মনীষীয়ে নাৰী নিৰ্যাতনৰ বিৰুদ্ধে সংগ্ৰামত ব্ৰতী হৈছে, নাৰীক পুৰুষৰসৈতে সমান অধিকাৰ দিবৰ বাবে প্ৰত্যক্ষ অভিযান চলাইছে। ১৮০০ চনতে মাৰ্কিন যুক্তৰাজ্যত The Feminist movement অৰ্থাৎ নাৰীৰ অধিকাৰৰ আন্দোলন আৰম্ভ হৈছিল। সেই সময়ত মহিলাই শিক্ষা লাভৰ বাবে পঢ়াশালিলৈ পঠোৱা, পুৰুষৰ দৰে চাকৰি বাকৰি কৰা, স্বাধীন ভাৱে ফুৰা চকা কৰা কঠোৰ আৰু নিৰ্দয়ভাৱে ৰোধ কৰা হৈছিল। মহিলাক কাম কৰিবলৈ দিলেও তেওঁলোকে পুৰুষৰ একে ওজনৰ কাম কৰি যৎসামান্য বানচ পাইছিল। মহিলাৰ আৰ্জনৰ ধন তেওঁলোকৰ ঘৰৰ

পুৰুষৰ ভোগ্য হৈছিল। নাৰীৰ কোনো ৰাজনৈতিক অধিকাৰ বা ক্ষমতা লাভৰ সুবিধা নাছিল । এই অন্যায় অবিচাৰৰ বিৰুদ্ধে শিক্ষিতা মহিলা এচামে আন্দোলন আৰম্ভ কৰিলে। ইয়াৰ ভিতৰত লিউ ক্রিটিয়া মট, এলিজাবেথ কেডী ষ্টেনটন, লুচিষ্টন, চুচান বি এন্টনী, জুলিয়াৱাৰ্ড হাওৱে আছিল সৰ্বপ্ৰথম স্ত্ৰীশক্তি জাগৰণৰ মহিলা নেত্ৰী। এওঁলোকৰ আন্দোলনে বিশ্বৰ সকলো দেশতে নাৰী আন্দোলনৰ চিন্তা ভাৱনা জাগ্রত কৰিলে। নাৰীক পুৰুষৰ আন সম্পত্তিৰ দৰে ব্যৱহাৰ কৰা নিন্দনীয় প্রথাৰ বিৰুদ্ধে প্ৰত্যক্ষ সংগ্ৰাম হ'ল। ভাৰতবৰ্ষতো ৰাজা ৰামমোহন ৰায়, কেশৱ চন্দ্ৰ সেন, স্বামী বিবেকানন্দ, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ, ৰবীন্দ্ৰনাথ ঠাকুৰ, মহাত্মা গান্ধী প্ৰভৃতি মনীষীসকলৰ প্ৰচেষ্টাত ভাৰতীয় স্ত্ৰী জাতিৰ মংগলৰ হকে বলিষ্ঠ আন্দোলন গঢ়ি উঠিল। এই নাৰীমুক্তি আন্দোলন আৰম্ভ কৰিছিল পুৰুষেহে। পুৰুষেই নাৰীৰ মৰ্যাদা ৰক্ষাকৰি ভাৰতীয় সমাজত তেওঁলোকৰ স্থান নৱৰূপত অলংকৃত কৰিবলৈ আগবাঢ়ি আহিছিল। শিক্ষা বিস্তাৰৰ লগে লগে শিক্ষিতা মহিলাই যেতিয়া সমাজ সেৱাত লাগিল, তেতিয়াৰেপৰা তেওঁলোকৰ আগশাৰীৰ মহিলাই নিৰৱচ্ছিন্নভাৱে ভাৰতবৰ্ষত নাৰী জাতিক শোষণৰপৰা- অন্যায়, অবিচাৰৰপৰা ৰক্ষা কৰি মুক্ত চেতনাৰে অনুপ্ৰাণিত কৰিবলৈ অনুষ্ঠান-প্ৰতিষ্ঠান আৰম্ভ কৰিলে । যদিও আধুনিক নৱৰূপায়ণত নাৰীৰ মৰ্যাদা বাঢ়িছে, অধিকাৰ লাভ হৈছে, তথাপিও নাৰী জীৱনৰ অলেখ সমস্যা আজিও ৰৈ গৈছে। এনে এটা সমস্যা হৈছে বিবাহ। এই বিবাহৰ যোগেদি যেনেকৈ নৰ-নাৰীৰ মধুৰ বিবাহিত জীৱন আশা কৰিব পাৰি, তেনেকৈ আধুনিক সমাজৰ অৱক্ষয়ৰ মাজত বিবাহিত জীৱনলৈ আনে জীৱনব্যাপি অশান্তি, অবিশ্বাস আৰু পাৰিবাৰিক অমানুষিক নিৰ্মম আৰু বৰ্বৰ আচৰণ। ন্যায় বিচাৰৰ অভাৱত আজিও ভাৰতীয় নাৰী সমাজে পুৰুষৰ হাতৰ পুতুলা হৈ জীৱন অতিবাহিত কৰা দৃষ্টান্ত অলেখ আছে। হত্যা লুণ্ঠন, সতীত্বনাশ, পণ্যদ্ৰব্য ৰূপে ব্যৱহাৰ আজিও বৰ্তমান। নাৰী শক্তিৰ উন্নতিৰ প্ৰতিবন্ধক অসংখ্য। সেইবোৰ অতিক্ৰম কৰা সহজ কথা নহয়। নাৰীৰ স্বাধীনতা ৰক্ষা কৰিবলৈ পুৰুষ মহিলা দুয়োৰে আন্তৰিকতাপূৰ্ণ সহযোগৰ আৱশ্যক। আমাৰ ভাৰতীয় আদৰ্শৰ কথা মনত পেলালে ক'ব পাৰি যে নাৰীজাতি সন্মান, বীৰ্য আৰু জ্ঞানৰ অধিকাৰী। পুৰুষৰ ভাগ্য নিৰ্ণয় কৰে স্ত্ৰীয়ে। দুখৰ সময়ত সমভাগিনী, সুখৰ সময়তো সমভাগিনী। স্ত্ৰীৰ এষাৰ মৰম লগা মাতে, দুখন কোমল হাতৰ শীতল পৰশে স্বামীৰ শত দুখ, দুশ্চিন্তা, শত ভাগৰ নিমিষতে আঁতৰ কৰিব পাৰে। সন্দেহ নাই যে এই ভাৰতীয় আদৰ্শ আজিৰ সমাজত বহুত পৰিমাণে ম্লান পৰিছে। সামাজিক আচাৰ-বিচাৰ আৰু ধ্যান-ধাৰণাই বিবাহিত জীৱনক বহু সমস্যাৰ মাজলৈ ঠেলি পঠাইছে। ভাৰতীয় মহিলাই আজিও পুৰুষ জাতিৰ শোষণৰপৰা মুক্ত আৰু নিৰাপদ হোৱা নাই। আজিও আমি নাৰীৰ ওপৰত চলা নিৰ্মম হৃদয়বিদাৰক ঘটনাৰ কথা গম পাওঁ।

শ্ৰীযোগেশ দাসৰ আলোচ্য উপন্যাসখনত 'উইমেনছ্‌লিব' কথাষাৰ কিমান আপেক্ষিক সেইকথা দাঙি ধৰিবলৈকে চেষ্টা কৰা হৈছে। তেওঁৰ প্ৰশ্ন হৈছে 'পুৰুষৰ প্ৰাধান্য থকা বৰ্তমান সমাজ গাঁথনিৰ বাহিৰেও নাৰীৰ স্বাধীনতা কিমানখিনিলৈকে যাব পাৰে?'

ভাৰতী বৰুৱা স্বাধীনচেতীয়া, বেপৰোৱা স্বভাৱৰ শিক্ষিতা ছোৱালী। আধুনিক যুগৰ তথাকথিত প্ৰগতিশীল যুৱমানসৰ তাই হয়তো প্ৰতিনিধি। 'স্বাভাৱিক নাৰী জীৱনবৰ্জিত' তাইৰ কাম্য অৰ্থাৎ আনবোৰ সাধাৰণ ছোৱালীৰ দৰে তাই কোনো এজন পুৰুষক বিয়া কৰোৱা, গৃহস্থালি চম্ভালোৱা, সন্তান এসোৱা জন্ম দিয়া আৰু লালন পালন কৰা তাই বাঞ্ছা নকৰে। তাই ব্যক্তিসত্তাৰ স্বাতন্ত্ৰ আৰু আত্মাৰ নতুন স্ফুৰণৰ হকে সৰ্বদা সচেতন দৃষ্টি ৰাখে। জীনছ আৰু বয় ছাৰ্ট পৰিধান কৰি তাই বেপৰোৱা হৈ ঘুৰি ফুৰে, মাউন্টেনিয়াৰিঙত প্ৰশিক্ষণ লৈ পৰ্বত বগায়। উইমেনচ য়ুনিয়ন ক্লাব খুলি নানা ধৰণৰ সামাজিক কামত ব্যস্ত থাকি তাই আমোদ পায়। তাই নিজে আত্মনিৰ্ভৰশীল হ'বলৈ 'গৃহ সজ্জা'ৰ দোকান খুলি অসমৰ বনজ সম্পদ, যেনে, কপৌফুল, ভাটৌফুল, বিভিন্ন জাতৰ অৰ্কিড, কেকটাছ জনপ্ৰিয় সামগ্ৰী কৰিবলৈ প্ৰচেষ্টা চলায়। ভাৰতীৰ বন্ধু মেহজবিন। মেহজবিনে সুলতান নামৰ সাধাৰণ চাকৰিয়ালৰ লগত বিবাহ পাশত আবদ্ধ হৈয়ো ঘৰ সংসাৰৰ সীমাবদ্ধ জীৱনত সোমাই থাকিব নোৱাৰি-স্বামীক পৰিত্যাগ কৰি ওলাই আহিছিল আৰু ভাৰতীৰ লগতে থাকি স্বাধীন ব্যৱসায়ত যোগ দিছিল। উপন্যাসখনৰ পুৰুষ চৰিত্ৰ ভাস্কৰ আৰু উমানাথ। ভাস্কৰ আৰ্কিটেক্ট, অবিবাহিত। উমানাথ ইঞ্জিনীয়াৰ, বিবাহিত। দুয়ো ব্যস্ত কৰ্মশীল যুৱক, ভদ্ৰ আৰু মাৰ্জিত। ভাৰতীৰ লগত দুয়োৰে আন্তৰিকতাপূৰ্ণ বন্ধুত্ব আছে। ভাৰতীৰ বেপৰোৱা স্বভাৱক তেওঁলোকে ভাল পায় আৰু টানে বিপদে সহায় কৰে। উমানাথ নিৰ্বিকাৰ মানুহ। বিবাহিতা স্ত্ৰীৰ লগত দ্বন্দ্ব হাই কাজিয়া নাই। কোনো সমস্যাই তেওঁৰ বিবাহিতা জীৱন খেলিমেলি কৰা নাই।

ভাৰতীৰ সংগ্ৰামী মনত পুৰুষ শাসিত সমাজ ব্যৱস্থাৰ প্ৰতি যিমানেই বিদ্বেষ নাথাকক, তাইৰ অন্তৰত সুন্দৰ সুঠাম ডেকা ভাস্কৰৰ প্ৰতি এটা মোহ সৰ্বদা সোমাই আছিল। তাইৰ অৱচেতন মনত এখন সুন্দৰ সাংসাৰিক জীৱনৰ মধুৰ ছবি সদা জিলিকিছিল। তাই আছিল জেদী, ভীষণ জেদী। ভাস্কৰৰ ওচৰত তাই কোনোদিনে নিজৰ দুৰ্বলতা প্ৰকাশ কৰা নাছিল। উপন্যাসখনৰ শেষৰ ফালে আমি ভাৰতীৰ মনৰ পৰিবৰ্তন লক্ষ্য কৰো। এই পৰিবৰ্তনৰ মূলতে তাইৰ যুগ্ম জীৱনৰ বাসনা। তাই মাক-বাপেকৰ সংসাৰখনৰ কথা মনত পেলাইছিল। কি সুন্দৰ আছিল সেই স্বামী-স্ত্ৰীৰ সম্বন্ধ। মাকৰ মৃত্যুৰ পাছত বুঢ়া বাপেকৰ অসহায় অৱস্থাটো দেখি তাই বিচলিত হৈছিল। তাই বুজিছিল যে তাইৰ যৌৱন ৰৈ নাথাকে। বয়সে তাইকো এদিন আঁচোৰ মাৰিব। এটা অকলশৰীয়া জীৱন কটোৱা তাইৰ পক্ষে অসহনীয় হৈ পৰিব, তেতিয়া কি হ'ব? নাৰীৰ দৈহিক বাধা বহুত। সকলো মতা মানুহটো বেয়া নহয়? ভাস্কৰক তাই বেয়া বুলি ক'ব নোৱাৰে। তাই বিয়াৰ ক্ষেত্ৰত এটা যুক্তিসংগত সিদ্ধান্তলৈ আহিব নোৱাৰিলে তাইৰ মনত সৰ্বজীৱনব্যাপি এটা অসন্তোষ, এটা অভাৱ ৰৈ যাব। ভাৰতীয়ে সিদ্ধান্ত ললে বাপেক ধৰণী বৰুৱাৰ মৃত্যুৰ লগে লগে। সোঁতৰ বিপৰীতে যাব খুজিলেও তাই বিবাহিত জীৱনৰ আশা-আকাঙ্ক্ষা সম্পূৰ্ণ উলাই কৰিব নোৱাৰিলে। ভাস্কৰক তাইৰ মনৰ কথা খুলি কলে। তাই জীৱন সম্পৰ্কীয় চিন্তাবোৰৰ কথা প্ৰকাশ কৰিলে। তাই এটা

সুখী জীৱনৰ আশাৰ বিনিময়ত আদৰ্শৰ লগত 'কমপ্ৰমাইজ' কৰিবলৈ প্ৰস্তুত হ'ল। সুপ্ৰাচীন পথ সিহঁতে অতিক্ৰম কৰি স্নেহ-মাধুৰ্যৰে ভৰা, নতুন মানসিকতাৰে গঢ় লোৱা, সুন্দৰ, সুখৰ, স্থায়ী আৰু নিৰাপদৰ সংসাৰ গঢ়ি তুলিব, য'ত নাৰীৰ স্বাতন্ত্র্য, নাৰীৰ সন্মান আৰু অধিকাৰ সুৰক্ষিত থাকিব। বিবৰ্তনৰ সন্ধানত ভাৰতী আৰু ভাস্কৰে বিবাহ বন্ধনত বলিষ্ঠ পদক্ষেপ দিব।

শ্ৰীযোগেশ দাসৰ এই উপন্যাসখনে নাৰীৰ মাতৃত্ব আৰু মাতৃ সান্নিধ্যৰ বাসনা এটা বলিষ্ঠ ঘটনা প্ৰবাহৰ মাজেদি উপস্থাপন কৰিছে।

★★★



# মহাৰথী

সুদূৰ অতীতৰ মহাভাৰতীয় চৰিত্ৰ মহাৰথী কৰ্ণক মূল নায়কৰূপে লৈ প্ৰবীণ কথা সাহিত্যিক শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াই 'মহাৰথী' নামৰ বৃহৎ উপন্যাসখন ৰচনা কৰিছে। ষাঠী দশকৰপৰা ভালেকেইখন জনপ্ৰিয় উপন্যাস লিখি তেওঁ সাহিত্য জগতলৈ উল্লেখনীয় বৰঙণি আগবঢ়াইছে। প্ৰাচীন আৰু আধুনিকতাৰ যি সংঘাত, তেওঁৰ উপন্যাসত সেয়ে আগভাগ অধিকাৰ কৰিছে। সদ্যহতে প্ৰকাশ পোৱা এই উপন্যাসখনৰ বিষয়বস্তু যদিও মহাভাৰতৰ, ইয়াৰ শৈল্পিক ৰূপদানত তেওঁৰ আধুনিক মননৰ প্ৰতিফলিত হৈছে মনুষ্য জীৱনৰ সনাতন প্ৰমূল্যৰ ভিত্তিত। তেওঁৰ বিশ্লেষণাত্মক পৰ্যবেক্ষণত আমি পৌৰাণিক চৰিত্ৰৰ মাজেদি সাম্প্ৰতিক কালৰ অবাঞ্ছনীয় আৰু অমানবীয় চৰিত্ৰৰ সন্ধান পাওঁ। বিচাৰি পাওঁ অনেক একলব্য, কৰ্ণ, দুৰ্যোধন, দুঃশাসন প্ৰভৃতি বৈচিত্ৰ্যময় চৰিত্ৰ। একলব্যৰ প্ৰতি যি নিৰ্মম অত্যাচাৰ, উৎপীড়ন, শোষণ তেনেকুৱা ব্যৱহাৰ আজিৰ সমাজতো আমি সঘনাই দেখিবলৈ পাওঁ। ব্যাধৰ সন্তান হোৱাৰ বাবেই একলব্যই দ্ৰোণাচাৰ্যৰ চাতুৰিৰ বলি হ'ব লগা হৈছিল নিজৰ আঙুলি কাটি ঋষিয়ে বিচৰা গুৰু দক্ষিণা আগবঢ়ায়। আৰু কৰ্ণ? সুতপুত্ৰ বুলি তেওঁৰ প্ৰতি কিমান অবিচাৰ আৰু ককৰ্থনা! কৰ্ণই সমগ্ৰ জীৱনত ভুগিছিল সতপুত্ৰ বুলি অৱজ্ঞা, বিদ্ৰূপ আৰু তিৰষ্কাৰ। অথচ, যোগ্যতাৰ ফালৰপৰা ব্যাধপুত্ৰ একলব্য আৰু সুতপুত্ৰ কৰ্ণৰ সমকক্ষ কোনো নাছিল। সেই তাহানিৰেপৰা এই উচ্চ নীচ ভাব ভংগী, অন্যায় অবিচাৰ ধাৰাবাহিকভাৱে চলি আহিছে। ৰাজনীতি, শিক্ষানীতি , সমাজ ব্যৱস্থাত ক্ষমতা, স্বজনপ্ৰীতি আৰু দুৰ্নীতিয়ে আজিও সমানে প্ৰতিপত্তি বিৰাজ কৰিছে। মহাভাৰতীয় যুগৰ নিৰ্মম অধ্যায় আজিও অন্ত পৰা নাই। শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়াৰ আধুনিক দৃষ্টিত ৰাজশাসনৰ ক্ষমতা লাভৰ অন্তৰালত কেনেকৈ অশুভ শক্তিয়ে কাম কৰে, কেনেকৈ দুৰ্নীতিপৰায়ণ মানুহে গুণী, জ্ঞানী আৰু যোগ্যবান ব্যক্তিক পদে পদে প্ৰতাৰণা কৰে, তাৰ কৌতুহলী ইংগিত এই গ্ৰন্থখনে আমাক দেখুৱাইছে। গ্ৰন্থখনৰ যি প্ৰাসংগিকতা তাৰ মাজতে আমি বিচাৰি পাইছো বৰ্তমান বিভীষিকাময় ৰাজনৈতিক আৰু সামাজিক জীৱনৰ অৱক্ষয়। এগৰাকী দক্ষ ঔপন্যাসিকৰদৰে তেওঁ ঘটনাৰ প্ৰেক্ষাপট অংকন কৰিছে আৰু তেওঁৰ প্ৰতিবেদন লিপিবদ্ধ কৰিছে। তেওঁৰ বক্তব্যত প্ৰকাশ পাইছে শোষণ মুক্তিৰ আশা আৰু নিশ্চয়তা।

বাস্তবিকতে, কৰ্ণৰ বিচিত্ৰ জীৱন ৰহস্য আৰু বিস্ময়পূৰ্ণ জীৱন জিজ্ঞাসাৰ যি কৌতূহল আজিও যেন পৰিসমাপ্তি ঘটা নাই। আজিও যেন কৰ্ণৰ নিঃসংগ জীৱনৰ বিপুল ক্ৰন্দনৰ মাজত অব্যক্ত বেদনাৰ দুঃসহ জ্বালা আমি ভালকৈ হৃদয়ংগম কৰিব পৰা নাই। যুগ যুগান্তৰ ধৰি সঞ্চিত হোৱা কৰ্ণৰ মহত্ত্ব যেন আজিও সঠিকভাৱে নিৰ্ণয় হোৱা নাই। সঁচা কথা, কৰ্ণৰ যি অদৃষ্ট, সি আছিল এটা চৰম দুৰ্ভাগ্য। অদৃষ্টই কৰ্ণক জন্মলগ্নৰেপৰা প্ৰতাৰণা কৰিছিল। ই

তেওঁৰ জীৱনলৈ কঢ়িয়াই আনিছিল সৰ্বাধিক অভিশাপ। এনে দুখাত্মক জীৱন বিৰল, অলৌকিক আৰু অসাধৰণ। অসাধ্য সাধন কৰিবলৈ গৈ কৰ্ণই যি দুৰূহ ব্ৰত পালন কৰিব লগা হ'ল- সেইয়া আছিল নিৰ্মম পৰিহাস। গ্ৰন্থখনৰ মুখবন্ধত ঔপন্যাসিক শ্ৰীশইকীয়াই লিখিছেঃ "মহাভাৰতৰ কৰ্ণ এক বিশাল প্ৰতিভাসম্পন্ন মহাপ্ৰাণ চৰিত্ৰ।, জন্ম মুহূৰ্ততে পিতৃ-মাতৃৰদ্বাৰা নিদাৰুণভাৱে পৰিত্যক্ত হৈয়ো কি নিৰৱচ্ছিন্ন সাধনা, অসীম পৰাক্ৰম, দেৱদুৰ্লভ উদাৰতা, যুদ্ধ বিচক্ষণতাৰে তেওঁ মহাভাৰতৰ এক চিৰস্মৰণীয় পৰ্যায়লৈ নিজৰ উত্তৰণ ঘটাইছিল; তাৰ এক আলোক সন্ধানী বিশ্লেষণৰ প্ৰচেষ্টাতে এই উপন্যাসৰ সৃষ্টি।" কৰ্ণৰ চৰিত্ৰ অনুধাৱন কৰোতে লিখকে নিশ্চয় গভীৰভাৱে অধ্যয়ন কৰি লৈছে আৰু যথাসম্ভৱ নিৰ্ভৰযোগ্য তথ্যানুসন্ধান কৰিহে কলমত হাত দিছে। কৰ্ণৰ চৰিত্ৰৰ অৱতাৰণা কৰিবলৈ লওঁতে তেওঁৰ সন্মুখলৈ আহিছে মহাভাৰতীয় বিভিন্ন চৰিত্ৰসমূহ। প্ৰত্যেকটো চৰিত্ৰই যেন কৰ্ণৰ অন্তৰ্দ্বন্দ্ব প্ৰতিফলনত ইন্ধন যোগাইছে। কিছুমানে প্ৰত্যক্ষভাৱে আৰু কিছুমান পৰোক্ষভাৱে তেওঁৰ ওপৰত প্ৰভাৱ পেলাইছে, প্ৰতিক্ৰিয়াৰ সূচনা কৰিছে। ৰহস্যময়ী নাৰী কুন্তী, অৰ্জুনপ্ৰিয় দ্ৰোণাচাৰ্য, বিপদৰ বন্ধু দুৰ্যোধন, ব্যাধপুত্ৰ একলব্য, শকুনি, ভীষ্ম পিতামহ, বিদুৰ, কৃপাচাৰ্য, পাণ্ডৱসকল, ধৃতৰাষ্ট্ৰ আৰু কৌৰৱসকল আদি প্ৰায়বোৰ চৰিত্ৰই উপন্যাসখনৰ পাৰ্শ্ব চৰিত্ৰ ৰূপে উপস্থিত হৈছে। এইবোৰে কৰ্ণক বিশ্লেষণাত্মক উপস্থাপনত সহায় কৰিছে। উপনাসখনত কৰ্ণক বৰ্ণনাকাৰী ৰূপে ব্যৱহাৰ কৰি সমগ্ৰ ঘটনাৰ প্ৰেক্ষাপট নিৰ্মাণ কৰা হৈছে। কৰ্ণৰ আত্মকথাত আমি তেওঁৰ অন্তৰৰ ব্যথা অনুভৱ কৰো। অনুভৱ কৰো পুঞ্জীভূত ক্ষোভ আৰু অভিমান। তেওঁৰ বৰ্ণনাত অন্যায়ৰ বিৰুদ্ধে উষ্মা উদ্‌গীৰণ হৈছে, চৰিত্ৰসমূহৰ গুণাগুণ ব্যাখ্যা হৈছে। অসামান্য মহিমাময়ী নাৰী দ্ৰৌপদীয়ে আমাৰ মনত বিস্ময় তোলে। মানৱ চৰিত্ৰত বিচিত্ৰতা থকাৰ দৰে এই চৰিত্ৰটো বিচিত্ৰতা ভৰপূৰ। কৰ্ণক অপমান কৰিছিল পূৰ্ণযৌৱনা দ্ৰৌপদীয়ে। স্বয়ম্বৰ সভাত প্ৰাৰ্থী ৰূপে উপস্থিত হোৱা সুন্দৰ সুঠাম কৰ্ণক কঠিন বাক্য বাণেৰে সূতপুত্ৰ বুলি তেওঁ প্ৰত্যাখ্যান কৰিছিল। অথচ, দ্ৰৌপদীৰ অবচেতন মনগহনত কবচকুণ্ডলধাৰী বীৰ পুৰুষ কৰ্ণৰ প্ৰতি প্ৰেমাৰ্ত আকৰ্ষণ আছিল প্ৰবল। এই অপ্ৰকাশ্য প্ৰেম আছিল নাৰী চৰিত্ৰৰ চিৰন্তন দুৰ্বলতা। কৰ্ণক সূতপুত্ৰ বুলি যি অপমান দিয়া হৈছিল সেইয়া আছিল এক চক্ৰান্ত মাথোন। কৰ্ণৰ জন্ম হৈছিল কুন্তীৰ গৰ্ভত, তেওঁৰ প্ৰকৃত পৰিচয় ৰাধেয় নহয়, কৌন্তেয়হে। কিন্তু এই সত্য গোপন কৰা হ'ল কৃপাচাৰ্যৰ মুখেদি কৰ্ণৰ অসত্য জন্ম বৃত্তান্ত ৰচনা কৰি। এই অসত্য অপবাদত কৰ্ণই ভুগিছিল অন্তহীন বেদনা। সত্য কথা কোৱা নহ'ল পঞ্চ পাণ্ডৱৰ গৌৰৱ নাশ হোৱাৰ আশংকাত। কোনেও সত্য কথা কোৱাৰ সাহস গোটাব নোৱাৰিলে। বৰং পদে পদে কৰ্ণক বিভ্ৰান্ত কৰা প্ৰচেষ্টা অব্যাহত ৰখা হ'ল।

ক'বলৈ গ'লে মহাকাব্য মহাভাৰতখনেই মানৱ সংহিতা। ইয়াত এফালে যুধিষ্ঠিৰৰ দৰে ধৰ্মপুত্ৰৰ মুখেদি মানবীয় ধৰ্মৰ শাশ্বত বাণী উচ্চাৰিত হৈছে আনফালে ধৰ্মৰ গ্লানি দেখুৱা হৈছে। দ্ৰোণাচাৰ্যই নিৰ্মম শিক্ষা পদ্ধতি, যথা ব্ৰাহ্মণ অথবা ক্ষত্ৰিয় সন্তানৰ বাহিৰে অন্য জাতৰ ছাত্ৰক শিক্ষাদানৰ ব্যৱস্থা অস্বীকাৰ কৰি যি পক্ষপাতিতা দেখুৱালে, সেইয়া আছিল

মানৱীয় মূল্যবোধৰ চৰম অপমান। কুন্তীৰ চৰিত্ৰৰ মাজত আমি স্বাৰ্থপৰতা দেখি মৰ্মাহত হওঁ। তেওঁৰ জীৱনত একমাত্ৰ ভয় অৰ্জুনৰ মৃত্যু। সেয়েহে তেওঁ প্ৰথম সন্তানৰ ওচৰত তেওঁৰ চিৰ আদৰৰ অন্য এক সন্তান অৰ্জুনৰ জীৱন ভিক্ষা বিচাৰি ভয়ংকৰ ৰাতি যমুনাৰ পাৰত কৰ্ণৰ বাবে থিয় দিছিল। মানৱ চৰিত্ৰৰ দুৰ্বলতা মহাভাৰতে প্ৰত্যক্ষ কৰিছে অজস্ৰ ঘটনাৰ ভিতৰেদি। কৰ্ম -অকৰ্ম আৰু জ্ঞান-অজ্ঞানৰ যি পৰিণতি তাক মহাভাৰতে এইবোৰ ঘটনা উপস্থাপনৰ মাজেদি আমাক জানিবলৈ দিছে। ধৰ্মাধৰ্ম কৰ্মাকৰ্ম, শুভাশুভ আচৰণ, প্ৰতিক্ৰিয়া আৰু পৰিণতি মহাভাৰতত বৰ্ণিত হৈছে। একেখন মঞ্চতে আমি পাওঁ কৃষ্ণ আৰু কৰ্ণক। দুয়োৰে বৰ্ণাঢ্য কাহিনীয়ে আমাৰ হৃদয় স্পন্দিক কৰে, আমাৰ চাঞ্চল্য আৰু কৌতূহল বুদ্ধিদীপ্ত কৰি তোলে। কৃষ্ণ কাহিনীৰ মাজত আমি পাওঁ ভাৰতীয় জীৱনৰ সনাতন লক্ষ্য। কৰ্ণই নিজক যোগ্য ৰূপে প্ৰতিষ্ঠা কৰিব নোৱাৰিলে কিয়? এই প্ৰশ্নৰ উত্তৰ দিছে কৃষ্ণই। কৰ্ণ আছিল নিজৰ আত্মশক্তিৰ ওপৰত অনিৰ্ভৰশীল। তেওঁ দুৰ্যোধনৰ দয়া অনুগ্ৰহ গ্ৰহণ কৰি নিজৰ বীৰত্ব আৰু বিচক্ষণতাক অৱজ্ঞা কৰিছিল। নিজৰ ক্ষমতাৰে ক্ষমতাবান হোৱাৰ পৰিবৰ্তে কৰ্ণই দুৰ্যোধনৰ অনুগ্ৰহ প্ৰাৰ্থী হ'ল। কৰ্ণ আৰু অৰ্জুনৰ চাৰিত্ৰিক তুলনা কৰি কৃষ্ণই কৈছিল যে কৰ্ণৰ দৰে অৰ্জুনৰো বৃহত্তম বিপদ হ'ল আত্ম অহংকাৰ। সেই অহংকাৰৰ মূল কাৰণ হ'ল, শাৰীৰিক শক্তিৰ লগত পাৰমাৰ্থিক আৰু আত্মিক শক্তিৰ সুসংগঠিত সমন্বয়ৰ অভাৱ। অৰ্জুনৰ মহৎ সম্ভাৱনাৰ পৰিচয় পাই কৃষ্ণই তেওঁক চূড়ান্ত যোগ্য বীৰলৈ পৰিণত কৰিলে গীতাৰ পাৰমাৰ্থিক জ্ঞানদানেৰে। কিন্তু কৰ্ণৰ জীৱনলৈ এনে সুবিধা নাহিল। হেজাৰ বছৰীয়া ভাৰতীয় সভ্যতা সংস্কৃতিৰ পৰম্পৰাৰ উদ্ভৱ মহত্ত্বৰ মহামন্ত্ৰ কৰ্ণই শ্ৰৱণ কৰিব নোৱাৰিলে।

শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াৰ এই উপন্যাসখন পঢ়িলে আমি ভাৰতীয় জীৱন প্ৰবাহৰ পাৰমাৰ্থিক জ্ঞান, দাৰ্শনিক চিন্তা আৰু আত্মশুদ্ধিৰ উত্তম পথৰ সন্ধান পাওঁ। আশা কৰিছো, দ্বিতীয় খণ্ড আৰু মনোগ্ৰাহী হৈ প্ৰকাশ পাব য'ত আমি সাম্প্ৰতিক কালৰ অৱক্ষয়ী জীৱনৰ বিপৰীতে কৰ্ণৰ অংগত থকা, কবচকুণ্ডলৰ দৰে উজ্জ্বল হৈ থকা বহু প্ৰত্যাশিত শুভ দিনবোৰ দেখিবলৈ পাম। এই খণ্ডত আমি নন্দনতাত্ত্বিক আৰু মনস্তাত্ত্বিক দিশৰ ৰস গ্ৰহণত পৰম তৃপ্ত হৈছো আৰু লিখকৰ ব্যঞ্জনা সমৃদ্ধ ভাষা প্ৰয়োগত অতিশয় মুগ্ধ হৈছো।

★★★



# তোৰে মোৰে আলোকৰে যাত্ৰা

“তোৰে মোৰে আলোকৰে যাত্ৰা” জ্যোতিপ্ৰসাদৰ এই সুবিখ্যাত গীতটোৰ প্ৰথম শাৰীৰে নাম থৈ চন্দ্ৰ প্ৰসাদ শইকীয়াই এইবাৰ ৰচনা কৰা নতুন উপন্যাসখন পঢ়ি এটা প্ৰশ্ন মনলৈ আহিছে। সেইটো হৈছে, বিষয়বস্তুৰ প্ৰাসংগিকতা। দেখ-দেখকৈ এইখন উপন্যাস জীৱনভিত্তিক। তাতে, জ্যোতিপ্ৰসাদ আগৰৱালা, যি গৰাকী কলা-সংস্কৃতি সাধকৰ বিষয়ে আমি ইতিমধ্যে ভালেকেইখন কিতাপ পঢ়িবলৈ পাইছো। জীৱন ভেটিত ৰচিত উপন্যাস এখনো পঢ়িছো- ছৈয়দ আব্দুল মালিকৰ। প্ৰকাশন পৰিষদৰদ্বাৰা প্ৰকাশিত বৃহৎ আকাৰৰ ‘জ্যোতিপ্ৰসাদ ৰচনাৱলী’ আছেই। চন্দ্ৰ প্ৰসাদে লিখা আগৰখন উপন্যাস আছিল মহাৰথী। কৰ্ণ ইয়াঁৰ মূল চৰিত্ৰ। মহাভাৰতীয় চৰিত্ৰ এটাক সাম্প্ৰতিক কালৰ পটভূমিলৈ আনি তেওঁ এক আলোকসন্ধানী বিশ্লেষণ দাঙি ধৰিছে। কৰ্ণৰ চৰিত্ৰৰ মাজেদি তেওঁ সমাজৰ অবিচাৰ, নিষ্ঠুৰ মনোভাৱ, ক্ষমতা লাভৰ সংকীৰ্ণ স্বাৰ্থ, অভিশাপত হতাশাগ্ৰস্থ জীৱনৰ নিদাৰুণ অপচয়, আত্মকলহৰ নিৰ্মম পৰিণতি, বংশ গৌৰৱৰ অহমিকা প্ৰভৃতিক শ্লেষাত্মক ভংগীৰে অভিনৱত্বৰ স্বাদ দিছে, ঠিক যেন চলমান জীৱন ধাৰা! কৰ্ণক যেন আজিও আমি আতংকগ্ৰস্ত, অস্থিৰ, পৰিবেশ নিৰ্ভৰ সমাজত লগ পাইছো। “তোৰে মোৰে আলোকৰে যাত্ৰা” উপন্যাসখনতো এক মানবীয় বেদনা উপস্থাপনৰ প্ৰয়াস কৰিছে জ্যোতি প্ৰসাদৰ জীৱন ৰহস্যৰ মাধ্যমেদি। জ্যোতি প্ৰসাদৰ জীৱন কাব্য মানবীয় আবেদনেৰে ভৰপুৰ। চন্দ্ৰ প্ৰসাদ শইকীয়াই জ্যোতিপ্ৰসাদক এক মননধৰ্মী উপন্যাসলৈ টানি অনাৰ মূলতে আমি বিচাৰি পোৱা কাৰণ কেইটা হৈছে, এক- মাতৃপ্ৰেম, দুই স্বদেশপ্ৰেম আৰু তিনি সাহিত্য প্ৰেম। এই তিনিওটা মহৎ গুণৰ মানবীয় আবেদনে শইকীয়াৰ উপন্যাস ৰচনাৰ সম্ভাৱনাক উদ্ভাসিত কৰিলে। চন্দ্ৰ প্ৰসাদ নিজেও আছিল ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ এজন জড়িত ব্যক্তি। এই স্বাধীনতাৰ লগত ভাৰত মাতৃৰ মুক্তিৰ কথা সৰ্বতোভাৱে সংযোজিত। জ্যোতিপ্ৰসাদৰ জীৱনত তেওঁ আবিষ্কাৰ কৰিলে তেওঁৰ নিজৰ জীৱনৰ শাশ্বত সত্য। জ্যোতিপ্ৰসাদৰ স্মৰণীয় ব্যক্তিত্বত তেওঁ দেখিবলৈ পালে আলোকৰ সন্ধান, একে পথৰ স্বৰূপ উদঘাটন- যি পথ অব্যৰ্থ, অব্যাৰ্থ। জ্যোতিপ্ৰসাদৰ ওপৰত ৰচিত এই উপন্যাসৰ মাজত চন্দ্ৰ প্ৰসাদে তেওঁৰ নিজৰ ইতিহাসৰ এক বিক্ষিপ্ত আত্মকথা আৱিষ্কাৰ কৰিছে। কাৰণ, মূল নায়কজনৰ জীৱন ৰহস্য ইমান প্ৰশ্নবিহীনভাৱে আনুপংখিক ব্যাখ্য কৰিছে যেন ঔপন্যাসিকে নিজেই ক'ব নোৱাৰে, তেওঁ কেনেকৈ গভীৰভাৱে নায়ক গৰাকীৰ ব্যক্তিগত চেতনাৰ ঘেৰটোত সোমাই পৰিছে। স্বীকাৰ কৰিব লাগিব, উপন্যাসৰ নায়কজনৰ বহু উক্তি ঔপন্যাসিকৰ নিজস্ব উক্তিৰেই আক্ষৰিক প্ৰতিৰূপ। তেওঁ এই কথা প্ৰকাৰন্তৰে মুখবন্ধত এনেদৰে কৈছে, “ এই গ্ৰন্থত জ্যোতিপ্ৰসাদৰ আলোকমণ্ডিত জীৱনক সম্পূৰ্ণ ঔপন্যাসিকৰ দৃষ্টিৰে চোৱাৰ প্ৰয়াস কৰা

হৈছে। এই উপন্যাসত কল্পনাৰ স্থান ইমান প্ৰবল যে জ্যোতিপ্ৰসাদৰ জীৱনীমূলক বাস্তৱ সমল ইয়াত পোৱাৰ আশা বৃথা, যদিও জীৱন বৃত্তান্তৰ আধাৰতে এই ৰচনা প্ৰতিষ্ঠিত.........."।
জীৱন চৰিত আৰু উপন্যাসৰ প্ৰভেদ ইয়াতে। ইংৰাজীত এষাৰ কথা আছেঃ Greatest writer can see through brickwalls. জ্যোতিপ্ৰসাদৰ ক্ষেত্ৰতো একে কথা। তেওঁ কালৰ প্ৰাচীৰ ভেদ কৰি ভৱিষ্যতৰ সমাজৰ এখন ছবি দেখিবলৈ পাইছিল, য'ত সুবিচাৰৰ প্ৰতিজ্ঞা, বুদ্ধিৰ কীৰ্তিমান বিচাৰ নিৰ্ভয়ে বিৰাজমান। এই সত্য উদঘাটন কৰিবলৈ যাওঁতে ঔপন্যাসিক চন্দ্ৰ প্ৰসাদে নিৰ্ভুল ৰিয়েলিষ্ট হৈ উপন্যাসখনৰ আস্বাদন বিনষ্ট নকৰি কল্পনাৰ ক্ষুধাৰ প্ৰলেপেৰে জ্যোতিপ্ৰসাদৰ জীৱন ভাষ্য ৰচনা কৰিছে। জ্যোতিপ্ৰসাদে যি জীৱন নাটত অভিনয় কৰিছিল সেই অভিনয়ত আছিল যথাৰ্থতে আশা-আকাংক্ষা, হাঁহি-কান্দোন, ৰাগ-অনুৰাগ, আনন্দ-বেদনা, জোৱাৰ-ভাটা, শ্ৰদ্ধা-ভালপোৱা সকলো। তেওঁ আছিল জীৱন শিল্পী। উপন্যাসখন পঢ়িলে আমি তেওঁৰ অসাধাৰণ প্ৰতিভাৰ উমান পাওঁ। তেওঁৰ প্ৰতিভাৰ অফুৰন্ত উপকৰণ বুটলি, সেইবোৰ সজাই মেলি চন্দ্ৰপ্ৰসাদে "তোৰে মোৰে আলোকৰে যাত্ৰা" উপন্যাসখনৰ প্ৰথম খণ্ড সমাপ্ত কৰিছে চৌচল্লিছটা অধ্যায়ত- জয়মতী কথাছবিৰ প্ৰাৰম্ভিক প্ৰস্তুতিৰে। তেওঁ যত্ন কৰিছে জ্যোতিপ্ৰসাদক জীৱন্ত মানুহতকৈয়ো বেছি জীৱিত ৰূপত দাণ্ডি ধৰিবলৈ। অন্য লিখকে অপ্ৰয়োজন বুলি বাদ দিয়া সামান্য ঘটনাকো তেওঁ চৰিত্ৰ চিত্ৰণৰ মাজেদি আলোকিত কৰাৰ প্ৰয়াস কৰিছে। বৰ্ণনাৰ মাজেদি, সংলাপৰ মাধ্যমেদি অপৰিহাৰ্য হৈ পৰিছে উপন্যাসৰ হৰ্ষ-বিষাদ, অনুকম্পা আৰু প্ৰত্যয়। উপন্যাস পাঠান্তে চন্দ্ৰ প্ৰসাদৰ দৰেই আমাৰ মন ভৰি পৰিব অন্তৰংগ বিস্ময়েৰে।

ডিকেন্সে ক'বৰ দৰে I live with everyone of my characters. জ্যোতিপ্ৰসাদৰ সম্পৰ্কেও ক'ব পাৰি যে তেওঁ সমগ্ৰ ৰচনাত নিজ প্ৰতিবিম্ব প্ৰতিফলিত কৰিছে। তেওঁৰ গীতত, কবিতাত, নাটকত আৰু আন আন প্ৰবন্ধত নিঃ সন্দেহে জ্যোতিপ্ৰসাদৰ ছাঁয়া আমাৰ দৃষ্টিত ধৰা পৰিছে। সকলো ৰচনাৰ পাতে পাতে তেওঁৰ জীৱনৰ আনন্দ-বেদনাৰ বাণী আমাৰ চকুত পৰিছে।

জ্যোতিপ্ৰসাদৰ ৰচনা, সাহিত্য আৰু জীৱনবোধ সম্পৰ্কে অৱশ্যেই আমি আগতে উল্লেখ কৰা, মাতৃপ্ৰেম, স্বদেশপ্ৰেম আৰু সাহিত্যপ্ৰেম হৈছে পথ-নিৰ্দেশক। ইয়াৰে তেওঁৰ জীৱন উদ্ভাষিত হোৱা স্পষ্টভাৱে দেখিবলৈ পাওঁ। উপন্যাসখনে এই কথা দৃঢ়তাৰে নিৰ্দিষ্ট কৰি ঘটনাৰ পটভূমি চিত্ৰিত কৰিছে।

নাৰীৰ প্ৰতি জ্যোতিপ্ৰসাদৰ বিচাৰ বিশ্লেষণ হৈছে নাৰীৰ মহত্ত্বৰ স্বীকৃতি। সকলো যুগৰ সকলো দেশৰ সাহিত্য কৰ্মৰ অন্তৰালত নাৰীৰ বিচিত্ৰ ৰূপ। ইয়াৰে পৰিস্থিতিৰ আৱৰ্তনত নাৰীয়ে পোছাকৰ পিচত পোছাক সলাইছে, ন ন ৰূপ ধাৰণ কৰিছে। মহৎ উপন্যাসৰ সৈতে নাৰী জড়িত হৈ সুখপাঠ্য হৈছে., কেতিয়াবা প্ৰেমিকৰ উত্তেজক ভূমিকাৰে গল্প বা নাটকৰ উপজীৱ্য হৈ পৰিছে। বালজাক, ফ্লবেয়াৰ, টলষ্টয়, দস্তয়ভস্কি নাইবা ডিকেন্স, সকলোৰে জীৱনত নাৰীৰ আবিৰ্ভাৱ অৱশ্যেই স্মৰণীয়। জ্যোতিপ্ৰসাদৰ মাতৃ কিৰণময়ীৰ প্ৰভাৱ পুত্ৰৰ

ব্যক্তিত্ব গঢ় দিয়াত স্মৰ্তব্য। উপলক্ষৰপৰা লক্ষ্যত উপৱিষ্ট হওঁতে জ্যোতিপ্ৰসাদৰ মাতৃ কিৰণময়ীয়ে তেওঁৰ সমস্ত সত্তা অধিকাৰ কৰিছিল। এই মাতৃ প্ৰেমৰ প্ৰতিফলন আমি দেখিবলৈ পাওঁ জ্যোতি প্ৰসাদৰ পৰবৰ্তী কালৰ সাহিত্যৰ অন্তৰংগতাৰ মাজেদি। মনত পেলাব পাৰি তেওঁৰ জয়মতীৰ জীৱনসংগত পটভূমিৰ মাজেদি, কাৰেঙৰ লিগিৰীত ৰাজমাওৰ চৰিত্ৰ, শেৱালী চৰিত্ৰ প্ৰভৃতিৰ আত্মপ্ৰকাশৰ যোগেদি। প্ৰত্যেকখন নাটকতে তেওঁ নাৰী চৰিত্ৰৰ ভিতৰত মাতৃ কিৰণময়ীৰ উজ্জ্বল মানবীয় ছবি বৰ্ণাঢ্য ৰূপত দেখিবলৈ পাইছে। চন্দ্ৰ প্ৰসাদে কিৰণময়ীৰ বৰ্ণনাত কৈছে, 'মিলটনৰ কোনো এক ছনেটৰ দৰে, কীৰ্তনৰ কোনো এক পদৰ দৰে পৱিত্ৰ সেই নাৰী...." জ্যোতিপ্ৰসাদৰ ল'ৰালি কাল মাতৃপ্ৰেমৰ অলৌকিক ব্যঞ্জনাৰে বায় হৈ উঠিছিল। এই মাতৃপ্ৰেমে স্থায়ী ৰূপত খোদিত হৈ পিচত স্বদেশপ্ৰেম আৰু সাহিত্য প্ৰেমত প্ৰতিফলিত হৈছিল। ঘৰুৱা পৰিৱেশত জ্যোতিপ্ৰসাদৰ জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছিল ককাক হৰিবিলাস, পিতৃ পৰমানন্দ আৰু মাজু দেউতাক চন্দ্ৰ কুমাৰে। সাহিত্য আৰু সংগীতৰ দৰ্শন আৰু আধ্যাত্মিক জ্ঞানৰ ব্যাখ্যাই জ্যোতিপ্ৰসাদৰ চিত্তক মানৱ ধৰ্মৰ মূল নিদৰ্শন হৃদয়গ্ৰাহ্য কৰাত বিপুলভাৱে স্পৰ্শ কৰিছিল। তেওঁ উপলব্ধি কৰিছিল যে জ্ঞান লাভৰ বাহিৰে ধৰ্মশাস্ত্ৰ আৰু সাহিত্য সম্ভাৰৰ দৰে উৎকৃষ্ট পদাৰ্থ একো নাই। এই উপলব্ধি নিঃ সন্দেহে জ্যোতিপ্ৰসাদৰ সাহিত্যৰাজিয়ে প্ৰমাণ কৰে। ভাৰতীয় দৰ্শনৰ লগত শংকৰদেৱে অসমৰ যি যোগসূত্ৰ স্থাপন কৰিলে তাৰ মাজেদি জ্যোতিপ্ৰসাদে আহৰণ কৰিলে তেওঁৰ সাহিত্য ৰচনাৰ বীজমন্ত্ৰ। আৰু এজনৰ প্ৰতি তেওঁ আকৃষ্ট হৈছিল। তেওঁ হৈছে, লক্ষ্মীনাথ বেজবৰুৱা। আধুনিক চিন্তা, আধুনিক সমাজখনৰ চিন্তা, সাহিত্য আৰু স্বদেশৰ চিন্তাৰ মৰ্মমূল জ্যোতিপ্ৰসাদৰ সকলো নিৰৱচ্ছিন্ন সাহিত্যপ্ৰেমৰ ৰথচক্ৰত সৰ্বসিদ্ধি মহামন্ত্ৰ ৰূপে পৰিগণিত হৈছিল। নিজৰ জন্মভূমি, মাতৃভাষা , কলা-সংস্কৃতিৰ বিকাশ আছিল এই মৰ্মচিন্তাৰ মহৎ আৰু উদাৰ দিশ। জ্যোতিপ্ৰসাদে লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনত তেওঁৰ অপৰিতৃপ্ত মনৰ অন্তহীন জিজ্ঞাসা বিচাৰি পাইছিল। বিচাৰি পাইছিল দেশক ভালপোৱা এক আশ্চৰ্য আস্বাদ, এক অনবদ্য মূৰ্ছনা!

উপন্যাসখনৰ এটা বিস্তৃত অংশ আগুৰি আছে জ্যোতিপ্ৰসাদৰ স্বদেশ প্ৰেমৰ উপকৰণেৰে। মহাত্মা গান্ধীৰ প্ৰভাৱ পৰিছিল জ্যোতিপ্ৰসাদৰ ওপৰত প্ৰবলভাৱে। ১৯২১ চনত গান্ধীজীৰ অসম ভ্ৰমণৰ সময়ত জ্যোতিৰ বয়স ওঠৰ। গান্ধীজী তেজপুৰলৈ গৈছিল আৰু জ্যোতিৰ পৰিয়ালৰ ঘৰতে (পকী) আলহী হৈছিল। মহাত্মাৰ সান্নিধ্যই জ্যোতিৰ মনত প্ৰাধান্য লাভ কৰিছিল। তেওঁ গান্ধীজীৰ সামগ্ৰিক মহত্ত্বৰ মাজত দেখিবলৈ পালে দেশপ্ৰেম আৰু মানৱপ্ৰেম অভিন্ন। তেওঁৰ মনত ভাৰতৰ স্বাধীনতা আন্দোলনৰ প্ৰতিভূ ৰূপে গান্ধীজীৰ অহিংসা নীতি দেশ-উদ্ধাৰৰ প্ৰশস্ততম পথ বুলি গভীৰ প্ৰত্যয় জন্মিল। জ্যোতি সম্পূৰ্ণ আকৃষ্ট হৈ পৰিল মহাত্মাৰ প্ৰতি। ইয়াৰ পৰিণতি স্বৰূপে উপন্যাসখনে জ্যোতিপ্ৰসাদৰ চিন্তাধাৰাত কেনেকৈ মুক্তি চেতনাই ঠাই পাইছিল সেই বিষয়ে উল্লেখ কৰিছে। জ্যোতিপ্ৰসাদৰ জীৱনত সুখ-দুখ, স্বাৰ্থত্যাগ, সৰ্বস্ব ত্যাগৰ কাহিনী কেনেকৈ প্ৰচণ্ড উৎসে নিমজ্জিত হৈছিল সেই কথা প্ৰতিফলিত হৈছে। ঔপন্যাসিক ৰূপে চন্দ্ৰ প্ৰসাদৰ ৰাজনৈতিক গুণাগুণৰ বিচাৰত বিতৰ্কৰ

অৱতাৰণা কৰা প্ৰয়োজন নকৰে। যিবোৰ উপাদানে উপন্যাসখনৰ মূল নায়কৰ দেহ, মন, কাল্পনিক আৰু বাস্তৱ ঘটনা আংশিকভাৱে হলেও স্পৰ্শ কৰে তাৰে কাহিনী হৈছে গ্ৰন্থখনৰ জুমুঠি।

ঔপন্যাসিক চন্দ্ৰ প্ৰসাদ শইকীয়াই জ্যোতিপ্ৰসাদৰ যিখিনি উপাদানৰ ওপৰত ভিত্তি কৰি এই উপন্যাসখন ৰচনা কৰিছে তাত এই কথাই প্ৰতীয়মান হৈছে যে এজন জীৱনশিল্পীক অনুভূতি, আস্বাদ, বিচাৰ বুদ্ধি আৰু ৰসিকতাৰে উপস্থিত কৰাৰ বাবে উপন্যাসতো বহুতসাৰ্থক সমল আছে। উপন্যাসখনৰ পাতে পাতে, আগৰপৰা গুৰিলৈকে জুৰি আছে জ্যোতিপ্ৰসাদ। জ্যোতিপ্ৰসাদৰ গতানুগতিক জীৱন আৰু চিন্তা অকল নহয়, ইয়াত আছে নায়কজনৰ বাল্যবেদনা, যৌৱন-স্বপ্ন, পাৰিপাৰ্শ্বিক ঘটনাৰ অসংখ্য দৃশ্য। আছে অন্ধকাৰত প্ৰজ্বলিত হোৱা অফুৰন্ত আশাৰ পোহৰ, পৰাধীন জীৱনৰ বন্ধ- দুৱাৰ ভাঙি পেলোৱাৰ বিপ্লৱৰ গান। ক'ব পাৰি, জ্যোতিপ্ৰসাদ নিজেই নিজৰ জীৱনৰ উপকৰণ। চন্দ্ৰ প্ৰসাদৰ এই উপন্যাসখন জ্যোতিপ্ৰসাদৰে আত্মপ্ৰকাশ মাত্ৰ।

ভাষাৰ ক্ষেত্ৰত ক'ব খোজো যে চন্দ্ৰ প্ৰসাদ শইকীয়াৰ যি ষ্টাইল, সেই ষ্টাইলৰ লগত বহুজন অভ্যস্ত। নিঃসংকোচেৰে তেওঁ নিজা এক ৰচনাশৈলী আৰু ফেশ্যন ৰক্ষা কৰাৰ পক্ষপাতী। বৰ্ণনাত তেওঁ কেতিয়াবা অতিকথাৰো প্ৰায়োজন বুলি ভাবে। তেওঁৰ কলমত বুদ্ধিনিষ্ঠ বিশ্লেষণ কেতিয়াবা হৈ পৰে প্ৰতিভা বিস্তাৰিত আলোচনা। অনেক বাক্য একান্তভাৱে পদলালিত্যৰ টীকা ভাষ্যৰে মুখৰিত। 'তোৰে মোৰে আলোকৰে যাত্ৰা' উপন্যাসত ৰীতিমতে চন্দ্ৰ প্ৰসাদৰ নিজস্ব ভংগীয়ে বৈচিত্ৰ প্ৰদান কৰিছে। আমি উপন্যাসখনৰ পৰবৰ্তী খণ্ডলৈ বাট চালো। অপেক্ষা কৰিলো অসমৰ ইতিহাস সমৃদ্ধ এই উপন্যাসখনৰ ৰূপালী পৰ্দাত কথাছবি ৰূপে দেখিবলৈ।

★★★



# ভাৰগু পক্ষীৰ জাক

'ভাৰগু পক্ষীৰ জাক' এখন সুবৃহৎ উপন্যাস। প্ৰায় তিনিশ পৃষ্ঠা আগুৰি এটা সাহসী, জাতীয় ভাৱাপন্ন জনগোষ্ঠীৰ আশা-আকাঙক্ষা, ৰাগ-অনুৰাগ, প্ৰতিবাদ-বিদ্বেষ ইয়াত উপন্যাসৰ মাধ্যমত দাঙি ধৰা হৈছে। এইখন উপন্যাসৰ মাজেদি বড়ো অঞ্চলত গঢ়ি উঠা নানা সামাজিক আৰু ৰাজনৈতিক সংঘাত পৰ্যবেক্ষণ কৰা হৈছে যিবোৰে এই বড়ো জনগোষ্ঠীৰ বাবে অৱশ্যে চিন্তনীয় বিষয় ৰূপে গণ্য হৈছে আৰু তেওঁলোকৰ অসন্তুষ্টিৰ কাৰণ সবল আৰু যুক্তি সংগত কৰি তোলাত সহায়ক হৈছে। ঔপন্যাসিক শৰ্মাৰ সমস্যাটোৰ প্ৰতি সচেতন দৃষ্টি আছে; এজন নিৰপেক্ষ পৰ্যবেক্ষক আৰু প্ৰতিবেদক স্বৰূপে তেওঁ সহজ সৰল মানুহখিনিৰ উত্তেজনা, সংঘাত আনকি সংঘৰ্ষৰ মূল কাৰণ কি, কোনবোৰ অপকৰ্মৰ বাবে তেওঁলোকৰ আন্দোলনৰ পথত নামিব লগা হ'ল, অসমীয়া জাতীয়তাবাদৰ বিৰুদ্ধে সুকীয়া অস্তিত্ব প্ৰতিপন্ন কৰিব লগাত পৰিল আদি বিষয়বোৰ গুৰুত্ব সহকাৰে উপস্থাপন কৰিছে। এই উপস্থাপনৰ প্ৰকৃত ছবিখন স্পষ্ট কৰি তুলিবলৈ তেওঁ মানুহখিনিৰ উচ্ছ্বাস-উদ্দীপনা, জাতি প্ৰেম, সংস্কৃতি প্ৰেম প্ৰভৃতি ৰূপায়ণ কৰিছে অনেক চৰিত্ৰৰ সমাৰোহেৰে। বড়ো চৰিত্ৰৰ লগতে অংকিত হৈছে অবড়ো বা অনাবড়ো কিছুমান চৰিত্ৰ। চৰিত্ৰবোৰৰ কথা বতৰা, ভাব ভংগীত, আচৰণ বিচৰণত প্ৰকাশ পাইছে দমন পীড়নৰ কথা, অবিশ্বাস, প্ৰতাৰণা আৰু হিংস্ৰতাৰ কথা, ভুল বুজাবুজিৰ কথা।

উমাকান্ত শৰ্মা এগৰাকী পূৰঠ মনৰ ঔপন্যাসিক। 'উৰন্ত মেঘৰ ছাঁ', 'ৰঙা ৰঙা তেজ', 'ছিমচাঙৰ দুটা পাৰ', 'এজাক মানুহ এখন অৰণ্য' আৰু আলোচিত 'ভাৰগু পক্ষীৰ জাক' হৈছে তেওঁৰ সাৰ্থক ৰচনা। ছিমচাঙৰ দুটা পাৰ হৈছে গাৰো ঐতিহ্যৰ কালগত আৰু স্থানগতৰ বিচিত্ৰ অনুভৱ, প্ৰেমৰ অনুষংগ। 'এজাক মানুহ এখন অৰণ্য' হৈছে চাহ শিল্পৰ লগত জড়িত চাহ জনজাতিৰ মৰ্মস্পৰ্শী অথচ মানবীয় আবেদনৰ ব্যঞ্জনাময় ছবি। আৰু 'ভাৰগু পক্ষীৰ জাক' হৈছে বড়োসকলৰ অন্তৰ্বেদনাৰ প্ৰতিপাদ্য। প্ৰত্যেকখন উপন্যাস পৰম্পৰাৰ সুশোভিত কাহিনী বৰ্ণনাৰে পৰিপুষ্ট, লগতে আছে সাম্প্ৰতিক কালৰ শোষণ শাসন, অমানবীয় দিশবোৰ, নিৰুপায় অৱস্থাৰ পৰোক্ষ ইংগিত। ভাৰগু পক্ষী নামটো প্ৰতীক ৰূপে ব্যৱহাৰ হৈছে। পঞ্চতন্ত্ৰত বৰ্ণিত ভাৰগু এবিধ কাল্পনিক চৰাই যাৰ মুখ দুখন কিন্তু পেট একেটা। এদিন এখন মুখে আনখনক ভাগ নিদিয়াকৈ অকলে এটা সুস্বাদু ফল খাই পেলালে। ইয়াৰ প্ৰতিশোধ ল'বলৈ আনখন মুখে আন এদিন এটা বিষ ফল পাই অকলে খাই পেলালে। ফলত ভাৰগু পক্ষীজনী মৰি থাকিল। উপন্যাসখনত আত্মঘাতী কাৰ্যকলাপে কেনেকৈ অনিষ্ট সাধন কৰি সম্প্ৰীতিৰ বান্ধোন চিঙি পেলায়, সমাজৰ উন্নতি ৰোধ কৰে, সেই কথাৰ ইংগিত আছে। সংমিশ্ৰণৰ মাজেদিও আদৰ্শগত বাসনা যে লাভ কৰিব পাৰি সেই কথা উপলব্ধি কৰিব পাৰিলে মানুহৰ

বহুতো হাই-কাজিয়া, মাৰপিট, কাজিয়া-পেচাল, হিংসা-বিদ্বেষ দূৰ কৰা টান নহ'ব। এই কথা সকলো গোষ্ঠীৰে ক্ষেত্ৰত প্ৰযোজ্য। ইংগিতবাচক। এই অপমৃত্যুৰ কাৰণ দ্বন্দ্ব সংঘাত, অবিশ্বাস আৰু দূৰদৃষ্টিৰ অভাৱ। অসমৰ জনগোষ্ঠীসমূহৰ মাজত যি বিচ্ছিন্নতাবাদ আৰম্ভ হৈছে সেই বিচ্ছিন্নতাবাদে সমগ্ৰ অসমৰে ঐক্য সংহতি ব্যাহত কৰিছে। ঔপন্যাসিক শৰ্মাই এই বিষয়টোৰ ৰাজনৈতিক বিশ্লেষণ কৰা নাই। তেওঁৰ উপন্যাসৰ মূল ভিত্তি হৈছে মানৱতাবাদ। গোষ্ঠীগত দ্বন্দ্বৰ বাবে অসমৰ দৃষ্টান্ত স্বৰূপ ভ্ৰাতৃত্বমূলক পুৰণিকলীয়া সম্বন্ধ থানবান হৈছে।

ঔপন্যাসিক এজনৰ দায়িত্ব এই ক্ষেত্ৰত নিশ্চয় তাৎপৰ্যপূৰ্ণ। তেওঁ লিখনিৰ যোগেদি সমাজত বিপ্লৱ ঘটাব নোৱাৰে সঁচা, কিন্তু তেওঁ কোনটো ভাল, কোনটো বেয়া, কোনটো কৰণীয়া, কোনটো বৰ্জনীয় সেই বিষয়ে মানুহক সজাগ কৰিব পাৰে। শৰ্মা এজন সাৰ্থকনামা ঔপন্যাসিক। তেওঁ যদি কেৱলমাত্ৰ সাময়িক ৰাজনৈতিক শাসনৰ বিৰুদ্ধে বিষোদ্‌গাৰ কৰিলেহেঁতেন, তেতিয়া হলে এই উপন্যাসখন অনুসন্ধানমূলক সাংবাদিকতাৰ বাহিৰে একো নহ'লহেতেন। এই উপন্যাসখন সাময়িক কালৰ ওপৰত ৰচিত হৈছে- য'ত প্ৰাধান্য পাইছে মানুহৰ জীৱনৰ গল্প; সাহিত্যৰ ধৰ্মৰে ইয়াৰ কাহিনী ফল্গুধাৰাৰ দৰে অন্তঃসলিলা। সাহিত্যৰ বিচাৰেৰে ঔপন্যাসিক শৰ্মাই কোনো পক্ষপাতিতা নোহোৱাকৈ তেওঁৰ দুশ্চিন্তা ব্যাখ্যা কৰিছে। অনুভূতি আৰু সহৃদয়তাৰে কিছুমান সহজ সৰল মানুহৰ অন্তৰ্বেদনা তুলি ধৰিছে। ইয়াৰ বাবে তেওঁ বাছি লৈছে বড়ো জনগোষ্ঠী। তেওঁ দৃঢ়তাৰে কৈছে যে এই জনগোষ্ঠীয়ে সুন্দৰ আৰু সন্মানজনক জীৱন যাপনৰ অধিকাৰী বাবেই তেওঁলোকৰ সমস্যাত মানৱীয় আৰু ইতিহাস সন্মত দৃষ্টিভংগীৰ প্ৰয়োজন। যেনেকৈ প্ৰয়োজন মূৰৰ ওপৰত থকা সীমাহীন নিলীম আকাশ আৰু মানুহৰ ভৰি গচকা কঠিন মাটি। দুয়োৰে প্ৰয়োজন মানুহ আৰু জীৱনৰ সেতু নিৰ্মাণৰ মহান উদ্দেশ্যৰ হেতু। এই বিশ্বাসতে উপন্যাসখনে দুঃসহ অন্ধকাৰ আৰু ক্ষত-বিক্ষত গ্লানি অতিক্ৰম কৰি আলোকৰ সন্ধান আগবঢ়াইছে। আগবঢ়াইছে গভীৰ জীৱনবোধ আৰু মহৎ চেতনাৰ পাৰস্পৰিক প্ৰেমপ্ৰীতি।

ছেছাখুলি আৰু ছোনাবালি হৈছে বড়ো অধ্যুষিত অঞ্চল। বড়ো প্ৰাধান্য হলেও অবড়ো লোকৰো এই গাওঁ দুখন বাসভূমি। দুয়োখন গাঁৱতে যিবোৰ মানুহ বহুদিন ধৰি খেতিপথাৰ কৰি, সৰু সুৰা বেহা বেপাৰ কৰি জীৱন অতিবাহিত কৰিছিল, তেওঁলোকৰ মাজত বড়ো অবড়ো, অনাবড়ো পৃথক বাছ বিচাৰ নাছিল। সকলোৰে মাজত আছিল মিলাপ্ৰীতি, বুজাবুজি। বিপদত ইজনে সিজনক আপোন ভাবি অযাচিতে সহায় কৰিছিল। বাছিৰাম, গৌৰীনাথ পূজাৰী, নেপালী টিকাৰাম, ৰূপনাথ, ধনীৰাম, লেৰে লা বাদাৰি আদি লোকসকল আছিল পৰস্পৰৰ প্ৰতি আস্থাবান। তেওঁলোকৰ জীৱনৰ ধাৰা জটিল নাছিল বাবে অপৰ্যাপ্ত সময় অতিবাহিত হৈছিল আঞ্চলিক কলা সংস্কৃতি, আমোদ প্ৰমোদৰ ভিতৰেদি। আকালো নাছিল, ভঁৰালো নাছিল, শান্ত শিষ্ট জীৱন। সকলোতে সহজে সন্তুষ্ট। দিন বাগৰাৰ লগে লগে এই শান্ত সহজ জীৱনলৈ আহিল সংঘাত। ডেকাচামৰ মনত সামাজিক আৰু ৰাজনৈতিক প্ৰবাহে

খুন্দা মাৰিলে। তেওঁলোকে অনুভৱ  কৰিলে অসমৰ ইতিহাস, অসমীয়া ভাষা- সাহিত্য, কলা সংস্কৃতিয়ে তেওঁলোকক ধন্য নকৰে। সেইবাবে তেওঁলোকে নিজৰ ইতিহাস নিজেই লিখিব লাগিব আৰু নিজৰ দেশক, নিজৰ অস্তিত্বক নিজেই আৱিষ্কাৰ কৰিব লাগিব বুলি ঠাৱৰ কৰিলে।  বিজাতীয় তথ্যৰে ভৰপূৰ অবড়ো লিখিত বড়ো ইতিহাসক তেওঁলোকে পীড়ন বুলি গণ্য কৰিলে। তেওঁলোকৰ মনত স্বজাতীয় ভাবধাৰাৰ উদয় হ'ল। আন্দোলন আৰম্ভ হ'ল নৱজাগ্ৰত বড়োলেণ্ডৰ দাবীক কেন্দ্ৰ কৰি। ঘাই সমস্যা হ'ল ভূমি। কিন্তু মাটিৰ লগত জড়িত প্ৰব্ৰজন, অবাঞ্ছিত লোকৰ অনুপ্ৰবেশ, বিশাল ভূমিভাগলৈ সকলোৰে শেণ চকু তাতে, মাটিৰ পেটত ইমান ভোক, সকলো যেন গ্ৰাস কৰি পেলাব। বড়ো ডেকাইঁতে দেখিলে অপৰ্যাপ্ত হাবি, নৈ, বিল, উদং চাপৰি, বনাঞ্চল সকলো লাহে লাহে বাহিৰা মানুহে অনুপ্ৰবেশ কৰি গ্ৰাস কৰিছে, বড়োৰ ভৱিষ্যৎ অন্ধকাৰ কৰি তুলিছে। বলোভদ্ৰ মহাজনে লেৰেলা বাদাৰিৰ মাটি বন্ধকত লৈ ইটা ভাটা আৰম্ভ কৰি ধনী হৈছে , দুই তিনিখন ট্ৰাক লৈছে। মাৰোৱাৰী ব্যৱসায়ী ৰামলালে চৰকাৰী মাটি দখল কৰি  দালান বান্ধিছে, ধান, মাহ, সৰিয়হ কম দামত কিনি বেছি দামত বিক্ৰী কৰি টকা ঘটিছে। চোৰাং কাঠৰ বেপাৰীয়ে মূল্যবান বনজ সম্পদ কাটি গোপনে চালান দিছে। শৰণাৰ্থী বাঙালী আহি ৰূপাগঞ্জত বাঙালী বস্তি  পাতিছে, আব্দুল মিঞাইঁতে মৈমনসিংহৰপৰা আহি বালুৰভিটা অঞ্চল খুলি অনুপ্ৰৱেশ ভয়াবহ কৰি পেলাইছে। তাতে  ভাষা সমস্যা আছেই। বড়ো ভাষা প্ৰচলনত উগ্ৰ জাতীয়তাবাদী অসমীয়া ভাষাপ্ৰেমী এচামে তীব্ৰ প্ৰতিবাদ আৰু বিৰোধিতা কৰি বিদ্বেষ ভাব প্ৰবল কৰিছে। অথচ অসমৰ সকলো আন্দোলনতে বড়োসকলৰ সঁহাৰি আছিল সিদিনালৈকে অসামান্য। আনকি ছবছৰীয়া বিদেশী বহিষ্কাৰ আন্দোলনতো বড়ো ছাত্ৰ সকলে ৰাইজৰ লগতে আগবাঢ়ি নিৰ্যাতন ভুগিছিল। বড়ো নতুন পুৰুষে সেয়েহে ভুৱা আশ্বাস, ফোঁপোলা প্ৰতিশ্ৰুতি আৰু শোষণ পীড়ন দুৰ্ভোগৰ বিৰুদ্ধে আন্দোলনৰ পথ বাছি ল'বলৈ সংকল্প গ্ৰহণ কৰিলে। তেওঁলোকে আশংকিত হ'ল ৰাজনৈতিক জটিল আৰু বিভ্ৰান্তিকৰ কূটনৈতিক  কৌশল প্ৰয়োগত। পুৰণিচাম বড়োৱে ডেকা ল'ৰাইঁতৰ আচৰণত বিবুদ্ধিত পৰিল। কিন্তু তেওঁলোকে মৰ্মে মৰ্মে উপলব্ধি কৰিলে কিবা এটা নতুন বতাহ বলিছে। গৌৰীনাথ পূজাৰীয়ে সিহঁতক কৈছিল, "তহঁতে পাছলৈ চাব, ইহঁতে আগলৈ চায়। ইহঁতৰ উদ্যম আছে, সাহস আছে আৰু উচ্চ আশা আকাঙ্ক্ষা আছে।" বুঢ়া বাছিৰামহঁতে জুহালত বহি জৌ (মদ) খাই আগৰ দিনবোৰৰ কথা ভাবিছিল। চাৰ্লচ ডিকেন্সৰ 'নগৰ দুখনৰ কথাত' মদৰ দোকানী মণিচাৰ ডিফাৰ্জে ক্ষুধাৰ্ত মানুহবোৰে ভাঙি পৰি যোৱা মদৰ টেকেলিৰ মদবোৰ মাটিৰপৰা বুটলি চেলেকি খোৱা দেখি প্ৰমাদ গণি কৈছিল যে মদবোৰ ক্ষুধাৰ্ত মানুহবোৰৰ মুখত লাগি তেজ ৰঙা হৈ  পৰা যেন ভাব হৈছিল। এই লক্ষণ ভালৰ নহয়, বেয়া দিনৰহে সূচনা। বাছিৰামহঁতৰ দৰে পুৰণি চিন্তা ভাৱনাৰ বয়সিয়ালসকলেও ডেকা ল'ৰা অলিতহঁতৰ সংগঠনটোৰ কাৰ্যকলাপ দেখি মণিচৰ ডিফাৰ্জৰ দৰে আগন্তুক বেছি বেয়া দিনবোৰৰ কথাকে ভাবি হতভম্ব হৈছিল। ডেকা সংগঠনটোত উগ্ৰপন্থীৰ হিংসাত্মক কাৰ্যকলাপক বাধা দিব পৰা শক্তিশালী প্ৰতিপক্ষ নাছিল। ৰণেনহঁত অৱশ্যে আছিল। সিহঁতে

বুজিছিল যে বড়োপ্ৰীতিৰ আবেগ জগাই তুলিবলৈ জোৰ জুলুম বা আন কূটাঘাতমূলক কাম কৰা অযুগুত। অ-বড়ো সম্প্ৰদায়ৰ মনত সন্ত্ৰাসৰ ভাব ৰোপণ কৰা মানে আন্দোলনৰ উদ্দেশ্য লঘু কৰা। অশুভ শক্তিয়ে এইবোৰৰ সুযোগ লৈ উত্তেজনা তীব্ৰ কৰিব, আন্দোলনৰ নেতাসকলৰ বদনাম আনিব। সংকীৰ্ণতাৰ উৰ্ধ্বত থাকি উৰা বাতৰিত গুৰুত্ব নিদি, সহিষ্ণুতা আৰু দৃঢ়মনোবলেৰে যুঁজিব পাৰিলেহে আন্দোলনে সফলতা লাভ কৰিব, লগতে বড়োসকল প্ৰকৃতাৰ্থত লাভবান হ'ব। কিন্তু পৰিস্থিতি যেতিয়া নিয়ন্ত্ৰণৰ বাহিৰ হৈ যায়, তেতিয়াই আহি উপস্থিত হয় অশান্তি আৰু আত্মঘাতী ক্ৰিয়াকাণ্ড। অলিতহঁতৰ সংগঠনটোৰো তেনে এটা অৱস্থা হৈছিল। উগ্ৰপন্থীসকলে উদাৰপন্থী বা মধ্যপন্থী সকলৰ হাক বচন নমনা হ'ল। ৰণেন, দেৱকান্ত, ৰামাকান্ত, অধ্যাপক দৈমাৰী, আদি যুক্তিবাদী লোকসকল উগ্ৰপন্থীৰ হাতত অপদস্থ হ'ল। কোনো কোনোৱে মাৰ খালে। ঠায়ে ঠায়ে সংগঠিত হোৱা আন্দোলনৰ কেম্পবোৰৰ জৰিয়তে নানা ধৰণৰ অতিৰঞ্জিত বাতৰি, গুজৱ প্ৰচাৰ হৈ মানুহক উত্তেজিত কৰিবলৈ লাগিল। বাতৰি ওলাল তিনিগৰাকী বড়ো গাভৰুক দখনাৰ ঠাইত মেখেলা পিন্ধিবলৈ বাধ্য কৰোৱা হৈছে। বড়ো ডেকা ল'ৰাবোৰক উত্তেজিত কৰিবলৈ সুবিধা বিচাৰি ফুৰা বাহিৰৰ অশুভ শক্তিয়ে নানা ধৰণৰ অপপ্ৰচাৰ আৰম্ভ কৰিলে। ফলত প্ৰতিশোধমূলক কাৰ্যকলাপ চলিল। সৰু সুৰা ঘটনাক বড়ো কছাৰী সম্প্ৰদায়ৰ ৰহনসানি উৰা বাতৰি গাঁৱে গাঁৱে প্ৰচাৰ হ'ল। এইবোৰে আচল বিষয়টো তল পেলালে। আহিল শাসনযন্ত্ৰৰ শক্তিশালী হাতিয়াৰ ৰিজাৰ্ভ পুলিচ বাহিনী, মিলিটেৰী। সন্ত্ৰাসবাদ দমন কৰিবলৈ হকে বিহকে আৰম্ভ হ'ল পুলিচী আতিশয্য, নিৰ্মম উৎপীড়ন। নিৰপৰাধী লোক অত্যাচাৰৰ বলি হ'ল। বাছ বিচাৰ নোহোৱাকৈ দুয়োপক্ষই প্ৰতিশোধমূলক হিংসাত্মক কাৰ্যকলাপত লিপ্ত হ'ল। সন্ত্ৰাসবাদৰ জন্ম হ'ল। অনেকে ঘৰ বাৰী, স্কুল কলেজ, কাম কাজ, ব্যৱসায় বাণিজ্য এৰি প্ৰাণৰ ভয়ত অঞ্চলটো এৰি পলাই গ'ল। পুৰণি চাম মানুহ যেনে, বছিৰাম, ৰূপনাথ আদি দুখৰ বেজাৰত মৰিল। ধনীৰাম, কৰেন্দ্ৰ আদি নিৰুপায় অৱস্থাত সোমাই ভয়ত পেপুৱা হ'ল। ঔপন্যাসিকে অলিতৰ মুখেদি কোৱাইছে, "তই কৈছিলি নহয় ৰণেন যে, মই অসুৰ সৃষ্টি কৰিছোঁ আৰু এই অসুৰে এদিন আটাইকে গ্ৰাস কৰিব আৰু লগতে গ্ৰাস কৰিব মোকো। কিজানি তোৰ কথাই সত্য। মোক বাৰু খাওক অসুৰে, মই নিজৰ বাবে নকৰো। কিন্তু অসুৰে জানো বাছ বিচাৰ কৰিব? মোক শেষ কৰি জানো সিহঁত ক্ষান্ত হ'ব? সেইবাবে মোৰ ভয় লাগিছে। মোৰ বাবে নহয়, তহঁত আটাইৰে বাবে।" অলিতৰ চৰিত্ৰৰ মাজেদি ভাৰগু পক্ষীৰ উপাখ্যানটো বাস্তৱ ঘটনাত ফুটাই তুলিবলৈ শ্ৰীশৰ্মাই যি প্ৰয়াস কৰিছে সেই প্ৰয়াস সাৰ্থক ৰূপত ঘটনাৰ মেৰপাকত প্ৰতিফলিত হৈছে। উপন্যাসখনৰ আৰম্ভণীৰ প্ৰস্তাৱনাত আমি পঢ়িছিলোঁ আতংকৰ আগজাননী। উপসংহাৰত পাইছো আতংকৰ কৰুণ পৰিণতিৰ পৰা উদ্ভৱ হোৱা চেতনা, ঠিক যেন শিহৰণ জগাই দিয়া দীৰ্ঘকালৰ অনাবৃষ্টিৰ পাছত বৰষুণৰ টোপাল, আৰু দুই বাহু মেলি, সোণ বৰণৰ বুকু স্ফিত কৰি, কেশবন্ধন মুক্ত লাস্যময়ী বাগৰুম্বাৰ আবিৰ্ভাৱ ছিখলাই নাচিবলৈ। উপন্যাসখনৰ শেষত এই আভাই অলোকিত কৰিছে মানুহৰ শুভবুদ্ধিক। আশা কৰিছে মানুহৰ মাজত পাৰস্পৰিক প্ৰেম প্ৰীতি,

সদ ভাৱনা, সহিষ্ণুতা আৰু মানৱতাবাদ। এইয়া হৈছে পৃথিৱীৰ অতিকৈ প্ৰয়োজন নতুন সংস্কৃতি।

উপন্যাসখন লিখকৰ নিপুণ অংকনত বৈচিত্ৰ্যময় হৈছে। পৰিস্থিতিৰ অনুপুঙ্খ বৰ্ণনা তাৰ লগত প্ৰাসংগিক ভাৱনাৰ কথোপকথন হৈছে ইয়াৰ বিষয়ভিত্তিক যুক্তিনিষ্ঠ আলোচনা। লিখকে উপন্যাসখনত পৰিশ্ৰম আৰু গৱেষণাৰ পৰিচয় দিছে। ৰচনাৰ পিচত তেওঁৰ বড়ো ভাষা সংস্কৃতিৰ প্ৰতি থকা শ্ৰদ্ধা, অনুসন্ধিৎসা আৰু জ্ঞান বিস্তৃতভাৱে প্ৰকাশ পাইছে। উপন্যাসখনৰ ভৌগলিক পটভূমি, প্ৰাকৃতিক বিষয় প্ৰসংগ আৰু চৰিত্ৰবোৰৰ পৰিচয় যথাযথভাৱে লিখকৰ বহু পৰিচিত যেন হৈ ফুটি ওলাইছে। তেওঁ বুদ্ধিক সজাগ ৰাখি মনৰ ক্ষেত্ৰ বিস্তৃত কৰিছে বাবেই হয়তো উপন্যাসখন বৰ্ণনা বহুল হৈছে আৰু ঠায়ে ঠায়ে মন্থৰ হৈ পৰিছে। শব্দ ব্যঞ্জনাত পৰিস্ফুট হৈছে শব্দৰ চিত্ৰময়তা। কেনভাচত তেওঁৰ ভাষাই উপমাবিশিষ্ট হৈ পৰাত, বাস্তৱতাৰ সংযোগ ঠায়ে ঠায়ে বিচ্ছিন্ন হৈ পৰা যেন লাগিছে। অৱশ্যে এইবোৰ গুৰুতৰ অভিযোগ নহয়। মূল বিষয়বস্তু নিৰবচ্ছিন্নভাৱে অগ্ৰসৰ হৈছে শেষ উপসংহাৰলৈ। ছপা, অলংকৰণ উন্নতমানৰ।

* * *



## দিল্লীৰ পটভূমিত

# আকৌ ৰাতিপুৱাৰ

ড০ অশোক ভাগৱতীৰ এইখন উপন্যাস এজন সংবাদসেৱীৰ দিল্লী অনুসন্ধানমূলক প্রতিবেদন বুলিব পাৰি। প্রতিবেদকে দিল্লী দূৰদর্শনৰ কাৰণে কিছুমান বিশেষ ধৰণৰ কার্যসূচী প্রস্তুত কৰে। যেনে ধৰক, যৌতুকৰ প্রশ্নলৈ নাৰীৰ ওপৰত হোৱা নির্মম অত্যাচাৰ, আধুনিকতাৰ নামত চলা ব্যভিচাৰ, পাপাচাৰ, হত্যা, ধর্ষণ, লুণ্ঠণ, প্রভৃতি। এই উপন্যাসখন তেনে এটা আংগিকতে ৰচিত হৈছে। অৱশ্যে প্রতিবেদনৰ জুমুঠিহে, প্রকৃত অনুসন্ধান কেন্দ্রীভূত হৈছে দিল্লীৰ আভিজাত্য সমাজৰ মাজত দেখা দিয়া অৱক্ষয় আৰু মানৱিকতাৰ নৈতিক স্খলন। মানে, "লচ্ অ ৱ মৰেলচ আৰু লচ্ অৱ ভ্যেলুজ।" সমকালীন এই বেদনাবোধ নিপুণভাৱে দাঙি ধৰিছে। ডঃ ভাগৱতীয়ে। উপন্যাসখনত সর্বাংগ আগুৰি আছে আদর্শচ্যুত আৰু অহংসর্বস্ব মানুহ কিছুমানৰ ক্লিষ্ট, অসুখীয়া চহৰীয়া জীৱনৰ হাহাকাৰ, পাপাচাৰ, ভ্রষ্টাচাৰ। বিশ্বাসযোগ্য বর্ণনাৰে পর্যবেক্ষণ হৈছে দিল্লীৰ প্রেক্ষাপেট। লিখকৰ অভিজ্ঞতা আৰু পৰিচয়ৰ মাজত ফুটি ওলাইছে সমাজ সচেতনতা। তেওঁ সবিনয়ে স্মৰণ কৰাইছে এগৰাকী নাৰীৰ জীৱন সংগ্রামৰ কাহিনী! এজনী পিঞ্জৰাবদ্ধ স্ত্রীৰ নিজভাগ্য জয় কৰাৰ প্রবল হাবিয়াস! নাৰীমুক্তিৰ বাবে সংগ্রাম কৰাৰ অধিকাৰ।

মূল কাহিনী এহাল বিবাহিত যু ৱক যুৱতীৰ। সিহঁতৰ সৈতে জড়িত হৈছে সিহঁতৰ মাক বাপেক, দহেজ নির্ভৰ বিয়া-বাৰু। ধনী ব্যৱসায়ী মিঃ মালহোট্রা দিল্লী চহৰৰ প্রেকটিকেল বিজিনেছমেন। ধন সম্পত্তি, পদমর্যাদা আৰু সামাজিক প্রতিষ্ঠা হৈছে তেওঁৰ জীৱনৰ একমাত্র লক্ষ্য। পুতেক বিনোদ উচ্ছৃংখল। বাপেকৰ টকাৰ বলত অহংগর্বিত। পঢ়াশুনা কৰি ভদ্র আচৰণ শিকা দূৰৰ কথা, জ্ঞান উপার্জন কৰাতকৈ বহু প্রবন্ধে অসৎ উপায়ৰ মাজেদি প্রকাণ্ড ৰেচিডেন্সিয়েল ফ্লেটবনোৱা তাৰ অভিলাষ। বিয়া কৰাইছিল অঞ্জুক- শিক্ষিতা আৰু আত্মসচেতন থকা ছোৱালী। বিনোদৰ লগত প্রেমত পৰি নহয়। বিনোদৰ ছলহামৰা কার্যত মতিভ্রম হৈহে বিয়া হৈছিল। সিহঁতৰ বিবাহিত জীৱন যি ধূমধামেৰে ৰজাৰাণীৰ দৰে আৰম্ভ হৈছিল, দুবছৰৰ মূৰতে সেই সম্পর্ক অসহনীয় জ্বলন পোৰণত পৰিণত হ'ল। দুয়োৰে মাজত আৰম্ভ হ'ল কাজিয়া, তর্কাতর্কি বস্তু দলিওৱা দলি। বিনোদে যিখন সমাজত বাস কৰে অঞ্জুৱে তেনে সমাজ ভাল নাপায়। আবেগহীন যান্ত্রিক ভদ্রতা, প্রেম, বাক্যালাপ তাইৰ বাবে নিৰর্থক। তাই সাধাৰণ মধ্যবিত্ত পৰিয়ালৰ ভাল পৰিবেশত ডাঙৰ দীঘল হোৱা ছোৱালী। বিনোদৰ দৰে ফোঁপোলা আভিজাত্যক তাই সহ্য নকৰে। বিনোদে বিচৰামতে অঞ্জু হব নোৱাৰাত সি তাইৰ প্রতি নির্মম ব্যৱহাৰ আৰু উৎপীড়ন আৰম্ভ কৰিলে। তাৰ জীৱন হৈ পৰিল অসংলগ্ন। মাদকদ্রব্য সেৱন, নাৰীৰ সংগসুখ, জুৱা, আদ্দা, ধন সম্পত্তিৰ অপব্যৱহাৰ হৈ পৰিল তাৰ উচ্ছৃংখল জীৱনৰ প্রতিফলন। বিনোদৰ বাপেকে একমাত্র পুতেকৰ

এনে অধঃ পতন দেখি নিৰাশ হ'ল। মাক মিচেচ মালহোট্ৰা আৰু ভনীয়েক পলায় হৈ পৰিল অঞ্জুৰ পদে পদে দোষ খুচৰি ফুৰা শাহু-ননন্দ। দুয়ো ভাবিলে, অঞ্জুৰ স্বভাৱৰ বাবেহে বিনোদৰ দৰে ভাল ল'ৰা এটা এনে হ্বলৈ পালে। ধনী ঘৰৰ ছোৱালী এজনী বিনোদে বিয়া কৰোৱাহেঁতেন এনে অশান্তি নহ'লহেতেন।

শাহু -ননন্দ গোট খাই বুদ্ধি পাঙিলে যে ভদ্ৰলোক হৈ থাকিলে নচলিব। অঞ্জুক ভালকৈ এসেকা দিব লাগিব। সৰু দোকানী এটাৰ ছোৱালী এজনীৰ ইমান সাহ অসহ্য! তাতে, তাই লগত কিটোনো 'দহেজ' আনিলে? ধনীঘৰৰ ছোৱালী এজনী অনাহেঁতেন কিমান দহেজ গোট খালেহেঁতেন! তেওঁলোকৰ মন অঞ্জুৰ প্ৰতি ঘৃণাৰে ভৰি পৰিল। ভদ্ৰ ঘৰ এখনৰ মান-সন্মান নোহোৱা কৰিছে। বিশ্ববিদ্যালয়ত পঢ়িবলৈ নাম লগাইছে, নাটক কৰিছে, সোনকালে সন্তান নহবলৈ 'ক্লিনিকলৈ গৈছে'। ঘৰখনৰ সকলো অসুবিধাৰে বাবে তাইকে জগৰীয়া কৰা হ'ল। বিনোদকো বুজাই দিয়া হ'ল যে তাৰ সকলো দুৰ্ভাগ্যৰ মূলতে তাৰ ঘৈণীয়েকজনী। যেন তেন প্ৰকাৰণে তাইক আঁতৰ কৰিব নোৱাৰিলে ঘৰখনলৈ শান্তি নাহে।

অৱশেষত অঞ্জুৰ ওপৰত চৰম নিৰ্যাতন চলিল। এদিন তাই গা ধুবলৈ বাথৰুমত থাকোতে শাহু-ননন্দ লগ হৈ বাহিৰৰ পৰা তলা লগাই দিলে। অঞ্জুৰ বুজিবলৈ বাকী নাথকিল যে কোঠাটোত বন্ধ কৰি তাইক মাৰি পেলাবলৈ এই ষড়যন্ত্ৰ কৰা হৈছে। তাই শিক্ষিতা নাৰী, বহুত কথা জানে, বিশ্ববিদ্যালয়লৈ গৈছে, মেকবেথৰ নাটক কৰিছে, এলিয়েটৰ কবিতাৰ ওপৰত নতুন ধৰণৰ সমালোচনা আগবঢ়াইছে, প্ৰফেচাৰৰ পৰা প্ৰশংসা পাইছে। কিন্তু আজি তাই এঘৰ তথাকথিত ধনী পৰিয়ালৰ বোৱাৰী হৈ নিৰ্যাতন ভুগিব লগা হৈছে। এই ঘৰত তাইৰ স্থিতি এজনী অবলা ভাৰতীয় নাৰীতকৈ কোনো গুণে বেলেগ নহয়।

গধূলি শাহুৱেক আৰু ননন্দ আহি ৰুমৰ দুৱাৰ খুলি দিলত অঞ্জুৱে কোনো প্ৰতিবাদ নকৰিলে। কিন্তু তাই স্থিৰ কৰিলে যে তাই কিবা এটা হেস্তনেস্ত কৰিব লাগিব, আৰু সহি থাকিব নোৱাৰে। অঞ্জুৱে এই হেস্ত নেস্ত প্ৰথমতে তাইৰ স্বামী বিনোদৰ লগতে কৰিব লাগিব। বিনোদে ক'ব লাগিব, কিয় তাইৰ ওপৰত ইমান অমানুষিক অত্যাচাৰ চলিছে, কিয় বিনোদে তাইক এনে অৱস্থাৰ মাজলৈ ঠেলি দিছে, বিনোদে অন্যমনস্ক হৈ মাত্ৰ কৈছিল— 'তুমি যদি বেয়া পাইছা, গুচি নোযোৱা কিয়? তুমিতো মোৰ কথা কেতিয়াও শুনা নাই। তোমাৰ কাৰণেই দেউতাই মোক ঘৰৰপৰা উলিয়াই দিলে। মোক কোনো অত্যাচাৰৰ কথা নকবা, মই একো কৰিব নোৱাৰো।' বিনোদৰ কথাত অঞ্জুৰ ক্ষোভ দুগুণে চৰিছিল। তাই কৈছিল, 'তুমি এটা কাপুৰুষ, তুমি একো কৰিব নোৱাৰা। কেৱল মদ খাই মাতাল হব পাৰা।' দুয়োৰে মাজত তৰ্কাতৰ্কি শীৰ্ষস্থান পালেগৈ। দুয়োৰে মাজত হেতা ওপৰা চলি থাকোতেই বিনোদে চিগাৰেট এটা জ্বলাই ললে। অঞ্জুৱে নিজৰ বিবেক বুদ্ধি হেৰুৱাই পাগলীৰ দৰে চিঞৰি বিনোদৰ হুইস্কিৰ বটলটো টেবুলৰপৰা উঠাই লৈ নিজৰ গাত ঢালি দিলে। বিনোদে কাণ্ড জ্ঞান হেৰুৱাই জ্বলি থকা চিগাৰেটটো তাইৰ কাপোৰত লগাই দিলে।

কাহিনীটোত অঞ্জুক মৃত্যু হোৱা দেখুওৱা নাই। তাই অগ্নিদগ্ধা হৈ মেডিকেল হাস্পাতাল পালেগৈ। মাক বাপেক, বন্ধু বান্ধৱীৰ তৎপৰতাত তাইক হাস্পাতালত চিকিৎসাৰ বাবে

ভৰ্তি কৰোৱা হ'ল। তাইত বচাবৰ কাৰণে ডাক্তৰসকলে সকলো ব্যৱস্থা গ্ৰহণ কৰিলে। অঞ্জুক বেগুেজ বন্ধা আৰু যন্ত্ৰণাকাতৰ অৱস্থাত দূৰদৰ্শনৰপৰা যোৱা সাংবাদিকজনক দেখা কৰিবলৈ অনুমতি দিয়া হৈছিল। অঞ্জুৱে থোকাথুকি মাত্ৰেৰে কৈছিল, "সিহঁতে মোক বহুত কষ্ট দিলে। সিহঁতে মোক খাবলৈও নিদিয়া হ'ল। মোৰ গাত বিনোদে তেওঁৰ জ্বলি থকা চিগাৰেট লগাই দি যেন ৰংহে চাইছিল.........." যন্ত্ৰণাত তাই কান্দিবলৈ ধৰিলে। সাংবাদিকজনে ভিডিঅ' ৰেকৰ্ডাৰত অঞ্জুৰ কথাখিনি টেপ কৰি আনিছিল। তাইৰ ওপৰত অত্যাচাৰ কৰা কথা তাইৰ শাহুৱেক শহুৰেকে অস্বীকাৰ কৰিছিল। পুলিচেও অঞ্জুৰ জবানবন্দী লৈ কেচ যুগুত কৰিছিল। অঞ্জু নমৰিল। তাইক সৰ্বপ্ৰকাৰ চিকিৎসাৰে বচোৱা হ'ল। তাই অনুভৱ কৰিছিল, সেইদিনা অকল তাইৰ শৰীৰটোৱেই জ্বলা নাছিল। সেই জুয়ে যেন তাইৰ মনৰ সকলো মিছা সংস্কাৰ পুৰি ছাই কৰি পেলালে। তাইক প্ৰফেচাৰ কহলিয়ে আমেৰিকাত পঢ়িবলৈ পঠাব বুলি প্ৰস্তাৱ দিলে। এনেকুৱা মেধাবী ছাত্ৰী তালৈ গলে বিশেষ স্বীকৃতি পাব বুলি কহলিয়ে বিশ্বাস কৰিছিল। তেতিয়া অঞ্জুৱে কৈছিল, "মই আমেৰিকালৈ পঢ়িবলৈ যাম। কিন্তু ইয়ালৈকে ঘূৰি আহিম। মোৰ নিচিনা মানুহ এজনীয়ে অসহায় নাৰীক নিজৰ অধিকাৰ সম্পৰ্কে সচেতন নকৰিলে আন কোনে কৰিব?"

উপন্যাসখন পঢ়িলে বাস্তৱ হৈ উঠা সাম্প্ৰতিক কালৰ নাৰী নিৰ্যাতন উপলব্ধি কৰিব পাৰি। এই সমস্যাটোৰ উত্থাপন কৰিবলৈ লেখক ভাগৱতীয়ে সঠিক পটভূমি বুলি ভাবি দিল্লী চহৰকে বাছি লৈছে। উপন্যাসখনত আমি এই চহৰখনৰ বহুতো কথাৰ সম্ভেদ পাওঁ। বিশেষকৈ, আধুনিকোত্তৰ সময়ত চহৰখনত গা দাঙি উঠা নানা সংস্কৃতি, অপসংস্কৃতিৰ পৰিচয় ইয়াত পাব পাৰি। দিল্লীৰ লাহ বিলাহ, টুৰিষ্ট হোটেল, বাৰ, মাৰ্কেটিং প্লেছ, গজল আৰু শায়েৰীৰ ফেশ্যনেবোল আদৰ, ডেকা গাভৰুৰ নিৰিবিলি ঠাইত প্ৰেমৰ লীলা খেলা, ধনী পাঞ্জাৱী সমাজৰ ব্যৱসায়ী মনোভংগী, টকা, দৌলত, বহুমহলীয়া ফ্লেট নিৰ্মাণ, গ্লেমাৰ গাৰ্লচৰ ফেশ্যনৰ আধুনিক বাহাৰ, সাজসজ্জা, ড্ৰাগছ সেৱন, দিল্লীৰ কলেজ আৰু বিশ্ববিদ্যালয়বোৰত চলা উশৃংখল বাতাবৰণ, শাসনহীন ল'ৰা-ছোৱালীৰ উদ্ভগুলি, অসামাজিক আচৰণ, পজিচন আৰু ষ্টেটাচৰ বাবে আকাশ লঙঘা আকাংক্ষা প্ৰভৃতিৰ বা-বাতৰি ইয়াত দিয়া হৈছে এনে আধুনিক সৰ্বস্ব চহৰ এখনতো দহেজক লৈ আজিও চলিছে বোৱাৰীৰ ওপৰত নিৰ্মম উৎপীড়ন। আজিও তাত টকাৰ লোভত নাৰীক অত্যাচাৰ কৰা হৈছে। ব্যৱসায়িক সমাজত গঢ়ি উঠিছে কৃত্ৰিম অভিনয়, বেপৰোৱা মনোভাৱ। এইবোৰে ৰাজনীতিকো কলুষিত কৰিছে। উপন্যাসখনত ৰোমান্সৰ কথা নাই। আছে ভাঙোনমুখী সমাজৰ সংকটময় চিত্ৰ। হয়তো লগতে আছে, আভিজাত্য ঐতিহ্যৰ অহমিকাৰপৰা মুক্ত হোৱাৰ ভৱিষ্যতৰ ইংগিত। ঔপন্যাসিকৰ মনত সংগতভাৱেই প্ৰশ্ন আহিছে আমি মনুষ্যত্বক বলি দিব খুজিছোঁ নেকি? নাৰী আৰু কিমানদিন পুৰুষচালিত সমাজৰ চিকাৰ হৈ থাকিব?

হয়তো এই কথা কোৱা অপ্ৰাসংগিক নহ'ব যে, অসমীয়া উপন্যাসৰ ধাৰা আজি সমাজবিমুখ হৈ থকা নাই। ধনতান্ত্ৰিক আধুনিকতাই যিবোৰ বাস্তৱ সমস্যা আনিছে, সেইবোৰকে প্ৰত্যক্ষ কৰিছে নতুন চাম ঔপন্যাসিকে। ডঃ ভাগৱতীও সেই চামৰে কাহিনীকাৰ।

* * *

এখন মননশীল উপন্যাস

## আঁহতগুৰি

শীলভদ্ৰ অসমীয়া সাহিত্যত পৰিচিত লেখক। গল্প উপন্যাস ৰচনাত তেওঁ ইতিমধ্যে এখন বিশিষ্ট আসন লাভ কৰিছে। জীৱনৰ পূৰ্ব্বঠ বয়সত তিনিদিনীয়া বাতৰি কাকত (চন্দ্ৰপ্ৰসাদ শইকীয়া সম্পাদক) 'অসম বাতৰি'ত তেওঁ শীলভদ্ৰ নামেৰে গল্প ৰচনাত হাত দিছিল। বাংলা ভাষাৰে প্ৰবেশিকা পৰীক্ষা পাছ কৰা, গৌৰীপুৰীয়া গুৰি গোষ্ঠীৰ মানুহ অধ্যাপক ৰেৱতী মোহন দত্তচৌধুৰী আজি অসমীয়া সাহিত্যৰ এজন আগশাৰীৰ লেখক। তেওঁ ষাঠি দশকৰ পৰা লিখক হিচাপে প্ৰবেশ কৰি এতিয়ালৈকে নিৰৱচ্ছিন্নভাৱে সাতখন উপন্যাস, যোল্লখন গল্প কিতাপ ৰচনা কৰি এক অভিলেখ সূচনা কৰিছে। প্ৰায়ে সন্ধিয়া লগ পাওঁ আবেলিৰ ভ্ৰমণত শিলপুখুৰী, চান্দমাৰীৰ ফুটপাথত। ভাল লাগে মানুহজনক, বুদ্ধিদীপ্ত চেহেৰা, সদালাপী আৰু দুৰ্লভ সাহিত্যৰসিক। সভা-সমিতিত দেখা হয়। তেওঁ বক্তৃতা দি ফুৰা সাহিত্যিক নহয়, সহৃদয় ভৰা আলোচনাৰ এজন ৰসজ্ঞ শ্ৰোতাহে। এবাৰ প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰি তেওঁ বাধ্যত পৰি বক্তৃতা দিব লগা হৈছিল। তেতিয়াই গম পাইছিলো তেওঁৰ সাহিত্য ৰচনাৰ মাজত তেওঁৰ জন্মস্থান গোৱালপাৰা (অবিভক্ত) অঞ্চলৰ উপকৰণ প্ৰচুৰ। কাহিনীৰ পটভূমি, চৰিত্ৰ চিত্ৰণ, ভাষা প্ৰয়োগ আদি সকলোতে গোৱালপাৰাৰ ঐতিহ্য পৰম্পৰা সুস্পষ্ট। এই বিশ্বাসৰ বলতে তেওঁ মধুপুৰ আগমনীৰঘাট, তৰুৱা কদম, মেজাজ, আকৌ মধুপুৰ, অপৰাজেয় অবিচ্ছিন্ন প্ৰভৃতি ৰসাল ৰচনা প্ৰণয়ন কৰিছে আৰু বহুত গোৱালপাৰাৰ ভাষা সংস্কৃতিৰ প্ৰতি থকা ভুল ধাৰণা আঁতৰ কৰাত সফল হৈছে। কব পাৰি, তেওঁৰ গল্প উপন্যাসৰ উৎপত্তিৰ কাৰণ এই সৎ ভাৱনাৰ ওপৰতে বিস্তৃত আৰু স্বকীয় অনুভূতিৰ স্বাভাবিক বদান্যতাৰ ওপৰত প্ৰতিষ্ঠিত। 'আঁহতগুৰি' উপন্যাসখনো ঘনিষ্ঠভাৱে গোৱালপাৰা অঞ্চলৰ পটভূমিত ৰচনা কৰা হৈছে। সাধাৰণ ঘটনা এটাক আমাৰ অনুভূতিৰ লগত খাপ খুৱাই সজ্জিত ভাৱেৰে ভাৱনা দি মাল- মচলা সানি সুন্দৰভাৱে উপভোগ্য সম্ভাৰ কৰি তোলা হৈছে। চৰিত্ৰ চিত্ৰণৰ নৈপুণ্যত আমাৰ চিত্তভূমি আপ্লুত হৈছে, সমবেদনা ভৰি পৰিছে। থোৰতে কাহিনীটো এনেকুৱা- নেচনেল হাইওৱে ৰুট নং ৩২। গংগাধৰ নদীৰ পাৰে পাৰে পেৰপেৰীয়া নামৰ গাওঁখনৰ মাজেদি পাক এটা মাৰি আলিবাটটো ওলাই গৈছে। আগতে লোকেল বোৰ্ডৰ বাট এটা আছিল। নামতহে বাট। বাৰিষা একাঠু বোকা, খৰালি একাঠু ধূলি। এই বাটটোৱেই একমাত্ৰ অইন অংশৰ লগত সংযোগ ঘটোৱা স্থল পথ। নিৰ্বাচন আহিছে হব পায়, বাটটোত মাটি ভৰোৱা, শিলগুটি পেলোৱা কাম চলিছে। গাঁৱৰ মানুহে এইবোৰ চাবলৈকে জুম বান্ধে। ঘৰত কাম-বনো তেনেকৈ নাথাকে বাবে বাটৰ কাষলৈ ওলাই আহে। নৈৰ পাৰতে পুৰণিকলীয়া আঁহত গছজোপা। তাৰ তলতে

মানুহবোৰ গোট খায়, বহি, গাড়ীবোৰ চায়, বনুৱাসকলৰ শিল পেলোৱা কাম চায়, আমোদ পায়। ঠাই ডোখৰৰ নাম পেৰপেৰীয়া-বহুতৰ মনতে নাহে, সেয়েহে সকলোৱে 'আঁহতগুৰি', বুলিয়েই কবলৈ ধৰিলে। এই আঁহতগুৰি আছিল অত্যন্ত পিচপৰা অঞ্চল। কিন্তু নেচনেল হাইৱেটোৰ বাবে ইয়াৰ গুৰুত্ব বাঢ়িল। চাওঁতে চাওঁতে বহুতো পৰিৱৰ্তন হ'ল, দোকান-পোহাৰ বহিল, মাটিৰ মহাজন সোমাল, ধানকল স্থাপন হ'ল। আহিল মৈমনচিঙীয়া অনুপ্ৰৱেশকাৰী। বঙালী শৰণাৰ্থী। বজাৰখনকে কেন্দ্ৰ কৰি দুৰ্গা পূজা, শ্যামা পূজা, মনসা পূজা, যাত্ৰা প্ৰভৃতি চলিবলৈ ধৰিলে। কাতি পূজা উপলক্ষে শিৱচণ্ডী বিয়া অনুষ্ঠান, কেতিয়াবা আকৌ দুধনৈৰ ফালৰপৰা অহা যাত্ৰাদলৰ নিমাই সন্ন্যাস, ঘনাই যাত্ৰা, ৰূপভান যাত্ৰা, কৃষ্ণলীলা, ৰামলীলা প্ৰভৃতি। বজাৰৰ দোকানীবোৰেই টকা-পইচা তুলি এইবোৰ পাতে। আঁহতগুৰিৰ প্ৰত্যক্ষদৰ্শী নীলাম্বৰ। সি যেতিয়া হৰিৰামৰ সহায়ত আঁহতগছৰ তলত এখন মাত্ৰ দোকান দিছিল, সি সপোনতো ভবা নাছিল যে গছজোপাক কেন্দ্ৰ কৰি চাৰিওফালে ইমানবোৰ দোকান-পোহাৰ উঠিব, ইমানবোৰ বেপাৰী সোমাবহি। প্ৰথমতে নীলাম্বৰৰ দোকানখনেই আছিল বাহিৰৰপৰা অহা মানুহবোৰৰ খোপনি। লাহে লাহে সেই খোপনি গজগজীয়া হৈ পৰিছিল। নীলাম্বৰৰ দোকানলৈ গ্ৰাহক অহা কমিল। আঁহতগুৰিৰ দ্ৰুত পৰিৱৰ্তনত মানুহবোৰৰো মনবোৰ সলনি হবলৈ ধৰিলে। আগৰ নিষ্ঠা সততা নোহোৱা হ'ল। হৰিৰামে নীলাম্বৰৰ ভনীয়েক চেনিমাইক লৈ পলাল, অথচ কিমান বিশ্বাস কৰিছিল নীলাম্বৰে তাক। শংকৰৰ ঘৈণীয়েক ৰামৰতীৰ স্বভাৱটো বেয়া হ'ল, শংকৰ পগলা হৈ ক'ৰবালৈ গুচি গ'ল। কোনোবাই ক'লে, শংকৰক ঢেল খোৱা ঠাকুৰে পালে। সি দলি বুটলি ফুৰা আৰু সেইদলি আনৰ গালৈ দলি মাৰি দিয়া বাবাজী হ'ল। আঁহতগুৰিলৈ আহিল বিভিন্ন সম্প্ৰদায়ৰ মানুহ,কত বিভিন্ন উদ্দেশ্য। ধৰ্ম আহিল নতুন ৰূপত, অধৰ্মও আহিল, পাপ আহিল, পুণ্য আহিল, সীতানাথে খুলিলে মদৰ দোকান। হাটখোলাৰ মানুহে গাঞ্জাৰ ঠাইত মদক ধৰিলে। জমজমা কাৰবাৰ। পগলা বাবা এজনৰ আবিৰ্ভাৱ হ'ল। আৰম্ভ কৰিলে অষ্টপ্ৰহৰ কীৰ্তন। বজাৰৰ সকলোৱে মদৰ নিচাত কীৰ্তনত মত্ত হৈ পৰিল। নীলাম্বৰে চকুৰ আগতে কিমানবোৰ কাণ্ড- কাৰখানা দেখিলে, কিমানবোৰ দুখ-বেজাৰ ভোগ কৰিলে, সি সেইবোৰ ভাবি চিন্তি তবধ মানে। মাজে মাজে তাৰ ভয়ো লাগে। তাৰ দোকানৰ সমুখতে সুৰুজমলৰ ধান কল, ব্লক অফিচ আৰু কত কিবোৰ অনুষ্ঠান! ১৯৪৮ ৰ পৰা ১৯৫৫ চনৰ মাজত আঁহতগুৰিৰ জন্ম আৰু দ্ৰুত পৰিৱৰ্তন। নীলাম্বৰৰ জীৱনতো আটাইতকৈ গুৰুত্বপূৰ্ণ সময়। সি বুজিলে যে এই দ্ৰুত পৰিৱৰ্তনত যেন তাৰ নিচিনা মানুহ হেৰাই গৈছে। সি হয়তো চম্ভালিব নোৱাৰিব। সি যেন এই পৰিৱেশত সোমাই নিঃশেষ হৈ যাব। মাটিৰ প্ৰতি মানুহৰ কি আক্ৰোশ, সকলোৰে চকু উদং চাপৰিত। হাবি- জংঘল কাটি খাষ্টাং কৰিছে মানুহে মাটি গ্ৰাস কৰিবলৈ। থলুৱা সৰল, সহজ মানুহবোৰৰ ওপৰত বহিৰাগত মানুহবোৰৰ কিমান শোষণ, কিমান প্ৰতাৰণা! নীলাম্বৰে দেখিলে, তাৰ চকুৰ আগতে আঁহতগুৰি এখন নতুন চহৰত পৰিণত হ'ল। পুৰণি ঐতিহ্য বহুত নাইকিয়া হ'ল। ইনফ্ৰাষ্ট্ৰাকচাৰৰ যোগেদি গঢ়ি উঠিল নতুন ধৰণৰ সংস্কৃতি। সি ভাবিলে, 'এইবোৰ ভালেই নে বেয়া জানো?' তাৰ

মগজুত খেলি মেলি লাগিল। স্থানীয় শব্দটোৰ অৰ্থ মানুহে বেলেগে ব্যাখ্যা কৰিবলৈ আৰম্ভ কৰিলে।

উপন্যাসখনৰ উপসংহাৰ হৈছে পৰিৱৰ্তনৰ মূল বক্তব্য। ''আঁহতগুৰি আছে থাকিব। অসমত আৰু দহখন চহৰৰ দৰে এখন চহৰ। ইয়াত সদানন্দ মহাজনৰ দৰে স্বাৰ্থপৰ মানুহ আছে, ৰবীন ৰায়ৰ দৰে কুচক্ৰী মানুহো আছে। কিন্তু লালমোহন, নাটবৰ আৰু নীলাম্বৰৰ দৰে মানুহো থাকে। এইবোৰ মানুহে নতুন কিবা সৃষ্টি কৰাৰ পিচত মতলীয়া হৈ উঠে....'

উপন্যাসখনত চৰিত্ৰ সৃষ্টিৰ বৈচিত্ৰ্য আছে। উপন্যাসৰ কাহিনী আগবঢ়াই নিওঁতে বিভিন্ন প্ৰকৃতিৰ নৰ-নাৰীৰ প্ৰয়োজন হৈছে বাবেই সেইবোৰে ভিৰ বান্ধিছে। এওঁলোকে সমাজৰ নানা দিশত প্ৰতিফলন ঘটাইছে, কিছুমান সৎ, কিছুমান অসৎ। কিছুমান সংৰক্ষণশীল, কিছুমান পৰিবৰ্তন প্ৰত্যাশী। উপন্যাসখনত ঘটনাৰ জটিলতা নাই। কোনো উচ্চ আদৰ্শৰ দধিমন্থনো নাই। ঘটনা উদ্ভাৱন, ঘটনা বিন্যাস আৰু ঘটনা সংঘাত সহজেই অনুমেয়। শীলভদ্ৰৰ ভাষা পীড়াদায়ক নহয়। মনস্তাত্ত্বিক কঠোৰতাও নাই। তেওঁৰ সৰলীকৰণ ৰস প্ৰদানত মানুহৰ মন আৰু গোপন ৰহস্য স্বাভাৱিক হৈ উঠিছে। ইয়াৰ মাজতে অনুভূতি সঞ্চাৰিত হৈছে পাঠকৰ মনৰ মাজত। তেওঁক কব পাৰি, পৰিৱেশ বৰ্ণনাৰ এজন মিতবাক পৰ্যটক।

***



# মহিম বৰাৰ উপন্যাস

মহিম বৰাৰ 'কাঠনিবাৰী ঘাট' নামৰ গল্পটো যি পঢ়িছে, তেওঁ নিশ্চয় লেখকজনৰ কল্পনা প্ৰাচুৰ্যৰ সোৱাদ পাইছে। প্ৰকৃততে এই মজাৰ গল্পটোৱেই মহিম বৰাৰ লগত অসমীয়া পঢ়ুৱৈৰ এক মধুৰ সম্বন্ধ গঢ়ি তোলাত সহায় কৰিলে। অনেকে লেখকজনৰ গল্প ৰচনাৰ ক্ষমতা দেখি স্বম্ভিত আৰু চমকিত হৈ উঠিছিল। তেতিয়াৰ পৰাই মহিম বৰাই গল্পলেখক স্বৰূপে অসমীয়া সাহিত্যত প্ৰতিষ্ঠা লাভ কৰি আহিছে। আজিকালি তেওঁ অৱশ্যে উপন্যাসো কেইখনমান লিখি উলিয়াইছে। তাৰ ভিতৰত 'হেৰোৱা দিগন্তৰ মায়া' আৰু 'পুতলা ঘৰ' উল্লেখযোগ্য। প্ৰথমখন ১৯৭৩ চনত আৰু দ্বিতীয়খন ১৯৭১ চনত প্ৰকাশ হৈছিল। সম্ভৱতঃ 'হেৰোৱা দিগন্তৰ মায়া' উপন্যাস আগতে লিখা হৈছিল যদিও ছপাৰ ক্ষেত্ৰত কিছু অসুবিধাৰ বাবে পলমকৈ প্ৰকাশ কৰা হৈছিল। এই দুয়োখন উপন্যাসতে বৰাই অল্পবিত্ত আৰু মধ্যবিত্ত সমাজৰ শিক্ষিত আৰু অল্পশিক্ষিত লোকৰ সাধাৰণ জীৱন ধাৰণৰ চিত্ৰ অঙ্কিত কৰিছে। উপন্যাসৰ ঘটনা বেদনা বিধুৰ কৰোঁতে লেখকে অনুভূতিৰ আশ্ৰয় লৈছে। সৰল আবেগপূৰ্ণ ভাষাৰে হৃদয়ৰ বাতৰি ব্যক্ত কৰিছে। কেতিয়াবা আকৌ অতিৰঞ্জিত ৰূপৰেখাৰে নিজক সাঙুৰি আঁজুৰি ব্যঙ্গ কৌতুক অথবা বক্ৰোক্তি ঢালি দিছে। এনে কৰোঁতে অৱশ্যে বৰাই জীৱনৰ নৈৰাশ্য আৰু নিষ্ফলতা, শাৰীৰিক পীড়া আৰু মানসিক উদ্বেগ, ক্ষয় ক্ষতি সকলো স্বীকাৰ কৰি ঘটনাৰ অৱস্থা নতুন দৃষ্টিভঙ্গীৰে দাঙি ধৰিবলৈ এক অৰ্থপূৰ্ণ চেষ্টা কৰিছে। উপন্যাস দুখনৰ বিষয়বস্তু গল্পৰ দৰে আগবাঢ়িছে, কোনো ব্যাপকতাৰ মাজলৈ ঘটনাক টানি নিয়া আগ্ৰহ পৰিলক্ষিত হোৱা নাই। চৰিত্ৰৰ মাজেদি এফালে বেদনাৰ হতাশাময় সংঘাত, আনফালে সুবিচাৰ আৰু দায়িত্ববোধৰ মানসিক উদ্বেগ। সাৱধানেৰে এই দুই দিশ পৰিৱেশন কৰি বৰাই উপন্যাস দুখন ৰসাল কৰি তুলিছে।

'হেৰোৱা দিগন্তৰ মায়া'ত বিপুল কাকতীৰ বিবাহিত জীৱনৰ ক্ষত বিক্ষত ঘটনাসমূহ স্পৰ্শকাতৰ বৰ্ণনাৰে প্ৰকাশ পাইছে। বিপুল কাকতীৰ বেদনাদায়ক পৰিস্থিতিক উপন্যাসখনৰ উপজীব্য কৰোতে বৰাই প্ৰত্যক্ষভাৱে দাৰ্শনিক তত্ত্ব এটাৰ কাষ চাপিছে। সেইটো হৈছে 'কৰ্মফল'। "নিজৰ কলঙ্কৰ দাগ, ইলেকচনৰ ইনডেলিবল চিয়াহীৰ দাগৰ দৰে মচিব নোৱাৰা। প্ৰত্যেক কামৰে একোটা ফল আছে। নিয়তিৰ নিৰ্দিষ্ট কৰ্মফল ভুগিবই লাগিব- তেহে মুক্তি। বিপুল কাকতীয়ে ছিলঙত কাম কৰিছিল। চৰকাৰী ইলেকচনৰ প্ৰিজাইডিং অফিচাৰ হৈ গোলাঘাট মহকুমাৰ পিছপৰা অঞ্চল ৰঙামাটি মৌজাৰ মহুৰামুখলৈ গৈছিল সেন্দুৰীপাম গাঁৱত ভোট গ্ৰহণৰ কামত। তাতে আকস্মিকভাৱে দেখা পালে অহল্যাক, যাৰ লগত তেওঁৰ কলেজীয়া জীৱনতে গঢ়ি উঠিছিল এক ঘনিষ্ঠ সম্পৰ্ক। হৃদয়ভৰা ভালপোৱা মানে নৰনাৰীৰ দেহমনৰ গভীৰ আকৰ্ষণ। বিপুল কাকতীক অহল্যাই ভাল পাবলৈ আৰম্ভ কৰিছিল

তেওঁৰ দেউতাকক নিশ্চিত মৃত্যুৰ মুখৰপৰা ঘূৰাই আনোতে বিপুল কাকতীয়ে অযাচিতে নিজৰ তেজ দান দিয়া উপকাৰৰ বিনিময়ত। এই আকৰ্ষণ লাহে লাহে পৰিণত হৈছিল ভালপোৱাত। গভীৰ ভালপোৱাৰ তাড়নাত নাইবা কোনো এক চঞ্চল মুহূৰ্তত অহল্যাক বিয়া কৰোৱাৰ মিছা প্ৰলোভন দেখুৱাই মাতৃত্ব বোজা জাপি দি বিপুল কাকতী শেষত আঁতৰি গৈছিল। নতুন স্বপ্নৰ, নতুন কল্পনাৰ, নতুন সোৱাদৰ সকলো যেন নিমিষতে ধূলিস্যাৎ হৈ অহল্যাৰ মনত এক অজানা ভয়, আশঙ্কা, সন্দেহ আৰু অন্ধকাৰ ভৱিষ্যৎ থিয় দিছিল এটা ভয়াবহ দৈত্যৰ দৰে। বিপুল কাকতীয়ে ছিলঙৰ চেক্ৰেটাৰীয়েটত চাকৰি বিচাৰি ফুৰোঁতে মঙ্গলদৈৰ ধনী পৰিয়ালৰ জীয়ৰী নন্দিতাৰ লগত দেখা হয়। প্ৰতিপত্তিশালী মানুহৰ জীয়ৰী নন্দিতাৰ সান্নিধ্যই বিপুল কাকতীক চাকৰি লাভত সহায় কৰিলে আৰু প্ৰতিষ্ঠা লাভ কৰিবলৈ সুবিধা আনি দিলে। বিপুল কাকতীয়ে ভাবিলে ......."অহল্যাৰ দায়িত্ব গ্ৰহণ কৰা মানে তেওঁলোকৰ পৰিয়ালটোৰ সম্পূৰ্ণ বোজা বহন কৰা। এই দায়িত্ব লৈ গোটেই জীৱনটো অকালতে শেষ কৰি দিয়াৰ কোনো যুক্তি নাই......।" বিপুল কাকতীয়ে নন্দিতাক বিয়া কৰাই স্থায়ীভাৱে সংসাৰ আৰম্ভ কৰিলে। বিপুল কাকতীৰ দ্বাৰা প্ৰবঞ্চিত হৈ নিৰুপায় অৱস্থাত পৰি অহল্যাই চাৰিওফালে হতাশা আৰু ধ্বংসৰ ছাঁ দেখিবলৈ পালে। দুৰ্যোগৰ মাজতে গৰ্ভৱতী অহল্যাই বিপুল কাকতীৰ বিশ্বাসঘাতকতাৰ কথালৈ মনত পেলাই কিবা এটা অঘটন ঘটাব পাৰিলেহেঁতেন। কিন্তু অযাচিত হ'লেও গৰ্ভজাত সন্তানৰ কথা ভাবি তেওঁ থমকি গ'ল আৰু নিজৰ ভৱিষ্যৎ নিৰ্ণয় কৰি পেলালে। যথাসময়ত অহল্যাই জন্ম দিলে এটি কন্যা, যাৰ নাম থোৱা হ'ল মায়া। অহল্যাই বিয়াৰ কথা পৰিত্যাগ কৰি মহুৱামুখৰ সেন্দুৰীপাম গাৱঁৰ এখন স্কুলৰ শিক্ষয়িত্ৰী হৈ কাম কৰি দুখৰ জীৱন অতিবাহিত কৰিবলৈ ধৰে। ইয়াতেই আকস্মিক ভাৱে বিপুল কাকতীৰ লগত অহল্যাৰ দেখা হয়। অহল্যাৰ আশ্ৰয়দাত্ৰী ছোৱালী স্কুলৰ হেড মাষ্টৰণী আৰু তেওঁৰ দেউতাক চহৰীয়াৰ মুখৰপৰা বিপুল কাকতীয়ে অহল্যা কি পৰিস্থিতিত আহি সেন্দুৰীপাম গাওঁ পালেহি, গম পালে। দুদিনমানৰ বাবে চৰকাৰী কামত আহি অতি নাটকীয়াভাৱে সাত বছৰৰ আগৰ এটা অতীত ঘটনা পুনৰ সজীৱ হৈ উঠাত বিপুল কাকতীৰ মনৰ যি প্ৰতিক্ৰিয়া হ'ল , তাৰ প্ৰতিফলনত উদয় হ'ল এক ট্ৰেজেডি। সাত বছৰৰ আগৰ চফল ডেকা এজনৰ প্ৰেমাভিলাষৰ চৰম পৰিণতিয়ে নিমিষতে মৰ্মপীড়াদায়ক উপলব্ধিলৈ আজিৰ মানুহজনক টানি লৈ গ'ল। অহল্যাৰ প্ৰতি কৰা অবিচাৰত বিপুল কাকতীৰ হৃদয় বেদনাৰে ভৰি গ'ল। কিন্তু অতীতৰ বাবে অনুশোচনা কৰা নিৰৰ্থক, অতীত কেতিয়াও উভতি নাহে। মানুহৰ জীৱনত দুৰ্ঘটনাই চৰম উপলব্ধি আনি দিয়ে। বিপুল কাকতীৰ হৃদয় দংশনেও অন্তৰত খেলি-মেলিৰ সূচনা কৰিলে। তীব্ৰ সম্ভোগ বাসনাত বশীভূত অহল্যাৰ প্ৰতি কৰা অন্যায়ৰ বাবে ক্ষমা বিচাৰিলে। কিন্তু অহল্যাৰপৰা তেওঁ ভাল ব্যৱহাৰ নাপালে। প্ৰথম প্ৰেমৰ বিপৰ্যয়ত জীৱনত ভোগ কৰা কলঙ্ক, যন্ত্ৰণা, দুখ-দুৰ্গতি, অপমান, নিষ্ঠুৰতাত অহল্যাৰ মন-প্ৰাণ পাথৰ হৈ গৈছে। আজি আৰু তেওঁ আগৰ ভুল নকৰে, জীৱনত আকৌ অশান্তিময় ঘটনা এটাক মাতি আনিব নোখোজে। জুইত পুৰি তেওঁৰ অন্তৰ অগ্নিময় হৈ গৈছে। বিপুল কাকতীৰ কোনো কাকুতি-মিনতিত আজি আৰু ভোল নাযায়।

অহল্যাই বিপুল কাকতীক এটা অপ্রস্তুত মুহূৰ্তত বিচনাৰ তলত পৰি থকা চেগুেল এপাটেৰে গালে মুখে চৰ সোধাই প্ৰতিশোধ ল'লে। হতাশা, ব্যৰ্থতা, অপমান আৰু গ্লানিত দগ্ধ হৈ বিপুল কাকতী ছিলঙলৈ আহিল। চিলঙলৈ অহাৰ পিচতে তেওঁৰ মনত অনুতাপ, অন্তৰ্দ্বন্দ্ব আৰম্ভ হ'ল। বিশেষকৈ মায়া যে তেওঁৰ ছোৱালী, সেইকথা মনলৈ অহাৰ লগে লগে তেওঁ নিজকে অপৰাধী বুলি বিবেচনা কৰিলে। এই অপৰাধৰপৰা মুক্তি পাবৰ উপায় তেওঁ বিচাৰি নাপালে। স্ত্ৰী নন্দিতা, ছোৱালী টুনটুনক পিতৃ গৃহলৈ ছল কৰি পঠাই বিপুল কাকতীয়ে নিঃসঙ্গভাৱে ট্ৰেজিক জীৱনৰ সত্য মূল্য, অনুশোচনা আৰু মৰ্মদাহী বিশ্লেষণেৰে তন্নতন্নকৈ জুকিয়াই চালে। নিজৰ পঙ্কিলময় অতীত জীৱনৰ প্ৰতি ক্ষোভ হ'ল, ৰাতিৰ অসহ্য পৰিবেশে সম্ভাব্য অথবা প্ৰায় বিৰল ঘটনাক উপলক্ষ্য কৰি অন্তৰ্দ্বন্দ্ব জটিল কৰি পেলালে। বিশেষকৈ, অসুস্থ অৱস্থাত দেখি অহা মায়াৰ কথা চিন্তা কৰি তেওঁ বিচলিত হৈ পৰিল। বন্ধু হাজৰিকাৰ মুখত মায়াৰ অসুখৰ বতৰা পাই বিপুল কাকতী চিন্তাত জুৰুলা হ'ল, টেলিগ্ৰাম পঠাই মায়াক লৈ ছিলঙলৈ আহি চিকিৎসা কৰিবলৈ অহল্যাক অনুৰোধ কাৰিলে। কিন্তু অহল্যাই টেলিগ্ৰামৰ কোনো প্ৰত্যুত্তৰ নিদিলে। মায়াক ছিলঙৰ 'ফলছ্' দেখুৱাব বুলি বিপুল কাকতীয়ে আশা দেখুৱাইছিল। তেওঁৰ অৱচেতন অৱস্থাটোৱে অতীতৰ দুষ্কৰ্মৰ হাহাকাৰত ব্যতিব্যস্ত হৈ খেলিমেলিৰ সূচনা কৰিলে। অনাই বনাই ফুৰি ফুৰি অহল্যাহঁতৰ সন্ধানত তেওঁ গৈ ফলছ্ পালেগৈ আৰু মানসিক অস্থিৰতাৰ মাজতে তেওঁ ফলছ্‌ৰ সিটো পাৰত ডাঙৰ শিল এচটাৰ ওপৰত বহি থকা মায়াক দেখা পালে। অহল্যাহঁত যে ছিলঙলৈ আহিছে, এই কথাত তেওঁ পতিয়ন গৈ এই পাৰৰপৰা "মায়া" বুলি চিঞৰিবলৈ ধৰিলে। কিন্তু ফল নধৰিলে, ক্ষণিক দৃষ্টিয়ে বিপুল কাকতীৰ মন দুগুণে জ্বলাইহে তুলিলে। অৱশ্যে, অহল্যাক বিচাৰি ঘূৰি ফুৰোঁতে অহল্যাৰ ভিনিহিয়েক ডাঃ নীলকান্ত শইকীয়াৰ লগত তেওঁৰ হঠাতে মুখামুখি হ'ল আৰু তেওঁৰপৰাই গম পায় যে আগদিনা সন্ধিয়া গণেশ দাস হস্পিটেলত মায়াৰ মৃত্যু ঘটিছে। অহল্যা আছে দূৰ সম্পৰ্কীয় মানুহ এঘৰত, তেওঁৰ গোটেই দিন জ্ঞান নাছিল, হাৰ্ট অত্যন্ত দুৰ্বল, ইত্যাদি।

বিপুল কাকতীৰ অৱচেতন মনত মায়াৰ মৃত্যু আছিল ৰহস্যেৰে আবৃত। সমবেদনাত সময়ে সময়ে উজ্বল হৈ উঠিলেও তেওঁৰ অন্তৰত মায়াৰ উপস্থিতিয়ে অতীত জীৱনৰ এক কলঙ্কৰ প্ৰতিচ্ছবি স্বৰূপে আঘাতৰ উপৰি আঘাত দি আছিল। অহল্যাতকৈও মায়াৰ উপস্থিতিক তেওঁ বেছি ভয় কৰিছিল। তাতে আছিল তেওঁৰ বিবাহিত এটা জীৱন, স্ত্ৰী নন্দিতা, আৰু সৰু ছোৱালীজনী টুনটুন। আৰু আছিল এখন সমাজ যিখন সমাজলৈ তেওঁৰ নিচিনা মধ্যবিত্ত সকলো লোকেই ভয় কৰে, সমাজৰ কোনো বিধানক প্ৰতিবাদ কৰিব নোৱাৰে। সেয়েহে, কৰুণ হ'লেও মায়াৰ মৃত্যুত বিপুল কাকতীয়ে এটা কুকৰ্মৰপৰা মুক্তি পালে বুলি কিছু সান্ত্বনা লাভ কৰিলে, অহল্যাৰ লগতো বন্ধন এৰাই পৰিল। "অকস্মাতে যেন মোৰ বুকুৰপৰা গধুৰ শিল এচটা কোনোবাই আঁতৰাই দিলেহি যিচটা শিলে যোৱা বহুতো বছৰ মোৰ বুকুত হেঁচা দি আছিল দিনে নিশাই। লগে লগে মোৰ অন্তৰৰ কোনোবা এটা চুকে আনন্দত কিৰীলিয়াই উঠিল।" "কি অদ্ভুত, ৰহস্যময় মানুহৰ মন। সাপ নচুৱা মানুহে

পাচিত সাফৰ মাৰি ৰখা সাপ এটাৰ দৰেই মনত হেঁচি থৈ দিছিলোঁ মায়াৰেই মৃত্যু কামনাক।" এইয়া নিশ্চিত প্ৰশান্তিৰে বিপুল কাকতীৰ মনৰ কথা ব্যক্ত কৰি লিখক উপন্যাসখনৰ শেষ স্তৰত উপস্থিত হৈছে। বহুত ক্ষেত্ৰত উপন্যাসখনত এগৰাকী নাৰীৰ লগত প্ৰতাৰণা কৰি আত্মতিৰস্কাৰ কৰাৰ এক অৰ্থপূৰ্ণ অভিপ্ৰায় প্ৰকাশ পাইছে। সৰু গল্প এটাৰ Suspense ৰখাৰ দৰেই 'এটা হেৰোৱা দিগন্তক' সাৰ্থক ভাৱে ফুটাই তুলি মহিম বৰাই উপন্যাসখন স্বাভাৱিক ৰূপত অঙ্কিত কৰিছে। অৱশ্যে বাস্তৱ সত্যক সহজভাৱে গ্ৰহণ কৰা সাহস বিপুল কাকতীৰ চৰিত্ৰত প্ৰকাশ নোপোৱাত উপন্যাসখন গতানুগতিক হৈ পৰিছে। মানুহৰ অন্তৰ্বিপ্লৱ যুক্তি আৰু প্ৰবৃত্তিৰ মাজত নিত্য সংঘটিত হয়। যুক্তি আৰু প্ৰবল বাসনাৰ মাজত সংগ্ৰাম, সত্যবোধ প্ৰতিবিম্বিত হোৱাটো আজিৰ সাহিত্যৰ প্ৰসাদ ৰূপে গ্ৰহণ কৰা হৈছে। বিশেষকৈ উপন্যাসখনত ইয়াৰ বহিঃপ্ৰকাশে পাঠকৰ মনত এক গভীৰ ৰেখাপাত কৰে। মানুহৰ পাশৱ প্ৰবৃত্তিবোৰকো উপন্যাসৰ পটভূমিত সুসংগবদ্ধ আৰু যুক্তিনিষ্ঠ চিন্তাৰে সুখ পাঠ্য কৰি তুলিব পাৰি। মানুহৰ জীৱন ঘটনাবহুল হোৱা বাবেই জীৱন নাটকীয় হৈ পৰিছে। বিশেষকৈ বাস্তৱবাদী লেখকসকলৰ মাজত জীৱনৰ ঘটনাসমূহে সদায় প্ৰাধান্য লাভ কৰি আহিছে।

মহিম বৰাই তেওঁৰ 'হেৰোৱা দিগন্তৰ মায়া'ত এজন ব্যক্তিৰ জীৱন যাত্ৰাৰ অভিজ্ঞতাৰ বৰ্ণনা পুঙ্খানুপুঙ্খ ভাৱে দাঙি ধৰিবলৈ চেষ্টা কৰিছে। এটা প্ৰেমৰ উপকাহিনীৰ মাজেদি ব্যক্তি জীৱনক যথাযথ ৰূপত ফুটাই তুলি উপন্যাসত গভীৰভাৱে অপকৰ্মৰ অনুশোচনা ব্যক্ত কৰিছে। জীৱনত কৰা অন্যায়, ভুল, অপকৰ্মৰ অনুশোচনা ব্যক্ত কৰিছে। জীৱনত কৰা অন্যায়, ভুল, অপকৰ্মৰ পৰা হাত সাৰিবলৈ বিপুল কাকতীৰ মানসিক প্ৰতিক্ৰিয়াত আমি ঠায়ে ঠায়ে অস্বাভাৱিক লক্ষণ দেখিবলৈ পাওঁ। এই লক্ষণৰদ্বাৰা বিপুল কাকতীৰ মানসিক ক্ৰিয়া প্ৰতিক্ৰিয়া প্ৰকাশ পাইছে। বিক্ষুব্ধ অন্তৰক শান্ত কৰিবৰ বাবে আকস্মিকভাৱে মায়াৰ মৃত্যু ঘটোৱা হ'ল। বিপুল কাকতীৰ পৰস্পৰবিৰোধী মনোবৃত্তিৰ দ্বন্দ্বৰপৰা পৰিত্ৰাণ পাবলৈ অকমাণ শিশু মায়াৰ মৃত্যু অত্যন্ত নিদাৰুণ। এই মৃত্যুৰে কাকতীৰ দ্বন্দ্বৰ যন্ত্ৰণা প্ৰকৃততে কিমান দূৰ আঁতৰ কৰিব পাৰিলে, ক্ষত বিক্ষত মন কিমান পৰিমাণে পাতলাব পাৰিলে, কোৱা সম্ভৱ নহয়। সেই মুহূৰ্তত অৱশ্যে মায়াৰ মৃত্যুৰ বাতৰিয়ে বিপুল কাকতীৰ অস্থিৰ মনত কিছু স্বস্তিৰ নিশ্বাস নিক্ষেপ কৰিছে। কিন্তু সচেতন মনটোক শান্ত কৰিব পৰা প্ৰত্যক্ষ ইঙ্গিত উপন্যাসত প্ৰতিপন্ন কৰা নহ'ল। আশাভঙ্গ আৰু মৃত্যুৰ ঘটনাৰেই পাঠকৰ অন্তৰ আলোড়িত কৰি বৰাই উপন্যাসখন শেষ কৰিলে।

মহিম বৰাৰ আনখন উপন্যাস হৈছে 'পুতলা ঘৰ'। দৰাচলতে ইয়াক এটা গল্প বুলি ক'লেও বঢ়াই কোৱা নহ'ব। কাহিনীৰ বিস্তৃতি, চৰিত্ৰৰ বাহুল্য, পৰিস্থিতিৰ জটিলতা 'পুতলা ঘৰ' নামৰ উপন্যাসত নাই। চুটি গল্পৰ লেখক হিচাপে মহিম বৰাৰ যি বিশেষত্ব, সেইয়া হৈছে ঘটনাৰ সৰল বৰ্ণনা আৰু শব্দ প্ৰয়োগৰ সাৰ্থকতা। জীৱনৰ বাস্তৱ ঘটনাক গভীৰ অনুভূতিৰে ফুটাই তোলাৰ যি প্ৰচেষ্টা, মহিম বৰাই তাক সদায় সযত্নে পালন কৰি আহিছে।

'পুত লা ঘৰ'তো চৰিত্ৰসমূহ বাস্তৱৰপৰা আঁতৰি যোৱা নাই। মহিম বৰাই অসমৰ গাঁৱলীয়া জীৱন আৰু চহৰীয়া দুয়োটাৰে লগত সম্বন্ধ ৰাখি তেওঁৰ গল্পৰ চৰি ত্ৰ অংকন কৰাত কৃতিত্ব লাভ কৰিছে। 'পুতলা ঘৰ' নিঃসন্দেহে তৰাং পদমৰ্যাদামোহত ক্ষতিগ্ৰস্ত হোৱা এটা ধনী পৰিয়ালৰ কৰুণ কাহিনী। পাপ আৰু প্ৰায়শ্চিত্তৰ সন্ধিক্ষণত উপন্যাসখনে কোনো হৈ চৈ নকৰাকৈ এটা এপিছ'ডৰ ওপৰত আগবাঢ়িছে। ঘটনা সাধাৰণ যদিও তাৰ মাজত লিখকৰ বুদ্ধি আশ্ৰিত চিন্তা একান্তভাৱে প্ৰকাশ পাইছে। ভয়, ভীতি, সমবেদনা, আহ্লাদ, ঠায়ে ঠায়ে সংযোগ কৰি উপন্যাসৰ ঘটনা তেওঁ ৰসাল কৰিবলৈ চেষ্টা কৰিছে। লগতে, কোনো নিৰ্দিষ্ট ঘটনাৰ বৈশিষ্ট্য বোধগম্য কৰিবলৈ 'হেৰোৱা দিগন্তৰ মায়া'ত থকাৰ দৰে 'কৰ্মফল'ৰ উল্লেখ কৰিছে।

স্বৰ্গীয় প্ৰাণবল্লভ হাজৰিকাৰ জয়জয় ময়ময় সংসাৰখন অদৃষ্টৰ নিৰ্মম পৰিহাসত পৰি থান বান হ'ল। এদিন লক্ষ্মীয়ে যিজনক দুই হাতেৰে অজস্ৰ কৃপা কৰিছিল, সেইজন লোকৰ অধঃ পতন আছিল অত্যন্ত কৰুণ আৰু মৰ্মস্পৰ্শী। ক্ষমতা, বয়-বস্তু, ধন-সোণ, মাটি-বাৰীসকলোবোৰ যেতিয়া কৰ্পূৰৰ দৰে নাইকীয়া হৈ গ'ল, মামলা মোকৰ্দমাত সৰ্বস্বান্ত হোৱা হাজৰিকাই বিপৰ্যয়ৰ চূড়ান্ত অৱস্থাত তেতিয়া সাধাৰণ বেমাৰতে হঠাতে এদিন ইহলীলা ত্যাগ কৰিলে। নিঃস্ব অৱস্থাত পৰি হাজৰিকাৰ স্ত্ৰী, পুত্ৰ, বোৱাৰী, দুহিতা, নাতি-নাতিনী সকলো আহি গাৱঁত থকা শেষ অৱলম্বন মাটিডোখৰতে অতি সাধাৰণভাৱে দুখ কষ্টেৰে জীৱন কটাবলৈ ধৰিলে। সান্ত্বনাহীন গভীৰ বিষাদৰ মাজত হাজৰিকাৰ পৰিয়ালে এৰি অহা সুখ-ভোগৰ দিনবোৰৰ কথা সুঁৱৰি বৰ্তমান ভগ্ন হৃদয়ত সান্ত্বনা লভে। শিৱথানত অনুষ্ঠিত হোৱা শিৱৰাত্ৰি মেলালৈ ভনীয়েকৰ পুতেক ৰমেশৰ গাড়ীত হাজৰিকানীয়ে নাতি-পুতি সকলোকে লৈ যাওঁতে তেওঁলোকৰ আগৰ ঘৰৰ সন্মুখেদি গৈছিল। ধাৰত মাৰি নগৰৰ এই বিৰাট ঘৰবাৰী কিনি লৈছিল শ্ৰীজল্লেশ্বৰ দাসে। নামনি অসমৰপৰা যোৱা অতি নিঃকিন দাসে নিজৰ অধ্যৱসায়ৰ বলত দোপতদোপে উঠি লাখপতি হৈছিল আৰু মৃত হাজৰিকাৰ সহায়ত নিজক সুপ্ৰতিষ্ঠিত কৰিবলৈ সুযোগ পাইছিল। বাটৰ মুখতে হাজৰিকানীৰ নাতি ল'ৰা পুনু-মুনু, নাতিনী ছোৱালী মিনি-ৰিণিয়ে পুৰণি ঘৰটোত থৈ যোৱা সিহঁতৰ মৰমৰ এলচেচিয়ান কুকৰ বিজুলীক দেখা পাই উত্ৰাৱল হৈ পৰে। মিনি-ৰিণিয়েও সিহঁতৰ খেলা পুতলাবোৰলৈ মনত পেলাই সেইবোৰ এবাৰ চাই যাবলৈ হেঁপাহ কৰে। মহা সংকটৰ মাজেদি হাজৰিকানীয়ে সিহঁতৰ কথাত অনিচ্ছা সত্ত্বেও মান্তি হ'ব লগাত পৰিছিল। বিশেষকৈ নতুন মালিক জল্লেশ্বৰ দাসৰ অনুনয় বিনয় পেলাব নোৱাৰি শিৱথানৰপৰা উভতি আহি তেওঁলোকে দাসৰ আতিথ্য গ্ৰহণ কৰে। যিটো প্ৰাসাদ সদৃশ ঘৰত এদিন গৃহকৰ্ত্ৰী হৈ অহংকাৰৰ মোহত সামাজিক প্ৰতিপত্তিৰ ওখ জখলাত বগাইছিল, সেই ঘৰত এতিয়া আলহী হৈ বিশ্ৰাম ল'বলৈ সোমাব লগা হোৱাত হাজৰিকানীৰ অন্তৰ দুখ বেদনাত দেইপুৰি গৈছিল। বোৱাৰীয়েক সৰলাও পূৰ্বস্মৃতি স্মৰণ কৰি গভীৰ বিষাদত ম্ৰিয়মান হৈ পৰিছিল। ছোৱালীকেইজনীয়ে এৰি থৈ যোৱা ভগা পুতলাকেইটা নতুন গৃহস্থই অতি সযত্নে আলমাৰীত ভৰাই থৈছিল। এতিয়া মিনি-ৰিণিক সেইকেইটা উলিয়াই দি তেওঁ পৰম তৃপ্তি পালে।

পুনু-মুনুৱেও আশা পূৰাই বিজুলীৰ লগত খেলা-ধূলা কৰি পুৰণি স্মৃতি সজীৱ কৰি তুলিলে। কুকুৰজনীয়েও পুৰণি গৃহস্থক চিনি পাই আনন্দতে জপিয়াবলৈ ধৰিলে। জল্লেশ্বৰ দাসৰ আদৰ অভ্যৰ্থনাত ক'তো কৃপণতা নাছিল। পূৰ্বৰ উপকাৰ সুঁৱৰি অতি বিনীতভাৱে তেওঁ হাজৰিকানী আৰু বাকী পৰিয়ালবৰ্গক সোধপোচ কৰি তেওঁ বহল হৃদয়ৰ পৰিচয় দিছিল। দাসৰ ঘৰৰপৰা গাওঁৰ ঘৰলৈ উভতি অহাৰ সময়ত এটা ঘটনাৰ সন্মুখীন হৈ ৰমেশৰ গাড়ী বিপৰীত ফালৰপৰা অহা এখন ডিজেল ট্ৰাকৰ মুখত পৰে। ৰমেশৰ গাড়ীৰ পিছে পিছে দৌৰি আহি আছিল বিজুলী। দুই গাড়ীৰ মাজত তাই সোমাই পৰিলত ডিজেল ট্ৰাকখন প্ৰচণ্ড শব্দ কৰি হঠাৎ ৰৈ গ'ল। কিন্তু চকাৰ তলত পৰি বিজুলীৰ থিতাতে মৃত্যু ঘটিল। পুৰণি গৃহস্থৰ বাবে কুকুৰজনীয়ে প্ৰাণ বিসৰ্জন দি এটা নিৰ্ঘাত বিপদৰপৰা ৰাজখোৱাৰ পৰিয়ালক ৰক্ষা কৰিলে। এই ঘটনা অত্যন্ত নিদাৰুণ আৰু নিৰ্মম। 'হেৰোৱা দিগন্তৰ মায়া'ত মায়াৰ মৃত্যু যেনেকৈ নিদাৰুণ আৰু মৰ্মস্পৰ্শী, 'পুতলা ঘৰ'তো বিজুলীৰ মৃত্যু তেনেকৈ নিদাৰুণ আৰু মৰ্মস্পৰ্শী। উপন্যাসৰ শেষ পৰিণতিক এনেকুৱা কৰুণ ঘটনাৰে দেখুওৱাটো সম্ভৱ মহিম বৰাৰ এক নিজস্ব টেকনিক।

উপন্যাসখন সৰু হ'লেও মূল প্ৰশ্ন বা সমস্যা প্ৰকাশ নোপোৱাকৈ থকা নাই। অন্যায় অসৎ উপায়েৰে টকা ঘটি চহকী হোৱা প্ৰাণবল্লভ হাজৰিকা অহঙ্কাৰত ওফন্দি ফুৰিছিল। দান বৰঙণি দিছিল নিজৰ প্ৰতিপত্তিৰ সীমা বৃদ্ধি কৰিবলৈ। কোনো সজ কামতে তেওঁৰ আন্তৰিকতা নাছিল। বৰ মানুহৰ ভেমে তেওঁৰ সংসাৰখন বেলুনৰ দৰেই খণ্ডেকীয়া কৰি পেলাইছিল। ভালৰ দিনত মানুহ বুলি জ্ঞান নকৰা ৰমেশ হৈ পৰিছিল দুৰ্যোগৰ একমাত্ৰ বন্ধু। পাকচক্ৰত পৰি হাজৰিকাৰ ল'ৰা শৰৎ দুৰ্ভাগ্যৰ বলি হৈছিল। কোনোমতে দোকান এখন দি জীৱন নিৰ্বাহ কৰি পূৰ্ব পাপৰ প্ৰায়শ্চিত্ত হাতে হাতে ভোগ কৰি অনুতপ্ত হৈছিল। জল্লেশ্বৰ দাসৰ চৰিত্ৰটোত আমি কৃতজ্ঞতাৰো চানেকি দেখিবলৈ পাওঁ। নিজৰ ভৰিত থিয় দি ডাঙৰ হোৱা মানুহ জল্লেশ্বৰ দাসৰ চৰিত্ৰৰ মাজেদি কৰ্মঠ ব্যক্তি এজনৰ অধঃপতনৰ চিত্ৰ অঙ্কন কৰোঁতে মহিম বৰাই সহৃদয়তাৰে কাহিনীটো জুকি য়াই লৈছে। আন এটা দিশ হ'ল, গ্ৰামকেন্দ্ৰিক সংস্কৃতিৰ যি সম্পৰ্ক, সেই বিষয়ে বৰাই যথাৰ্থতে গুৰুত্ব দিয়া আমি দেখিবলৈ পাইছো। আজিৰ দিনত মানুহৰ পাপবোধ কমি আহিছে। পাপৰ শাস্তিৰ কথাত মানুহে আজি আগৰ দৰে ভয় নাখায়। মানুহে সাধুতাক বিশ্বাস কৰিলেই সাধু হৈ নুঠে। জীৱনৰ মাজত সৎ ব্যৱহাৰ কৰিব পাৰিলেহে সাধুতাই জীৱন ধন্য কৰে। গাঁৱৰ সমাজখন আগত ৰাখি মহিম বৰাই সীমাবদ্ধতাৰ মাজতো উপন্যাসখন উদ্দেশ্যধৰ্মী কৰিছে। মহিম বৰাৰ চগনলাল জৈন বটা পাওঁতা "গল্প সমগ্ৰ" যি পঢ়িছে, তেওঁ নিশ্চয় বৰাৰ নিখুঁত আৰু মোহনীয় নৈপুণ্য ৰচনাশৈলী উপভোগ কৰিছে। তেওঁ এজন সাৰ্থক ঔপন্যাসিক নে সাৰ্থক গল্পকাৰ সেইটো সহজে বুজিব পাৰিব।

* * *

# আন্ধাৰত নিজৰ মুখ

ডঃ নগেন শইকীয়া আধুনিক গল্প সাহিত্যত বিশেষ পৰিচিত নাম। কেইবাখনো গল্প সংকলন উলিয়াই তেওঁ এজন মননশীল গল্পকাৰ ৰূপে সাৰ্থক পৰিচয় দাঙি ধৰিছে। তেওঁৰ সদ্যহতে প্ৰকাশ পোৱা "আন্ধাৰত নিজৰ মুখ" গল্প সংকলনখনত কুৰিটা গল্পই ঠাই পাইছে। প্ৰত্যেকটো গল্পৰ স্বাদ বেলেগ আৰু প্ৰত্যেকটো গল্পতে আছে তেওঁৰ সুগভীৰ জীৱন জিজ্ঞাসা, উপলব্ধি আৰু অভিনৱ আংগিক চেতনা। সূক্ষ্ম পৰিমিতিবোধ আৰু বুদ্ধি প্ৰাধান্য ৰচনাৰ মাজেদি তেওঁ গল্প কেইটাৰ কাহিনীবৃত্ত অংকিত কৰিছে। তেওঁৰ উপলব্ধি বোধকৰো, কিছুমান খণ্ড খণ্ড চিত্ৰৰ মাজেদি আজিৰ জটিলতাভৰা সমাজত মানুহৰ যি আত্মিক আৰু মানসিক দ্বন্দ্ব, তাৰ কিছু পৰ্যবেক্ষণ কৰা। তেওঁৰ চিত্তভূমিত নৈৰাশ্যপীড়িত জীৱন কলৰব আছে, জীৱন তৃষ্ণাৰ মাদকতা আছে। পৰিত্ৰাণৰ সঠিক পথ তেওঁ দেখুৱাব খোজা নাই। নিতান্ত ব্যক্তিগত আবেগ-মথিত স্বৰূপ বৰ্ণনাৰে তেওঁ কিছুমান মুহূৰ্তক কাব্যিক আমেজেৰে উপস্থাপন কৰিছে। তেওঁৰ লিখন প্ৰণালী আনতকৈ বেলেগ। গতানুগতিক গল্প ৰচনা তেওঁৰ শৈলী নহয়। তেওঁৰ আগৰখন গল্প সংকলন "অপাৰ্থিব-পাৰ্থিব"ৰ দৰে এইখনতো তেওঁৰ নিজা বৈশিষ্ট্য প্ৰকাশ পাইছে। ৰিক্ত আৰু অৱসন্ন বৰ্তমানত যি ঘটিছে বা ঘটিবলৈ ধৰিছে তাক তেওঁ মনস্তত্ত্বমূলক দৃষ্টিভংগীৰে আলোকপাত কৰিছে। এজন দক্ষ গল্প লিখকৰ দৰে তেওঁৰ তাৎপৰ্যপূৰ্ণ শিল্পকৰ্মৰ পৰিচয় গল্প সমূহত ব্যক্ত হৈছে।

এটা কথা মন কৰিব পাৰি যে সাম্প্ৰতিক কালত গল্পৰ ৰচনাশৈলী অপ্ৰত্যাশিতভাৱে সলনি হৈছে। ষাঠি-সত্তৰ দশকৰ যি আধুনিক ধাৰা, তাৰ পৰা বহুত আগুৱাই আজিৰ গল্পই অত্যাধুনিক গল্পধাৰা গ্ৰহণ কৰিছে। জটিলতা আৰু অনিশ্চয়তা ক্ৰমাৎ বাঢ়ি অহাৰ লগে লগে গল্পকাৰৰ মনো জটিলতাৰ মাজলৈ সোমাই পৰিছে। গল্পৰ এই নৱতম বিন্যাসত নৰ-নাৰীৰ সম্পৰ্ক, মনস্তত্ত্ব, যৌনতা, প্ৰজন্মৰ ব্যৱধান, ৰাজনীতি, অৰ্থনীতি, সমাজনীতি প্ৰভৃতি নতুন ব্যাখ্যাৰে, নতুন আংগিকেৰে অংকিত হৈছে। গল্পকাৰ সোমাই পৰিছে জটিলতাৰ মাজত। তেওঁ নিজেই ঘটনা চক্ৰৰ লগত জড়িত হৈ পৰিছে। গল্পকাৰে অগণন পীড়িত লোকৰ মিছিলৰ মাজত নিজৰ মুখখনো বিচাৰি পাইছে। ৰোমান্টিক আতিশয্য নাই, আছে ৰিয়েলিটিৰ নিৰ্মোহ দৃষ্টিপাত। সৰ্বোপৰি, সীমিত পৰিসৰৰ মাজতে গল্পকাৰে বিদ্যুচ্চমকে মনস্তাত্ত্বিক অন্তৰ্দ্বন্দ্বৰ দৃষ্টান্ত দাঙি ধৰিছে। নগেন শইকীয়াৰ গল্পৰ মাজত আমি এনে এটা অত্যাধুনিক ধাৰা লক্ষ্য কৰো, লক্ষ্য কৰো বিস্ময়ময় মানুহৰ মন, অন্তৰত অনুৰাগ লগতে সমান্তৰালভাৱে থিয় দিয়া মানুহৰ সংকীৰ্ণতা, দুৰ্ব্যৱহাৰ, দম্ভ, কৃতঘ্নতা আৰু অকৃতজ্ঞতা। নগেন শইকীয়াৰ গল্পৰ মাজত আমি তেওঁৰ মনগহনত প্ৰৱেশ কৰি তেওঁৰ মানসিক তীব্ৰতা

উপলব্ধি কৰোঁ। কিছুমান অসংলগ্ন নিত্যান্তই ব্যক্তিগত অভিজ্ঞতাৰে ৰূপ ধাৰণ কৰা ঘটনাৰ খণ্ডিত চিত্ৰ তেওঁৰ গল্পৰ উপকৰণ। তীক্ষ্ণ বীতৰাগ গল্পবোৰৰ উৎস নহয়। গল্পকাৰে স্বীকাৰ কৰিছে যে মানুহৰ জীৱনৰ প্ৰত্যেকটো মুহূৰ্তই অপ্ৰত্যাশিত একোটা অভিজ্ঞতা কঢ়িয়াই আনে। তেওঁ লিখিছে, "মই লাহে লাহে বিশ্বাস কৰিবলৈ লৈছোঁ- প্ৰতিটো মুহূৰ্তই জীৱনত একক আৰু বৈশিষ্ট্যৰে ভৰা।" এই বৈশিষ্ট্যবোৰ তেওঁৰ মনৰ পেণ্ডুলামত ব্যক্ত হৈছে। কেতিয়াবা বেদনামিশ্ৰিত উত্তেজনাৰে, কেতিয়াবা আকৌ অনুকম্পা আৰু আত্ম-উপলব্ধিৰ গভীৰতম উত্তোলনেৰে। উদাহৰণস্বৰূপে মজিদ ছাৰ গল্পটো পঢ়িলে লক্ষ্য কৰিব পাৰি যে কেনেকৈ স্বাভাৱিক, সামান্য ঘটনা এটাই এজন সাংবাদিকৰ নিষ্ঠা, সততা আৰু আদৰ্শক জোকাৰ মাৰি অসহায় কৰি পেলাইছে। মজিদ ছাৰ আছিল এগৰাকী আদৰ্শবান শিক্ষক। তেওঁৰ একালৰ ছাত্ৰ বিপুলে বাতৰি কাগজৰ অফিচত কাম কৰে। ব্যস্ততাৰ মাজত, টেলিপ্ৰিন্টাৰৰ অহৰহ শব্দ সংঘাতৰ মাজত, ছপা মেছিনৰ কোলাহলৰ মাজত, টাইপ ৰাইটাৰৰ খটখট আৰু ওপৰত চলি থকা ফেনৰ সাঁ সাঁ শব্দৰ মাজত, টেবুলত জমা হৈ পৰা নিউজ লেটাৰৰ দ'মৰ ভিতৰত সোমাই সময়তে বিপুলৰ হাতত পৰিল এটা বাতৰি, মজিদ ছাৰ ঢুকাল। ব্যক্তিগত হলেও এই এলাইন খবৰে বিপুলৰ মন গভীৰভাৱে বিচলিত কৰিলে। তেওঁৰ মনত এই শিক্ষকজনৰ সততা, নিষ্ঠা, আন্তৰিকতা আৰু মানবিক মূল্যবোধৰ স্মৃতি হঠাতে আয়নাৰ দৰে প্ৰতিবিম্বিত হ'ল। তেওঁ থিৰাং কৰি পেলালে যে আজিৰ বাতৰিত এই মৃত্যুৰ খবৰটোৱে হেডলাইন মৰ্যাদা পাব। কিন্তু অসুবিধা হ'ল, টেলিপ্ৰিন্টাৰে গৰম খবৰ আনিছে, প্ৰধানমন্ত্ৰীয়ে পদত্যাগ কৰিছে, লগে লগে ৰাজনৈতিক অনিশ্চয়তা আৰু অস্থিৰতাত ৰাজধানীৰ প্ৰেক্ষাপট স্পন্দিত হৈছে। এডিটিং টেবুলত কি হেড লাইন হ'ব, কি ফৰকাষ্ট কৰা হ'ব, তাক লৈ উত্তপ্ত আলোচনা। এই গৰম খবৰে প্ৰেছৰ সকলোকে তৎপৰ কৰি তুলিছে। আৰু আছে কিছুমান তপত খবৰ, দুৰ্নীতিৰ অভিযোগ, ৰাজহুৱা ধনৰ আত্মসাৎ, মন্ত্ৰীৰ কেলেংকাৰি ঘটনা। এইবোৰৰ মাজত মজিদ ছাৰৰ নিউজে ক'ত ঠাই পাব? আনকি কাগজৰ শেহৰ পৃষ্ঠাত ক'ৰবাত এটা সৰু অবিচয়েৰি দিয়াৰো সুবিধা নাই। বিপুলৰ মনত আত্মিক আৰু মানসিক দ্বন্দ্বই দেখা দিলে। তেওঁ কিমান অসহায়, কিমান অপদাৰ্থ! নিজৰ প্ৰিয় শিক্ষকজনৰ মৃত্যুৰ বাতৰিটো তেওঁ ছপাব নোৱাৰিলে। দুখভৰা বাতৰিটো তেওঁ ছপাব নোৱাৰিলে। গোটেই প্ৰক্ৰিয়াটোৱে যেন তেওঁৰ নিজ অস্তিত্ব গ্ৰাস কৰি পেলাইছে। তেওঁ ভাবিলে ভালেই হ'ল এইখন লোভী, ব্যভিচাৰী আৰু স্বাৰ্থপৰ সমাজত মজিদ ছাৰৰ দৰে সৎ লোক জীয়াই থাকি কি লাভ! এইখন ঘূণে ধৰা সমাজত মজিদ ছাৰৰদৰে মানুহ থকা সম্ভৱ নহয়। ভাল হ'ল, গুচি গৈছে। গল্পটোৱে এজন সৎ হব খোজা সাংবাদিকৰ মনোবলো প্ৰকাশ কৰাৰ লগতে যান্ত্ৰিক জীৱনে কঢ়িয়াই অনা নৈৰাশ্যক্ষুব্ধ পৰিবেশ এটা ফুটাই তুলিছে।

সংকলনখনৰ কুৰিটা গল্প চাৰি ভাগত বিভক্ত কৰি গল্পকাৰে আধুনিক জীৱন যাপনৰ প্ৰখৰ বাস্তৱমুখী চিত্ৰ অংকন কৰিছে। প্ৰত্যেক ভাগ গল্পৰে 'মটিভ' বেলেগ। মানৱ চৰিত্ৰৰ ভিন্ন ৰঙ, ভিন্নতৰ প্ৰকৃতি এইবোৰত দেখুওৱা হৈছে। গল্পকাৰৰ কলম সংশোধনৰ ফালে অগ্ৰসৰ হোৱা নাই, হৈছে খ্যাতি, প্ৰেম আৰু স্বাৰ্থপূৰণৰ বাবে মানুহে কৰা সামাজিক ভ্ৰষ্টাচাৰৰ

কিছুমান খণ্ডিত দৃশ্য দাঙি ধৰাত। প্ৰত্যেকটো গল্পতে আছে মানুহৰ আত্মজিজ্ঞাসা। 'কেৰ' চাহাবৰ মেম', 'গলব্ৰেথ চাহাবৰ ফিটা', 'চহৰৰ মন', 'অন্তিম অপেক্ষা', 'আন্ধাৰত নিজৰ মুখ' প্ৰভৃতি গল্পবোৰ একো একোটা টাইপ যিবোৰ বহিৰ্মুখীতকৈ অৰ্ন্তমুখী ঘটনাৰ সুতীব্ৰ অৰ্ন্তদ্বন্দ্ব বিশ্লেষিত। গল্পকাৰে প্ৰবাহবিষণ্ণ মাধুৰ্যৰে সেইবোৰ পৰ্যবেক্ষণ কৰিছে। আন্ধৰত নিজৰমুখ গল্পটোৰ বিশেষ আকৰ্ষণ হৈছে অবৰুদ্ধ স্বপ্নচেতনাৰ কিছুমান প্ৰতীক চিত্ৰধৰ্মী এপিচড। চিনেমাৰ ৰীলৰ দৰে মনলৈ আহিছে গৈছে, ফেড, আউট, ফেডইন । কিছুমান মন গহনত ওলোৰা বাঞ্ছনাৰ স্মৃতি আৰু কিছুমান নিঃসঙ্গ হৃদয়ৰ আহত আৰ্তনাদ। ফ্ৰিকুৱেন্সিৰ হাই আৰু ল'প্ৰবাহত সংঘটিত ঘটনা খণ্ডবোৰ কিছু চিত্ৰ আৰু ধ্বনি হৈ লিখকৰ চকুত জিলিকি উঠিছে (প্ৰদীপ)। তেওঁ আন্ধাৰৰ মাজতো চকু মেলি যেন দেখিছে – "কালি দুপৰৰ সেই ল'ৰাটো আন কোনো নহয়, আচিৰিত কথা, তেওঁ নিজে..........."। নগেন শইকীয়াৰ এই গল্পটোত এবচাৰ্ড ভাৱধাৰা সোমাই আছে য'ত আমি জীৱনৰ নৈৰাশ্য আৰু অৱক্ষয়ৰ সকৰুণ হাহাকাৰ লক্ষ্য কৰো। বিচ্ছিন্নতাৰ বেদনাও ইয়াত উপলব্ধি কৰো। চিন্তাৰ যি খলকনি তাৰ মাজতে গল্পটোৱে হৃদয়ৰ অনুভূতি আৰু নৈঃশব্দৰ ইংগিত ব্যক্ত কৰিছে।

ক'ব পাৰি, নগেন শইকীয়াৰ এই গল্প সংকলনখন অনিবাৰ্যভাৱে তেওঁৰ শ্ৰেষ্ঠ ৰচনা। গল্পৰ মাধ্যমেদি জীৱনৰ বিশেষ দৃষ্টিভংগী নিৰ্মাণ কৰোতে তেওঁ সাৰ্থক হৈছে।

***



# অৰ্পিতাৰ অন্য এৰাতি

দেৱব্ৰত দাস সাম্প্ৰতিক কালৰ এজন ভাল গল্প লেখক বুলি আমাৰ মাজত পৰিচিত। তেওঁ সত্তৰ দশকত 'অৰ্পিতাৰ এৰাতি' নামেৰে প্ৰথম গল্প সংকলন প্ৰকাশ কৰি সুনাম প্ৰতিষ্ঠা কৰে। এতিয়ালৈকে তেওঁৰ কেইবাখনো গল্প সংকলন ওলাইছে আৰু আটাইকেইখনে অসমীয়া গল্প সাহিত্যত সমাদৃত হৈছে। দেৱব্ৰতে তেওঁৰ নতুন কিতাপ ওলালেই মোক এখন সাদৰেৰে দি যায়হি। তেওঁ জানে, মই তেওঁ লিখা গল্পবোৰ পঢ়ি ভাল পাওঁ।

দেৱব্ৰতৰ ৰসাল কিতাপ 'অৰ্পিতাৰ অন্য এৰাতি'। ইয়াত থকা গল্পকেইটাৰ ৰচনা উনৈশ শ সাতাশীৰ পৰা একান্নবৈৰ শেষ ভাগৰ ভিতৰত। এই সময়ছোৱা অসমবাসীৰ বাবে দুঃ-সময় এইবাবেই যে ৰাজনৈতিক ক্ষেত্ৰত নানা অস্থিৰতা, বিশৃংখলতা আৰু ভ্ৰষ্টাচাৰে সমাজ জীৱনলৈ কঢ়িয়াই আনিছিল বিষাদৰ ছাঁ। লিখক সম্প্ৰদায় হৈ পৰিছিল ম্ৰিয়মান। তেওঁলোকে চাৰিওফালে দেখিবলৈ পাইছিল অন্ধকাৰ। কষ্ট আৰু ক্ষোভত, যাতনা আৰু বিতৃষ্ণাত তেওঁলোকৰ মনবোৰ হৈ পৰিছিল নিষ্প্ৰভ। তেওঁলোকৰ প্ৰজ্ঞাবুদ্ধি আৰু কল্পনা শক্তিত খেলিমেলি লাগিছিল, সামাজিক অৱক্ষয়ে সৃষ্টি কৰিছিল এটা দোধাৰ-মোধোৰ অৱস্থা। দেৱব্ৰত দাস আছিল প্ৰত্যক্ষদৰ্শী। তেওঁ তন্ময় দৃষ্টিৰে অনেক অশোভনীয় দৃশ্য লক্ষ্য কৰিছিল যদিও পৰিস্থিতিৰ প্ৰতিকূলে যোৱা উপায় তেওঁৰ নাছিল। এজন লিখক হিচাপে তেওঁনো কি বিপ্লৱ ঘটাব পাৰে? তেওঁৰ অস্ত্ৰ হৈছে কলম। কলমৰ জোৰতে তেওঁ মাত্ৰ ব্যক্ত কৰিব পাৰে তেওঁ দেখিবলৈ পোৱা পাৰিপাৰ্শ্বিকতাৰ বৰ্ণনা আৰু মানসিক কষ্টৰ ব্যাকুলতা। উল্লেখযোগ্য যে দেৱব্ৰত দাসৰ গল্পবোৰৰ মূল থীম হৈছে এটা দুঃসময় অৱস্থাৰ অস্বস্তিবোধ আৰু নিৰুপায় আচ্ছন্নতা। এইবোৰে নিশ্চিতভাৱে তেওঁৰ গল্পত প্ৰৱেশ কৰিছে আৰু এটা দুখ-বিয়পা পৰিমণ্ডল সূচনা কৰি আমাৰ অন্তৰ স্পৰ্শ কৰিবলৈ সমৰ্থবান হৈছে। তেওঁৰ কাহিনী কিছুমান খণ্ডিত ঘটনাৰ দৃশ্য, যিবোৰ লিখকৰ পৰিশীলিত ভাষাৰে জীৱন্ত হৈ পৰিছে। দেৱব্ৰতৰ গল্প নিৰ্মাণৰ পথ বিস্তৃত নহয়। চৰিত্ৰৰ দীৰ্ঘ পৰিক্ৰমা তেওঁৰ অৱলম্বন নহয়। আয়তনৰ সীমিত ক্ষেত্ৰতে তেওঁৰ গল্পবোৰে আমাৰ মন ভৰাই পেলাইছে, দুখত আমি থমকি গৈছো। তেওঁৰ আগৰ লেখা 'অৰ্পিতাৰ এৰাতি'ত এজনী অচিনাকি ছোৱালীৰ অনিৰ্ণিত দুখ যন্ত্ৰণাৰ কথা বৰ্ণনা কৰা হৈছিল। তাইৰ নিৰ্বাক উপস্থিতিয়ে সোচ্চাৰে ঘোষণা কৰিছিল - তাইক এটা আশ্ৰয় লাগে। গল্পটোত আছে, "সেইদিনা ৰাতি চলন্ত ট্ৰেইনৰ ডবাত প্ৰায় অকলশৰীয়াকৈ লগ পোৱা সেই ছোৱালীজনীক মোৰ কাৰ্যকলাপে এনেবোৰ আশ্ৰয়, প্ৰবোধবাক্য, আশ্বাসৰ প্ৰতিশ্ৰুতি কঢ়িয়াই অনাত কিছুদূৰ সফলো হৈছিল। কিন্তু শেষ পৰ্যন্ত এনে দায়িত্বৰ সন্মুখত মুৰপুলুকা মাৰি মই অৰ্থাৎ গল্প লিখকে পিচদিনা ৰাতিপুৱা

ট্ৰেইনত তাইক অকলে এৰি থৈ তাইৰ দৃষ্টিৰ মুখত সমুখীন হোৱাৰ সাহস পৰ্যন্ত নকৰি হাতত সাৰে ভৰিত সাৰে পলাই যাওঁ, অৰ্পিতাৰ এৰাতিক পিচত পেলাই থৈ।" সেইটো আছিল সত্তৰ দশকৰ ঘটনা। উপায়বিহীন আৰু অনিশ্চিত ভৱিষ্যতত নিৰ্বাসিত হৈ গল্প লিখকে নব্বৈ দশকতো দেখিবলৈ পাইছে অসহায় অৱস্থাটো। এই কুটিল ভৱিষ্যতৰ অসহায়, অজানা অপেক্ষা লিখকৰ বাবে যন্ত্ৰণাদায়ক। তেওঁ যন্ত্ৰণাদগ্ধ হৈয়ে লিখিছে 'অৰ্পিতাৰ অন্য এৰাতি'। এইবাৰ তেওঁৰ কাল্পনিক অৰ্পিতাৰ পৰিচয় সুলেখা— নৱবিবাহিতা স্ত্ৰী। ঘৰৰ ভিতৰত নিতাল নিস্তব্ধ ৰাতি, হঠাৎ বাহিৰত চৌদিশে সন্ত্ৰাসবাদী বুলি সন্দেহ কৰা যুৱকক বিচাৰি মিলিটেৰীৰ দৌৰাদৌৰি। প্ৰাণৰ ভয়ত বেচেৰা যুৱকজনে আশ্ৰয় বিচাৰি তেওঁলোকৰ সমুখৰ দুৱাৰত টুকুৰিয়ালে আৰু চেপা মাতেৰে ক'লে – "দুৱাৰ খোলক, প্লিজ। মই আপোলোকৰেই এজন। খোলক, সোনকালে খোলক।" লগে লগে কেইবাজাই গুলী আৰু আশ্ৰয়প্ৰাৰ্থী যুৱকৰ আকাশভেদী আৰ্তনাদ আ-আ- আ- হা!!

মিলিটাৰীয়ে গল্প লিখকক দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিবলৈ বাধ্য কৰিলে আৰু জোৰেৰে জীপত ভৰাই লৈ গ'ল। সুলেখাৰ কোনো অনুনয় বিনয়ে মিলিটেৰীৰ নিৰ্দয় ব্যৱহাৰৰ পৰিবৰ্তন ঘটাব নোৱাৰিলে। আতঙ্ক, ত্ৰাস আৰু ভয়ত সুলেখা অজ্ঞান হৈ পৰিল। বাৰাণ্ডাত এটা মৃতদেহ, গুলীৰে থকাসৰকা অৱস্থাত। মিলিটেৰীয়ে লিখকক ধৰি লৈ গ'ল। এতিয়া সকলো মিলিটেৰীৰ মৰ্জিত । এফালে নৱ বিবাহিতা স্ত্ৰী সুলেখা, অকলে নিৰাশ্ৰয়া, ভয়বিহ্বলা আৰু বাৰাণ্ডাত পৰি থকা সেই অচিনাক্ত যুৱকৰ মৃতদেহটো! সুলেখাৰ সতীত্ব? সিয়ো এটা সাথৰ হৈ ৰৈ গ'ল। কোনেও আগবাঢ়ি বৰ্বৰতাৰ বিৰুদ্ধে মাত মতিবলৈ ওলাই নাহিল। লিখকৰ স্ত্ৰীৰ সতীত্ব হৰণ হৈ গ'লেও, নাইবা সা-সম্পত্তি লুট কৰি নিলেও প্ৰতিবেশীয়ে বাধা দিবলৈ সাহস গোটাব নোৱাৰিলে। সকলো যেন নিস্তেজ, নিৰ্জীৱ আৰু নিস্তব্ধ হৈ গৈছে। এই গল্পটোত আমি এজনী অবলা, সহায়হীনা, প্ৰবোধপ্ৰাৰ্থী, নিৰপৰাধী নাৰীৰ প্ৰতিৰূপ স্বৰূপ এখন সমাজৰ ছবি দেখিবলৈ পাইছো। যেনেকৈ, সেই ভয়ানক ৰাতিটো সুলেখাৰ সুৰক্ষাক সহায়হীনভাৱে তেওঁৰ স্বামীয়ে মিলিটেৰীৰ হাতত এৰি আৰ্মি কেম্পলৈ বন্দী অৱস্থাত যাব লগা হ'ল, সংগ্ৰামত বিশ্বাসী এটা দলক নিৰ্মূল কৰাৰ অজুহাতত শত সহস্ৰ নিৰপৰাধী লোক অত্যাচাৰ উৎপীড়নৰ বলি হ'ব লগা হ'ল। মিলিটাৰী যন্ত্ৰটোৰ ইচ্ছা-অনিচ্ছা বা নিৰ্দেশত নিৰ্ভৰ কৰি আমি এন্ধাৰ ভৱিষ্যতৰ অমোঘ পৰিণতিৰ কথা ভাবিছো মাত্ৰ। গল্পকাৰে কৈছে, 'এইখিনিতেই দমনকাৰী আৰু স্বাৰ্থপৰ শাসনযন্ত্ৰৰ সাফল্য, আপোনাৰ, মোৰ, আন আন গল্প লিখক, সাংবাদিক আৰু সাধাৰণ ৰাইজৰ পৰাজয়।'

সংকলনখনৰ আন এটা গল্প 'ভেলুলেচ্'। ইয়াত দৰিদ্ৰজনৰ প্ৰতি গভীৰ মমতাবোধ প্ৰকাশ পাইছে। এজন সাধাৰণ, কাম বিচাৰি হায়ৰাণ হোৱা দুখীয়া ল'ৰাৰ প্ৰতি দুখ মোচনৰ আশা; কিন্তু কিছুমান অবাস্তৱ উপদেশ দিয়াৰ বাহিৰে যে গল্প লিখকৰ কৰিবলগীয়া একো নাই, সেই কথা গল্পটোৱে দাঙি ধৰিছে। লিখকে জানে যে তেওঁৰ উপদেশ ভেলুলেচ, কোনো উপকাৰত নাহে তথাপি তেওঁ সান্ত্বনা দিবলৈকে শংকৰক কৈছিল, যে ছাৰৰ

জোঁৱায়েকক সন্তুষ্ট কৰিব পাৰিলে তাক ছাৰে পুলিচ বেটেলীয়ানত ভৰ্তি কৰাই দিব। অৰ্থাৎ শংকৰৰ লগত বিয়া হ'ব খোজা দুখীয়া মাকৰ ছোৱালী সাবিত্ৰীক জোঁৱায়েকৰ ঘৰত আলপৈচান ধৰা চাকৰণী হিচাপে ৰাখিলে তাৰ এটা চাকৰি ওলাব। সমস্যাটো এনেকুৱা- সাবিত্ৰীৰ মাকক লাগে শংকৰৰ লগত সাবিত্ৰীৰ সোনকালে বিয়াখন হোৱাটো, শংকৰক লাগে চাকৰি এটা, তেহে সি সাবিত্ৰীক বিয়া কৰাবলৈ সমৰ্থ হ'ব পাৰিব। এই চাকৰিটো দিব পাৰে ছাৰে, যদিহে শংকৰে কাম কৰা ছোৱালী এজনী আনি সহায় কৰিব পাৰে। ছাৰে বিচাৰে তেওঁৰ জী-জোঁৱাই আৰু কেচুৱাটো সুখত থাকক। শংকৰে সাবিত্ৰীৰ মুখৰপৰা গম পাইছিল যে জোঁৱায়েকৰ স্বভাৱ লেতেৰা, তেওঁ সাবিত্ৰীক সুবিধা পালেই টনা-আজোৰা কৰিব খোজে। এতিয়া শংকৰে কি কৰিব? এপিনে চাকৰিৰ আশা, আনফালে তাৰ ভাবী পত্নী সাবিত্ৰীৰ নিৰাপত্তা, সতীত্ব ৰক্ষা। শংকৰৰ আন এজন শুভকাঙক্ষী ছাৰ, মানে গল্পলিখকক সি গোটেই সমস্যাটো খৰচি মাৰি কৈ কি কৰা যায়, উপদেশ বিচাৰিলে গল্প লিখকে শংকৰক চাকৰি-টাকৰি দিব নোৱাৰে, তেনে ক্ষমতা তেওঁৰ নাই। অৱশ্যে উপদেশ দিব পাৰে। তেওঁ শংকৰৰ সমস্যাটো পাতল কৰি তুলিবলৈ চেষ্টা কৰি ক'লে- "শংকৰ, চা, এই সাবিত্ৰীয়ে ভয় কৰা ধৰণে কিবাকিবি (সতীত্ব) হেৰুৱালেও চাকৰিটো পাই যাবি- সেইটো কম কথা হ'ব নে? আৰু চাকৰিটো পালেই তই সাবিত্ৰীক বিয়া কৰিবি......আচল কথা হ'ল তই চাকৰি পোৱাটো।" সাবিত্ৰীৰ কথাটো বাবাজীৰ তাবিজৰ দৰে। আচল তাবিজৰ মাহাত্ম্য নথকা সত্ত্বেও কেচুৱাটোচোন বাচি থাকিল! সাবিত্ৰীৰ সতীত্ব ৰক্ষা, তাবিজৰ মাহাত্ম্য আদি ধাৰণাবোৰ নিৰৰ্থক, ভেলুলেচ। প্ৰধান কথা হ'ল- তাৰ চাকৰিটো । এই উপদেশত যি উপহাস সোমাই আছে, সেইয়া হৈছে আজি বাস্তৱৰ নগ্ন সত্য। 'লচ অব মৰেলচ্ আৰু লচ অৱ ভেলুউজ'- যাৰ পৰিণতিত ব্যক্তিগত জীৱন, ৰুচি, শিক্ষা, পাৰিবাৰিক পটভূমি, প্ৰেম আৰু সমসাময়িক সাহিত্য সমাজ কলুষিত হৈছে।

আলোচ্য সংকলনখনত থকা বাকী গল্পকেইটাও গভীৰ মানৱতাবোধ সম্পৰ্ক। গল্প লিখকৰ অনুসন্ধিৎসা আৰু নিৰ্মোহ দৃষ্টিভংগীত উৰলি যোৱা জীৱনৰ অৱক্ষয়ৰ ছবি নতুন টেকনিকৰদ্বাৰা সুখ পাঠ্য হৈ পৰিছে।

* * *



# চেগুন পুলি ৰুব কোনে

পদ্মপাণি, অৰ্থাৎ পদ্মপাণি মহন্ত ফৰেনচিক মেডিচিন আৰু ফিংগাৰপ্ৰিন্ট বিষয়ৰ অৰ্হতা সম্পন্ন বিষয়া ৰূপে বহুতৰে পৰিচিত ব্যক্তি। তেওঁ এই দুটা বিষয়ত কেইবাখনো গ্ৰন্থ ৰচনা কৰি বিষয় প্ৰসঙ্গৰ প্ৰতি জনসাধাৰণক আকৰ্ষিত কৰিছে। মানুহৰ মন গহনত প্ৰবেশ কৰা প্ৰবল ধাউতি থকা পদ্মপাণিয়ে চুটি গল্পৰ মাজেদি তেওঁৰ মনত প্ৰতিক্ৰিয়া কৰা গণ্ডীবদ্ধ জীৱনৰ সংকীৰ্ণতাৰ কিছুমান বাস্তৱচিত্ৰ প্ৰতিফলন কৰাৰ প্ৰয়াস কৰিছে। বিস্ময়কৰ সৃষ্টি 'মানুহ'। মানুহৰ মাজত যি সংগ্ৰাম, যি সুতীব্ৰ নৈতিক অৱক্ষয়, যি শূন্য নৈৰাশ্যবাদৰ আৰ্তনাদ, সেইবোৰৰ মাজত পদ্মপাণিয়ে তেওঁৰ চুটি গল্পৰ প্লট বুটলি লৈছে আৰু সজাই মেলি আমাৰ আগত দাঙি ধৰিছে। গল্প আৰু চুটি গল্পৰ মাজত যি ব্যৱধান, বৰ্তমান গল্প সংকলনখনত ৰক্ষা কৰা হৈছে। চুটি গল্পৰ ক্ষেত্ৰত ক'ব পাৰি যে গল্পটোত এটা মাত্ৰ ভাব বীজ থাকিব যিটোৱে অতি দ্ৰুতগতিত উৎসৰ পৰা পৰিণতিৰ সীমাৰেখাত অন্ত পৰিব। গল্পৰ দৰে চুটি গল্পৰ বিস্তাৰৰ সুবিধা নাই। ঘটনাৰ ক্ষেত্ৰ অত্যন্ত সীমিত। সংক্ষিপ্ত বৰ্ণনাৰে, অতি সাধাৰণ ঘটনাৰ সহজ সৰল বিন্যাসত, সাম্প্ৰতিক সমাজৰ ত্ৰুটি-বিচ্যুতি স্পষ্ট ভাৱে প্ৰতিফলিত কৰাই হৈছে চুটি গল্পৰ বৈশিষ্ট্য। ৰুচি আৰু ভাষাৰ মৰ্য্যাদা ৰক্ষা কৰা ইয়াৰ অন্যতম শিল্প ধৰ্ম। ৰচনা কৰ্মত সংহতিপূৰ্ণ ভাৱ দৃশ্য আৰু অবিচ্ছিন্নতা চুটি গল্পৰ অনুষংগ।

'ৰামধেনু' যুগৰ চুটি গল্পৰ তুলনাত আশী-নৱৈ দশকৰ তৰুণ গল্পকাৰৰ জীৱনবোধ অতি বাস্তৱ। তেওঁলোকে প্ৰখৰ বাস্তৱমুখী দৃষ্টিৰে জীৱন আৰু জগতক নিৰীক্ষণ কৰে। তেওঁলোক খঙাল, স্পষ্টবাদী, সাহিত্যৰ বিলাসিতা তেওঁলোকৰ স্বভাৱ ধৰ্ম নহয়। পদ্মপাণি এই চামৰে লেখক। তেওঁৰ গল্পৰ মাজত অন্তৰ্দ্বন্দ্বৰ সৈতে বহিৰ্দ্বন্দ্বৰ সাৰ্বিক মিলন ঘটিছে। প্ৰত্যেকটো গল্পতে ট্ৰেজিক চেতনা ফুটি ওলাইছে।

"চেগুন পুলি ৰুব কোনে" গল্প সংকলনত ১৩ টা গল্প আছে। প্ৰথমটোৰ নাম 'নিৰুত্তৰ"। এই জটিল পৃথিৱীখনত কাৰোবাৰ জীৱনত চৰম সৌভাগ্য ঘটিছে, কাৰোবাৰ ঘটিছে চৰম বিপৰ্য্যয়, আনন্দ উল্লাসত ভাগ্যবানজনে ঘৰত বহুজনৰ সমাগমত ভোজ ভাত পাতিছে, আন ফালে সেই দিনাই দুৰ্ঘটনাত মৃত্যু বৰণ কৰা যাত্ৰীজনৰ ঘৰত পৰিয়ালবৰ্গ শোকত ম্ৰিয়মান হৈ পৰিছে। লাকী আনলাকী কোন? এনে এটা প্ৰশ্ন অৱতাৰণা কৰা গল্পটোত মূল নায়ক বৃন্দাবন বিব্ৰত হৈছে বিছনাত ছটফটাই পৰি থকা নিজ সন্তানৰ প্ৰশ্নৰ উত্তৰ দিবলৈ অপাৰগত হৈ বেদানাদগ্ধ হৈছে বোকাখাতৰ পেৰা আৰু হৰি মিষ্টান্ন ভাণ্ডাৰৰ ৰসগোল্লা আৰু দীক্ষা নামৰ গল্প দুটাৰ তাৎপৰ্য প্ৰায় একে। জীৱনৰ কোনো কোনো মুহূৰ্তত বাঞ্চিত বিশ্বাস ভংগ হলে মনলৈ আহে হতাশা। এই হতাশাই মানুহক দগ্ধ কৰে, আত্মসন্মান ধূলিস্যাৎ কৰে। ফটিকৰ প্ৰিয় আছিল বোকাখাতৰ পেৰা আৰু হৰি মিষ্টান্ন ভাণ্ডাৰৰ ৰসগোল্লা। এই

দুয়োটা বস্তু লৈ ফটিকৰ এদিন বিতৃষ্ণা জন্মিল। দুৰ্দান্ত লোভনীয় এই দুই পদ মিঠাইক কেন্দ্ৰ কৰিয়েই তেওঁৰ মনোবেদনা আৰু আত্মদহন। আমোলাতান্ত্ৰিক ভ্ৰষ্টাচাৰৰ চক্ৰবেহুত সোমাই ফটিকৰ দৰে ন্যায়নিষ্ঠ পুলিচ বিষয়া এজনৰ বিবেকদৰ্শন হৈছিল। ওপৰৱালাৰ সন্তুষ্টিৰ বাবে তেওঁ অসাধু কামত প্ৰতিবাদ জনাব নোৱাৰিলে। বোকাখাত পাৰ হওঁতে পুলিচ বিষয়াসকলে জৈন মিষ্টান্ন ভাণ্ডাৰৰপৰা এক কেজি, দুই কেজি পেৰা উঠাই লৈ যায়, পইচা নিদিয়ে। নিবৰ সময়ত কৈ যায়, পইচা অ'চিয়ে দিব। ফটিকেই যিহেতু বোকাখাতৰ অ'চি সেইবাবে পেৰাৰ বাকী পৰা দাম তেৱেঁই ভৰিব লগাত পৰে। এনে কাৰ্যত বিৰক্ত হৈ ফটিকে আপত্তি কৰাত আৰু পেৰাৰ দাম ভৱিষ্যতে নিদিবলৈ স্থিৰ কৰাত তেওঁৰ প্ৰতি ওপৰৱালা বিতুষ্ট হ'ল আৰু কৰিমগঞ্জলৈ বদলি কৰিলে। ফটিকে বিৰক্ত হৈ চাকৰি এৰিলে আৰু সেইদিনাৰপৰা বোকাখাতৰ পেৰাও নোখোৱা হ'ল। ৰসগোল্লাও এৰিব লগা হ'ল-হৰি বাবুৰ দৰে দুৰ্নীতিপৰায়ণ, ঘোচখোৰ কেৰাণী এজনৰ অসৎ স্বভাৱৰ প্ৰতি মনৰ ক্ষোভ ব্যক্ত কৰাব বাবে। ফটিকে খুৰাকক পইচাৰ অভাৱত চিকিৎসা কৰাব নোৱাৰিলে । ডি আই কাৰ্যালয়ৰপৰা চিকিৎসাৰ বাবে পাব লগা আৰ্থিক সাহায্য যথাসময়ত উলিয়াই আনিব নোৱাৰাৰ বাবে ফটিকে চন্দ্ৰ খুৰাৰ দৰে গুণী -জ্ঞানী আপোনজন এজনক হেৰুৱালে। ডি-আই অফিচৰ বৰকেৰাণী হৰি বাবুক তেওঁ পেট ভৰাই ৰসগোল্লাও খুৱালে। পইচা-পাতিও দিলে। পিচে কামত নাহিল। চন্দ্ৰ খুৰাৰ ইতিমধ্যে যন্ত্ৰণাত মৃত্যু ঘটিল। হৰি বাবুৱে ৰসগোল্লা গিলি তৃপ্তি পাইছিল আৰু কোৱাৰিয়েদি ৰস বাগৰি পৰিছিল। এই দৃশ্য ফটিকৰ মনত পৰি মন ঘৃণা আৰু ক্ষোভেৰে ভৰি গৈছিল। এফালে হৰি বাবুৰ খক, আনফালে মৃত্যু যন্ত্ৰণাত অস্থিৰ হৈ পৰা মুখেদি তেজ বাগৰি অহা চন্দ্ৰ খুৰাৰ মুখখনত ফটিকে উপলব্ধি কৰিছিল যে কিছুমান মানুহ আছে যিবোৰ মানৱতাহীন। সিহঁতে কেৱল খাব জানে। খাবৰ বাবেই সিহঁতৰ জন্ম। লোকৰ বিপদৰ সুবিধা লৈ সিহঁতে উদৰ পূৰ্ণ কৰে। ক্ষমতাৰ বলত সিহঁতে মনুষ্যত্ব হেৰুৱাই পেলাইছে।

'দীক্ষা ' বোলা গল্পটো প্ৰশাসনীয় যন্ত্ৰৰ অন্তৰালত ক্ৰিয়া কৰা লোভ, ব্যভিচাৰ আৰু নিৰ্মমতাৰ প্ৰতিফলন। দিগন্ত প্ৰসাৰিত কলুষিত আমোলাতান্ত্ৰিক মেৰপাকত সোমাই ৰজত বৰুৱাৰ নিচিনা সাধু চৰিত্ৰৰ লোক এজনৰ যোগ্যবান ল'ৰাজনে কাম পায়ো কাম হেৰুৱালে। টকা নিদিলে নিয়োগ-পত্ৰ অফিচৰ পৰা নোলায়। আবেদন-নিবেদন, অনুনয়-বিনয় সকলো মিছা। ৰজত বৰুৱা আদৰ্শবান লোক। টকা খুৱাই তেওঁ পুতেকৰ নিয়োগ পত্ৰ নানে। ফলত ল'ৰাই অন্য চাকৰি কৰিবলৈ ঘৰৰপৰা দূৰলৈ যাব লগা হ'ল আৰু কৰ্মস্থলীতে এদিন দুৰ্ঘটনাত মৃত্যুৰ মুখত পৰিল। মাকে মৰমৰ পুত্ৰৰ মৃতদেহটোও দেখা নাপালে। গল্পটোৰ মাজত দোষী মানুহজনৰ স্বীকাৰোক্তিত মানসিক দ্বন্দ্বৰ চিত্ৰ ফুটি ওলাইছে। ৰজত বৰুৱাৰ প্ৰতি দেখুওৱা অমানৱীয় আচৰণৰ বাবে তেওঁ অনুতপ্ত হৈছে আৰু চাকৰি কৰিবলৈ ওলোৱা পুতেকক ৰজত বৰুৱাই লেখা কৰুণ চিঠিখন দি নিষ্ঠাবান চৰকাৰী চাকৰিয়াল হবলৈ আশীৰ্বাদ দিছে। বাপেকে পুতেকক কৈছিল যে চাকৰিৰ আশাত ৰজত বৰুৱাৰ দৰে বহুতো সৎ মানুহ তাৰ কাষ চাপিব। সি যেন বাপেকৰ দৰে নিৰ্মম নহয়। গল্প সংকলনখনত থকা

"এচ-পি চাহা বৰ ল'ৰাৰ অন্নপ্ৰাসন্ন" "সুনাম" "মৰাকুকৰ" "পলাতক", "একাত্মতা" "মুখ্যমন্ত্ৰীৰ মোমায়েক" "আই মোক নে" "গান্ধীবাদী" "চেগুন পুলি ৰুব কোনে?" আদি গল্পবোৰে জীৱনৰ নানান জটিল আবৰ্তনত পাক ঘূৰণি খোৱা মানুহৰ মানসিক প্ৰতিক্ৰিয়া প্ৰত্যক্ষ কৰিছে। ক্ষমতা আৰু গাদীৰ মোহত যি সকল অন্ধ তেওঁলোকৰ চকুত অৰ্থই পাৰ্থিব বস্তু, মানুহৰ জীৱন নগণ্য। গল্পবোৰত দাৰিদ্ৰ্যৰ হতাশা, বিদ্ৰূপ, অপমান, হৃদয়হীনতা আৰু আমোলাতন্ত্ৰক উদঙাই দেখুওৱা হৈছে। "চেগুন পুলি ৰুব কোনে" গল্পটোত ভৱিষ্যতৰ নতুন প্ৰত্যয় ফুটাই তোলা হৈছে। গল্প কেইটাত সুনিৰ্বাচিত চিন্তাৰ খোৰাক আছে। সকলো গল্পতে উপলব্ধিৰ গভীৰতা আৰু প্ৰত্যয়ৰ দৃঢ়তা সুষ্ঠভাৱে পৰিস্ফুট হৈছে বুলি ক'ব নোৱাৰি। কিন্তু, গল্পকাৰ পদ্মপাণিৰ কলম পৈণত হৈ উঠিলে আমি তেওঁৰপৰা ইয়াতকৈও সুন্দৰ, আকৰ্ষণীয়, হৃদয়গ্ৰাহী গল্প সম্ভাৰ আশা কৰিব পাৰোঁ।

আলোচ্য সংকলনখনৰ বেটুপাত মনোগ্ৰাহী, আঁকিছে বেণু মিশ্ৰই। কিন্তু ছপা আৰু মুদ্ৰণ উন্নত বুলিব নোৱাৰি।

***



# গধুলি বকুলৰ গোন্ধঃ

মুনীন্দ্ৰ হাজৰিকা উত্তৰ পূৰ্বাঞ্চল কাউন্সিলৰ এগৰাকী উচ্চপদস্থ বিষয়া। থাকে শ্বিলঙত প্ৰশাসনীয় কাম-কাজৰ ব্যস্ততাৰ মাজত। তেওঁৰ সাহিত্য চৰ্চা এটা মানসিক অনুভৱ, মুড্ আহিলে কিবাকিবি লিখি থাকে। পঢ়াশুনা কৰে আজৰি পালেই। তেওঁ কয় যে ধৰ্মৰ প্ৰতি অনুৰাগ থাকিলে যেনেকৈ ধাৰ্মিক হৈ উঠিব নোৱাৰি, ঠিক তেনেকৈ কিবাকিবি লিখিলেই সাহিত্যিক হ'ব নোৱাৰি। তেওঁৰ গল্পৰ কিতাপ এখন মোক দি এই কথাষাৰ বিনম্ৰভাৱে কৈ পেলাইছিল। গল্পৰ কিতাপ পঢ়িবলৈ পাঠকৰো এটা মুডৰ আৱশ্যক। গল্পৰ গোন্ধ গধুলি মলমলাই উঠা বকুল ফুলৰ দৰে। গল্পৰ অনুৰাগে নৈৰাশ্য আঁতৰ কৰে, আনন্দ দিয়ে। ভাল গল্প হলেতো কথাই নাই। চুটি গল্পৰ বাবে এন্টন চেকভ, মোপাঁছা, টমাছমান, টলষ্টয়, অ'হেনৰি আদি বিশ্ববিখ্যাত হৈ সদাস্মৰণীয় হৈ আছে। সকলো দেশতে চুটি গল্পৰ ভঁৰাল চহকী আৰু পুৰণি। গল্প বেয়া পোৱা মানুহ নাই। ভালকৈ ক'ব পাৰিলে বা ভালকৈ লেখিব পাৰিলে গল্পই শিক্ষা থকা, শিক্ষা নথকা, ডেকা-বুঢ়া-ল'ৰা সকলোকে আনন্দ দিব পাৰে। এক কথাত ক'ব পাৰি যে আমাৰ দৈনন্দিন জীৱনৰ উপাদান হৈছে গল্পৰ অৱলম্বন। গল্পৰ দুৱাৰেদি আমি বহল পৃথিৱীখন চাব পাৰোঁ। আগৰ যি চুটি গদ্যৰ আধাৰত উপন্যাস বা কাহিনী ৰচিত হৈছিল— সেয়ে সাম্প্ৰতিক কালত পৰিৱৰ্তিত আৰু সংশোধিত হৈ চুটি গল্পৰ নাম ল'লে। এলেন পো, হৰ্থন, মোপাঁছা প্ৰভৃতিক সাধাৰণতে নতুন আংগিকৰ চুটি গল্পৰ পথ-প্ৰদৰ্শক বুলি কোৱা হয়। এনে আংগিকত বৰ্ণনাত্মক দিশটো যথাসম্ভৱ চুটি আৰু অৰ্থপূৰ্ণ কৰা হৈছে। মূল ঘটনা এটা মাত্ৰ বহুত সীমিত কৰি কল্পনাৰ অবাধ বিস্তাৰ ৰোধ কৰা হৈছে।

মুনীন হাজৰিকাৰ 'গধুলি বকুলৰ গোন্ধ' গল্প সংগ্ৰহখনত তেওঁৰ স্বাভাৱিক দক্ষতা প্ৰকাশ পাইছে। ইয়াৰ ফলত গল্পখিনি সুখপাঠ্য আৰু তৃপ্তিদায়ক হৈ পৰিছে। গল্প কেইটাৰ আকৰ্ষণ স্বতস্ফুৰ্ত। ইয়াৰ মাজত কোনো জটিলতা বা বৰ্ণনাৰ আতিশয্য নাই। অপেক্ষাকৃত পোনটীয়া বিৱৰণৰ মাজেদি ঘটনাৰ গতি আগবাঢ়িছে পৰিণতিৰ ফালে। তেওঁৰ গল্পৰ বিশেষত্ব হৈছে যে দৈনন্দিন জীৱনত ঘটা কিছুমান সাধাৰণ ঘটনাৰ টুকুৰা ছবি বিষয়বস্তুৰূপে প্ৰতিফলিত হৈছে আৰু অনুভূতি বৈচিত্ৰ্যৰ মাজেদি ৰসৰ সঞ্চাৰ কৰিছে। যেনে ধৰক, 'ঘৰ' নামৰ প্ৰথম গল্পটো। গল্পটো সম্পূৰ্ণ পাৰিবাৰিক সমস্যা এটাৰ ওপৰত দৃষ্টিপাত হৈছে। দেবীকা আৰু বকুল ৰঞ্জনৰ বৈবাহিক জীৱনৰ মাজত কালক্ৰমত ঠাই পাইছিল- অবিশ্বাস্য মানসিক সংঘাত। বিশ্বাসৰ অভাৱে আৰু অবৈধ কাৰ্যকলাপে স্বামী-স্ত্ৰীৰ মাজত বিৰোধৰ সূচনা কৰিছিল। নগৰীয়া অবাস্তৱ সভ্যতাই মাতি আনিছিল দুৰ্যোগ। বকুল ৰঞ্জনৰ স্বভাৱত যি দুৰ্বলতা আছিল, সেই দুৰ্বলতাই তেওঁক নাৰীৰ সংগসুখৰ ফালে টানি নিছিল। চাৰ্টাৰ্ড একাউন্টেন্ট

ব্যৱসায়ৰ লগে লগে বকুলে হোটেল ব্যৱসায়তো হাত দিছিল। তেওঁৰ পুৰণি দিনৰ বন্ধু-বান্ধৱীসকলৰ মাজত আছিল বাংগালোৰৰ মীৰা উৰচ আৰু কলিকতাৰ জয়শ্ৰী সেন। এই পুৰণি যোগাযোগৰ ফলতেই নতুন পৰিস্থিতি আৰম্ভ হ'ল। জয়শ্ৰী আহি বকুলৰ হোটেলৰ নিয়মীয়া আলহী হৈ থাকিবলৈ ধৰাত বকুলৰ স্ত্ৰী দেবীকাৰ সন্দেহ ঘণীভুত হ'ল। আৰম্ভ হ'ল শীতল যুদ্ধ। দেবীকাই স্বামীৰ অধঃপতনত গভীৰ দুখ অনুভৱ কৰি বাপেকৰ ঘৰলৈ গুচি আহিল। কিন্তু তাই একমাত্ৰ সন্তান জিন্টুক লৈ বিব্ৰত হ'ল। কিমানদিন বাপেকৰ ঘৰত থাকিব? হাজাৰ হওক, তাই এঘৰলৈ বিয়া হৈ গৈছে। ভায়েক দ্বিপেনৰ বিয়া হ'লে তাইৰ কি গতি হ'ব? সি যদি খেদি দিয়ে, তেতিয়া তাই ক'লৈ যাব? কিন্তু এনে ঘটনা নঘটিল। দ্বিপেনে বিয়া কৰাই এক সিদ্ধান্ত লৈ পেলালে এই বুলি যে বায়েকক ঘৰটোৰ ওপৰমহলাত স্বাধীনভাৱে থাকিবলৈ দিব, তাই যাতে নিৰাপদে থাকে, অকলশৰীয়া নহয় তাৰ বাবে সি যত্নপৰ হ'ব। গিৰিয়েকে যি অবিচাৰ কৰিলে, যি স্ত্ৰীদোহ আচৰণ দেখুৱালে তাৰ বিপৰীতে সি বায়েকৰ অশান্তমনত কিছু সান্ত্বনা দিব। দ্বিপেনৰ উদাৰ মনৰ পৰিচয় পাই স্তাৰ মাকৰ আনন্দৰ চকুপানী ওলাল। দেবীকায়ো ভায়েকৰ প্ৰস্তাৱত কান্দি পেলালে। তাই বুজিলে যে তাই নিৰাশ্ৰয়া নহয়। তাইৰ এটা অতিকৈ আপোন ভাই আছে। গল্পটোত মোহনীয় মানৱতাবোধ জিলিকি উঠিছে।

"চিৰিয়াখানাৰ বাঘ" নামৰ গল্পটো সঁচা ঘটনাৰ আলমত ৰচিত যেন ভাব হৈছে। চিৰিয়াখানাৰ ভিতৰত ঘটা কিছুমান অসামাজিক (যেনে ডেকা-গাভৰুৰ প্ৰেম, জন্তুৰ খাদ্যৰ চোৰাং বেপাৰ, ধৰ্ষণ, জন্তুৰ প্ৰতি অযত্ন প্ৰভৃতি) ক্ৰিয়াকাণ্ডৰ এখন জ্বলন্ত চিত্ৰ ইয়াত প্ৰকাশ পাইছে। মানুহৰ ক্ষুধা কিমান ভয়ংকৰ তাক গল্পটোৱে বৰ্ণনা কৰিছে। অৱশ্যে বন্যপ্ৰাণীৰ স্বভাৱ মানুহতকৈ বহুত ওপৰত তাক গল্পকাৰে প্ৰত্যয় নিয়াইছে।

"গধুলি বকুলৰ গোন্ধ" নামৰ গল্পটো এহাল স্বামী-স্ত্ৰীৰ মাজত সৃষ্টি কৰা পাৰিবাৰিক সমস্যা। এফালে স্বামীৰ ৰুচিবিগৰ্হিত অশালীন চাৰিত্ৰিক অধঃপতন, টকা-পইচাৰ প্ৰতি মোহ, আনফালে স্ত্ৰীৰ কাব্যিক মন জুৰ পেলোৱা প্ৰশান্তি। তেওঁৰ শিল্পসুলভ মন-মেজাজত গিৰিয়েকৰ বস্তুবাদী আকাঙ্খাই প্ৰভাৱ পেলাব পৰা নাই। ক'ব পাৰি মুনীন হাজৰিকাৰ সাৰ্থক গল্পবোৰত মধ্যবিত্ত সমাজৰ এক অনুভৱ ফুটি ওলাইছে। অত্যন্ত দুখৰ কথা যে এই দৰদী গল্পকাৰজনৰ অলপতে, অকালতে মৃত্যু ঘটিছে।

***



মামণি ৰয়ছম গোস্বামীৰ

# তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা

ড০ মামণি ৰয়ছম গোস্বামী এগৰাকী প্রতিভাসম্পন্ন কৃতী লেখিকা। চুটি গল্পৰে অসমীয়া সাহিত্যত প্রবেশ কৰি তেওঁ সাম্প্রতিক কালত এখনৰ পাছত আনখন উপন্যাস লেখি আছে। 'চীনাবৰ সোঁত', 'নীলকণ্ঠ ব্রজ', 'অহিৰণ', 'মামৰে ধৰা তৰোৱাল', 'দঁতাল হাতীৰ উঁয়ে খোৱা হাওদা' প্রভৃতি তেওঁৰ বহু প্রশংসিত, বহু প্রচাৰিত উপন্যাস। লেখিকাৰ এক মোহনীয় ৰচনা শৈলী আছে। তেওঁৰ দৃষ্টি সমাজ সচেতনতাৰ ওপৰত সুপ্রতিষ্ঠিত। সামগ্রিকভাৱে তেওঁৰ কাহিনী হৃদয়গ্রাহী। অনুভূতি আৰু মানৱীয় প্রকৃতিয়ে তেওঁক উপন্যাস ৰচনাত প্রেৰণা যোগাইছে। ১৯৭২ চনৰেপৰা তেওঁ অবিৰামভাৱে সাহিত্য-চৰ্চা কৰি বৰ্তমান শক্তিশালী আৰু তীব্র চেতনালব্ধ ঔপন্যাসিকা হিচাপে সমাদৃত হৈছে, সন্মানীয় স্বীকৃতি লাভ কৰিছে। তেওঁৰ নতুন কিতাপ 'তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা' পঢ়ি ভাব হৈছে, যে তেওঁৰ ৰচনা কৰ্মই ক্রমাৎ অভিজ্ঞতাৰ পুৰঠ স্বাক্ষৰ বহন কৰিছে, দৃঢ়ত্তৰ মানৱ জগতত প্ৰবেশ কৰিছে। আলোচ্য গ্রন্থখন তেওঁৰ শেহতীয়া মনোজ্ঞ সংকলন। ইয়াত আছে এক মহীয়সীৰ জীৱন-বৃত্তান্ত, তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা, যাত্রা, পৰশু পাতৰৰ নাদ, বৰফৰ ৰাণী আৰু ভিক্ষাৰ পাত্র ভাঙি। ২৪৯ পৃষ্ঠা আগুৰি থকা এই ছয়খন ৰচনাৰ প্ৰথমখন এক আধৰুৱা জীৱন কাহিনী-কমলাৰত্নম নামৰ এগৰাকী বিদুষী মহিলাৰ। দ্বিতীয় ৰচনাখন এখন উপন্যাস, দিল্লীৰ পটভূমিৰ ওপৰত,ৰচিত। বাকীকেইখন গল্প জাতীয় কাহিনী। আটাইখিনি ৰচনাৰ এক ধাৰাবাহিকতা ৰক্ষিত নহ'লেও গভীৰ অৰ্থত আটাইকেইটাতে জীৱন জিজ্ঞাসাৰ এক ঐক্য সোমাই আছে। লেখিকাৰ চৰিত্ৰ ৰূপায়ণত যে সৃষ্টি কৰাৰ শক্তি আছে সেই কথা চকুত পৰিছে। এজন সাধাৰণ জ্ঞানৰ পাঠকেও পাতবোৰ লুটিয়ালে মামণি ৰয়ছম গোস্বামীৰ কাহিনী সৃষ্টিৰ সুখ্যাতজনিত প্রতিপত্তি সহজে বুজিব পাৰিব। তেওঁ দেখা ঘটনাৱলীৰ পৰ্যবেক্ষণত বিশেষ তাৎপৰ্য আছে। সাহিত্য কৰ্মৰ যি কলাত্মক উপলব্ধি, যি জ্ঞান আৰু অনুভূতিবোধ তাক লেখিকাই সযত্নৰে ৰক্ষা কৰিছে। এটা শৃংখলাবদ্ধ মটিভ প্ৰথমৰ পৰা শেহলৈকে সুবিন্যস্ত হৈছে। সেইটো হৈছে বাস্তৱতাৰ সত্যানুসন্ধান।

'এক মহীয়সীৰ জীৱন কাহিনী'ত আমি এক পৰম সত্যৰ উমান পাওঁ। বিদুষী মহিলা কমলাৰত্নমৰ যি জীৱন সংগ্রাম, যি অধ্যৱসায়, যি অসাধাৰণ জ্ঞানস্পৃহা তাৰ উমান এই কাহিনীত দাঙি ধৰা হৈছে। এক অত্যন্ত ৰক্ষণশীল পৰিয়ালত জন্ম লোৱা কমলাৰত্নমৰ আত্মকথাত কোনো অবিশ্বাস্য বৰ্ণনা নাই। কাৰণ তেওঁ নিজেই স্বনামেৰে ধন্য। এই মহীয়সী নাৰীৰ সান্নিধ্যলৈ অহাটোৱেই মামণি ৰয়ছম গোস্বামীৰ বাবে বিৰল সৌভাগ্যৰ কথা। তেওঁ এই বিদুষী মহিলাগৰাকীৰ সান্নিধ্যলৈ আহি আৱিষ্কাৰ কৰিছিল এটা বিদগ্ধ মনৰ ব্যাপক

দক্ষতা। মৃত্যুৰ আগেয়ে ৰত্নমে ভাবিছিল যে তেওঁৰ গুণগ্ৰাহী ডঃ গোস্বামীয়ে ৰত্নমৰ বিষয়ে কিছু কথা জনা দৰকাৰ। নিজ প্ৰিয়জনক জীৱনৰ কথা কৈ ভাল লাগে। তাতে প্ৰয়াত ৰত্নমে ডঃ মামণি গোস্বামীৰ প্ৰতিভাৰ চিনাকি ভালকৈ জানিছিল। নাৰীৰ মনৰ কথা এগৰাকী মনে মিলা নাৰীৰ আগত ব্যক্ত কৰাটো এক আনন্দময় অভিজ্ঞতা। পৰিতাপৰ বিষয় যে ৰত্নমৰ কথাবোৰ আধা কোৱাতে ৰৈ গ'ল, মৃত্যুৰ উপস্থিতিয়ে শেষ কৰিবলৈ নিদিলে। যিখিনি কৈ গ'ল, তাকে কিতাপখনত মামণি ৰয়ছমে বৰ্ণনা কৰিছে এই বুলি যে এই আধা কোৱা কাহিনীখিনিও অসমীয়া পাঠকৰ বাবে প্ৰেৰণাদায়ক হ'ব।

জীৱন আৰু পৃথিৱীৰ অভিজ্ঞতা এজন সৃজনশীল লিখকৰ বাবে শিল্প সাহিত্য ৰচনাৰ উত্তম সমল। এগৰাকী সমাজ সচেতন লেখিকা হিচাপে মামণি ৰয়ছম গোস্বামীৰ এনে অভিজ্ঞতা আমি পঢ়িবলৈ পাইছো 'তেজ আৰু ধূলিৰে ধূসৰিত' নামৰ কাহিনীটোত। ক'ব পাৰি যে লেখিকাই এই কাহিনীটোৰ মাজেদি লিপিবদ্ধ কৰিছে তেওঁৰ দিল্লীত অভিজ্ঞতা- - ইয়াৰ প্ৰতিক্ৰিয়া আৰু গুৰুত্বপূৰ্ণ আৰ্থ-সামাজিক ৰাজনৈতিক অভিপ্ৰায়। এই লিপিবদ্ধ কাহিনীৰ সাহিত্যিক প্ৰয়োজন, জ্ঞান, অনুভূতি আৰু কল্পনা আছিল লেখিকা গোস্বামীৰ বাবে নিৰ্বাচিত উপাদান। এই লিপিবদ্ধ আংগিকত সংযোগ ঘটিছে দিল্লীৰ সংঘটিত হোৱা এনে কিছুমান ঘটনা, যিবোৰৰ প্ৰত্যক্ষদৰ্শীৰূপে লেখিকাই উপন্যাসখনৰ পটভূমি তৈয়াৰ কৰাত সফল হৈছে। ই এক প্ৰত্যক্ষদৰ্শীৰ প্ৰতিবেদনেই অকল নহয়, এই বৰ্ণনা মানৱীয় দৃষ্টিভংগীৰো এক মৰ্মস্পৰ্শী অনুভৱ। এই অনুভৱ কেতিয়াবা বেজাৰৰ, কেতিয়াবা ক্ৰোধৰ, কেতিয়াবা নৈৰাশ্যৰ, কেতিয়াবা আকৌ আশা-আকংক্ষাৰ। দিল্লীত আশী দশকৰ আৰম্ভণিতে ঘটা সন্ত ভিন্‌দ্ৰেনৱালাৰ নেতৃত্বত অলেখ শিখ লোকৰ ভাৰতবৰ্ষৰ পৰা বিচ্ছিন্ন হোৱা উপলক্ষে আৰম্ভ কৰা হিংসাত্মক বিদ্ৰোহ, এই বিদ্ৰোহক দমন কৰিবলৈ ভাৰতীয় সৈন্যবাহিনীৰ অপাৰেশ্বন ব্লুষ্টাৰ, হিন্দু- শিখ সাম্প্ৰদায়িক সংঘৰ্ষ, শিখ সম্প্ৰদায়ৰ ওপৰত অমানৱীয় উৎপীড়ন, ভাৰতৰ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীক হত্যা, আইন-শৃংখলাৰ অৱনতি প্ৰভৃতিৰ বৰ্ণনা হৈছে উপন্যাসখনৰ তাৎপৰ্যপূৰ্ণ লক্ষণীয় বিষয়। এনে এটা অৱস্থা- সংকটৰ সম্বন্ধে লেখিকাৰ সচেতন মনোভংগী কিতাপখনে প্ৰত্যক্ষ কৰিছে। গভীৰতা বোধেৰে তেওঁ ঘটনাৱলী পৰ্যবেক্ষণ কৰিছে, মানুহৰ মৰ্যাদা আৰু দুখ-দুৰ্দশাৰ কথা চিন্তা কৰি উদ্বেগ প্ৰকাশ কৰিছে। তেওঁ উপলব্ধি কৰিছে যে সমাধানৰ পথ সহজ নহয়। মানুহ আৰু মানুহ হৈ থকা নাই। মানুহৰ অস্তিত্বই যুক্তি তৰ্কৰ বিষয় হৈ পৰিছে। লেখিকাই এক বিষাদময় বিচ্ছিন্নতাৰ ইংগিত পাই নিজকে অসহায় অনুভৱ কৰিছে । মকৰাই নিজে নিৰ্মাণ কৰা মকৰাজালত নিজে বন্দী হোৱাৰ লেখিয়া অৱস্থা এটাই তেওঁৰ নাৰী হৃদয় পীড়ন কৰিছে। অনেক উপ-কাহিনীয়ে উপন্যাসখনৰ বিষয়বস্তু ব্যাপক কৰি তুলিছে। ইয়াৰ মাজতে লেখিকাই স্বেচ্ছাই হওক বা অনিচ্ছাই হওক, এনে কিছুমান পৰিস্থিতিৰ সন্মুখীন হৈছে যিবোৰত তেওঁৰ দেহ মন উত্তেজনাৰে ভৰি গৈছে, প্ৰশ্ন আহিছে ব্যক্তি নিৰাপত্তাৰ। এফালে অসংগতি, আনফালে অনুভূতি আশ্ৰিত মনোভাব। কিছুমান ভিন্ন প্ৰকৃতিৰ চৰিত্ৰ যেনে, সন্তোষ সিং মুছাফিৰ, ৰদ্দীৱালা বলবীৰ সিং, ৰমন ৰাঘব, ছয়ফুট তিনি ইঞ্চি ওখ পাহৱাল উইলিয়ামছ, ট্ৰেনজিৎ

কেম্পৰ ৰিফিউজি গাভৰু কুলদীপ কৌৰ, বাঘৰ চকুৰ দৰে তীক্ষ্ণ চাৱনিৰ ব্ৰিগেডিয়াৰ নাগিয়াল, মদন ভাই চাহা ব আদিৰ অৱতাৰণাই সমাজৰ নীতি আৰু উচ্ছৃংখল মনৰ পৰিচয় দাঙি ধৰে। লেখিকাই উপন্যাসখনত বৰ্বৰতা, অশোভনীয় আচৰণ, নিয়ম বিৰুদ্ধ যৌন সম্পৰ্ক, দিল্লীৰ বেশ্যাবোৰৰ ৰাশিকৃত মনোযোগেৰে লক্ষ্য কৰি পৃথিৱীৰ ধ্বংস্তুপৰ মাজতো মানবীয় আদৰ্শ উদঘাটন কৰিবলৈ প্ৰয়াস কৰা পৰিলক্ষিত হৈছে। মিৰ্জা গালিবৰ জীৱন ৰহস্যকো উপন্যাসখনে বিস্তৃতভাৱে টানি আনি এটা কাব্যিক স্তম্ভ ৰচনা কৰি তৃপ্ত হৈছে। ক'বলৈ গলে 'তেজ আৰু ধূলিৰে ধূসৰিত পৃষ্ঠা' উপন্যাসখন মামণি ৰয়ছম গোস্বামীৰ দিল্লীৰ 'আঁখে দেখা হাল' একৰহস্যময় অভিজ্ঞতা। মূল কিতাপখনৰো এই উপন্যাস খণ্ড কেন্দ্ৰমণিস্বৰূপ।

সংকলনখনৰ বাকী কেইটা কাহিনীতো লেখিকাৰ জীৱনৰ অভিজ্ঞতাৰ বৈচিত্ৰ্যময় চিত্ৰকল্প অংকিত হৈছে। উদাহৰণ স্বৰূপে 'যাত্ৰা' নামৰ গল্পটোত লেখিকাই অধ্যাপক মীৰাঝকাৰৰ সৈতে কাজিৰঙা অভয়াৰণ্য চাই উভতি আহোতে লগ পোৱা এহাল বুঢ়া-বুঢ়ীৰ চাহৰ দোকানত পোৱা সৰল-সহজ আতিথেয়তাৰ অভিজ্ঞতা বৰ্ণনা কৰা হৈছে। ভ্ৰমণকাৰীয়ে কাজিৰঙাৰ বন্যপ্ৰাণী চায়েই তৃপ্তি লাভ কৰে। কিন্তু ইয়াৰ দাঁতি কাষৰীয়া গাওঁবোৰত বসবাস কৰা মানুহবোৰৰ কথা ঘূণাক্ষৰেও জানিব নোখোজে। অথচ কাজিৰঙাৰ জন্তুবোৰতকৈয়ো নিম্নস্তৰত থাকি এইবোৰ মানুহে কেনেকৈ জীয়াতু ভুগিছে , কেনেকৈ সন্ত্ৰাসবাদ দমনৰ নামত মিলিটেৰিৰ অত্যাচাৰ-উৎপীড়ন ভোগ কৰি সুখ- শান্তি হেৰুৱাইছে তাক চাবলৈ, বুজিবলৈ কাৰো সময় নাই। 'বৰফৰ ৰাণী'ৰ পটভূমিও দিল্লী। মামণি ৰয়ছম গোস্বামীৰ ভাষাত ক'বলৈ হ'লে 'জীৱন এক বিচ্ছেদৰ যাত্ৰা।' এই ভাৱধাৰাৰে সংকলনখন ৰচিত হৈছে। লেখিকা সাম্প্ৰতিক কালৰ এগৰাকী অন্যতম মানৱবাদী খ্যাতিমান সাহিত্যিক, ইয়াত সন্দেহ নাই।

* * *



# নাবান্ধা নামাৰা মাৰ মোক

শিশু কৃষ্ণৰ দুষ্টামিত মাক যশোদা অতিষ্ঠ হৈছিল। "লৱণু চোৰা বুলি যশোৱা মাই। গোকণ্ঠ পাশে বান্ধয় যদুৰাই।" কৃষ্ণই বাৰম্বাৰ কিমান অপৰাধ কৰিছে, প্ৰত্যেক বাৰেই যশোদাই শাস্তি দিয়াৰ চল কৰিছে আৰু আপোনমনে পুতা কৃষ্ণক কোলাত তুলি মৰমেৰে দুগালত চুমা খাইছে। বালক কৃষ্ণৰ চৰিত্ৰ মঠি মহাপুৰুষ শ্ৰীমাধৱদেৱে দধিমথন, লবণু-ভোজন, উৰল বন্ধন, অৰ্জুন ভঞ্জন যাত্ৰা ৰচনা কৰি ভক্তবৃন্দৰ শ্ৰদ্ধা ভাৱনা আৰু নিৰ্মল ভকতি প্ৰচাৰ কৰিছিল। বালক কৃষ্ণৰ লীলা হৈছে কৌতুক সম্বলিত মনোহৰ হাস্য লাস্য বিনোদ ক্ৰিয়াকাণ্ড! ৰসিক বাল গোবিন্দই কোপিত জননীৰ মৰম আদায় কৰিছিল দুষ্টামিৰ মাজেদি।

কৃষ্ণ ভকতিৰ এইবোৰ কাহিনী বৈষ্ণৱ সাহিত্যৰ অনুপম সংযোজন। লেখক প্ৰণৱপ্ৰাণ ভট্টাচাৰ্যৰ এই আলোচ্য কিতাপখনত আছে শিশু চৰিত্ৰ এটাৰ চাৰিত্ৰিক বৈশিষ্ট্য। এই বৈশিষ্ট্যতা বাল্যকালৰ জীৱন বৃত্তান্ত: স্বভাৱ নিৰ্ণয় কৰিব পৰা কিছুমান কাৰ্যাৱলীৰ বিৱৰণ।

লিখকে কিতাপখন উপন্যাস বুলি কৈছে। কাহিনীটো দীঘল গদ্যত ৰচিত কাল্পনিক বুলিয়েই তেওঁ চিহ্নিত কৰিছে। বাস্তৱ ঘটনাৰ জুমুঠি এটা লৈ নিজস্ব কল্পনাৰে বহুতো কথাৰ প্ৰলেপ সানি এটা শিশু চৰিত্ৰ উপন্যাস অভিধাৰে তেওঁ দাঙি ধৰিছে। উপন্যাসৰ কলা-কৌশলৰ প্ৰচলিত কাৰুকাৰ্য প্ৰকৃতাৰ্থত নাথাকিলেও ইয়াত আছে স্বাধীনোত্তৰ দিনৰ উত্তৰ কামৰূপৰ এক বিশেষ অঞ্চলৰ গ্ৰাম্য জীৱনৰ দৃষ্টি নন্দন ছবি। এই ছবিবোৰ সূক্ষ্ম ভাৱে চিত্ৰিত কৰি লেখক ভট্টাচাৰ্যই এটা শিশু চৰিত্ৰক কেন্দ্ৰীভূত কৰিছে আৰু তাৰ মাজেদি গাৱঁলীয়া জীৱনৰ প্ৰাত্যহিক অনুষংগবোৰ বাংময় কৰি তুলিবলৈ যত্ন কৰিছে। কিতাপখনত সমান্তৰাল ভাৱে প্ৰত্যক্ষ হৈছে শিশু মানসিকতা। এই মানসিকতা সকলো শিশু চৰিত্ৰৰে মূল আধাৰ। মাধৱদেৱৰ শিশু কৃষ্ণৰ ভাৱ অনুভূতিও এই দৃষ্টিকোণেৰে প্ৰৱাহমান। শিশুৰ অন্তৰ্জগতখন কিমান বিচিত্ৰময় তাক ভাবিলে বিস্ময় মানিব লাগে। শিশু মনৰ ৰঙীন কল্পনা, অলৌকিক চিন্তা-ভাৱনা , অসংলগ্ন আৰু অপৰিপক্ক আঁতিগুৰি নোহোৱা কাৰ্যকলাপবোৰেই শিশুমনৰ ৰহস্য দাঙি ধৰে।

শ্ৰীভট্টাচাৰ্যই তেওঁৰ কিতাপখনৰ পটভূমি শিশু মনোবিজ্ঞানৰ ভিত্তিত ৰচনা কৰিছে আৰু কাহিনী এটাৰ মাজেদি বিষয়বস্তুৰ প্ৰাসঙ্গিক প্ৰয়োজনীয়তা গুৰুত্ব সহকাৰে নিৰ্দিষ্ট কৰিছে। কাহিনীটো তজবজীয়া বাবেই ইয়াত চেতনাৰ মাজতো পাঠকৰ মনত কৌতূহল জন্মাব পৰা উপকৰণ আছে। কাহিনীৰ মূল চৰিত্ৰ মানস নামৰ সৰু ল'ৰা এটা। মধ্যবিংশ অসমীয়া গাঁৱলীয়া পৰিবেশত ডাঙৰ দীঘল হোৱা মানসপ্ৰীতিম ভাগৱতীৰ জন্ম এক প্ৰাচীন

সম্ভ্ৰান্ত পৰিয়ালত। এখন পৰিপূৰ্ণ ঘৰৰ পৰিবেশত মানসে তাৰ শিশুকাল অতিবাহিত কৰিছিল ৰং ধেমালিৰে। পঢ়া শুনাত বৰকৈ মনকাণ নিদি গাঁৱৰ দুষ্ট ল'ৰাবোৰৰ দৰে সি ধিতিঙালি কৰি ফুৰি মাক-বাপেকৰ চিন্তাৰ কাৰণ হৈ পৰিছিল। কোনো কঠোৰ শাসনে বলাব নোৱাৰা মানসৰ ধূৰ্তালিত ঘৰখন অতিষ্ঠ হৈ পৰিছিল। বাপেক আছিল গৰ্ডন হাইস্কুলৰ মাষ্টৰ। সময়ৰ অভাৱত তেওঁ মানসৰ প্ৰতি লব লগা যত্ন পালন কৰিব নোৱাৰিছিল। ককাক আছিল ধৰ্মপ্ৰাণ, জ্ঞানী ব্যক্তি। তেওঁৰ দৃষ্টিভংগী আছিল উদাৰ আৰু সংস্কাৰ ধৰ্মী। মানসৰ দুষ্টামিক তেওঁ সহনশীল মনোভাৱেৰে লৈ, তাৰ মন সংযত আৰু অধ্যয়নৰত কৰিবলৈ যত্ন কৰিছিল। ককাকৰ লগত মানস ফুৰিবলৈ গৈছিল আৰু বাটত তাৰ কৌতূহলী মনেৰে অনেক নজনা কথাৰ বুজ লৈছিল। গাঁৱৰ মানুহে মানসৰ ককাকক শ্ৰদ্ধা ভক্তি জনাইছিল আৰু "ভাগৱত ককা" "ভাগৱত খুৰা" আদি সম্বোধন কৰি আনন্দ লভিছিল। ভাগৱত ককা আছিল কম কথা কোৱা গুণী ব্যক্তি। গোমতী গাওঁখনৰ উন্নতিৰ হকে তেওঁ অশেষ শ্ৰম কৰিছিল আৰু কিবা এটা বেয়া দেখিলেই তাক শুধৰাবলৈ যত্ন কৰিছিল। তেওঁৰ সকলো কথা গঞা ৰাইজে শুনি সেইমতে কাম কৰিছিল। মানসে এইবোৰ দেখি-শুনি ককাকৰ প্ৰতি স্বভাৱতে আকৰ্ষিত হৈছিল। ধৰ্মীয় উপদেশবোৰ ককাকৰপৰা শুনি তাৰ মন বহুত স্থিৰ হৈছিল। ককাকৰপৰা অনেক শ্লোক শুনি সি মুখস্থ মাতিছিল। ককাকৰপৰাই মানসে ফুলৰ প্ৰতি অনুৰক্ত হৈ পৰিছিল। ফুল যে মানুহৰ বাবে অত্যন্ত আৱশ্যকীয় বস্তু, সেই কথা বুজি সি ফুল গছৰ যত্ন লৈ অপাৰ আনন্দ পাইছিল।

কাহিনীটোৰ এটা উল্লেখযোগ্য চৰিত্ৰ হ'ল বিদৰ্ভ মাষ্টাৰ। এজন নিষ্ঠাবান শিক্ষকৰূপে তেওঁক ৰূপায়িত কৰা হৈছে। এওঁৰ যত্নতে মানসৰ চৰিত্ৰই সম্পূৰ্ণ বেলেগ ৰূপ ললে। তাৰ মতি-গতি ভাল হ'ল, পঢ়া-শুনাত মন বহিল। আগৰ দুষ্ট স্বভাৱ এৰি সি সজ পথলৈ ওলাই আহিল। বিদৰ্ভ মাষ্টৰৰ মৰম আৰু শাসন দুয়োটাৰ মাজেদি মানসে পঢ়া-শুনাত সুনাম আনি সকলোৰে চেনেহৰ পাত্ৰ হৈ পৰিল। সি পৰীক্ষাত কামৰূপ জিলাৰ ভিতৰতে প্ৰথম হৈ বৃত্তি লাভ কৰিলে। গোঁৱাৰ গোবিন্দ মানসৰ চৰিত্ৰৰ উত্তৰণৰ ঘাই কাৰণ হ'ল বিদৰ্ভ মাষ্টৰ আৰু তেওঁৰ শিক্ষা পদ্ধতি। বিদৰ্ভ মাষ্টৰে কৈছিল, "মানসে পঢ়িবলৈ ইচ্ছা নকৰাৰ মূল কাৰণ আছিল কৌশলপূৰ্ণ যত্নৰ অভাৱ। শাসন কৰাৰ বাহিৰে তোমালোকে কোনোদিনে তাক মৰমেৰে, আলফুলে কাষত বহুৱাই লৈ কোনোৱেতো পঢ়োৱা নাছিলা? মৰম আকুল শিশুমনে মৰম নাপালে অভিভাৱকে কোৱা কামৰ প্ৰতি সিহঁত কেতিয়াও আগ্ৰহী নহয়। আনহাতে 'মাষ্টৰ' শব্দটোৰ প্ৰতি তাৰ এটা বিদ্বেষৰ ভাৱ আহি পৰিছিল। কাৰণ, যি কেইজন মাষ্টৰে তাক ঘৰত পঢ়াইছিল, সেই আটাইকেইজনে তাক ধমকি দিছিল, বেতেৰে কোবাইছিল। স্কুললৈ গৈ মাষ্টৰৰ ৰূপ তাৰ কাৰণে আৰু ভয়াবহ হৈ পৰিল।" বিদৰ্ভ মাষ্টৰে কৈছিল যে ডাঙৰে যেনেকৈ স্বীকৃতি বিচাৰে, প্ৰশংসা বিচাৰে, শিশুৱেও সেয়া বিচাৰে। শিশুৰ এখন বেলেগ পৃথিৱী আছে। সেই পৃথিৱীখনত সি বিচৰণ কৰি ভাল পায়। তাৰ মন ফলি-পেঞ্চিল, কিতাপ-পত্ৰতে কেৱল আবদ্ধ ৰাখিব নোৱাৰি। তাৰ উৎসুক্য, তাৰ কল্পনা, তাৰ মানসিক অৱস্থা বুজিহে তাৰ ভৱিষ্যত গঢ় দিব পাৰি।

বিদৰ্ভ মাষ্টৰৰ এইবোৰ কথাৰ সাৰমৰ্মই হৈছে লিখকৰ কিতাপখনৰ মূল বক্তব্য। এটা ৰসাল কাহিনীৰ মাজেদি এই বক্তব্যকে তেওঁ অংকন কৰিছে। কিতাপখনক শিশু সাহিত্য বুলি নকৈ শিক্ষক আৰু অভিভাৱকসকলৰ জানিবলগীয়া কিতাপ বুলি গণ্য কৰিব পাৰি। আজিকালি শিশুসকলে ঘৰে-বাহিৰে নিৰাপত্তা হেৰুৱাইছে। চহৰীয়া সভ্যতাত সিহঁতৰ ঘৰুৱা বান্ধোন নোহোৱা নিচিনা অৱস্থাত পৰিছে। 'Home is the best school and mother is the best teacher' বোলা ইংৰাজী প্ৰবচন নিৰৰ্থক হৈ পৰিছে, সমাজৰ বাবে, শিক্ষাৰ বাবে সুস্থ, সৱল আৰু নিৰাপদ পৰিৱেশ বিনষ্ট হৈছে। চাৰিওফালে শিশুৰ মন আতংকিত হৈ পৰিছে ভয়, সংশয় আৰু নিঃসংগতাৰ ভয়াবহতাৰে। সিহঁতৰ অৱচেতন মনত আমনিদায়ক হতাশাৰ ছবি। শ্ৰীভট্টাচাৰ্যৰ এই "নাবান্ধা নামাৰা মাৰ মোক" হৈছে শিশু মনৰ এক অৰ্থব্যঞ্জক প্ৰতিবেদন। তেওঁৰ ব্যক্তিগত জীৱনৰ অভিজ্ঞতাও ইয়াত সোমাই আছে বাবে চিত্ৰৰূপায়ণত বাস্তৱতাৰ পোনপটীয়া ৰূপ এটাও ফুটি উঠিছে। তেওঁ গভীৰ অনুভূতিক উপলব্ধিৰে ৰচনা কৰা এই আলেখ্যখন পঢ়ি যেইকোনো পাঠকে সোৱাদ পাব। ভুল বানান দুই এটা অৱশ্যে চকুত নপৰা নহয়। এটা উদাহৰণ হৈছে ৪৯ পৃষ্ঠাত থকা শিৱ প্ৰণামৰ শ্লোক। সম্ভৱ হ'ব লাগিছিল -ওঁ শিবায় বিষ্ণুৰূপায় বিষ্ণৱে শিব ৰূপিণে। অনাদি জগদীশায় নমো হৰি হৰাত্মনে।

★★★



# যাকেৰি নাহিকে উপাম

ডঃ লক্ষ্মীনন্দন বৰা ষাঠি দশকৰ গল্পকাৰসকলৰ মাজৰে এজন প্ৰতিষ্ঠালব্ধ লেখক। ৰামধেনু যুগতে অসমীয়া সাহিত্যত প্ৰবেশ কৰা ডঃ বৰাই ইতিমধ্যে কেইবাখনো উপন্যাস ৰচনা কৰি নিজৰ দক্ষতা প্ৰকাশ কৰিছে। এইখন মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱৰ জীৱন ভিত্তিক উপন্যাস। কোৱা হৈছে যে বহু পৰিশ্ৰমৰ মাজেদি সুদীৰ্ঘ প্ৰায় চাৰি বছৰ কাল এৰা ধৰাকৈ ক্ষয় কৰি এইখন কিতাপ তেওঁ লিখি উলিয়াই সাহিত্য প্ৰকাশক ছপাবলৈ দিছে। গুৰু ঋণ সোধাই তেওঁ স্বস্তিৰ নিশ্বাস পেলাইছে। সঁচা কথা, মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ প্ৰতি অসমৰ বৌদ্ধিক সমাজৰ ধাৰ বলে নোৱাৰা। মহাপুৰুষৰ অৱদান অসমীয়া সাহিত্যৰ বুৰঞ্জীত অসামান্য। কীৰ্তন ঘোষা, বৰগীত, বিভিন্ন কাব্য, নাট প্ৰভৃতিৰে তেৰাই অসমীয়া জাতীয় জীৱন চহকী কৰাই নহয়, সৰ্বাত্মকভাৱে অনুপ্ৰাণিত কৰিছে। অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ সাধকসকলে সেয়েহে এই মহান পুৰুষজনক বিশিষ্ট মৰ্যাদাৰে সমুজ্জ্বল কৰি ৰাখিব খোজে। এনে সৰ্বগুণাকৰ পুৰুষৰ তুলনা নাই। সাম্প্ৰতিক কালত শংকৰী কলাকৃতিৰ ওপৰত বৌদ্ধিক আলোচনা আৰম্ভ হৈছে। বিদ্যায়তনিক চিন্তা-চৰ্চাৰে সেইবোৰ গুণী-জ্ঞানীজনে ব্যাখ্যা কৰিছে, আধুনিকোত্তৰ কালত শংকৰদেৱৰ সাহিত্য প্ৰতিভা নতুন দৃষ্টিভংগীৰে গৱেষকসকলে চাবলৈ আৰম্ভ কৰিছে যাতে সৰ্বভাৰতীয় স্তৰত তেওঁৰ প্ৰতিভা দাঙি ধৰা সহজ হৈ পৰে। তেওঁৰ ব্যক্তিত্ব, সাহিত্য, কলা-সংস্কৃতি আৰু লগতে ধৰ্মীয় দিশ বিদ্বান মণ্ডলীত যাতে স্পষ্টৰূপত প্ৰকাশ পায়, সেই কথা অনুভৱ কৰি অনেকজন বিজ্ঞ লোকে শংকৰদেৱ অধ্যয়ন ব্যাপক কৰি তোলাৰ চেষ্টা কৰিছে। অৱশ্যে সকলো চেষ্টা আৰু বাদ্-বৈচিত্ৰ্য যে যুক্তিসম্পন্ন হৈছে, সেই কথা কোৱা মস্কিল।

শ্ৰীশংকৰদেৱৰ বিৰাট ব্যক্তিত্বৰ মাজত সোমাই আমি নিজেই থাউনি নাপাওঁ। তেওঁৰ অদ্বিতীয় সত্ত্বাই আমাৰ মন-প্ৰাণ সকলো অমৃতময় কৰি তোলে, আমাৰ দুখ, বেদনা প্ৰশমিত কৰে। তেনে এগৰাকী মহাপুৰুষৰ জীৱনৰ ওপৰত আলোচনাত্মক দৃষ্টিপাতেৰে ডঃ লক্ষ্মীনন্দন বৰাই এই আলোচিত উপন্যাসখন সম্পাদন কৰিছে। তেওঁৰ দেহ-মন গুৰুজনাৰ মহত্ত্বৰে উদ্ভাসিত। উপন্যাসৰ মাজেদি শংকৰদেৱৰ জীৱন ৰহস্যৰ গতিবেগ পৰিস্ফুট কৰিবলৈ তেওঁ প্ৰয়াস কৰিছে। জীৱনভিত্তিক ঘটনাৱলীৰ মাজত তেওঁ বিচাৰি পাইছে উপন্যাস এখনৰ তাৎপৰ্যপূৰ্ণ উপদান। তেওঁৰ অনুসন্ধিৎসু মনত আৱিষ্কৃত হৈছে শংকৰদেৱৰ নৰ-নাৰীৰ অন্তৰ্হিত বৈচিত্ৰ্য সন্ধান, সমাজ যন্ত্ৰণা, অস্থিৰতা। কেৱল নৈতিক মূল্যবোধৰ বিচাৰ নহয়, সেই সময়ৰ মানুহৰ সামাজিক স্থিতিশীলতা, জীৱন ধাৰণৰ মানসিকতা, অপাৰাধবোধ প্ৰভৃতিও উপন্যাসখনত সোমাই পৰিছে। আলোচ্য গ্ৰন্থখন জীৱনকেন্দ্ৰীক যদিও ইয়াত লেখকৰ কল্পনাৰ সমাগম উল্লেখনীয়। ক'ব পাৰি, জীৱনীভিত্তিক হলেও ই এখন Novelised

fiction। শংকৰদেৱৰ জীৱনপঞ্জীৰ বাহিৰেও ইয়াত সংযোগ হৈছে শংকৰদেৱৰ সমসাময়িক জীৱন প্ৰবাহৰ বিভিন্ন কল্পনাশ্ৰিত চিত্ৰ। লিখকে উৎকেন্দ্ৰিক সমকাল ঘটনাব অনিশ্চিত ভৱিষ্যৎ, অশুভ পাৰিবাৰিক ভয়াবহতা আৰু সংকটৰ প্ৰেক্ষাপট অংকন কৰি উলিয়াই আনিছে তেওঁৰ উপন্যাসৰ মূল নায়কজন। আদি পৃষ্ঠাবোৰ পৰিপূৰ্ণ হৈছে শংকৰদেৱৰ ল'ৰাকালৰ ঘটনা সমষ্টিৰে। বৰ্ণনা অনেক ক্ষেত্ৰত হৈ পৰিছে অত্যাধিক। সেইকাৰণে, পাঠক এজনে পোনছাটেই উপন্যাসখনৰ মুখ্য বিষয় কি, ভাবি কিছু বিমোৰত পৰিব। উপন্যাসৰ বিচাৰ বিশ্লেষণত আজি-কালি ক্ষুদ্ৰ ক্ষুদ্ৰ অনেক তথ্য আওকাণো কৰিব পাৰি। ৰসভংগ যাতে নহয়, ঔপন্যাসিকজনে আলোচ্য বিষয়বস্তুৰ অৱতাৰণা, প্ৰস্তাৱনা এনে ভাৱে কৰিব লাগে যাতে বহুল বৰ্ণনাই যুক্তি আৰু তথ্যৰ অযথা সমাবেশ নঘটায়। উপন্যাসখনত খেৰশুতীৰ চৰিত্ৰটো আকৰ্ষণীয়। ক'বলৈ গলে শংকৰৰ জ্ঞান উপাৰ্জনত এইগৰাকী বিদুষী মহিলাই আগভাগ লৈছিল। তেওঁ সংস্কৃত ভাষা অধ্যয়ন কৰি নিজেও পাৰদৰ্শিতা লভিছিল। উপন্যাসখনত খেৰশুতীয়ে কেনেকৈ বৰ নাতি শংকৰক মহেন্দ্ৰ কন্দলিৰ ওচৰলৈতে লৈ আহি "ৰূপৰ লগত এতিয়া বিদ্যাৰ গুণো দিয়ক" বুলি অনুৰোধ জনাইছিল। বৰ্ণিত হৈছে শংকৰৰ শিক্ষা লাভৰ আন্তৰিক দৃষ্টান্ত, সংস্কৃত শাস্ত্ৰৰ প্ৰতি থকা পৰম ধাউতি। উপন্যাসখনত শংকৰৰ শিক্ষা লাভৰ প্ৰসংগটো লিখকে আদ্যোপান্ত বিৱৰি কৈ গৈছে। ইয়াৰপৰা এই কথা প্ৰতীয়মান হৈছে যে শংকৰৰ মেধাবিশিষ্ট বৌদ্ধিক চৰ্চা আৰম্ভ হৈছিল আগবয়সতে। চৈধ্য শাস্ত্ৰ, চাৰি বেদ আৰু ওঠৰ পুৰাণ অধ্যয়ন কৰি, সেইবোৰৰ গভীৰ তত্ত্ব অনুধাৱন কৰি শংকৰে জ্ঞান পিপাসা পূৰণ কৰিছিল আৰু এইবোৰৰ যোগেদি তেওঁ ভৱিষ্যতৰ বৌদ্ধিক জীৱনৰ পথ উজ্জ্বল কৰিবলৈ সক্ষম হৈছিল। উপন্যাসখনত শংকৰৰ শিৰোমণি ভূঞা হৈ ৰাজকাৰ্য চলোৱা কাহিনী আছে। এই কাহিনীৰ মাজেদি লিখক বৰাই দেখুৱাইছে যে শংকৰৰ অভিজ্ঞতা সঞ্চয় হৈছিল ৰাজনীতিৰ মাজেদিয়ো। অকল শাস্ত্ৰ চৰ্চা আৰু বৌদ্ধিক অনুশীলনতে তেওঁৰ অভিজ্ঞতা সীমিত নাছিল। কুসুম্বৰ পুত্ৰ শংকৰ শিৰোমণি ভূঞা হৈ গুৰু দায়িত্ব পালন কৰি ৰাজনৈতিক আৰু প্ৰশাসনিক বিষয়তো ব্যুৎপত্তি দেখুৱাইছিল। ১৩৯২ শকৰ খৰালি বতৰত শংকৰৰ সূৰ্যৱতীৰ লগত মহাপয়োভৰেৰে বিবাহ কাৰ্য সম্পন্ন হৈছিল। তেতিয়া শংকৰৰ বয়স আছিল ২১ আৰু সূৰ্যৱতীৰ ১৪। দুয়োৰে দাম্পত্য জীৱন গঢ়ি উঠিছিল মধুৰ সম্পৰ্কৰ মাজেদি। অৱশ্যে সূৰ্যৱতীয়ে অকালতে ইহলীলা ত্যাগ কৰিলে।

উপন্যাসখনত শংকৰৰ মনত কেনেকৈ বৈষ্ণৱ ধৰ্মৰ বীজ ৰোপণ হৈছিল সবিশেষ সংযোগ হৈছে। বেদ, পুৰাণ, উপনিষদ অধ্যয়ন কৰি তেওঁ উপলব্ধি কৰিছিল যে মায়া-মোহক নেওচি শুদ্ধচিত্তে মহিমাময় ঈশ্বৰ কৃষ্ণৰ চৰণত মন-প্ৰাণ সঁপি দিব পাৰিলে পৰম আনন্দ লাভ কৰিব পাৰি। এয়ে একশৰণীয়া অদ্বিতীয় বৈষ্ণৱ ধৰ্ম। কিছুমান ধৰ্মই ক্ৰিয়াকাণ্ডৰ মাজেদি মানুহৰ মন আন্ধাৰত আৱৰি ৰাখিছে। ভাগৱতেই বৈষ্ণৱ ধৰ্মৰ সাৰ। ইয়াৰ প্ৰচাৰৰ বাবে জনসংযোগৰ প্ৰয়োজন। গীত, মাত বাদ্য অভিনয়ৰ মাজেদি এই ভাগৱতী ধৰ্ম প্ৰচাৰ সহজ হ'ব।

উপন্যাসখনত শংকৰৰ আধ্যাত্মিক চিন্তা-চৰ্চা, সাধু সংগ লাভ, তীৰ্থ ভ্ৰমণ আৰু বিধেয় তত্ত্বজ্ঞান বিস্তৃত ঘটনাবোৰ দাঙি ধৰা হৈছে। তেওঁ কেনেকৈ এগৰাকী নিৰ্মল সাধক হ'ব পাৰিছিল আৰু কেনেকৈ অসমত শাস্ত্ৰ চৰ্চাৰ মাজেদি নাম ধৰ্মৰ মহিমা প্ৰচাৰ কৰিছিল সেইবোৰ প্ৰত্যক্ষ কৰিছে।

শংকৰদেৱৰ 'এক দেৱ এক সেৱ' আদৰ্শই গ্ৰাম্য সমাজক এক শ্ৰেণী শোষকৰপৰা ৰক্ষা কৰিছিল। সমাজলৈ আহিল নতুন সংস্কাৰ, নতুন চেতনা। শংকৰৰ প্ৰিয় শিষ্য আছিল মাধৱদেৱ। দুয়ো পৰম নিষ্ঠাৰে অসমত ভাগৱতী ধৰ্ম প্ৰচাৰ কৰি অসমীয়া জাতিৰ জীৱনধাৰা সুপ্ৰতিষ্ঠিত কৰিলে। প্ৰত্যাহ্বানৰ সন্মুখীন হৈয়ো শংকৰদেৱে জনসাধাৰণৰ মনৰ সকলো বিভ্ৰান্তিকৰ ধাৰণা আঁতৰ কৰি একশৰণ নাম ধৰ্মৰ অপাৰ মহিমা সংস্থাপন কৰিব পৰিছিল। শ্ৰীমন্ত শংকৰে পাৰ ভাঙি দিয়া বৈকুণ্ঠৰ প্ৰেম অমৃতৰ নদীয়ে অসমীয়া জাতিৰ সংকীৰ্ণতা আঁতৰাই উদাৰ ধৰ্মীয় আৰু সামাজিক বাতাবৰণ সৃষ্টি কৰিলে। জাতি বৰ্ণ নিৰ্বিশেষে সকলোৱে শংকৰ মাধৱৰ হৰিনামৰ হাট পাতি নিৰ্ভয় মনেৰে জীৱন নিৰ্বাহৰ পথ বিচাৰি পালে। অসমীয়া ভাষা সাহিত্য চহকী হ'ল শংকৰ মাধৱৰ অমৃত বৰষা কীৰ্তন, নামঘোষা, ভটিমা, দশম, ভাগৱত, অংকীয়া নাট প্ৰভৃতিৰে। সকলো ৰচনাতে আমি পাওঁ জ্ঞানলাভৰ মাহাত্ম্য। শ্ৰৱণ কীৰ্তনৰদ্বাৰা মন কেনেকৈ পবিত্ৰ হয়, আত্মা শুদ্ধ হয় আৰু ঈশ্বৰৰ প্ৰতি প্ৰগাঢ় ভক্তি জন্মে তাৰ মূল ৰহস্য।

ডঃ বৰাৰ উপন্যাসখনৰ পটভূমি শংকৰদেৱক সমুজ্জ্বল কৰা । এনে পটভূমি ৰচনা কৰোতে তেওঁ শংকৰদেৱৰ সমগ্ৰ জীৱনৰ ঘটনাসমূহৰ সমাবেশ ঘটাইছে। এইবোৰ বৰ্ণনাত কল্পনাৰ প্ৰাচুৰ্যও আছে আৰু ঠায়ে ঠায়ে অতিৰঞ্জিত বাহুল্যও আছে। শংকৰদেৱৰ দৰে মহামানৱ এগৰাকীৰ জীৱন ৰহস্য উদ্‌ঘাটন কৰোতে কিছু অলৌকিক ব্যঞ্জনা সংযোগ হোৱাটো একো দোষণীয় নহয়। ভক্তিৰূপৰ মাজেদি মূল্যায়ন কৰোতে সেই অচিন্ত্য পুৰুষজনাৰ প্ৰতি যিকোনো লিখকৰ অতিৰিক্ত অনুভৱ থকাটো স্বাভাৱিক। আনন্দ স্বৰূপ শংকৰদেৱৰ সমগ্ৰ জীৱনটোৱেই এটা বৃহৎ উপলব্ধি। ডঃ বৰাই এই উপলব্ধিৰেই উপন্যাসখন ৰচনা কৰিছে। যত্ন কৰিছে শংকৰদেৱৰ চৰিত্ৰটোৰ পূৰ্ণ বিকাশ ঘটাই প্ৰকৃত আস্বাদন বিতৰণ কৰিবলৈ। তেওঁ চেষ্টা বা অভিলাষ অথলে যোৱা নাই। নিজৰ ক্ষমতাৰ উপযুক্ত বোজা কঢ়িয়াই অনেক তথ্য সংগ্ৰহ কৰি তেওঁ সম্পূৰ্ণ কৰিছে এই উপন্যাসখন, ৩৫১ পৃষ্ঠা খৰচ কৰি।

আমি এনে জীৱনীভিত্তিক আন উপন্যাস এখন পাইছো চৈয়দ আব্দুল মালিকৰ 'ধন্য নৰ তনু ভাল'। পাইছোঁ মেদিনী চৌধুৰীৰ মাধৱদেৱৰ ওপৰত ৰচিত 'বণ্ডুকা বেহাৰ'। দুয়োখন উপন্যাস অসমীয়া পাঠকৰ বাবে আদৰণীয়। স্থিতধী পুৰুষ শংকৰদেৱৰ চৰিত্ৰৰ ওপৰত ৰচিত মালিক চাহাবৰ উপন্যাসখন অৱশ্যে উপন্যাসৰ ৰহণেৰে অধিক বলিষ্ঠ। মেদিনী চৌধুৰীৰ 'বণ্ডুকা বেহাৰ'ত তথ্যভিত্তিক সাৰ্থকতা কিছু হ্ৰাস পাইছে বুলি সমালোচনা আছে।

ঔপন্যাসিক ডঃ লক্ষ্মীনন্দন বৰাৰ "যাকেৰি নাহিকে উপাম" এখন উপন্যাসকৃত জীৱনী গ্ৰন্থ ৰূপে স্বৰূপ লাভ কৰিছে। শংকৰদেৱৰ জীৱনৰ প্ৰায়বোৰ ঘটনাই ইয়াত সন্নিবিষ্ট হৈছে যিবোৰে শংকৰদেৱৰ ব্যক্তিত্বৰ পৰিচয় ফটফটীয়াকৈ দাঙি ধৰাৰ প্ৰয়াস কৰিছে। প্ৰতিভা আৰু জীৱন ৰহস্যৰ অন্তৰালৰ মাজৰপৰা শংকৰদেৱৰ চৰিত্ৰটো তন্ন তন্নকৈ চাবলৈ ডঃ বৰাই আমাক সুবিধা দিছে। উপন্যাসখন উপন্যাস হিচাপে অলপ শিথিল হলেও ইয়াৰ ৰচনাত যি সমল প্ৰয়োগ হৈছে, সেইবোৰে পাঠকক নিশ্চয় আনন্দ দিব। এনে সত্য চৰিত্ৰ চিত্ৰণত ডঃ বৰাই শিল্পসত্য সুন্দৰভাৱে প্ৰয়োগ কৰি ধন্যবাদৰ পাত্ৰ হৈছে।

***



# আমি এক যাযাবৰ

ড০ ভূপেন হাজৰিকা ৰচিত আৰু হিমাংশু চট্টোপাধ্যয় অনুলিখিত 'আমি এক যাযাবৰ' এখন আত্মজীৱনীমূলক গ্ৰন্থ বঙলা ভাষাত প্ৰকাশিত। ড০ হাজৰিকাই অৱশ্যে গ্ৰন্থখনক আত্মজীৱনী বুলি ক'ব খোজ নাই। তেওঁৰ সংগ্ৰামী শিল্পী জীৱনটো এতিয়াই শেষ হৈ গৈছে বুলি তেওঁ নধৰে। যদিও বয়সৰ লেখত তেওঁ তিনি কুৰি দহৰ দেওনা অতিক্ৰম কৰিলে, তথাপি তেওঁ ভাবে যে জীৱনত কৰিবলগীয়া বহুতো কাম এতিয়াও হৈ উঠা নাই। এখন অসম্পূৰ্ণ আত্মজীৱনী ৰচনা কৰা তেওঁৰ কাম্য নহয়। আলোচ্য গ্ৰন্থখন তেওঁৰ বৈচিত্ৰ্যময় জীৱন ৰথৰ এটা জুমুঠিহে।

অসমৰ এগৰাকী জনপ্ৰিয় শিল্পীৰ চিন্তনৰ প্ৰক্ৰিয়া, জীৱনৰ গতি কিমান বিচিত্ৰকৰ সম্পদেৰে ভৰপূৰ সেই কথা উপলব্ধি কৰিবলৈকে আমি এক যাযাবৰ পঢ়িছিলোঁ, পঢ়ি মুগ্ধ হৈছিলোঁ। অসম পূব সীমান্তত অৱস্থিত, এসময়ৰ দুৰ্গম অঞ্চল শদিয়াত ১৯২৬ চনত জন্ম লাভ কৰা ড০ ভূপেন হাজৰিকাই আজি এনে ধৰণৰ যশস্যাৰ গৌৰৱ লাভ কৰিছে, যাৰ কোনো অন্ত নাই, চাৰিসীমা নাই। এনে এগৰাকী অসামান্য শিল্পীৰ জীৱন ৰহস্য কিমান কৌতূহলপূৰ্ণ হব পাৰে, ভালকৈ অনুধাৱন নকৰিলে বুজিবলৈ টান হ'ব। ড০ হাজৰিকা এজন সুপ্ৰসিদ্ধ গায়কেই নহয়, তেওঁ এজন আকৰ্ষক লেখকো। তেওঁৰ ৰচনাভঙ্গী মনোগ্ৰাহী। অসংলগ্ন, নিষ্প্ৰভ, নিৰস বা নিৰৰ্থক ৰচনাত তেওঁ হাত নিদিয়ে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে আমি এক যাযাবৰ গ্ৰন্থখন শিল্পীজনৰ যাযাবৰী জীৱনৰ আত্মোদ্‌ঘাটন। নিজক দেখা আৰু আনক দেখুওৱা চৰিত্ৰ চিত্ৰণৰ প্ৰাসঙ্গিক বিস্তাৰ স্পষ্ট আৰু প্ৰত্যক্ষ ৰূপত ইয়াত প্ৰতিফলিত হৈছে। অৱশ্যে এনে ধৰণৰ গ্ৰন্থত নিজৰ সম্পৰ্কে লেখাত সুবিধা অসুবিধা দুয়োটা আছে। নিৰপেক্ষ আৰু সত্যবাদী হোৱা বিপজ্জনক। বিশেষকৈ, শিল্পী এজনৰ স্পৰ্শকাতৰ বৈতৰণী পাৰ হওঁতে এনে কিছুমান ঘটনা ঘটে, যিবোৰৰ বিষয়ে স্পষ্টবাদী হোৱা সম্ভৱ নহয়। সেইবাবে আত্মজীৱনী লেখকসকলে বিপন্নতাৰ আশঙ্কাত অনেক সময়ত এনেবোৰ স্পৰ্শকাতৰ অঞ্চল আঁতৰি ফুৰে অথবা ঘটনাৰ ক্ষেত্ৰত নীৰবতা অৱলম্বন কৰে। ক'ব পাৰি যে আত্মজীৱনী আত্ম ডায়েৰী নহয়। লেখকে নিজৰ চৰিত্ৰ দৃষ্টিগোচৰ কৰোতে পাৰিপাৰ্শ্বিকতাৰ লগত সামঞ্জস্যও ৰাখি চলিব লাগে। অৰ্থাৎ বাহিৰৰপৰা তেওঁৰ প্ৰতি আনৰ কেনে ধাৰণা হ'ব পাৰে, তাৰ প্ৰতিও লিখকে সচেতন থাকিব লাগিব। নিজৰ ভাৱমূৰ্তি সুপ্ৰতিষ্ঠা কৰা বাস্তৱিকতে কঠিন কাম। কল্পনা, অনুভূতি আৰু অভিজ্ঞতাৰ পাৰস্পৰিক সম্বন্ধত জীৱনীমূলক ৰচনাই অনেক সময়ত ৰস সৃষ্টি কৰিবলৈ সক্ষম হয়। বিশিষ্ট কবি, নাট্যকাৰ, সাহিত্যিক, শিল্পী, সঙ্গীতজ্ঞ , বিজ্ঞানী, প্ৰভৃতিৰ আত্মজীৱনী পঢ়িলে আমি তেওঁলোকৰ জীৱন দৃষ্টিৰ বিচিত্ৰ অভিপ্ৰায় দেখিবলৈ পাওঁ। নিঃসন্দেহে তেওঁলোকৰ কাহিনী আমাৰ জীৱনৰ বাবেও উদ্দীপনাময় অভিজ্ঞতা।

ভূপেন হাজৰিকাই কলা কৃষ্টি জগতত উল্লেখযোগ্য ভূমিকা লৈছে। তেওঁৰ জীৱন ৰহস্যত আমি প্ৰত্যক্ষ কৰো জয় পৰাজয়, সংগ্ৰাম সংঘৰ্ষ, আশা হতাশা, বেদনা বিষাদ, উৎসাহ নিৰুৎসাহ। কোনো কোনো বিষয়ত তেওঁৰ ব্যক্তিগত দৃষ্টিভংগী বেছি সুস্পষ্ট। তেওঁ অকপট ভাৱে বেয়া লগা ক্ৰিয়াকৰ্ম সমালোচনা কৰিছে আৰু তাৰ পৰিবৰ্তন কামনা কৰিছে। আৰু যিবোৰে তেওঁক অভিভূত কৰিছে সেইবোৰ ঘটনা তেওঁ দুহাতেৰে সাৱটি ৰাখিছে। তেওঁ স্বীকাৰ কৰিছে যে তেওঁৰ যি যাযবৰী স্বভাৱ তাৰে তেওঁ বিচিত্ৰ পৃথিৱীৰ বিচিত্ৰ মানুহৰ মন গহনত সোমবলৈ সুবিধা পাইছে আৰু এই গণ সংযোগৰ ফলত তেওঁৰ মন মুকলি হৈছে। সৰু কালত পৰিয়ালৰ সাংস্কৃতিক পৰিবেশত তেওঁ হৈ পৰিছিল সঙ্গীতপ্ৰিয়, কৌতুকপ্ৰিয়। এনে এটা দৃপ্ত মনে তেওঁক টানি নিছিল পৃথিৱীৰ বিভিন্ন প্ৰান্তলৈ। মানুহৰ ভিৰত তেওঁ সোমাই আৱিষ্কাৰ কৰিছিল নিজৰ জীৱন, শিল্পীৰ জীৱন। ৰহস্যময় পৃথিৱীৰ অন্তস্থলত সোমাই তেওঁ অনুভৱ কৰিছে কিছুমান হৃদয়হীন মানুহৰ দম্ভ অহংকাৰ, তৰ্জন গৰ্জন। ভাৰতবৰ্ষৰ দৰিদ্ৰ জনসাধাৰণৰ ওপৰত চলা অত্যাচাৰ উৎপীড়নৰ ঘটনাই তেওঁৰ মনত বিদ্ৰোহৰ অগনি জ্বলাই তুলি হাহাকাৰ কৰিছে 'অগ্নি যুগৰ ফিৰিঙতি মই, নতুন অসম গঢ়িম, সৰ্বহাৰাৰ সৰ্বস্ব.........' প্ৰভৃতি গান লিখি তেওঁৰ মনৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছিল। কোমল বয়সতে তেওঁৰ অন্তৰত অগ্নি যুগৰ স্ফুলিঙ্গই ঠাই পাইছিল।

ড০ ভূপেন হাজৰিকাৰ জীৱনত দকৈ সাঁচ বহুৱাইছে জ্যোতিপ্ৰসাদ আগৰৱালা আৰু বিষ্ণু ৰাভাই। ১৩ বছৰ বয়সতে জ্যোতি প্ৰসাদে তেওঁক ইন্দ্ৰ মালতী কথাছবিত গান গাবলৈ কলিকতাৰ অৰোৰা ষ্টুডিঅ'লৈ লৈ গৈছিল। ভূপেন হাজৰিকাই জ্যোতিপ্ৰসাদৰ ৰচিত 'বিশ্ব বিজয়ী নৱ জোৱান' গানটো গাই সকলোকে মুগ্ধ কৰিছিল। জ্যোতিপ্ৰসাদ আছিল আজন্ম স্বাধীনতাৰ পূজাৰী। বৃটিছ সাম্ৰাজ্যবাদৰ শোষণ নীতিত তেওঁ অসন্তুষ্ট হৈছিল। ভূপেন হাজৰিকাই ১৩ বছৰ বয়সতে জ্যোতিপ্ৰসাদৰ সান্নিধ্যলৈ আহি তেওঁৰ আদৰ্শৰে প্ৰভাৱান্বিত হৈছিল। জ্যোতিপ্ৰসাদৰ অনেক গান তেওঁ গাইছে আৰু জনগণক আকৃষ্ট কৰিছে।

আনজন আছিল বিষ্ণু ৰাভা। বিষ্ণু ৰাভাই সৰুকালৰে পৰা ভূপেন হাজৰিকাক লগ পাইছিল। ৰাভাৰ বিপ্লৱী সত্ত্বাই হাজৰিকাৰ মনত নিঃসন্দেহে গভীৰ প্ৰেৰণা যোগাইছিল। বিষ্ণু ৰাভা আছিল অসামান্য প্ৰতিভাৰ গৰাকী, যাযাবৰী শিল্পী। ৰাইজেই গণদেৱতা। বিষ্ণু ৰাভাৰ এই কথা ফাঁকি সাৰোগত কৰি ভূপেন হাজৰিকাই পৃথিৱীৰ অধিবাসীসকলৰ ভিন্নতাৰ অৱস্থা নিৰীক্ষণ কৰিবলৈ অধীৰ আগ্ৰহে অপেক্ষা কৰিছিল। বিষ্ণু ৰাভাক তেওঁ শ্ৰদ্ধা কৰিছিল এই বাবেই যে এইজন মহান শিল্পীয়ে জীৱনত ভোগ কৰা যন্ত্ৰণা, দুৰ্দশাগ্ৰস্ত অৱস্থা হেলাৰঙে বহন কৰিও বিশ্বৰ ছন্দে ছন্দে, মহানন্দে আনন্দে নাচি বাগি যাযাবৰী জীৱনৰ অমিয়া সুখ বিচাৰি পাইছিল।

ভূপেন হাজৰিকাৰ নাটকীয় জীৱনত প্ৰেম, সংগীত, ভ্ৰমণ, চাকৰি এই চাৰিবিধ বাসনাই ক্ৰিয়া কৰিছিল। অসমত প্ৰাথমিক শিক্ষা শেষ কৰি তেওঁ গৈছিল বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত অধ্যয়ন কৰিবলৈ। ড০ ৰাধাকৃষ্ণণৰ সান্নিধ্যলৈ আহি দৰ্শনৰ অনাৰ্চ লৈ তেওঁ উচ্চ শিক্ষা

লাভ কৰিছিল। অনেক দিগপাল মানুহক তেওঁ লগ পাইছিল। ডঃ ইউ চি নাগ, জয় প্ৰকাশ নাৰায়ণ, ৰণদাচৰণ উকীল, ধীৰেন্দ্ৰ কৃষ্ণ দেৱবৰ্মা প্ৰভৃতি আছিল এই সকলৰ ভিতৰত অন্যতম। ভূপেন হাজৰিকাই লিখিছে যে বেনাৰসত নপঢ়ি কলিকতাত পঢ়াহেঁতেন তেওঁৰ মন উত্তৰ-পূৰ্বাঞ্চল সংস্কৃতিতে কেন্দ্ৰীভূত হৈ থাকিলেহেঁতেন। বেনাৰসত পঢ়ি তেওঁ মহাভাৰতীয় সংস্কৃতিৰ উমান পালে। তেনেকৈ তেওঁ গুৱাহাটীতে বি. এ. বি. এল. পাছ কৰি অসমতে ওকালতি কৰি জীৱন অতিবাহিত কৰিব পাৰিলেহেঁতেন। কিন্তু তেওঁ আজিৰ ভূপেন হাজৰিকা হব নোৱাৰিলেহেঁতেন। বেনাৰসত থাকি তেওঁ পঢ়াৰ লগতে সংগীত আৰু চিত্ৰকলাৰো চৰ্চা কৰিবলৈ সুবিধা লাভ কৰি ধন্য হ'ল। সম্ভৱ, এইটোৱে তেওঁৰ ভাগ্যত লেখা আছিল।

ভূপেন হাজৰিকাই এম এ পাছ কৰি মাছ কমিউনিকেশ্যন পঢ়িবলৈ মাৰ্কিন যুক্তৰাষ্ট্ৰৰ কলম্বিয়া বিশ্ববিদ্যালয়লৈ গৈছিল। ইয়াৰ আগতে তেওঁ কিছুদিনৰ বাবে আকাশবাণীৰ গুৱাহাটী কেন্দ্ৰত কাম কৰিছিল। আমেৰিকাৰ দিনবোৰ আছিল তেওঁৰ বাবে উৎকণ্ঠা আৰু সংগ্ৰামৰ। আমেৰিকাৰ মাটিত ভৰি দিয়েই তেওঁ পুলিচৰ হাতত বিপ্লবী কমিউনিষ্ট বুলি হাৰাশাস্তি হৈছিল। বিষ্ণু প্ৰসাদ ৰাভাই অসমীয়াত লেখা মুক্তি দেউল (টেম্পোল অৱ ফ্ৰিডম) আছিল এই অভিযোগৰ মূল কাৰণ। কিতাপখনত ভূপেন হাজৰিকা ৰচিত দুটা বিদ্ৰোহাত্মক গীত আছিল। বৃটিছ চৰকাৰৰ শোষণৰ বিৰুদ্ধে লেখা গীত দুটাৰ বতৰা গোপনে মাৰ্কিন দেশৰ চোৰাংচোৱা বিভাগে সংগ্ৰহ কৰি হাজৰিকাৰ প্ৰবেশ পথত হকাবধাৰ সৃষ্টি কৰিছিল আৰু নানা প্ৰশ্নৰ উত্তৰ বিচাৰিছিল। অৱশ্যে বিচাৰকে অভিযোগ খণ্ডন কৰি তেওঁক উচ্চ শিক্ষাৰ বাবে অনুমতি দিলে। আমেৰিকাত থকা কালত ভূপেন হাজৰিকাই বহুতো অভিজ্ঞতা সঞ্চয় কৰিছিল। বিশেষকৈ, তেওঁ আছিল হিন্দুস্থান এচোচিয়েশ্যন অৱ আমেৰিকাৰ সাধাৰণ সম্পাদক। এনে এটা সন্মানজনক পদত থাকি ভূপেন হাজৰিকাই মাৰ্কিন বুদ্ধিজীৱীসকলৰ লগত সম্বন্ধ গঢ়ি তুলিবলৈ সক্ষম হৈছিল। তেওঁ লগ পাইছিল বিশিষ্ট মাৰ্কিন লেখিকা পাৰ্ল বাকক, সুখ্যাতিসম্পন্ন গায়ক পল ৰবচন, ইলিনা ৰুজভেল্ট, বিখ্যাত নৃতত্ত্ববিদ মাৰ্গাৰেট মিড, লেখক হাওৱাৰ্ড ফাষ্ট সকলক। লগ পাইছিল বিজয়লক্ষ্মী প্ৰভৃতি গণ্যমান্য ভাৰতীয় নেতাক। পৰিচয় ঘটিছিল সেই দেশৰ সংগীতকাৰ, কথাছবি প্ৰযোজক, অভিনেতা, অভিনেত্ৰীৰ লগত। বিশ্ববিখ্যাত বুৰঞ্জীবিদ টোয়েনবিৰ লগত ঘটিছিল শিক্ষক ছাত্ৰৰ মধুৰ সম্পৰ্ক। ভূপেন হাজৰিকাই লিখিছে যে পল ৰবচনৰ প্ৰভাৱ তেওঁৰ ওপৰত উল্লেখনীয়। তেওঁ আছিল কিংবদন্তি নিগ্ৰো গায়ক যিজনে হাতত লৈ ফুৰা গীটাৰখনক আখ্যা দিছিল দ্যা চোচিয়েল ইন্সট্ৰুমেন্ট, সামাজিক বান্ধোনৰ মহান বাদ্য। ভূপেন হাজৰিকাই নিউ ইয়ৰ্ক চহৰতে সমগ্ৰ বিশ্বৰ সন্ধান পাইছিল। ধনী দুখীয়া, সমাজৰ বিত্তবান ক্ষমতাবান ব্যক্তিৰপৰা লেতেৰা গলিত জীৱন কটোৱা নিৰ্যাতিত লোকৰ মাজত তেওঁ সোমাই পৰিছিল। বগা ক'লা মানুহৰ মাজত থকা ব্যৱধান দেখি তেওঁ হৈছিল মৰ্মাহত । ভূপেন হাজৰিকাই লগ পাইছিল গুজৰাটী কন্যা প্ৰিয়মক। বল্লভভাই পেটেল পৰিবাৰৰ ছোৱালী। প্ৰিয়মৰ লগতে তেওঁৰ এদিন হঠাতে বিয়া সম্পন্ন হৈ গ'ল। কলম্বিয়া বিশ্ববিদ্যালয়ৰপৰা তেওঁ মাছ

কমিউনিকেশ্যন বিষয়ত ডক্টৰেট হৈ স্বদেশলৈ উভতি আহিল নতুন অভিজ্ঞতা, নতুন আশা আৰু অদম্য মনৰ ৰঙীন কল্পনাৰে। তেওঁ বিশ্বৰ বিভিন্ন ঠাই ভ্ৰমণ কৰিছে যদিও, আমেৰিকাৰ ভ্ৰমণ তেওঁৰ বাবে আছিল সুদূৰপ্ৰসাৰী।

সংগীত হৈছে ভূপেন হাজৰিকাৰ প্ৰাণ। সংগীতক তেওঁ পৰিচৰ্যা কৰে আৰু ইয়াৰ মাজেদি জনসাধাৰণক উদ্বুদ্ধ কৰিব খোজে। সংগীত হৈছে যোগাযোগৰ বলিষ্ঠ মাধ্যম। পথভ্ৰষ্ট হোৱা মানুহক তেওঁ গানেৰে, সুৰেৰে, ছন্দেৰে ওভতাই আনিব পাৰিব বুলি বিশ্বাস কৰে। কাৰণ, সংগীতে অন্ধকাৰৰ দুৰ্গম পথ অতিক্ৰম কৰি নিপীড়িত মানুহৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিব পাৰে, ইপ্সিত বস্তু লাভ কৰিবলৈ শক্তি দিব পাৰে। তেওঁ অসংখ্য গান লিখিছে আৰু বিপুল সমাগমত সেই বোৰ গাইছে, জনতাক আপ্লুত কৰিছে। অসমীয়া ভাষাৰ বাদেও বঙলা, হিন্দী, ইংৰাজী ভাষাতো তেওঁ গান গাইছে, মানুহে তেওঁৰ লগতে যোগ দিছে। সঁচাকৈয়ে তেওঁ জনতাৰ শিল্পী স্বমহিমাৰে গৌৰৱান্বিত। তেওঁ কথাছবি পৰিচালক, সংগীত পৰিচালক। এৰাবাটৰ সুৰ (১৯৫৬), শকুন্তলা (১৯৬০), প্ৰতিধ্বনি (১৯৬৪), লটিঘটি (১৯৬৭), চিকমিক বিজুলী (১৯৭১), মন প্ৰজাপতি (১৯৭৮) ছিৰাজ আদি কথাছবিত তেওঁ সাৰ্থক ভূমিকা প্ৰতিপন্ন কৰিছে। "পদ্মশ্ৰী" "শঙ্কৰদেৱ বঁটা" সাহিত্য সভাৰ সভাপতি আৰু অনেক দামী পুৰস্কাৰ লাভ কৰোতা ভূপেন হাজৰিকা আজি অপ্ৰতিদ্বন্দ্বী গায়ক আৰু কলাজগতৰ বৰেণ্য ব্যক্তি। 'আমি এক যাযাবৰ' কেৱল তেওঁৰ আত্মজীৱনী নহয়, এইখন এখন সাহিত্য সংস্কৃতিৰ মূল্যবান অৱদান। এইখন এজন বিবেক বান মানৱপ্ৰেমী শিল্পীৰ আত্মাৰ পৰিচয়।

★★★



# চিৰঞ্জীৱ

গল্প আৰম্ভ হয় এটা অনুভৱ লৈ, যি অনুভৱৰ কোনো ৰূপ নাই। তাৰ পিচত গল্পকাৰে নিজস্ব ভাৱনাৰে অনুভৱৰ ৰূপ দিয়ে, গল্পৰ পৰিকল্পনা কৰে। তাৰ পিচত এটা সময় আহে, সেই সময়ে গল্পটোৰ গাঁথনি গঢ়ি তোলে। গল্পকাৰৰ তেতিয়া কোনো নিয়ন্ত্ৰণ নাথাকে। সময়ৰ গতিতে ঘটনাবোৰ আগবাঢ়ে আৰু শেষত নিজা অভিমত ব্যক্ত কৰে। এই গতিপথৰ পৰা পাঠকে এটা নিৰ্দেশ পায় বোধ শক্তিৰে কেনেকৈ মানুহে জীৱনৰ মাজতে ঘটনা প্ৰবাহৰ ভিতৰেদি অৱক্ষয় সমাজখনৰ অৱজেকটিভ ৰিয়েলিটি বুজি পাব পাৰে। শ্ৰীকমল গগৈ গল্প লেখক হিচাপে বৰ পৰিচিত নহয়। কিন্তু তেওঁৰ ৰচনা তাকৰ হলেও এটা টোটেল ইম্পোজিচন থকাৰ বাবে পঢ়ি ভাল লাগে। অনুসন্ধানকাৰী সাংবাদিক হিচাপে নহয়, তেওঁ এজন মানৱ দৰদী গল্পকাৰ হিচাপে নিজৰ যোগ্যতা প্ৰতিপন্ন কৰিছে। 'চিৰঞ্জীৱ' নামৰ প্ৰকাশ পোৱা গল্প সংকলনখন তাৰে এটা সাৰ্থক প্ৰতিফলন। তেওঁৰ গল্পকেইটা অনুভৱৰ ওপৰত প্ৰতিষ্ঠিত। বিশ্বস্ত পটভূমিৰ বাবে তেওঁ দূৰলৈ যোৱা নাই। নিজ চিনাকি পৰিৱেশতে তেওঁ আৱদ্ধ থাকি তেওঁৰ পৰিচিত মানুহবোৰৰ ক্ৰিয়া কাণ্ড, প্ৰতিক্ৰিয়া নিৰীক্ষণ কৰিছে আৰু ঘটনাৰ অনুসৰণকাৰীৰ দৰে গল্পই যি বিচাৰিছে, তাকে দিবলৈ চেষ্টা কৰিছে।

দহোটা গল্পৰে সম্পূৰ্ণ হোৱা এই সংকলনখনৰ প্ৰথম গল্পটোলৈকে মন কৰিলে এষাৰ কথাই আমাৰ বোধশক্তিক জোকাৰ মাৰি যায়। বোকা পানী গছকি, এসাজ খাই আনসাজ লঘোণে থাকি কষ্টৰ জীৱন যাপন কৰি দ্ৰৌপদী বায়ে মাষ্টৰ বাবুক উত্তেজনাৰে কৈছিল, "গৰীব হলে চব ফালৰ পৰা মস্কিল, মাষ্টৰ বাবু"। গৰীৱে ভাল হ'ব খুজিলেও পৰিৱেশে হ'বলৈ নিদিয়ে। স্কুলৰ চেক্ৰেটৰী, থানাৰ ছোট দাৰোগা আদিৰ চকু তাইৰ দেহাটোৰ ওপৰত। আনে তাইক নিস্বাৰ্থ ভাৱে সহায় কৰিবলৈ আহিলে সিহঁতৰ তেজ উতলা হয়। মেজাজ খাৰাপ হৈ যায়! অধৰৰ চৰিত্ৰটো সমাজ দৌৰাত্ম্যৰ আন এটা উদাহৰণ। ওখ, হটঙা মানুহটো জীৱনত অবিৰাম সংগ্ৰাম কৰোতেই গ'ল। ব্ৰহ্মপুত্ৰৰ চৰত ৰ'দে-বৰষুণে, বোকাই পানীয়ে কোনোমতে গাখীৰ বিক্ৰী কৰি জীৱন কটোৱা অধৰ চন্দ্ৰ ঘোষ ভাল মানুহ বুলিয়েই জনা যায়। ছোৱালী মজলীয়া স্কুলৰ চকিদাৰণী দ্ৰৌপদীৰ ঘৰতে সি দুপৰীয়া ভাতমুঠি খায়, সুখ দুখৰ কথা পাতে। সম্বন্ধত দ্ৰৌপদী তাৰ ভনী, দুয়ো ঘাট মাউৰা। এটা দুষ্ট স্বভাৱৰ মানুহৰ চলনাত পৰি তাইৰ সৰ্বনাশ হ'ল। গোচৰ দিয়ো কাম নহ'ল। পুলিচে বৰং তাইকহে গালি-গালাজ দি খেদি পঠালে। সেইদিন ধৰি তাই সামান্য চকিদাৰণী চাকৰিটো কৰি পুতেক উদ্ধৱক বুকুত সাৱটি জীৱন অতিবাহিত কৰিছে। অধৰেই টানে বিপদে মাত এষাৰ দিছে, ইটো সিটো সহায় কৰি দিছে। অধৰৰ মুখত নানা বেজালি মন্ত্ৰ-তন্ত্ৰ, কাহিনী-উপাখ্যান,শুনি তাই দুখ পাতলাইছে। অধৰে জীৱনত কিমানক উপকাৰ সাধিছিল, তাৰ লেখ নাই। কিন্তু

তাৰ বিপদত কোনেও তাক অকমানো সহায় কৰি পূৰ্বৰ উপকাৰ পৰিশোধ কৰা দূৰৰ কথা, তাৰ অহিতহে কামনা কৰিছিল। অধৰ বোলে চোৰ, সি উকীল বাবুৰ ঘৰৰ কাষৰ কংস বণিক্যৰ ঘৰৰ পৰা এটা পুৰণি পিতলৰ ঘটী বোলে চুৰ কৰিছিল। চকিদাৰণী দ্ৰৌপদীৰ লগত সাঙুৰি পুলিচে তাক হেণ্ডকাফ লগাইছিল। আচল কথা হ'ল, অধৰ থাকিলে দ্ৰৌপদীৰ ওপৰত কানু হাৱালদাৰে ইজ্জত লুটিব নোৱাৰে। গল্পটোত অধৰ আৰু দ্ৰৌপদী চৰিত্ৰ দুটা নিৰ্যাতনৰ বলি ৰূপে অংকিত হৈছে। আনফালে, পুলিচী শাসনৰ ভ্ৰষ্টাচাৰ, পাপাচাৰ উদঙাই দি গল্পকাৰে ক'বলৈ বাধ্য হৈছে এইবুলি যে এই শ্ৰেণী মানুহ সহজে আঁতৰ নহয়। সিহঁতৰ প্ৰবৃত্তি আৰু মনৰ ভাৱতো সলনি নহয়েই, আনকি মোট টোও সলনি নহয়। সমাজৰ এজন পৰ্যবেক্ষক ৰূপে গল্পকাৰৰ এই কথাখিনিত সমাজৰ অবক্ষয় প্ৰকাশ পাইছে।

'এদল বান্দৰ, এজাক মানুহ' গল্পটোত "বান্দৰবোৰৰ মাজত কিমান আপোন ভাৱ! সিহঁতে লগৰ কাকো বিপদত এৰি নিদিয়ে। আৰু মানুহে ! মানুহক খালৈ ঠেলিবলৈহে বিচাৰে!" এইষাৰ কথাকে কৈ এটা কৰুণ কাহিনীৰ মাজেদি গল্পকাৰে আমাৰ মন আৱৰি পেলাইছে। গল্পটোৰ মূল চৰিত্ৰ শূলধৰ খেতিয়ক। গায়ন বৰাৰ মাটি চহোৱাৰ পৰা ধান দাইঁ ভঁৰালত সুমুৱালৈকে সকলো কাম সি কৰিব লাগে। এদিন তাৰে আছিল দুবিঘা মাটি। কিন্তু গৰুহালৰ হে এবিঘা মাটিৰ ধান সি এৰি দিব লগা হ'ল। এপুৰা মাটিতে সি হাড়ক মাটি তেজক পানী কৰি খেতি কৰি কোনোমতে পেট প্ৰৱৰ্তায়। ঘৰ বুলিবলৈ ঘৈণীয়েক পদুমী, পদুমী আহোমৰ ছোৱালী। সি পলুৱাই আনিছিল। সিহঁতৰ জাল ভাৰী গাওঁখনৰ মানুহে এই কামৰ বাবে তাক এঘৰীয়া কৰিছিল। তাৰ বোলে জাত গ'ল। ইয়াৰ বাবে শূলধৰৰ কোনো দুখ নাছিল। কাৰণ মানুহজনী সি বিচৰা মতেই পাইছে। সুখত সুখী, দুখত দুখী। সিঁহতৰ মৰম লগা সন্তান লখিমী।

পদুমীৰ সন্তানসম্ভৱা অৱস্থা এটা গল্পটোত ৰুদ্ধশ্বাস গতিত বৰ্ণিত হৈছে। এই বিপদত শূলধৰে অনেকৰ ওচৰলৈ দৌৰ দিছিল যন্ত্ৰণাত ছট্ ফটাই থকা পদুমীৰ প্ৰসৱ বেদনাত সহায় কৰাৰ আশাৰে। বানচী পেহী, ৰমেশ কবিৰাজ, হেমাই বাপু, ৰোষেশ্বৰ কোনেও তাক সহায় কৰিবলৈ আগবাঢ়ি নাহিল। অথচ, এইবোৰ মানুহৰ বিপদত সি এদিন হেলাৰঙে আগবাঢ়ি সহায় কৰিছিল। আজি এইবোৰ স্বাৰ্থপৰ মানুহৰ, তাক বিপদত সামান্যতম সহায় আগবঢ়োৱাৰ সৌজন্যতা নাই। জেলৰ 'দোস্ত' গণিৰুদ্দিন ভাগ্যে আহি হঠাৎ উপস্থিত নোহোৱাহেঁতেন পদুমীক জীয়াই ৰখাটোকে টান হ'লহেঁতেন। পদুমীয়ে গণিৰুদ্দিনৰ বেজালিত যেনিবা ৰক্ষা পালে আৰু সন্তান এটা জন্ম দিলে। গণিৰুদ্দিনে শূলধৰক সান্ত্বনা দি কৈছিল, "দুখ নকৰিবি। আমি সহজে নমৰো। আমাৰ মানুহে যুঁজি মৰিম......"। গল্পটো সাৰ্থক ৰচনা। দুখীয়া মানুহৰ সংগ্ৰামৰ স্বাক্ষৰ সমৃদ্ধ। গল্পকাৰ জীৱন সম্পৰ্কে আশাবাদী। জগতত কোনো পৰাজিত নহয়। সংগ্ৰামে আত্মপ্ৰতিষ্ঠা সম্ভৱ কৰি তোলে।

'এটা নতুন পৰ্ব' গল্পটোৰ বক্তব্য দুৰ্নীতিপৰায়ণ, স্বাৰ্থপৰ, ঘৃণনীয় এচাম বিষয়াৰ শোষণ আৰু ভ্ৰষ্টাচাৰৰ বিৰুদ্ধে সাৱধান বাণী। আজি সমাজত অন্যায় অবিচাৰকো ঘোচ খুৱাই

"ন্যায়ৰ সুবিচাৰ" বুলি মিছা ভাষণেৰে চলাই দিয়া হয়। ফলত দেশত দেখা দিছে সংকট। এই দুৰ্নীতিৰ বিৰুদ্ধে গৰ্জি উঠিছে জাগ্ৰত যুৱ শক্তি। বেত্ৰাঘাত, অস্ত্ৰ-শস্ত্ৰ, বোমা বাৰুদ লৈ এদল সশস্ত্ৰ বিপ্লৱী ওলাই আহিছে। তেওঁলোকৰ পথ যিয়েই নহওক লাগিলে, তেওঁলোক আজিৰ গলিত সমাজৰ পংককুণ্ড পৰিষ্কাৰ কৰিবলৈ দৃঢ় সংকল্প। গল্পকাৰে সাম্প্ৰতিক কালৰ এটা অন্যায়, সন্দেহৰ বিষজৰ্জৰিত অৱস্থা দাঙি ধৰিছে সচেষ্ট প্ৰয়াস ৰচনাৰ মাজেদি। শ্ৰীকমল গগৈৰ এই গল্প সংকলনখন আত্মিক আৰু মানসিক দ্বন্দ্বৰ সাৰ্থক অনুভৱ। কাহিনীৰ সুনিপুণ বিন্যাস, মাৰ্জিত ৰুচিবোধ আৰু সমস্যাৰ মননশীল উপস্থাপন হৈছে তেওঁৰ কৃতিত্ব। এপিচদ্‌বোৰ নাট্যধৰ্মী। যিকোনো টি-ভি ছিৰিয়েলৰ বাবে উপযুক্ত উপাদান। কাহিনী বিচাৰি বাহিৰলৈ হাত মেলা প্ৰযোজক- পৰিচালক সকলে ঘৰতে শ্ৰীকমল গগৈৰ দৰে গল্পকাৰৰ বস্তুনিষ্ঠ সাৰ্থক কাহিনী দেখোন সহজেই ৰূপায়িত কৰিব পাৰে।

***



# আন্তৰিক

বন্দিতা ফুকনৰ এইখন নতুনকৈ ওলোৱা গল্প সংগ্ৰহ। অসমৰ বাতৰি কাকত আৰু আলোচনীত প্ৰকাশ হোৱা তেওঁৰ কিছুমান নিৰ্বাচিত গল্প ইয়াত পুনৰ পঢ়িবলৈ পোৱা গৈছে। বাতৰি কাকত আৰু আলোচনীত ওলোৱা গল্পবোৰ অনেকে নপঢ়ে। চকু ফুৰায়েই পাহৰি যায়। কাৰণ, এইবোৰ মাধ্যমত পঢুৱৈ সমাজে 'খবৰ' অধিক আশা কৰে। সাহিত্যৰ মূল আশ্ৰয় কিতাপ। কিতাপতে সাহিত্যই সমাদৰ লাভ কৰে আৰু স্থায়ী ৰূপ লাভ কৰিবলৈ সুবিধা পায়। বন্দিতা ফুকনে তেনে এটা কথা বুজি শুনি এই 'আন্তৰিক' নামৰ নিৰ্বাচিত চুটি গল্প সংকলনখন উলিয়াইছে আৰু অসমীয়া গল্প-সাহিত্যৰ 'অন্তৰংগ হৈ পৰিছে। লেখিকা ফুকনৰ ৰচিত আন আন পুথিও আছে। শিশু সাহিত্যত বিশেষকৈ তেওঁ পুৰস্কৃত হৈছে আৰু খ্যাতি লভিছে। শ্ৰীমতী ফুকন অসমৰ প্ৰথম মহিলা মেকানিকেল ইঞ্জিনীয়াৰ আৰু বৰ্তমান অসম উদ্যোগিক উন্নয়ন নিগম গুৱাহাটীস্থ কাৰ্যালয়ৰ এগৰাকী উচ্চ পদস্থ বিষয়া।

এই গল্প সংকলনখনত ১৪ টা চুটি কাহিনী আছে। ক'ব পাৰি যে নিৰ্বাচন সুখপাঠ্য হৈছে। সুখপাঠ্য বুলিছো এইবাবেই যে এখন কিতাপ মোৰ সমালোচনাৰ মেজলৈ আহিলে মই কিতাপখনৰ প্ৰথম ১৫ পৃষ্ঠামান পঢ়িয়েই এটা ধাৰণা কৰিব পাৰো যে কিতাপখন চিত্তাকৰ্ষক হ'বনে নহয়। দুই তিনিবাৰ জোৰ কৰি পঢ়িও মন বহুৱাব নোৱাৰিলে সেইখন কিতাপ মই আঁতৰাই থওঁ। বহুত কিতাপেই মোলৈ আহে বিভিন্ন পক্ষৰ পৰা। এইবোৰৰ কিছুমান মই বাদ দিব লগা হয় নিৰস ৰচনাৰ বাবে, মোৰ মন বহুৱাব নোৱাৰাৰ বাবে। তাতে, নিৰস অখ্যাদ্য গ্ৰন্থ পাঠ কৰিবলৈ মোৰ সময়ৰো অভাৱ। খৰকৈ পঢ়া অভ্যাস এটা মই আয়ত্ত কৰিছো সুদীৰ্ঘ চল্লিছ বছৰ গ্ৰন্থ জগতৰ লগত থাকি। বন্দিতা ফুকনৰ কিতাপখন মোৰ ভাল লাগিছে বাবেই কৌতূহলেৰে পঢ়িবলৈ মোৰ আগ্ৰহ জন্মিল। প্ৰথম গল্পটোৱেই এই আগ্ৰহ জন্মোৱাৰ বাটকটীয়া। গল্পটোৰ নাম কুকৰ। অতি সতেজতাৰ ইংগিত বহন কৰা এই গল্পটোৰ আকৰ্ষণ এটা কুকুৰ আৰু এজন বৃদ্ধ। ক'ব পাৰি যে কুকুৰক গল্পৰ বিষয় হিচাপে লৈ বিশ্ব সাহিত্যত ভালেমান মজাৰ গল্প ৰচিত হৈছে। জন্তু জগতত কুকুৰ হৈছে আটাইতকৈ মৰমৰ ঘৰচীয়া প্ৰাণী, প্ৰভুভক্ত, বিশ্বাসী, ৰখীয়াল আৰু বুদ্ধিমান। এঘৰ গৃহস্থৰ ঘৰত এটা ভাল পোহনীয়া কুকুৰে কিমান কাম চম্ভালিব পাৰে সেই কথা কোৱা নিষ্প্ৰয়োজন। কুৰি হাজাৰ বছৰৰ আগৰেপৰা মানুহৰ প্ৰিয় সংগ স্বৰূপে কুকৰে মানুহৰ সহায় হৈ আহিছে। পুৰণি গ্ৰীচ দেশত কুকুৰ হৈছে বহুত আমোদী আখ্যানৰ মূল চৰিত্ৰ। ঈছপৰ উপকথাত কুকুৰৰ আখ্যান আছে। বাটডিচনেৰ "ওল্ড য়েলাৰ" নামৰ চলচ্চিত্ৰখনত এটা ল'ৰাৰ লগত থকা বুঢ়া য়েলাৰ নামৰ কুকুৰটোৰ মনোগ্ৰাহী কাহিনী ৰূপায়িত হৈছে। পৃথিবীৰ প্ৰায়বোৰ শিশু সাহিত্যত কুকুৰৰ ভূমিকা পোৱা যায়। আমাৰ মহা ভাৰততো কুকুৰৰ উল্লেখ আছে।

কুকুৰৰ গল্প অভিমান বেজাৰ আৰু আনন্দ মিশ্রিত। বন্দিতা ফুকনৰ গল্পটোত আমি দেখিবলৈ পাওঁ, কুকুৰ দেখিবকে নোৱাৰা সদানন্দ বৰুৱাৰ নিঃসংগ বাৰ্দ্ধক্য জীৱনত টম বোলা কুকুৰটো কেনেকৈ একমাত্ৰ মৰমৰ লগৰীয়া হৈ পৰিল তাৰ সোৱাদ লগা কাহিনী। এদিন সদানন্দ বৰুৱাই কুকুৰৰ নাম শুনিলেই আতংকত ভয়বিহ্বল হৈছিল। কুকুৰৰ ভুকভুকনি তেওঁৰ বাবে আছিল ত্রাসৰ কাৰণ। পোহনীয়া কুকুৰো যে এদিন হঠাতে বলিয়া হৈ ঘৰৰ অঘটন ঘটাব পাৰে, ঘৰলৈ অহা আলহীক কামুৰিব পাৰে সেই কথাই তেওঁৰ মনত ভয়ৰ সূচনা কৰিছিল। তাতে কুকুৰ এটা পোহা মানেই জঞ্জাল চপাই লোৱা, খৰচৰ বাট অযথা মেলি লোৱা। এদিন বৰুৱাৰ ব্যস্ত জীৱনৰ অন্ত পৰিল। স্ত্ৰীৰ মৃত্যু ঘটিল, ল'ৰা ছোৱালী পঢ়া শুনা কৰি আৰ্জিব পৰা হ'ল, ঘৰ সংসাৰ বাঢ়িল। পেঞ্চন পোৱা বৰুৱাৰ জীৱনলৈ আহিল অৱসৰ জীৱনৰ নাযায় নুপুৱায় আশা শূন্য দিনবোৰ। ল'ৰা বোৱাৰী নাতি নাতিনী সকলো নিজ নিজ কামত ব্যস্ত। সকলোৰে সময়ৰ অভাব। এনেতে ঘৰখনলৈ অনা হ'ল এটা এলচেচিয়ান জাতৰ কুকুৰ পোৱালি। বৰুৱাৰ আপত্তি সত্বেও আনবোৰে কুকুৰটো ৰাখিলে, নাম থলে টম্। বৰুৱাৰ বৃদ্ধ বয়সত অন্তহীন সময়বোৰৰ একমাত্ৰ লগৰীয়া ৰূপে টমে নিজ আচৰণৰ বলত আপোন হৈ পৰিল। বৰুৱা আৰু টম দুয়োৰ অকলশৰীয়া জীৱনৰ মাজত এক মিত্ৰতা স্থাপন হ'ল আৰু দুয়ো দুয়োকে ভাল পাবলৈ ধৰিলে। কুকুৰ প্ৰাণীটোক দেখিব নোৱাৰা মানুহজনৰ বুজিবলৈ বাকী নাথাকিল যে বয়সৰ যি সীমাত তেওঁ ভৰি দিছেহি সেই বয়সত তেওঁক লগ দিব পৰা ঘৰখনৰ একমাত্ৰ প্ৰাণী হৈছে টম বোলা কুকুৰটোহে। মানুহ আৰু কুকুৰ দুয়ো মৰমৰ বান্ধোনেৰে একাকাৰ হ'ল। ঘৰত সকলোৱে টমক 'ককাৰ কুকুৰ' 'দেউতাৰ কুকুৰ' বুলি মাতিবলৈ ধৰিলে। গল্পটোৰ ৰচনাত সোৱাদ ভৰা পৰিণতি বিতোপনকৈ ফুটি ওলাইছে।

সংকলনখনৰ আন এটা গল্প 'আন্তৰিক'ত আমাৰ মনত সজ কামৰ বাবে শ্ৰদ্ধা আৰু আন্তৰিকতাৰে সঁচ বহুৱা চিত্ৰ প্ৰদৰ্শিত হৈছে। সাধাৰণ বুলি গণ্য কৰা কিছুমান মানুহে জীৱনত এনে একোটা নভবা নিচিন্তা কাম কৰি পেলায় যাক ভাবিলে পৰম বিস্ময় লাগে আৰু সেই মহৎ কামৰ বাবে আমাৰ অন্তৰত মানুহজনৰ প্ৰতি অযাচিতে মূৰ দোঁ খায়, আন্তৰিকভাৱে পৰিচয় লাভ কৰি কথা-বতৰা হ'বলৈ হাবিয়াস জন্মে। কলেজীয়া জীৱনৰ সহপাঠী কোনোদিনে পাত্তা নোপোৱা নিখিলেশ (নামটো পৰ্যন্ত মনত ভালকৈ নপৰে) ডাঙৰ হৈ অন্ধ বিদ্যালয়ৰ অন্ধ ছোৱালী এজনীক বিয়া কৰালে। সিহঁতৰ বিবাহিত জীৱনৰ স্বাভাৱিক দিনবোৰৰ মাজত প্ৰকাশ পাইছিল স্বামী স্ত্ৰীৰ মধুৰ সম্পৰ্ক। নিখিলেশৰ উদাৰ আৰু বিৰল দৃষ্টান্তত ফুটি ওলাইছিল মহানুভৱতা। অন্ধ ছোৱালী এজনীক স্ত্ৰী ৰূপে নিৰ্বাচিত কৰি তেওঁ প্ৰমাণ কৰিলে যে অন্ধ হ'লেও ছোৱালীজনী শাৰীৰিক আৰু মানসিক ভাবে বিবাহিত জীৱনৰ বাবে অক্ষম নহয়। এনে আদৰ্শবান শিক্ষিত ডেকাৰ সান্নিধ্য বাস্তৱিকতে কাম্য। "কোনোবা এদিন" গল্পটো এটা সৰু ঘটনাৰ প্ৰতিচ্ছবি। এহাল চাকৰিয়াল নৱদম্পতীৰ জীৱনৰ হাহিঁ-কান্দোনৰ ঘটনা মৰ্মস্পৰ্শী বেদনাৰ প্ৰতিপাদ্য হৈ পৰিছে। সদায় দেখা পোৱা

অথচ কথা- বতৰা নোহোৱা মানুহৰ ব্যতিক্ৰম দেখিলে তাৰ কাৰণ বিচাৰি যি অনুসন্ধিৎসা জন্মে তাৰ মাজত সোমাই থাকে উৎকণ্ঠাৰে মধুৰ সংযোগ, উৎপত্তি ঘটে সহানুভূতি আৰু আপোন ভাব। গল্পটোৱে এই কথা প্ৰত্যক্ষ কৰিছে। স্বস্তি নামৰ গল্পটো ভুল বুজাবুজিৰ ওপৰত দেখা দিয়া প্ৰতিক্ৰিয়া। ইয়াত গল্প লেখিকাই "চাচপেঞ্চ" এটা ৰক্ষা কৰি পাঠকৰ মনত কৌতূহল বৃদ্ধি কৰিছে। "বিচাৰ অবিচাৰ"ত আছে বিহুৰ চান্দা তোলাৰ নামত চলা অশোভনীয় আচৰণ আৰু উৎপীড়ন। "বুকুৰ বিষ" এটা যন্ত্ৰণাবাহী গল্প, য'ত বাপেকে জীয়েকৰ জীৱনত ঘটা দুৰ্বহ লজ্জা আৰু অপমানৰ বাবে অনুতপ্ত। ঠিক হৈ যোৱা বিয়াখন যেতিয়া বাতিল হৈ গ'ল, তেতিয়া বাপেকৰ মনলৈ অনুশোচনা আহিছিল, মামণিৰ আগৰ প্ৰেমাস্পদ বন্ধু দীপকক তুচ্ছ কাৰণত প্ৰত্যাখ্যান কৰাৰ বাবে। গল্পটোত নাৰীৰ অসহায় আৰু পিতৃ মাতৃ নিৰ্ভৰ অৱস্থাটো ফুটি ওলাইছে। "জন্মদিন" হৈছে বৰ্তমান প্ৰচলিত জন্মদিন পালনৰ নামত চলা বিলাতী ঢঙৰ কৃত্ৰিম আড়ম্বৰ আৰু ব্যস্ততা। এইবোৰ বাধা দিয়া সহজ নহয়। যন্ত্ৰণাদায়ক হ'লেও এনে উখল -মাখল বন্ধ কৰা টান। "এটা সপোনৰ সন্মান"ত আছে, মদ্যপায়ী স্বামীৰ সহনশীলা স্ত্ৰীৰ কষ্ট আৰু বিষাদ ভৰা কাহিনী। স্ত্ৰী হৈ পৰিছে এটা নিৰ্জীৱ পুতলা। বেদনাৰ মাজতো তেওঁ মনলৈ সাময়িকভাৱে আনিব খুজিছে সহপাঠী নীলিময়ৰ সংগ সুখৰ কল্পনা মধুৰ সপোন। বাস্তৱত যি নাপালে, কল্পনাত তাক সাৱটি লবলৈ তেওঁ ৰচিলে সপোনৰ মায়াজাল। শ্ৰীমতী ফুকনৰ বাকী কেইটা গল্পও পঢ়ি ভাল লাগিল। কিন্তু গল্প কিতাপখনৰ মুদ্ৰণ আৰু অলংকৰণ উন্নত হোৱা উচিত আছিল। বানান ভুল চকুত পৰিছে বাৰুকৈয়ে।

* * *



# প্ৰত্যাৱৰ্তন

গুৱাহাটীৰ প্ৰসিদ্ধ "সাহিত্য প্ৰকাশ" নামৰ প্ৰকাশন অনুষ্ঠানৰ যোগেদি অসমীয়া সাহিত্য সংস্কৃতিৰ ওপৰত ভালে কেইখন মনোগ্ৰাহী পুথি প্ৰকাশ হৈছে, কেইখন মানে সৰ্ব ভাৰতীয় বটাও লাভ কৰিছে। আনফালে, অনুষ্ঠানটোৱে উজ্জ্বল সম্ভাৱনাপূৰ্ণ নবীন লিখকক উৎসাহ যোগাবলৈ "দৈনিক অসম উপন্যাস প্ৰতিযোগিতা" পাতি এটা প্ৰশংসনীয় কাম কৰি আহিছে। 'প্ৰত্যাৱৰ্তন' নামৰ এই আলোচ্য উপন্যাসখনে এনে প্ৰতিযোগিতাত প্ৰথম হৈ সমাদৰ লাভ কৰি সম্প্ৰতি ছপা হৈ ওলাইছে। নবীন লিখক হিচাপে অভিজিতৰ এই উপন্যাসিকাখনৰ কৃতিত্ব হৈছে ইয়াৰ ৰচনা ভংগী আৰু ভাষাৰ ইংগিতময় সাৱলীলতা। ৰাজনীতি নিৰ্ভৰ সামাজিক উন্নয়নৰ ব্যৱস্থাৰ মাজত সোমাই থকা সমকালীন ভ্ৰষ্টাচাৰ তৰুণ ঔপন্যাসিকৰ বিষয়বস্তুৰ প্ৰধান উপলক্ষ্য। মাজে মাজে ট্ৰেড ইউনিয়নৰ পক্ষ-বিপক্ষ ক্ষমতা দখলৰ মানসিকতাও ইয়াত প্ৰকাশ পাইছে। উপন্যাসৰ এই বিষয়বস্তুত নতুনত্ব নাথাকিলেও এটা কথা উপন্যাসখনত প্ৰত্যক্ষভাৱে ফুটি ওলাইছে, সেইটো হৈছে ডেকা লেখকৰ মনত সঞ্চাৰিত হোৱা কৰ্মজীৱনৰ তিক্ত অভিজ্ঞতা। এই অভিজ্ঞতা ব্যক্ত হৈছে ৰাগ, ক্ৰোধ আৰু তীব্ৰ হতাশাৰে। লিখকৰ বিদ্ৰোহ যেন নানান সামাজিক ক্ৰিয়া প্ৰতিক্ৰিয়াৰ কাৰ্যকৰণত আঙুলি নিৰ্দেশে কামকৰা অশুভশক্তিৰ বিৰুদ্ধে।

বঙাইগাওঁ তাপবিদ্যুৎ প্ৰকল্পত কণিষ্ঠ অভিযন্তা হিচাপে কাম কৰোতে অভিজিতে উপলব্ধি কৰিলে যে আদৰ্শৰ লগত বাস্তৱৰ ব্যৱধান আকাশ-পাতাল। সততাৰ প্ৰতি আস্থা ৰাখি এটা আত্মিক তুষ্টি লাভ কৰিব পাৰিলেও বৰ্তমানৰ যি অন্তঃ সাৰশূণ্যতা তাক সহজে আতৰাব পৰা সহজ নহয়। সততা, আদৰ্শবাদিতা আদি শব্দবোৰ কিছুমান অৰ্থহীন ধাৰণা। কিয়নো তথাকথিত সমাজব্যৱস্থাত সৎ প্ৰশাসন আৰু সৎ জীৱন যাপন, আশা কৰাটো দুৰূহ। উপন্যাসখনৰ নায়ক প্ৰজ্ঞান বৰুৱাৰ কৰ্মজীৱনৰ ভিতৰেদি আমি দেখিবলৈ পাওঁ, উন্নয়নৰ নামত কেনেকৈ গঢ়ি উঠা ৰংনগৰ উদ্যোগিক ক্ষেত্ৰখনত ব্যভিচাৰ সোমাই মানুহৰ মনবোৰ স্বাৰ্থপৰ কৰি তুলিছে। নতুন প্ৰকল্প এটাত অফুৰন্ত উৎসাহ-উদ্দীপনা, আশা-আকাংক্ষাৰে কাম কৰিবলৈ গৈ ডেকা ইঞ্জিনীয়াৰ প্ৰজ্ঞান বৰুৱাই দেখিলে সৎপ্ৰশাসন বুলি এটা কথা নাই। সকলোতে আছে ভণ্ডামি, প্ৰৱঞ্চনা আৰু অসৎ অভিপ্ৰায়। ওপৰৱালা বিষয়াৰ ক্ষমতা লাভৰ তীব্ৰ টনাটনি, মালিক শ্ৰমিকৰ মাজত দন্দ, শ্ৰমিক আৰু মালিকৰ মাজত আদৰ্শচ্যুত অহংসৰ্বস্ব দন্দ। কাৰো নিজ কৰ্তব্যপালনত আন্তৰিক নিষ্ঠা নাই। আনকি নিজৰ দোষ আনৰ ওপৰত জাপি দিয়া মনোবৃত্তি শ্ৰমিক মালিক উভয় পক্ষৰে বাসনা। প্ৰজ্ঞান বৰুৱাই অশেষ যত্ন কৰিছিল সকলোৰে লগত সদ্ভাৱ ৰক্ষা কৰি এটা সুষ্ঠ পৰিবেশ সৃষ্টি কৰিবলৈ। ঔদ্যোগিক ক্ষেত্ৰখনত বসবাস কৰা কৰ্মীসকলৰ মাজত যে ভাল মানুহ নাছিল এনে নহয়। আছিল।

বিমলদা বসুমতাৰী, জয়ন্তদা, অৰূপদা আদিয়ে এই নতুন অভিযন্তা জনৰ মনৰ আশা কল্পনা হৃদয়ংগম কৰিছিল। কিন্তু হলে কি হ'ব। গোটেই চক্ৰটোৱেই যেতিয়া অৱক্ষয়ৰ মাজত আৱৰ্তন কৰিছে, তেতিয়া বিমলহঁতৰ দৰে মুষ্টিমেয় মানুহ কেইজনে কি সংস্কাৰ ঘটাব পাৰে?

প্ৰজ্ঞানৰ স্পষ্টবাদিতা আৰু কাম কৰাৰ সততাৰ প্ৰতি এচাম মানুহে প্ৰত্যাহ্বান জনাইছিল। তেওঁলোকে প্ৰজ্ঞানৰ যুক্তি আৰু ন্যায় নিষ্ঠাৰ ভুল ব্যাখ্যা কৰি লোকচক্ষুত তেওঁক হেয় প্ৰতিপন্ন কৰিবলৈ অহৰহ চেষ্টা চলাইছিল। প্ৰজ্ঞানে শ্ৰমিকসকলে উদ্‌যাপন কৰা মে' দিৱসত এটা চমু বক্তৃতা দিছিল। তাৰ বক্তৃতাৰ মৰ্মকথা আছিল যে পুঁজিবাদ নিপাত কৰিবলৈ গৈ হুজুগত কোনো অপ্ৰাসংগিক কথা কোৱাটো বিপদ্‌জনক। কাৰণ, প্ৰকল্পৰ লগত জড়িত উচ্চপদস্থ বিষয়াৰ বিৰুদ্ধে অবাবত কটুবাক্য ক্ষয় নকৰি বৰং সংগঠনটো সুদৃঢ় আৰু নিৰাপদ কৰিবলৈ শ্ৰমিক নেতাসকলে যত্ন কৰিব লাগে। তেওঁ কৈছিল, প্ৰকৃতাৰ্থত শ্ৰমিকসকলক বিভাগীয় ইঞ্জিনীয়াৰে শোষণ কৰা নাই, যদি কৰিছে প্ৰচলিত ব্যৱস্থাইহে। প্ৰজ্ঞানে কৈছিল যে শোষণৰ স্বৰূপ শ্ৰমিকসকলে বুজা নাই। কথাই বক্তৃতাই শ্ৰমিক নেতাসকলে অথৰিটীক জগৰীয়া কৰি নিজৰ উষ্মা প্ৰকাশ কৰিলে কি হ'ব?

প্ৰজ্ঞানৰ লগত শ্ৰমিকসকলৰ হলিগলি ওপৰৱালা সকলে ভাল পোৱা নাছিল। তেওঁলোকে ভাবিছিল প্ৰজ্ঞানে শ্ৰমিক সকলক উচটাই দি অশান্তিৰ সৃষ্টি কৰিছে। পাৱাৰ প্লেন্টত ঘটা এটা দুৰ্ঘটনাক কেন্দ্ৰ কৰি কোনো কোনোৱে প্ৰজ্ঞানক শ্ৰমিক দলৰ হকে মাত মতা অবাঞ্ছনীয় বিষয়া বুলি দোষাৰোপ কৰিলে। আনকি তেওঁৰ বিৰুদ্ধে এনে কিছুমান কেলেংকাৰী ঘটনা ওলাল যিবোৰে তেওঁৰ জীৱন বিষময় কৰি তুলিলে। অথৰিটীয়ে এই সুবিধাৰ আলমতে প্ৰজ্ঞানক ৰংনগৰৰ পৰা শ্বিলঙত অৱস্থিত "নীপকো" লৈ ডেপুটেশ্যনত পঠোৱাৰ ব্যৱস্থা কৰা দেখি তেওঁৰ আত্মসন্মানত আঘাত লাগিল আৰু ত্যাগপত্ৰ দাখিল কৰি একেবাৰে ৰংনগৰ এৰি গুচি আহিল। বিতৃষ্ণা আৰু মানসিক পীড়নে তেওঁক মৰ্মাহত কৰিলে।

এই উপন্যাসখনৰ মাজেদি এজন সৎ কৰ্মঠলোকৰ কৰ্মক্ষেত্ৰত হোৱা নিদাৰুণ অভিজ্ঞতা দেখিবলৈ পাইছো। উপন্যাসখনৰ লগত সমকালৰ ঘটনা, প্ৰশাসনীয় অক্ষমতা, অনুভূতিময় সহৃদয়তা, আশা আকাঙ্খা আদিও আহি সংযোজিত হৈছে। লিখকৰ প্ৰকাশভংগীত ভাষাৰ জটিলতা নাই। ব্যক্য গাঠনি সহজ আৰু সৰল।

***



# অৰণ্য

"অৰণ্য" এখন মনোবৈজ্ঞানিক সামাজিক উপন্যাস। মূল উৰিয়া ভাষাৰ এই উপন্যাসখনৰ ৰচয়িতা সুপৰিচিত সমাজ সেৱিকা ডঃ প্ৰতিভা ৰায়। ডঃ ৰায় এগৰাকী গল্পকাৰ, ঔপন্যাসিক আৰু শিক্ষাবিদ ৰূপেও জনাজাত। অনুবাদক শ্ৰীমতী বিজন ৰাণী কলিতাই ডঃ ৰায়ৰ স্যান্নিধ্যলৈ আহিছিল আৰু তেওঁৰ সাহিত্যৰাজি পঢ়ি মুগ্ধ হৈছিল। ডঃ ৰায়ৰ অৰণ্য নামৰ উপন্যাসখন তেওঁ অসমীয়ালৈ অনুবাদ কৰি অসমীয়া পাঠকক তাৰ সোৱাদ পান কৰিবলৈ সুবিধা দিছে। অনুবাদ কাৰ্য সহজ নহয়। মূল ভাষাৰ যি ভাৱ-তৰংগ, যি মোহনীয় বিন্যাস তাক অনুবাদ গ্ৰন্থই পূৰাব নোৱাৰে। মূল ভাষাত আমি পৰিচিত নহওঁ। ভাষান্তৰ ৰূপতে গ্ৰন্থখনৰ ৰস আহৰণ কৰি আমি উপলব্ধি কৰিছো যে শ্ৰীমতী কলিতাই যত্ন সহকাৰে অনুবাদ কৰি উপন্যাসখনৰ মূল বক্তব্য প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছে। যিহেতু উপন্যাসখন মনোবিশ্লেষণাত্মক, সেয়েহে ইয়াৰ ৰচনা জটিল আৰু বৰ্ণনা তৰ্ক নিৰ্ভৰ। পাঠকে হয়তো উপন্যাসখনত মন বহুৱাবলৈ সময় ল'ব। কিন্তু ধৈৰ্য্য ধৰি পঢ়িব পাৰিলে আৰু ঘটনাক্ৰমৰ অন্তৰ্দ্বন্দ্ব হৃদয়ংগম কৰিব পাৰিলে পাঠকে নিশ্চয় এখন সুখপাঠ্য গ্ৰন্থ পঢ়িছে বুলি সন্তুষ্টি লভিব পাৰিব। অপূৰ্ণতা পূৰণৰ বাবে মানুহৰ যি সংগ্ৰাম তাক উপলব্ধি কৰিব।

চহৰীয়া সমাজত থকা পাৰিবাৰিক সমস্যা এটা উপন্যাসখনৰ ৰচনাৰ ভিত্তি। এই সমস্যা বিবাহিতা স্ত্ৰী আৰু তেওঁৰ স্বামীক কেন্দ্ৰ কৰি কেন্দ্ৰীভূত হৈছে। বিবাহিতা নাৰী এগৰাকীৰ দাম্পত্য জীৱনৰ পৰিপূৰ্ণতা ক'ত? স্বামীৰ সংগসুখ, দৈহিক মিলন ভোগ বিলাস নে মাতৃত্ব কামনা? আভিজাত্য ঘৰৰ আলসুৱা কন্যা লিপ্সাৰ বিয়া হৈছিল ধনী ডেকা ব্যৱসায়ী সিদ্ধাৰ্থৰ লগত। সিদ্ধাৰ্থই লিপ্সাক সকলো দিছিল, ধন-সম্পত্তি, বৃহৎ ঘৰবাৰী, সন্মান-প্ৰতিপত্তি সকলো। কিন্তু দিব নোৱাৰিছিল দৈহিক সংগসুখ। সি আছিল নপুংসক। লিপ্সাৰ যৌৱন চঞ্চলা নাৰীদেহ ক্ষত-বিক্ষত কৰিবলৈ সিদ্ধাৰ্থৰ পৌৰুষ আছিল অসমৰ্থ। লিপ্সাৰ মনত সন্তান জন্ম দিয়া আৰু মাতৃ হোৱা প্ৰৱণতাই তাইক ব্যাকুল কৰি তুলিছিল। তাই ডাক্তৰ বাৰ্মাৰ পৰামৰ্শত বৈজ্ঞানিক কৃত্ৰিম প্ৰজনন প্ৰক্ৰিয়াৰে এটি পুত্ৰ সন্তান জন্ম দি নাৰী জীৱনৰ পূৰ্ণতা আহৰণ কৰিলে। তাই উপলব্ধি কৰিছিল যে এনে কাৰ্য কেতিয়াও পাপ হ'ব নোৱাৰে, অন্যায় হ'ব নোৱাৰে। নিজ স্বামীৰ ব্যৰ্থ পুৰুষত্বৰ বাবে তাই এনে কাম কৰিব লগা হৈছে। সিদ্ধাৰ্থই লিপ্সাৰ এই উপায় গ্ৰহণৰ বিষয়ে একো নাজানিছিল। লিপ্সায়ো কথাটো গোপনে ৰাখিছিল এই ভাবিয়েই যে স্বামী সিদ্ধাৰ্থৰ নিঃ সহায় অৱস্থাটো লোক চক্ষুৰপৰা লুকাই ৰাখিব। সিদ্ধাৰ্থক ডাক্তৰী পৰীক্ষাৰ দ্বাৰা সৈমান নিওৱা হৈছিল যে সন্তান জন্ম দিয়া ক্ষমতা সি পুনৰ ঘূৰাই পাইছে। সিদ্ধাৰ্থ আৰু লিপ্সাৰ সংসাৰ সুখে আনন্দেৰে অতিবাহিত হৈ থাকোতেই এদিনাখন হঠাৎ আহি উপস্থিত হ'লহি বাল্যবন্ধু ডাক্তৰ ৰমেশ। সিদ্ধাৰ্থৰ

পুৰুষত্বহীনতাৰ কথা ৰমেশে ডেকা বয়সৰপৰাই জানে। সিদ্ধাৰ্থক যে কোনোবাই প্ৰতাৰণা কৰি ভুল ধাৰণা এটা দিছে সেই কথা ডাক্তৰ বন্ধুৱে বুজি পালে আৰু সিদ্ধাৰ্থক যে ডঃ বাৰ্মাই মিছা কথা কৈছে সেই কথা বুজাই দিলে। ডঃ ৰমেশে সিদ্ধাৰ্থৰ মনত যি সন্দেহৰ ধুমুহা সৃষ্টি কৰি গ'ল সেই ধুমুহাই তাৰ মন প্ৰায় উত্তপ্ত কৰি তুলিলে। সি ভাবিলে তাৰ স্ত্ৰী ব্যভিচাৰিণী। অৰ্ণৱৰ লগত তাইৰ যি হলিগলি তাৰ ফল স্বৰূপেই এই অবৈধ সন্তানৰ আবিৰ্ভাব। ডঃ বাৰ্মাৰ ক্লিনিকৰ পৰীক্ষা এটা ফাঁকি মাত্ৰ। কোৱা বাহুল্য যে অৰ্ণৱ আছিল লিপ্সাইঁতৰ পৰিচিত ব্যক্তি, সুন্দৰ, সুঠাম, চেহেৰাৰ ডেকাল'ৰা। লিপ্সাক বিয়া কৰোৱা আশা কৰি নিষ্ফল হৈছিল মুখ ফুটাই মনৰভাব প্ৰকাশ কৰিব নোৱাৰাৰ দোষত। লিপ্সাৰ মাক-বাপেকে তাক পৰিয়ালৰ এজন বুলি ভাবিয়েই তাৰ লগত বিবাহ কাৰ্য চিন্তা নকৰি সিদ্ধাৰ্থৰ লগত সমাপন কৰিছিল। বিবাহিতা লিপ্সা আৰু অৰ্ণৱৰ মাজত সঘনাই দেখা শুনা ঘটিছিল। দুয়ো লুক ঢাক নোহোৱাকৈ কথা পাতিছিল। ইয়াৰদ্বাৰা দুয়োৰে মানসিক আৰু দৈহিক যন্ত্ৰণা, নিষিদ্ধ প্ৰেম প্ৰশমিত হৈছিল।

সিদ্ধাৰ্থই লিপ্সাৰ সন্তানক ঈৰ্ষাৰ চকুৰে চাইছিল আৰু সন্তানটো লৈ স্বামী স্ত্ৰীৰ মাজত মনোমালিন্যই চূড়ান্ত ৰূপ ধাৰণ কৰিছিল। লিপ্সাই এনে এটা পৰিস্থিতিৰপৰা সন্তান সাৰ্থকক আঁতৰ কৰিবলৈ অৰ্ণৱৰ লগত বিলাতলৈ পঠাই দিলে। ঘটনাচক্ৰত ডাক্তৰ বাৰ্মা আহি উপস্থিত হৈ লিপ্সাক জনালে যে অৰ্ণৱৰ ঔৰষতে তেওঁৰ সন্তান সাৰ্থকৰ জন্ম হৈছে। বৈজ্ঞানিক পদ্ধতিৰে অৰ্ণৱৰ অজ্ঞাতে এটা পৰীক্ষাৰ চেলু লৈ এনে কৃত্ৰিম প্ৰজনন কৰা হৈছিল লিপ্সাৰ মাতৃত্বৰ ক্ষুধা পৰিতৃপ্ত কৰিবলৈ। সাৰ্থক এক অবোধ সন্তান, বিজ্ঞানৰ চমকপ্ৰদ দান। মানৱৰ মংগলৰ বাবেই ইয়াৰ প্ৰয়োজন।

উপন্যাসখনত লিস্পাৰ অন্তৰ্দ্বন্দ্ব, দুশ্চিন্তা, আশংকা আৰু মাতৃত্বৰ তীব্ৰ বাসনা ফুটাই তোলা হৈছে, লগতে বিজ্ঞানৰ প্ৰগতি দেখুওৱা হৈছে।

★★★



# বিলাতী হোজা

অসম শিশু সাহিত্য ন্যাস নামৰ এটা অনুষ্ঠান কিছুদিন পূৰ্বে অসম চৰকাৰৰ পৃষ্ঠপোষকতাত স্থাপিত হৈছে। হয়তো শিশু সাহিত্যৰ বিকাশ হওক বুলিয়েই চৰকাৰী আঁচনিৰ যোগেদি ইয়াক জন্ম দিয়া হৈছে। কিতাপ-পত্ৰ, উলিয়াবলৈ আৰ্থিক বল, তদাৰক কৰিবলৈ বিষয়াবৰ্গ, কাৰ্যালয় আদি যাৱতীয় ব্যৱস্থাও চাগে পৰিপাটিকৈ কৰা হৈছে। হয়তো প্ৰচাৰৰ অভাৱত অনুষ্ঠানটোৰ কাম- কাজ বহুতৰে চকুত পৰা নাই। বিশেষত্বও বোধকৰো দৃষ্টিগোচৰ হোৱা নাই। কেইখনমান সৰু সুৱা শিশু পুথি আমাৰ মেজলৈ আহিছে। ন-দহ বছৰৰ অসমীয়া ল'ৰা-ছোৱালীয়ে পঢ়িব পৰা পুথিকেইখনৰ মাজৰ এখন হৈছে, ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ "বিলাতী হোজা"। তাহানি ১৯৪৮ চনতে ওলোৱা এই পুথিখন ন্যাসে পুনৰ ছপা কৰি উলিযাইছে। জনসংস্কৃতিৰ গৱেষক, অনুবাদক, পণ্ডিত ব্যক্তি প্ৰয়াত অধ্যাপক প্ৰফুল্লদত্ত গোস্বামীৰ বিভিন্ন ৰচনাৰ মাজত শিশু কাহিনী অন্যতম। বিষয়টোত তেখেতৰ দখল পূৰঠ আৰু বিদ্যায়তনিক। সহজ-সৰল কথাৰে ল'ৰা ছোৱালীৰ মন চুব পৰা সাধুকথা ৰচনা কৰি তেখেতে অভিজ্ঞতাৰ স্বাক্ষৰ বহন কৰিছে। ৰসাল কাহিনীবোৰ কৈ থাকিব লাগে। সেইবোৰ অৱহেলা কৰা নাইবা মনৰ মাজতে লুকাই থৈ দিয়া বিপদজনক কথা। সাধুকথাবোৰে বিচাৰে সিহঁতক সকলোৱে আদৰ কৰক, সিহঁতৰ কাহিনীবোৰ মন-কাণ দি শুনক। ইকাণ-সিকাণ সহস্ৰ কাণত সিহঁত সোমাই পৰক, ওলাই আকৌ অইন দেশলৈ যাওক, ভাঙনি হওক, পটন্তৰ ৰূপে সমাদৰ লাভ কৰক। সাধুকথাবোৰ প্ৰচলিত হৈ নাথাকিলে সিহঁতে অশান্তি বোধ কৰে। কেতিয়াবা সিহঁতৰ খং উঠে আৰু গোপনে সাঁচি থোৱাজনক প্ৰতিশোধ লব খোজে। এজনী বুঢ়ীয়ে তাই জনা বহুতো সাধুকথা গোপনে পুহি ৰাখিছিল। কাকো তাই সাধুকথা নকৈছিল, অথচ তাই আছিল সাধুকথাৰ ভঁৰাল। ৰাতি এই কৃপণ বুঢ়ীজনীয়ে নানা ভয় লগা সপোন দেখিছিল, মুখেৰে নানা শব্দ কৰি ঘৰখনকে ভয় খুৱাইছিল। তাইৰ মুখৰপৰা সাধুকথাবোৰ ওলাই আহিবলৈ চিঞৰ-বাখৰ আৰু টনা-আজোৰা লগাইছিল, লগতে বুঢ়ীৰো শান্তি মোহোৱা কৰিছিল। বেজ আহি বেমাৰটোনো কি গম পালে আৰু কৃপণ বুঢ়ীক মুখফুটাই তাই গোপনে ভৰাই থোৱা সাধুকথাবোৰ ল'ৰা -ছোৱালীক ক'বলৈ উপদেশ দিলে। বুঢ়ীয়ে বেজৰ কথামতে কাম কৰাত তাইৰ মন মুকলি হ'ল, খাব-মেলিব পৰা হ'ল, ৰাতি টোপনিও আহিল। ল'ৰা-ছোৱালীহঁতে বুঢ়ী আইৰ সাধু শুনিবলৈ জুহালত জুম বান্ধিলে। আৰু এটা সাধুকথাত আছে এটা হিংসাকুৰীয়া স্বভাৱৰ মানুহে সৰু কালৰপৰা সাধুকথাবোৰ মনৰ ভঁৰালত সামৰি ভৰাই থৈছিল। সেইবোৰ সি কাকো কোৱা নাছিল। সাধুবোৰে বন্দী অৱস্থাৰপৰা মুক্তি পাবলৈ মানুহটোক বধ কৰাৰ ষড়যন্ত্ৰ কৰিলে, যাতে সিহঁত ওলাই আহি মৰমিয়াল মানুহ এজনৰ লগত থাকি আদৰ-সাদৰ পাব পাৰে।

বিলাতী হোজা এখন সাধুকথাৰ পুথি। বিদেশী গল্পৰ লগত ভাৰতীয় সাধুকথাও ইয়াত আছে। ভাব ভাষা সৰল আৰু ৰসাল। ল'ৰা-ছোৱালীয়ে পঢ়ি কৌতূহলৰ লগতে নীতিজ্ঞানো পাব। গল্প কেইটাত নানা দেশৰ বতৰা দিয়া হৈছে। বিলাতী হোজা, বীৰ গেৰিবল্ডিৰ কাহিনী, সিংহৰ গৰাহত , শিয়ালৰ বুদ্ধি, মগজৰ দৰব, শ্বিলং নাম কেনেকৈ হ'ল, কাৰ বুদ্ধি কিমান আদি ১৭ টা কাহিনীৰে পুথিখন আমোদী হৈছে। মাজে মাজে ছবিও দি ঘটনাৰ বুজ দিয়া চকুত পৰিছে। আখৰবোৰ ভাল আৰু শিশুৰ উপযোগী। পুথিখনৰ মূল্য দহ টকা অলপ বেছি যেন লাগিল। আমি আশা কৰো, অসম শিশু সাহিত্য ন্যাস এটা প্ৰয়োজনীয় অনুষ্ঠান হৈ উঠিব আৰু এচাম উপযুক্ত ন-শিশু সাহিত্যিক গঢ়ি তুলিব। আজিকালি শিশু সাহিত্য ৰচনাৰ নতুন শৈলী ওলাইছে, ছপা, বন্ধা, অলংকৰণ আদিতো ন ন ধ্যান ধাৰণা সংযুক্ত হৈছে। অজস্ৰ ইংৰাজী শিশু গ্ৰন্থৰ যি মহা আকৰ্ষণ তাৰ ঠাই পূৰণ কৰিবলৈ অসমীয়াহে নালাগে আন ভাৰতীয় ভাষাৰো সমস্যা জটিল হৈছে। আমদানিৰ ক্ষেত্ৰত ভাৰত চৰকাৰে নিয়ন্ত্ৰণ কটকটীয়া কৰাৰ প্ৰয়োজন আহিছে। পঢ়াশালিবোৰত শিশু গ্ৰন্থৰ পাঠদান বাধ্যতামূলক হোৱা বিষয়টো গুৰুত্ব দিয়া দৰকাৰ হৈছে। লাভজনক বিক্ৰী- বাৰ্তা নহ'লে শিশু ন্যাস এটা বৰ্তি থকা কষ্টকৰ হ'ব।

* * *



# যাত্ৰা-থিয়েটাৰ আৰু মোৰ জীৱনৰ সংগ্ৰাম

অসমত শিল্পী হৈ জীৱন লোৱা সহজ, কিন্তু শিল্পী হৈ জীয়াই থকা দুৰূহ। এনে শিল্পী কিমান উপজি জীৱন ব্যাপি কলা সাধনা কৰিলে, কিমান কষ্টবহুল জীৱন যাপন কৰিলে, কিমানজনে অনাহাৰ, অৱহেলা আৰু নিঠৰুৱা হৈ নিকৰুণ জীৱন কটাই মৃত্যুক সাৱটি ললে, দুৰাৰোগ্য বেমাৰত পৰি অকালতে প্ৰাণ এৰিলে, ইয়াৰ তালিকা নিশ্চয় দীঘল হ'ব। স্বাধীনতাৰ আগৰ কালছোৱাৰ কথা নকওঁ, পৰৱৰ্তী কালতো অসমৰ শিল্পী আছে যি সকল সম্পূৰ্ণভাৱে ঠেৰু-ছিগা ভিকহু। দালাল সৰ্বস্ব সাংস্কৃতিক মেলাবোৰত তেওঁলোক শব্দহীন কিছুমান দৃষ্টান্ত মাথোন। তেওঁলোকক কেন্দ্ৰ কৰিয়েই সংস্কৃতিৰ বৰসবাহ, প্ৰশস্তি পাঠ। অৰ্থ সাহায্যৰ নামত ইহাত-সিহাত, নীতিগত কোনো ব্যৱস্থা নাই, সুস্পষ্ট কোনো আঁচনি নাই। সকলোতে হাফ হাৰ্টেড প্ৰচেষ্টা, সস্তাতে নাম কৰা মনোবৃত্তি। বেছি দূৰলৈ নাযাওঁ, উদয় চন্দ্ৰ ভাগৱতী বোলা স্বনামধন্য শিল্পীজনৰ কথাকে ভাবক। জীৱন-জোৰা শিল্প সাধনা কৰি তেওঁ জানো দুখ পীড়নৰপৰা ৰক্ষা পালে? সমাজে জানো তেওঁ পাবলগা নিম্নতম স্বীকৃতিখিনিও দি দোষমুক্ত হ'ব পাৰিলে? সত্য কথা কবলৈ হ'লে উদয় ভাগৱতীৰ জীৱন এক ট্ৰেজেডিৰ পৰিচয়। যাত্ৰা অভিনয়ত গোটেই জীৱন ক্ষয় কৰি তেওঁৰ মনত জীৱনৰ মূল্য যে কিমান সাধাৰণ, বয়সৰ সীমাত ভৰি দি উপলব্ধি হৈছে নিতান্ত ব্যৰ্থতাৰ মাজেদি। যাত্ৰা অভিনয়ৰ ক্ষুধা তেওঁৰ পূৰণ নহ'ল। শিল্পী আৰু জীৱনৰ মাজত যি ৰহস্যপূৰ্ণ সম্বন্ধ আছে, তাকো তেওঁ বিচাৰি নাপালে। ভয়াবহ হতাশা, অনাগ্ৰহ আৰু নিৰৰ্থকবোধ হৈছে আজিৰ শিল্পী জীৱনৰ পৰম সত্য।

"যাত্ৰা থিয়েটাৰ আৰু মোৰ জীৱন সংগ্ৰাম" কিতাপখন পঢ়িলে উদয় ভাগৱতীৰ মনৰ বতৰা পাব পাৰি। ১৯১৩ চনত নলবাৰী জিলাৰ ককয়া গাঁৱৰ এক মধ্যবিত্ত পৰিয়ালত জন্ম গ্ৰহণ কৰা ভাগৱতীৰ সংগ্ৰামী জীৱন নাটকীয় সংঘাতেৰে ভৰপূৰ। জন্মৰেপৰা এটাৰ পাছত আনটো বিপদ আছিল তেওঁৰ বাধাস্বৰূপ। ডিঙি- হাত- ভৰিত বেজৰ মাদলি, বটিয়া বান্ধি তেওঁক ৰোগমুক্ত কৰিবলৈ বাপেক- মাকৰ যত্নৰ অন্ত নাছিল। তেওঁ মাতৃহাৰা হৈছিল শিশু কালতে। পিতা ধনেশ্বৰ ভাগৱতী আছিল শিক্ষক, সদায় অভাৱগ্ৰস্থ। অনাটনৰ মাজেদিয়েই তেওঁ সংসাৰখন কোনো মতে চলাই লৈ গৈছিল। উদয় ভাগৱতী ষষ্ঠ শ্ৰেণীত থাকোতেই পিতাক ঢুকায়। বিপদৰ উপৰি বিপদ। অৰ্থাভাৱ আৰু দুৰ্ভাগ্যই উদয়ক বেছি উধাৰলৈ সুযোগ নিদিলে। তেওঁ গান-বাজনা, থিয়েটাৰ, যাত্ৰা আদিতে মনোনিৱেশ কৰি কলা সাধনাত ব্ৰতী হৈছিল। যাত্ৰাদল অহা গম পালেই তেও চাবলৈ দৌৰ দিছিল। গৰুিয়া যাত্ৰাদল, পিপলিবাৰী যাত্ৰাদল, বেলশৰ যাত্ৰাদল, মৰোৱা যাত্ৰাদল, বৰতলা যাত্ৰাদল, মৰোৱা যাত্ৰাদল (বীণাপাণি অপেৰা পাৰ্টি) আদি অনেক অভিনয় অনুষ্ঠানৰ লগত জড়িত হৈ উদয় ভাগৱতীৰ

জীৱনধাৰণৰ গতি যাত্ৰা থিয়েটাৰৰ লগত অন্তৰঙ্গ হৈ পৰিছিল। কিতাপখনত আছে, তেওঁ কেনেকৈ গৰ্ডন হাইস্কুলৰ শিক্ষক ধনেশ্বৰ শৰ্মাৰ (প্ৰয়াত হেমন্ত কুমাৰ শৰ্মাৰ পিতৃ) পৰা হাৰমোনিয়াম বজাবলৈ শিকিছিল, হেডমাষ্টৰ ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰপৰা অভিনয় কলা আয়ত্ত কৰিছিল আৰু কেনেকৈ নৃত্য গীতৰ অভ্যাস কৰিছিল প্ৰভৃতিৰ উপাদেয় বিৱৰণ। নলবাৰী নাট্য মন্দিৰত তেওঁ ভৃগুপতি দত্ত মাষ্টৰে অভিনয় কৰা ললিতাদিত্য, দেৱলা দেৱী, মিচৰ কুমাৰী, আনাৰকলি প্ৰভৃতি নাটক চাই অতিশয় মুগ্ধ হৈছিল। উদয় ভাগৱতী আছিল এজন নাট্যকাৰ। যাত্ৰাৰ উপযোগী নাট ৰচনা কৰি তেওঁ খ্যাতি লভিছিল। অনেক আছিল অনূদিত নাটক- নৃত্য গীত অভিনয়েৰে পৰিপূৰ্ণ। দৰ্শকে এইবোৰ চাবলৈ হেপাহেৰে বহু সময়ৰপৰা যাত্ৰাখোলাত সমবেত হৈছিল। সমগ্ৰ অসমত এইবোৰ পালা প্ৰদৰ্শিত হৈ এক জাগৰণৰ সূচনা কৰিছিল। ভাগৱতীয়ে যাত্ৰাদলত নাট অভিনয়ৰ প্ৰশিক্ষণো দি সুনাম আৰ্জিছিল, বলতলাত ৭ বছৰ থাকি তেওঁ নাট অভিনয় শিকাই বিশেষ সমাদৰ লাভ কৰিছিল। তেওঁ কিতাপখনত লিখিছে যে যাত্ৰাগানত তেওঁ অনেক তিৰস্কাৰ, তৰ্জন গৰ্জনো শুনিব লগা হৈছিল। যথাসময়ত যাত্ৰা দেখুৱাব নোৱাৰিলে ৰাইজে তেওঁক গালি-গালাজ দিছিল, অভিনয় বেয়া হ'লে হুলুস্থুল লগাইছিল- যাত্ৰাদলৰ লোকে লঘোণে-ভোকে, বহুদূৰ খোজকাঢ়ি এখনৰ পাছত আনখন পালা দেখুৱাওতে ভাগৰি পৰিছিল। অনেকজন শিল্পী দুৰাৰোগ্য বেমাৰত আক্ৰান্ত হৈ চিকিৎসাৰ অভাৱত অকালতে প্ৰাণ হেৰুৱাইছিল। ভাগৱতীয়ে কামৰূপ নাট্য (ককয়া) খুলিবলৈ তেওঁৰ সহপাঠী শ্ৰীউমাকান্ত শৰ্মাৰ যোগে চৰকাৰী সাহায্য লাভ কৰিছিল। শ্ৰীশৰ্মা আছিল তেতিয়াৰ শিক্ষাধিকাৰ। নাটকত ৰাপ থকা ব্যক্তি। চন্দ্ৰধৰ গোস্বামী, চন্দ্ৰ চৌধুৰী, ব্ৰজেন বৰুৱা, ৰুদ্ৰ চৌধুৰী, কৃষ্ণ ৰায় প্ৰভৃতি কলা সাধকসকলৰ সান্নিধ্যলৈ আহি তেওঁ লাভবান হৈছিল।

**ক'ব পাৰি যে উদয় ভাগৱতীৰ জীৱনটোৱেই এটা ৰংগমঞ্চ, ইয়াতে তেওঁৰ অভিনয় জীৱনৰ কুৰুক্ষেত্ৰ আৰম্ভ হৈছিল। কিতাপখনত এই কথাকে প্ৰতিপন্ন কৰিছে।**

* * *



# সত্ৰীয়া শিল্পী নৰহৰি বুঢ়া ভকত

ভোৰতাল নৃত্যৰ সৃষ্টি কৰোতা বৰপেটাৰ নৰহৰি দাস বুঢ়াভকত অসমৰ সাংস্কৃতিক জগতৰ এক সু-পৰিচিত নাম। বুঢ়াভকতৰ সৃষ্টি প্ৰতিভা কিমান বিস্ময়পূৰ্ণ এই ভোৰতাল নৃত্যই প্ৰদৰ্শন কৰে। নিজৰ ধ্যান-ধাৰণা, ঐকান্তিক প্ৰচেষ্টা আৰু অধ্যৱসায়ৰ উজ্জ্বল দৃষ্টান্ত এই নৃত্যত আৰোপ কৰি বুঢ়াভকতে নিজৰ নাম চিৰযুগমীয়া কৰি গৈছিল। এই নৃত্য ক্ৰিয়েটিভ। সত্ৰীয়া নৃত্যৰ আধাৰত ইয়াক সৃষ্টি কৰি লোকৰঞ্জনৰ অধিক মনোগ্ৰাহী কৰি তোলা হৈছে। থিয়নাম, নাগাৰা নামৰ দৰে ইয়াত আছে গীত আৰু ছন্দৰ অপূৰ্ব নিদৰ্শন। সম্পূৰ্ণ সাত্ত্বিক পৰ্যায়ৰ এই নৃত্যত জাক জমকতা নাই। আছে ভক্তি ৰসৰ লয়লাস আৰু উপলব্ধি। ইয়াত থিয়নামৰ যি পদচালনা আৰু ঘূৰণ তাক এনে ভাবে নিয়ন্ত্ৰণ কৰা হয়, যাৰ মাজেদি প্ৰদৰ্শিত হয় গীত বাদ্য আৰু সুৰৰ সুন্দৰ সমন্বয়। নৃত্যত ব্যৱহাৰ হোৱা ভোৰ তাল বাদ্য সম্পূৰ্ণ সীমিত। এপাত তালৰ পাছত আনখন তাল মূৰৰ ওপৰত চমকপ্ৰদ ভাৱে নৃত্যৰ তালে তালে ঘূৰোৱা হয়। বুঢ়াভকতৰ পিন্ধনত আছিল উদং শৰীৰ, এখন উত্তৰীয় চেলেং, মূৰত সত্ৰীয়া পাগ, পিন্ধনত বগা চুৰীয়া। বুঢ়া ভকতৰ দীৰ্ঘাকৃতিৰ মুখত শিল্পীৰ মোহনীয় ৰূপ। খোজ-কাটলতো এটা লয়লাস গতি।

নৰহৰি বুঢ়াভকতৰ জন্ম হৈছিল ১৯১৩ চনত বৰপেটাৰ গলিয়াহাটীত। তেওঁ আছিল উদাসীন। তেওঁ চৈধ্য বছৰ বয়সতে পৰিয়ালৰ ঐতিহ্য ৰক্ষা কৰি উদাসীন ধৰ্ম অনুসৰণ কৰি বৰবাহাত থাকিবলৈ লৈছিল। এই বৰবাহাৰে তেওঁ আছিল বুঢ়াভকত।

নৰহৰি বুঢ়াভকতৰ অৰ্থই হৈছে জ্ঞানী গুণী, সদালাপী, সন্মানীয় ব্যক্তি। নৰহৰি বুঢ়াভকতৰ জীৱন আছিল সত্ৰীয়া নৃত্য গীতৰ সাধনা। এই সাধনাৰ বলতে তেওঁ নিজ প্ৰতিভা প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল। তেওঁৰ অক্লান্ত সাধনাতে ভোৰ তাল নৃত্যই অসমৰ বাহিৰেও ভাৰতবৰ্ষৰ বিভিন্ন চহৰত বিপুল জনপ্ৰিয়তা লাভ কৰিছিল। বুঢ়াভকতে চাৰিদশক ব্যাপি সত্ৰীয়া কলা কৃষ্টিৰ বিকাশৰ হকে যি অতুলনীয় অবদান ৰাখি গৈছিল সেই কথা এই আলোচিত গ্ৰন্থখনত বিভিন্নজনে আলোচনা কৰিছে। তেওঁৰ জীৱন আৰু কৰ্মৰ যি আন্তৰিক যোগসূত্ৰ ৰচিত হৈছিল তাত বিকশিত হৈছিল শিল্পী সৌন্দৰ্যৰ পৰম উপলব্ধি। এই একনিষ্ঠ কলা সাধকজনৰ মৃত্যু হৈছিল ১৯৮৫ চনৰ বিজয়া দশমী তিথিৰ দিনা। লগে লগে অসমৰ সাংস্কৃতিক জগতৰ এক প্ৰবাদ পুৰুষৰ অৱসান ঘটিছিল।

সত্ৰীয়া শিল্পী নৰহৰি বুঢ়াভকত স্মৃতিগ্ৰন্থখন বাস্তৱিকতে এখন মূল্যবান গ্ৰন্থ ৰূপে স্বীকৃতি পাইছে। কিয়নো এইখন এখন জীৱন চৰিত্ৰই নহয়। ইয়াত বৰপেটা সাংস্কৃতিক পৰিৱেশত সৃষ্টি হোৱা ভাগৱতী ধৰ্মৰ ভক্তিৰসেৰে সঞ্জীৱিত কৃষ্ণ সংস্কৃতিৰ বহুতো উপাদেয় কাহিনী

বৰ্ণিত হৈছে। গ্ৰন্থখনত পুৰুষোত্তম দাস, শ্ৰীধৰণীধৰ চৌধুৰী, শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰ, শ্ৰীঅচ্যুতানন্দ দাস প্ৰভৃতি লোকে শিল্পী গৰাকীৰ সান্নিধ্যত লাভ কৰা অভিজ্ঞতা বৰ্ণনা কৰিছে। শ্ৰদ্ধেয় পুৰুষোত্তম দাসৰ প্ৰবন্ধত পোৱা যায়, তেওঁ কেনেকৈ বুঢ়াভকতক ভোৰতাল নৃত্য সৃষ্টি কৰোতে প্ৰেৰণা যোগাইছিল। এই নৃত্য সৃষ্টিৰ প্ৰসংগত শ্ৰীধৰণীধৰ চৌধুৰী, শ্ৰীকিশোৰী মোহন পাঠক, শ্ৰীপ্ৰভাত ওজা প্ৰভৃতিয়ে ভিন্ন মত প্ৰকাশ কৰি কৈছে যে বুঢ়াভকতৰ নিজ চিন্তা ভাৱনাৰে ভোৰতাল নৃত্য সৃষ্টি হৈছিল। শ্ৰীমতী কৰবী হৰি হৰণৰ প্ৰবন্ধটোত আছে বুঢ়াভকতে কেনেকৈ এদিন দুপৰ বেলা একজোৰা শালিকা চৰাইৰ তালে তালে নাচি বাগি থকা খেলা দেখি মুগ্ধ হৈ চৰাই হালৰ নাচনৰ লগে লগে তেওঁ তাল যোৰা আনি ঘূৰাবলৈ ধৰিলে, যেন তেওঁৰ হাতত তাল যোৰে শালিকা চৰাই হালৰ দৰে নাচন ধৰিছে (শালিকা যোৰাৰ তালে তালে খেলা-লগতে এটি সুন্দৰ সুৰ আৰু লয়ত বাতাহ্ বলি আছিল। ভোৰতাল যোৰা মই হাতত তুলি ললু বাতাহৰ সুললিত গীত আৰু শালকা দুটাৰ তালে তালে, নাচনৰ লগে লগে মইও তাল যোৰা ঘূৰবা ধল্লু, যেন মোৰ হাতত শালকা যোৰাই নাচবা ধছে- এনেদৰেই সৃষ্টি হ'ল ভোৰতাল নৃত্য।) ভোৰতাল নৃত্যৰ উৎস যিয়েই নহওক লাগিলে, ইয়াৰ সৃষ্টি যে অনুপম, সেইকথা স্বীকাৰ নকৰি নোৱাৰি। বুঢ়া ভকতৰ আশা শুধীয়া প্ৰচেষ্টাৰ ফলতে কেনেকৈ বৰপেটাৰ পৰা বহুতো গুণী শিল্পী ওলাইছে সেই কথা শ্ৰীপ্ৰভাত শৰ্মা, শ্ৰীপ্ৰভাত ওজা, শ্ৰীপ্ৰদীপ বায়নৰ আলোচনাত প্ৰকাশ পাইছে। শ্ৰীঅনিল কুমাৰ ভূএগৰ সাক্ষাৎ প্ৰসংগটো পঢ়িলে বুঢ়াভকতৰ প্ৰতি থকা বিভিন্নজনৰ শ্ৰদ্ধা, ভক্তি আৰু ভালপোৱা বুজিব পাৰি। প্ৰত্যেকটো প্ৰবন্ধতে বুঢ়াভকতৰ সত্ৰীয়া সংস্কৃতিৰ প্ৰতি থকা গভীৰ বিশ্বাস ফুটি ওলাইছে।

গ্ৰন্থখন সম্পাদনা কৰিছে শ্ৰীঅক্ষয় কুমাৰ মিশ্ৰই। ক'ব লাগিব যে শ্ৰীমিশ্ৰৰ আন্তৰিক প্ৰচেষ্টাত বৰপেটাৰ ভালেমান গুণী জ্ঞানী শিল্পী পোহৰলৈ আহিছে। তেওঁৰ সম্পাদনাত ওলোৱা ভালে কেইখন গ্ৰন্থই ইতিমধ্যে বিভিন্নজনৰ প্ৰশংসা লাভ কৰিছে। আলোচ্য গ্ৰন্থত তেওঁ এগৰাকী প্ৰতিভাশালী আৰু বহুমুখী শিল্পী এজনাক নিৰ্ভৰযোগ্য প্ৰবন্ধেৰে আমাক পৰম সন্তোষ দি ধন্যবাদৰ পাত্ৰ হৈছে।

***



# অসমৰ বাদ্যযন্ত্ৰ

অসম সাহিত্য সভাৰ "বিশেষ পৰিচয় গ্ৰন্থমালা" শিতানত প্ৰকাশ কৰা ধৰ্মেশ্বৰ দুৱৰা প্ৰণীত অসমৰ বাদ্যযন্ত্ৰ এখন বিৱৰণমূলক গ্ৰন্থ। গ্ৰন্থকাৰে অসমত তাহানিৰ দিনৰে পৰা প্ৰচলিত কিছুমান বাদ্যযন্ত্ৰ বৰ্ণনা কৰি সেইবোৰৰ ব্যৱহাৰ কেনে ধৰণৰ অনুষ্ঠানত সাধাৰণতে প্ৰয়োগ হয় তাক আলোচনা কৰিছে। প্ৰচলিত বাদ্যযন্ত্ৰৰ বাহিৰেও অনেকবিধ বাদ্যযন্ত্ৰৰ নাম গ্ৰন্থখনে তালিকাভুক্ত কৰিছে যিবোৰ আজি অ-প্ৰচলিত। অসমত প্ৰাক্ ঐতিহাসিক যুগৰে পৰা অনেকবিধ বাদ্যযন্ত্ৰ প্ৰচলিত আছিল যিবোৰৰ আজি বিলুপ্তি ঘটিছে আৰু কোনো কোনো বাদ্যযন্ত্ৰই আগৰ ৰূপ সলনি কৰি নতুন ৰূপ ধাৰণ কৰিছে। প্ৰত্নতাত্তিক সকলৰ পৰা জানিব পাৰি যে হাড়েৰে তৈয়াৰী বাঁহী, বীণা, চামৰাৰে তৈয়াৰী নানা প্ৰকাৰ ঢোল, বাঁহৰ পেঁপা, ম'হৰ শিঙৰ পেঁপা, গগণা, ৰেপনি, কৰতাল প্ৰভৃতি বাদ্যযন্ত্ৰ আদিম যুগতো মানুহে ব্যৱহাৰ কৰিছিল। খোদিত আৰু চিত্ৰাংকিত অনেক মূৰ্তিত প্ৰাচীন যুগত ব্যৱহাৰ কৰা ভাৰতীয় বাদ্যযন্ত্ৰৰ নিদৰ্শন পোৱা যায়। বেদ, ৰামায়ণ, মহাভাৰত, জাতক, পুৰাণ, বিভিন্ন কাব্যগ্ৰন্থ, নাট্যশাস্ত্ৰ প্ৰভৃতিত বাদ্যযন্ত্ৰ আৰু এইবোৰৰ বজোৱা পদ্ধতিৰ উল্লেখ আছে। প্ৰাক্ শংকৰী কবি মাধব কন্দলিৰ ৰামায়ণত বহুবিধ বাদ্যযন্ত্ৰৰ উল্লেখ আছে। সেইবোৰৰ ভিতৰত ডগৰ, কৰতাল, ঢোল, বীৰঢাক, ৰামতাল, টোকাৰী, ৰুদ্ৰবীণা, বীণা, বাঁহী, পেঁপা, শিঙা, ভেৰী, দুন্দভি, আদি উল্লেখযোগ্য। হৰিহৰ বিপ্ৰৰ ৰচনাতো অনেক প্ৰকাৰৰ বাদ্যযন্ত্ৰৰ নাম পোৱা যায়। আন এখন উল্লেখনীয় পুথি সূৰ্যখড়ি দৈবজ্ঞৰ দৰং ৰাজবংশাৱলীতো সুদীৰ্ঘ তালিকাৰে বৰ্ণিত বাদ্যযন্ত্ৰৰ নাম জানিব পাৰো। মৃদংগৰ ব্যৱহাৰো প্ৰাচীন কালৰে পৰা অসমত প্ৰচলিত আছে। মন্দিৰৰ নৃত্য গীতৰ লগত জড়িত বহুতো বাদ্যযন্ত্ৰ আজিকালি নোহোৱা হৈছে। অসম বুৰঞ্জীতো কিছুমান বাদ্যযন্ত্ৰৰ উল্লেখ আছে। সেইবোৰৰ ভিতৰত মৃদংগ, বৰকাঁহ, কালি, ডবা, শংখ, খোল, বাঁহী, ভেৰী, জয়ঢোল, ঢাক প্ৰভৃতিৰ নাম ল'ব পাৰি। আহোম আৰু কোচ ৰজাসকলৰ পৃষ্ঠপোষকতাত অসমত মাৰ্গ সংগীতে জনপ্ৰিয়তা অৰ্জন কৰিছিল। অনেক প্ৰকাৰৰ বাদ্যযন্ত্ৰৰ সংযোগত নৃত্যগীত আৰু অভিনয় অনুষ্ঠিত হৈছিল। মোগলী প্ৰভাৱত তবলা, ৰবাব, পাখোৱাজ, ঢোলোক আদিৰ প্ৰচলন হোৱা গম পাব পাৰি। শংকৰী যুগত খোল তাল, ডবা, মৃদংগ, খমক, সাৰেঙ্গা আদি জনপ্ৰিয় বাদ্যযন্ত্ৰ ৰূপে সমাদৃত হৈছিল। খোল আৰু তালৰ ব্যৱহাৰ আছিল সৰ্বাধিক। ইংৰাজৰ শাসন কালতো অনেক প্ৰকাৰৰ বাদ্যযন্ত্ৰ অসমলৈ আহিছিল। এইবোৰৰ ভিতৰত বেহেলা, ক্লাৰোণেট, ড্ৰাম আদি সুবিখ্যাত। উত্তৰ ভাৰতীয় চেতাৰ, এছৰাজ, স্বৰোজ, তানপুৰা, তবলা, সুৰবাহাৰ আদিৰ সমাদৰো বৃদ্ধি পাইছিল। বিদেশী বাদ্যযন্ত্ৰ হাৰমোনিয়ামৰ জনপ্ৰিয়তা মন কৰিবলগীয়া। আজিকালি বহুতো বিদেশী বাদ্যযন্ত্ৰ আমাৰ দেশত ঘৰুৱা হৈ পৰিছে। আধুনিক যুগৰ বাদ্যযন্ত্ৰৰ

ব্যাপক ব্যৱহাৰ প্ৰায়বোৰ যন্ত্ৰ সংগীতৰ অংগ হৈ পৰিছে। কেটোলড্ৰাম, কি-বোৰ্ড, বাছ্গীতাৰ, মেন্দোলিন, জীপচি প্ৰভৃতি বৰ্তমান ব্যাপক হাৰত ব্যৱহৃত হৈছে।

আলোচ্য গ্ৰন্থখনত বাদ্যযন্ত্ৰৰ প্ৰাচীনতা আলোচনা কৰি লিখকে ভাৰতীয় সংগীতৰ ঐতিহ্য উনুকিয়াই কৈছে যে এই ঐতিহ্যৰ পটভূমিতে অসমৰ দেশী আৰু মাৰ্গ সংগীতৰ বিকাশ ঘটিছিল। অনেক ধৰণৰ বাদ্যযন্ত্ৰ ব্যৱহাৰ কৰি অসমৰ সংগীত প্ৰেমী লোকসকলে সংগীত চৰ্চা অব্যাহত ৰাখিছিল। ধাৰ্মিক আৰু সামাজিক উৎসৱ সমূহত নৃত্য গীত আৰু বাদ্যযন্ত্ৰৰ সংযোগ আছিল অপৰিহাৰ্য। ভাৰতীয় সংগীতৰ লগত বাদ্যযন্ত্ৰৰ সম্পৰ্ক কিমান গভীৰ সেই কথা গ্ৰন্থকাৰে ব্যাখ্যা কৰিছে। অসমৰ বাদ্যযন্ত্ৰ তৈয়াৰ আৰু ব্যৱহাৰ প্ৰসংগত লিখকে শ্ৰেণী বিভাগ যথা ততযন্ত্ৰ, ঘনযন্ত্ৰ, সুষিব যন্ত্ৰ আৰু আনদ্ধ যন্ত্ৰ বৰ্ণনা কৰিছে। ত'ত যন্ত্ৰৰ ভিতৰত তাঁৰৰ বাদ্যসমূহ পৰিছে। ইয়াৰ ভিতৰত বীণাযন্ত্ৰই সু প্ৰাচীন। নানাবিধৰ বীণাযন্ত্ৰই অসমৰ থলুৱা কলা সংস্কৃতিত আদৰ পাইছে। এইবোৰৰ মাজত টোকাৰী, বেনা, দোতোৰা, চাৰিন্দা বহুজন আদৰণীয় ততযন্ত্ৰ। ঘনযন্ত্ৰ হৈছে কাঁহ, তাল, ঘন্টা প্ৰভৃতি। ভোৰতাল নৃত্যক চমকপ্ৰদ সত্ৰীয়া শিল্পী নৰহৰি বুঢ়া ভকতে দেখুৱাই নিজৰ নাম যুগমীয়া কৰি গৈছে। ভোৰতাল ভোট দেশৰ পৰা আহিছে বুলি অনুমান কৰা হৈছে। অনেক প্ৰকাৰৰ কাঁহ বাদ্যৰ উল্লেখ পোৱা যায়। বৰকাঁহ, গং আদিও জনপ্ৰিয় ঘনযন্ত্ৰ। সুষিব যন্ত্ৰ মুখেৰে ফুদি বজোৱা হয়। ৰামশিঙা, খং শিঙা, ৰণশিঙা, বাঁহী, বেণু, মুৰুলি, ৰণভেৰী, গগণা, কালি, চিফুংবাহী আদি সুষিৰ যন্ত্ৰ। ঢোলজাতীয় বাদ্য আনদ্ধ যন্ত্ৰৰ তালিকাৰ অন্তৰ্ভুক্ত। ঢোলৰ গঢ় আৰু আকাৰ অনেক প্ৰকাৰৰ আছে। অসমৰ লোক উৎসৱৰ ই প্ৰধান বাদ্যযন্ত্ৰ। ঢুলীয়াই ঢোল বজাই ৰাইজক আনন্দ দিয়ে। গ্ৰন্থকাৰ দুৱৰাই অনেক বাদ্যযন্ত্ৰৰ তালিকা দিছে আৰু সেইবোৰৰ বিৱৰণ থুলমূলকৈ দাঙি ধৰিছে। গ্ৰন্থখনত জনজাতি সকলৰ মাজত প্ৰচলিত বাদ্যযন্ত্ৰ সমূহৰো এটা চমু আ ভাস দিবলৈ যত্ন কৰা হৈছে। আমি ভাবো, গ্ৰন্থখন সময়োপযোগী হৈছে। এই বিষয়ত ৰসজ্ঞ বাদকসকলে বহুতো উপাদেয় তথ্য লাভ কৰিব পাৰিব। বিষয়টোৱে বিশদ আলোচনা আৰু গৱেষণাৰ পথ মুকলি কৰিছে। গ্ৰন্থখনত থকা নিৰ্বাচিত গ্ৰন্থ পঞ্জীখন লাগতিয়াল সংবাদ।

***



# কেলিগুলা ঃ আলবেয়াৰ কামু

সুন্দৰ ছপা বন্ধা আৰু অলংকৰণেৰে অলপতে প্ৰকাশ পাইছে বিমল কুমাৰ হাজৰিকাই অনুবাদ কৰা সুবিখ্যাত নাটক আলবেয়াৰ কামু ৰচিত, কেলিগুলা। ১৯৪৫ চনত এই নাটকখনৰ অভিনয় ২০০ ৰজনী চলিছিল বুলি যশস্যা আছে। নাটখন বাওঁপন্থী ভাৱধাৰাৰে পৰিপুষ্ট। কামুৰ উদ্দেশ্য আছিল অত্যাচাৰী, দাম্ভিক আৰু নিৰ্দয় ৰোমান সম্ৰাট কেলিগুলাৰ (২য় খৃষ্টাব্দ) কাৰ্য্যকলাপক নাটকীয় মাধ্যমেদি উদঙাই দিয়া। কেলিগুলাই তেওঁৰ ককাকক হত্যা কৰিছিল, নিজৰ ভনীয়েক দ্ৰুচিলাৰ সৈতে প্ৰণয়াসক্ত হৈ কেলেংকাৰী কাণ্ডত লিপ্ত হৈছিল, বহুতো প্ৰজাক নিৰ্মম ভাৱে মৃত্যুদণ্ড দিছিল, কামোদ্দীপক হৈ নিজ নৈতিকতাক বিসৰ্জনদি অভীষ্ট সিদ্ধিৰ বাবে দানৱৰ ৰূপ ধাৰণ কৰিছিল। অৱশেষত পেট্ৰিচিয়ান সকল বিদ্ৰোহী হৈ উঠে আৰু কেলিগুলাক হত্যা কৰি এজন উন্মাদ ৰোমান সম্ৰাটৰ কলংকিত জীৱনৰ অৱসান ঘটায়। এনে এটা চৰিত্ৰ নাটকৰ বাবে নিৰ্বাচিত কৰি লৈছিল কামুৱে নিজ ভাৱাদৰ্শ প্ৰতিপন্ন কৰিবলৈ। তেওঁ দেখুৱাব খুজিছিল যে এজন স্বেচ্ছাচাৰী ৰজাৰ শাসন প্লেগৰ দৰে ভয়াবহ। ইয়াৰ পৰা মুক্তি পাবলৈ বিকল্প পথ হৈছে ৰাজনৈতিক চিন্তা আৰু সংঘবদ্ধ বিদ্ৰোহ। সংঘবদ্ধ হৈ বিদ্ৰোহ কৰিব পাৰিলে, ভয়াবহ শাসককো পৰাস্ত কৰিব পাৰি। ডেকা ৰোমান সম্ৰাট কেলিগুলাই তেওঁৰ প্ৰজা সকলৰ ওপৰত নিৰ্মম আৰু অমানৱীয় উৎপীড়ন চলাই শেষত গৈ প্ৰজাৰ হাততে মৃত্যু বৰণ কৰিবলগীয়া হ'ল। এটা শোকবহ ঘটনাৰ মাজেদি কামুৰ অন্যায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰি কেনেকৈ জীয়াই থকাৰ পথ বিপদমুক্ত কৰিব পাৰি তাৰ ইঙ্গিত দিছিল এই নাটকখনৰ মাজেদি। কেলিগুলা হৈছে ধ্বংসৰ প্ৰতীক । নিঃসন্দেহে এনে ধৰণৰ চৰিত্ৰ আজিও সমাজত বৰ্তি আছে। ইয়াৰ বিনাশ নাই। দুখ, শোক, যন্ত্ৰণা , হতাশা ভোগ কৰিও মানুহ বাচি থাকিব লাগিব, অবিশ্ৰাম সংগ্ৰাম কৰিব লাগিব জীৱনৰ অশুভ শক্তিৰ বিৰুদ্ধে।

আলবেয়াৰ কামু (১৯১৩-৬০) আছিল ফৰাচী নাট্যকাৰ আৰু ঔপন্যাসিক। তেওঁ থিয়েটাৰৰ প্ৰতি আকৃষ্ট হয় ১৯৩৬ চনত এজন অভিনেতা আৰু নাট প্ৰযোজক হিচাপে। আলজিয়াৰ্চৰ বাওঁপন্থী দল এটাৰ লগত জড়িত হৈ তেওঁ থিয়েটাৰ পাৰ্টি খুলি দলীয় ৰাজনীতিত মনোনিবেশ কৰে। দস্তয়ভস্কিৰ 'দ্য -ব্ৰাদাৰ্চ কাৰামাজোভে' নামৰ উপন্যাসখনৰ আধাৰত নাট এখন মঞ্চস্থ কৰি কামুৱে খ্যাতি অৰ্জন কৰিবলৈ সমৰ্থ হৈছিল। নাটখনৰ মূল প্ৰতিপাদ্য বিষয় আছিল লোকজীৱনত থকা বিশৃংখল, হৃদয়হীন আৰু অকৃতজ্ঞ আচৰণ। মানুহ কেৱল বেয়া নহয়, মানুহ পাপবিদ্ধও। পোহৰৰ আঁৰত অন্ধকাৰত মানুহৰ জীৱন আচ্ছন্ন। কামুৰ এই ভাৱধাৰা আমি পঢ়িবলৈ পাওঁ তেওঁৰ "দ্য মিথ্ অব চিচিফাছ" নামৰ সুবিখ্যাত ৰচনাত। ইয়াত তেওঁ জীৱন বিদ্বেষী মনোভাৱৰ বিপক্ষে সংগ্ৰামী জীৱনৰ পোষকতা

কৰিছে। এই অনুভূতি হৈছে নিষ্ক্ৰিয় হৈ নাথাকি এবচার্ডৰ বিৰুদ্ধে অবিশ্ৰান্ত যুঁজ দিয়া। কামুৰ ভাবধাৰা অস্তিত্ববাদৰ সগোত্ৰীয় বুলি কোৱা হৈছে। তেওঁৰ "ৰিবেল" গ্ৰন্থত এই ভাবধাৰা ফহিয়াই দেখুৱাইছে আৰু বিপ্লবৰ প্ৰয়োজন ব্যাখ্য কৰিছে। কামুৱে ব্যক্তিগত জীৱনত দাৰিদ্ৰ্যৰ কবলত পৰিছিল। ডেকা বয়সতে যক্ষ্মা ৰোগত আক্ৰান্ত হৈছিল। প্ৰায় প্ৰথম ৩৫ বছৰ তেওঁ জীৱন মৃত্যুৰ লগত সংগ্ৰাম কৰিবলগীয়া হৈছিল। মৃত্যুৰ উপৰিও মানুহে অযৌক্তিকতাৰ দ্বাৰা পীড়িত হয়। ইয়াৰ বিৰুদ্ধেও কামুৱে তেওঁৰ প্ৰতিক্ৰিয়া "দ্য ফল" আৰু "আউটচাইদাৰ" নামৰ উপন্যাসত দাঙি ধৰিছিল। তেওঁৰ যুক্তি আছিল যিসকলে সুস্থ আৰু আনন্দময় জীৱন কামনা কৰে, তেওঁলোকেই গভীৰ আস্থাৰে অন্যায়ৰ বিৰুদ্ধে সাহসেৰে থিয় দিয়ে। ১৯৪৭ চনত কামুৰ উপন্যাস "দ্য প্লেগ" নামৰ প্ৰতীক ধৰ্মী ৰচনা প্ৰকাশ হয়। হিটলাৰৰ বিৰুদ্ধে এই উপন্যাস ৰচিত হৈছিল। কামুৰ Exile and the kingdom হৈছে গল্প সংকলন। ১৯৬০ চনৰ ৪ জানুৱাৰীত প্ৰায় ৪৭ বছৰ বয়সত কামুৱে মটৰ দুৰ্ঘটনাত মৃত্যুৰ মুখত পৰে।

কামুৰ ৰচিত আৰু অভিযোজিত নাটক সংখ্যাত কম। চাৰ্ত্ৰেৰ দৰে তেওঁ আছিল engaged লেখক। অৱশ্যে কামুৰ এটা নান্দনিক মূলবোধো নাটকৰ মাজত প্ৰতিফলিত হৈছিল। এটা মুক্ত আৰু বহল নাটকীয় শৈলীৰে তেওঁ গহীন নাটকৰ পৰীক্ষা-নিৰীক্ষা চলাইছিল। কামুৰ আটাইতকৈ উল্লেখনীয় নাটকখন হৈছে 'কেলিগুলা'। যেতিয়া নাটকখন প্ৰথমে মঞ্চস্থ হৈছিল তেতিয়া ইয়াৰ বাৰ্তাবাহক উদ্ভট বা বিসংগতিপূৰ্ণ ভাব ভংগীমাই দৰ্শকক তবধ লগাইছিল। মূল ভাওত ওলোৱা জেৰাৰ্ড ফিলিপে সুন্দৰ আৰু মনোগ্ৰাহী অভিনয়েৰে নাটখনৰ অধিক সাফল্য কঢ়িয়াই অনাত সহায় কৰিছিল। কেলিগুলা নাটখন অস্তিত্ববাদী মতবাদৰ ওপৰত প্ৰতিষ্ঠিত যদিও কামুৱে নিজকে এজন অস্তিত্ববাদী বুলি চিহ্নিত হবলৈ বিচৰা নাছিল। মানুহৰ বিপন্ন অৱস্থাৰ কথা ঘটনা প্ৰবাহৰ মাজেদি তেওঁ প্ৰকাশ কৰাত যত্নপৰ হৈছিল।

অসমৰ তথ্য আৰু জনসংযোগ বিভাগৰ এসময়ৰ সঞ্চালক বিমল কুমাৰ হাজৰিকাৰ কৃতিত্বপূৰ্ণ অসমীয়া অনুবাদেৰে কেলিগুলা অসমৰ নাট্যজগতত সোমাইছেহি। অৱশ্যে হাতে লিখা অৱস্থাতে ১৯৯০ চনৰ ডিচেম্বৰ মাহত ৮ দিন ব্যাপি ৰবীন্দ্ৰ ভৱনত নাটকখন প্ৰথমে মঞ্চস্থ হৈছিল। পৰিচালক আছিল দুলাল ৰয়। ইয়াৰ পাছত নাটখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ বিৰিঞ্চি কুমাৰ বৰুৱা প্ৰেক্ষাগৃহত আৰু ১৯৯২ চনৰ ৮ আৰু ৯ নৱেম্বৰত নতুন দিল্লীত মঞ্চস্থ হৈ সফলতা লাভ কৰে। কেলিগুলাৰ চৰিত্ৰ ৰূপায়ণত তপন কুমাৰ দাসৰ অভিনয় চাই দৰ্শক মুগ্ধ হৈছিল। পৰিচালক দুলাল ৰয়ৰ পৰিশ্ৰম আৰু কাৰিকৰী ৰূপ ৰীতিৰ বৈশিষ্ট্যপূৰ্ণ পৰিৱেশনত কেলিগুলাই দৰ্শকৰ মনত জোকাৰ মাৰিছিল। বিমল হাজৰিকাৰ অনুবাদ চিত্তাকৰ্ষক আৰু নাটকীয় ভাষাৰ প্ৰয়োগেৰে আকৃষ্ট। নাটকখন পঢ়িলে বুজিব পাৰি যে তেওঁ মূল নাটকখনৰ দৰ্শন আৰু সংঘাত অত্যন্ত যত্ন সহকাৰে বুজি, হৃদয়ঙ্গম কৰি অনুবাদ কাৰ্যত হাত দিছে। তেওঁৰ চকুৰ আগত অসমৰ ৰঙ্গমঞ্চ আৰু দৰ্শক জিলিকি

আছে বাবেই নাটকখন সম্পূৰ্ণ ভাৱে অসমীয়া নাট্যধাৰাৰে সুযশ লভিছে। প্ৰসঙ্গক্ৰমে ক'ব পাৰি যে পৃথিৱীৰ শ্ৰেষ্ঠ সাহিত্য ৰাজি অধিক জনপ্ৰিয় হৈছে অনুবাদৰ মাজেদি। কালজয়ী নাটকবোৰ অনুবাদৰ যোগেদি বিশ্ব সমাদৃত হৈছে। অসমীয়া ভাষাত ইচ্‌কাইলাচ্, চফ'ক্লিচ, শ্বেক্সপীয়েৰ, ইবচেন, চেকভ, গেটে, বেকেট, অচবৰ্ণ আদিৰ নাটক অনুবাদ হৈ, আমাৰ নাট্যজগত চহকী কৰিছে। আলবেয়াৰ কামুৰ কেলিগুলাও এখন বিশ্বখ্যাতিসম্পন্ন নাটক। এই নাটকে মনস্তাত্বিক আৰু ৰাজনৈতিক চিন্তাধাৰাৰে সমগ্ৰ বিশ্বতে প্ৰভাৱ বিস্তাৰ কৰিছে। বিমল হাজৰিকাই এই নাটখন অনুবাদ কৰি আমাৰ প্ৰশংসাৰ পাত্ৰ হৈছে, লগতে নাটখন অসমৰ বিভিন্ন ঠাইত অভিনয় কৰাৰ সুযোগ দিছে।

***



# ব্যক্তি আৰু দেশপ্ৰেম

জীৱনী সাহিত্যত অধ্যাপক উপেন্দ্ৰ বৰকটকীয়ে একান্ত নিষ্ঠাৰে বহুদিনৰে পৰা লাগি আছে আৰু ভালেকেইখন পুথি ৰচনা কৰি উলিয়াইছে। "জীৱন আৰু কীৰ্তি' এইবোৰৰে এখন সুখপাঠ্য। কিতাপখনত অসমীয়া ভাষা সাহিত্য আৰু সংস্কৃতিৰ লগত জড়িত বৰণীয় ব্যক্তিৰ কথা আৰু জীৱন আলোচনা কৰা হৈছে। এইখন পুথিতো তেওঁ জনদিয়েক ব্যক্তি বাছি লৈছে, যি সকলৰ কৰ্মক্ষেত্ৰ দেশপ্ৰেমেৰে প্ৰাণোজ্জ্বল আৰু দৃষ্টান্ত স্বৰূপ। 'শ্বেৰ ই আসাম' বুলি খ্যাতি লাভ কৰা লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দেশপ্ৰেমৰ বিৰল পৰিচয় পুথিখনৰ প্ৰথম দৃষ্টিপাত। অসমৰ স্বাৰ্থৰ ক্ষেত্ৰত লোকপ্ৰিয় গোপীনাথ বৰদলৈয়ে কোনোপধ্যে আপোচ নকৰিছিল। তেওঁৰ অসম প্ৰেমৰ প্ৰতি থকা সততা বা সুনাম সম্বন্ধে কাৰো সন্দেহ নাছিল। সেই সময়ত অসমক পাকিস্তানৰ গ্ৰুপিঙত অন্তৰ্ভূক্ত কৰাৰ যি প্ৰস্তাৱ উঠিছিল, তাক বৰদলৈয়ে ব্যৰ্থ কৰাৰ বাবে অসীম সাহস দেখুৱাইছিল আৰু মহাত্মা গান্ধীৰ সমৰ্থনত এই সৰ্বনশীয়া প্ৰস্তাৱ নাকচ কৰাত কৃতকাৰ্য হৈছিল।

প্ৰবন্ধটোত বৰদলৈৰ বহুতো কঠিন পৰিস্থিতি চম্ভালিব পৰা বিচক্ষণতা বৰ্ণনা হৈছে। বৰদলৈৰ দেশপ্ৰেমৰ বহুতো জ্বলন্ত উদাহৰণ ইয়াত কৃতজ্ঞতাৰে লিখকে স্মৰণ কৰিছে। আন এটা উল্লেখযোগ্য প্ৰবন্ধ হৈছে- দণ্ডীধৰ ফাটোৱালীৰ বিষয়ে। এই গৰাকী সাহিত্য সাধকৰ বিষয়ে বহুতে নাজানে। প্ৰচাৰো নাই। ডিব্ৰুগড় জিলা সাহিত্য পৰিষদে ১৯৬৯ চনৰ বাৰ্ষিক অধিবেশনত এওঁক যেনিবা আবিষ্কাৰ কৰি সম্বৰ্দ্ধনা জনাই অলপ পোহৰ পেলালে। অধ্যাপক যোগেশ দাসেও ফাটোৱালীৰ সাহিত্য প্ৰতিভাৰ কিছু বতৰা প্ৰকাশ কৰিছিল। ফাটোৱালীৰ জীৱন আছিল কষ্টকৰ। বৰশীৰ পুঙাৰ দৰে সংসাৰ সৰোবৰত তল ওপৰ কৰি তেওঁ জীৱন কটাইছিল। আদৰ্শ খেতিয়ক হিচাপে তেওঁক গঞা ৰাইজে আদৰ সাদৰ কৰিছিল। চৰকাৰী কামলৈ মন মেলা লোক নাছিল বাবেই ফাটোৱালীয়ে নিজৰ ব্যক্তিত্ব চিকুণাই ৰাখিব পাৰিছিল আৰু সজ ভাৱনা পুহি, অৰ্থৰ প্ৰতি, বিষয় বাসনাৰ প্ৰতি জিভাৰ পানী নেপেলাই তেওঁ সাহিত্যৰ পাঠতে পৰম সন্তোষ লভিছিল। ১৯২২ চনত তেওঁ 'চপলা' নামৰ উপন্যাস এখন উলিয়াই সাহিত্য সাধনাৰ খুঁটা পোতে। নাট ৰচনাতো তেওঁৰ হাত বহিছিল আৰু আলোচনীত ৰসাল ৰচনাও প্ৰকাশ কৰিছিল। তেওঁ বাগিচাত এটা চাকৰি কৰিছিল অভাৱৰ হেঁচাত। অৱশ্যে মনৰ টান আছিল পুথি প্ৰণয়নত। 'যুগল মূৰ্তি' তেওঁৰ আন এখন উপন্যাস। ইয়াৰ বাহিৰেও ১৯২৪ চনত কবিতাৰ পুথি 'নৱকলি' প্ৰকাশ পাইছিল। শত্ৰুদমন, নীলাম্বৰ, গেলাত টেঙা, চেঙাতেল, সৰস্বতী আদি নাটকো লিখি তেওঁ নাম ৰাখি গৈছে। তেওঁ সাহিত্য সেৱাৰ মাজেদি যি দেশপ্ৰেম, স্বদেশ প্ৰীতি ৰাখি গৈছে সি সদায় স্মৰণীয়। দণ্ডীধৰ ফাটোৱালীক লিখক বৰকটকীয়ে সেই দৃষ্টিৰেই

দাণ্ডি ধৰিছে। আন এটা সংগ্ৰামী চৰিত্ৰৰ প্ৰতি বৰকটকীৰ আলোকসন্ধানী অনুৰাগ দেখিবলৈ পোৱা গৈছে। সেইয়া হৈছে থানুৰাম ভূঞা। কলিয়াবৰ অঞ্চলত জন্ম লোৱা এই সংগ্ৰামী লোকজন আছিল প্ৰকৃত গান্ধীবাদী। কিন্তু তেওঁ আছিল নিজ আদৰ্শত অবিচল আৰু কামত ফাঁকি-ফুকা নোহোৱা বিধৰ দেশপ্ৰেমিক। ১৯২০ চনৰ পৰা ১৯৭৮ চনলৈকে তেওঁ মুঠ ৯ বাৰ জেল খাটিছিল বুলি বৰ্ণনাত উল্লেখ কৰি কোৱা হৈছে যে নগাঁৱৰ মুক্তি যুঁজাৰু পণ্ডিত কনক চন্দ্ৰ শৰ্মা, লোকসেৱক হলধৰ ভূঞাৰ দৰে থানুৰাম ভূঞায়ো নগাওঁ জিলাখনত ভ্ৰমি স্বাধীনতা আন্দোলনৰ নেতৃত্ব দিছিল। ১৯৪৮ চনত তেওঁ অসম কংগ্ৰেছৰ লগত মতৰ অমিল হৈ ওলাই আহিব লগা হৈছিল। কিন্তু তেওঁ দেশসেৱাৰ প্ৰতি অলৰ অচৰ হৈ পীড়িত লোকসকলৰ হকে সংগ্ৰাম কৰি যাবলৈ আৰু ন্যায় কথাত মাত দিবলৈ কুণ্ঠাবোধ নকৰিছিল। ড০ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যই "ভূঞাক দেখিলে সদায় টলষ্টয়ৰ উপন্যাসৰ বিজ্ঞ খেতিয়ক চৰিত্ৰবোৰলৈ মনত পৰে" বুলি কৈছিল। এনে নিস্বাৰ্থ দেশকৰ্মী আজিকালি পাবলৈ নাই। অসম প্ৰাণ হৰেন্দ্ৰ নাথ বৰুৱাৰ বিষয়ে পুথিখনত উল্লেখ আছে। অসমৰ বাবে এগৰাকী অগ্ৰগণ্য সাংবাদিকৰ অৱদান সদা স্মৰণীয়। 'হৰেন্দ্ৰ নাথ বৰুৱা স্মৃতি ৰক্ষা সমিতি'য়ে ইংৰাজীতে উলিওৱা "Reflections on Assam (1944-1983, Ed. Shri Jogesh Das. Guwahati, 1992) এই বিষয়ত দিকদৰ্শন গ্ৰন্থ। লিখক বৰকটকীৰ আলোচনাটোৰ মাজেদি সাংবাদিক গৰাকীৰ অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনত জড়িত থকা অসামান্য প্ৰেৰণাৰ আভাস পাব পাৰি। পুথিখনত কমলাকান্ত ভট্টাচাৰ্য, ডিম্বেশ্বৰ নেওগ, হেম বৰুৱা, যুগল দাস, হেমাঙ্গ বিশ্বাস, জয়প্ৰকাশ নাৰায়ণ প্ৰভৃতিৰো আলেখ্য সংযোগ হৈছে। এনে পুথি সুস্থ প্ৰচেষ্টাৰ ফল আৰু ইয়াত থকা সমল বিশ্বাসযোগ্য। আজিকালি নৈতিক স্খলন আৰু নৈতিক অধঃপতন ইমান দ্ৰুত গতিত বাঢ়িছে যে তৰুণচামে তেওঁলোকৰ পূৰ্ববৰ্তী গুণী জ্ঞানী, সমাজ সচেতন ব্যক্তিসকলৰ পৰিচয় শূণ্য মানসিক পৰিমণ্ডলত বাস কৰি পাহৰি গৈছে। পৌৰাণিক কাহিনী বুলি স্বাধীনতা সংগ্ৰামক চাবলৈ ধৰিছে। অধ্যাপক বৰকটকীৰ এই পুথিখনে এইচাম লোকক সামান্য হলেও উপকাৰ সাধিব আৰু পিচলৈ চাবলৈ কৌতূহল বঢ়াব।

★★★



# মুভিং এগ্ৰিকালচাৰ

ইংৰাজীত প্ৰকাশ পোৱা এই পুথিখন কৃষি বিষয়ক কেইটামান বৈজ্ঞানিক প্ৰবন্ধ। ভাৰত জন বিজ্ঞান জাঠা (বি. জে. বি. জে) ৰ অসমৰ শাখা 'ৰাজ্যিক সাংগঠনিক পৰিষদ'ৰ (গুৱাহাটী) দ্বাৰা এই পুথি প্ৰকাশিত। কৃষি ভিত্তিক নব উন্নতি সাধন সম্পৰ্কে জনসাধাৰণক সচেতন কৰা পুথিখনৰ লক্ষ্য। 'মন্থন' নামেৰে অভিহিত পৰ্যায়মূলক কাৰ্যক্ৰমত ৰাষ্ট্ৰীয়, ৰাজ্যিক আৰু জিলা পৰ্যায়ত কৃষি উন্নতিকৰণৰ বৈজ্ঞানিক প্ৰক্ৰিয়া জনপ্ৰিয় কৰি তুলিবলৈ এই আন্দোলন আৰম্ভ কৰা হৈছে। ইয়াক "জনসাধাৰণৰ বিজ্ঞান জাগৰণ আন্দোলন" বুলি কোৱা হৈছে। অসমৰ শাখাটো সংগঠিত হোৱা বেছি দিনৰ নহয়। ১৯৯২-৯৩ চনত অসমত ইয়াক আৰম্ভ কৰা হৈছে। সমিতিৰ সভাপতি কৃষি বিজ্ঞানী ডঃ ধীৰেন্দ্ৰনাথ ঠাকুৰ।

আধুনিক পদ্ধতিত কৃষি আৰম্ভ কৰা প্ৰথা আমাৰ দেশত আৰম্ভ হৈছে ১৯৪৭ চনত, স্বাধীনতা লাভ কৰাৰ পাছত। জনবিস্ফোৰণৰ ভয়াবহ সমস্যাৰ প্ৰতি লক্ষ্য ৰাখি ভাৰতবৰ্ষত কৃষি বিষয়ত অধিক গুৰুত্ব দিবলৈকে কেন্দ্ৰীয় চৰকাৰে বিভিন্ন আঁচনি লব লগাত পৰিছে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে কুৰি শতিকাৰ আৰম্ভণিতে অৰ্থাৎ ১৯০১ চনত অবিভক্ত ভাৰতবৰ্ষৰ জনসংখ্যা আছিল ২৩৮ মিলিয়ন আৰু এই পৰিসংখ্যা তাৰ চাৰিগুণ বাঢ়ি ৯০০ মিলিয়ন হৈছে গৈ। ২০২৫ চনত বোলে এই জনসংখ্যা ১৪০০ মিলিয়ন হ'বগৈ। যদিও ভাৰতে জন্ম নিয়ন্ত্ৰণ পৰিকল্পনা হাতত লৈছে., তথাপি ইয়াৰ জনসংখ্যা যি হাৰত বৃদ্ধি পাইছে, সেই বৃদ্ধিৰ হাৰ নিতান্তই চিন্তানীয় বিষয়। সন্তান জন্মৰ হাৰ কমাব নোৱাৰিলে ভাৰতবৰ্ষই জনসংখ্যাৰ হাৰ স্থায়ীকৰণ কৰিবলৈ মস্কিল হ'ব। "অধিক মানুহ আৰু অতি সামান্য খাদ্য" বিষয়ে ১৭৯৮ চনতে টমাছ ৰবাৰ্ট মেলথাছে "এন এছে অন দ্যঁ প্ৰিন্‌চিপোল অব পপুলেশ্যন" লিখি সকীয়াই দিছিল জন বিস্ফোৰণৰ ভয়াবহতা। আৰ্থ সামাজিক বিষয়ৰ এখন সুবিদিত আৰু সুবিখ্যাত গ্ৰন্থৰূপে এইখন পৰিগণিত হৈছে। প্ৰথমতে মানুহক লাগে খাদ্য। জীৱন ধাৰণৰ বাবে খাদ্যই হৈছে আটাইতকৈ প্ৰয়োজনীয় বস্তু। এই খাদ্য কেনেকৈ পাব পাৰি, কেনেকৈ ইয়াৰ সম্প্ৰসাৰণ ঘটাব পাৰি, কেনেকৈ জীয়াই থকা দিন কেইটাত উন্নততৰ খাদ্য খাই স্বাস্থ্য ৰক্ষা কৰি বাচিব পাৰি, তাৰ বাবে অহৰহ চেষ্টা চলিছে। গৱেষণাৰ যোগেদি খাদ্য, জলবায়ু, পৰিৱেশ, শ্ৰম আদি বিষয়বোৰ চালিজাৰি চোৱা হৈছে।

শাৰীৰিক আৰু মানসিক শ্ৰীবৃদ্ধিৰ বাবে কৃষিজাত উৎকৃষ্ট খাদ্য কেনেকৈ পাব পাৰি সেই বিষয়ে বিজ্ঞানীসকলে গভীৰভাবে চিন্তা কৰিছে, নানা উপায় প্ৰবৰ্তন কৰিছে। ঠায়ে ঠায়ে আধুনিক প্ৰযুক্তিবিদ্যা আৰু বিজ্ঞানৰ গৱেষণাগাৰ স্থাপন হৈ উন্নয়নৰ ব্যৱস্থা হাতত লোৱা হৈছে। সংযুক্ত বিশ্ব সংস্থা, ইউ এছ এইডছ আদিৰ জৰিয়তে ভাৰতবৰ্ষক সমস্যা

সমাধানৰ হকে সাহায্য দিছে, কাৰিকৰী দিশত সহযোগ কৰিছে। ভাৰতবৰ্ষৰ অৰ্থনৈতিক সমস্যালৈ লক্ষ্য ৰাখি কৃষিৰ উন্নতি সাধন অত্যন্ত আৱশ্যক হৈ পৰিছে। খেতি পথাৰ সংলগ্ন বিষয়সমূহ, যেনে কৃষি প্ৰণালীৰ বাবে যান্ত্ৰিক কৌশল, শস্যৰ উন্নত ধৰণৰ বীজ, খেতি মাটিক সাৰুৱাকৰণ, জলসিঞ্চন, জল নিয়ন্ত্ৰণ আৰু তদাৰক, শস্য সিঁচা পদ্ধতি, খেতিৰ সা-সঁজুলি, ট্ৰেক্টৰ বা পাৱাৰ টিলাৰ ব্যৱহাৰ, প্ৰাকৃতিক জলাধাৰৰ সা-সুবিধা গ্ৰহণ, বীজতলী তদাৰক, পানী ওলাই যোৱা নলা, অগভীৰ আৰু গভীৰ নলী-নাদৰ ব্যৱস্থা, জেওৰা বা বেৰা, আদৰ্শ বীজতলীৰ গাথঁনি বা আৰ্হি, আগ্ৰহী খেতিয়কৰ আৱশ্যকতা, সাৰ যোগান আৰু প্ৰয়োগ আদি অনেক বিষয়ৰ লগত আজিৰ কৃষিকৰ্ম জড়িত। অনেক আনুসংগিক ব্যৱস্থাত চৰকাৰে সহায় কৰে, নিম্নমানৰ বীজ, পোকে ধৰা শস্য আদিক ভাল আৰু ৰোগমুক্ত কৰিবলৈ চৰকাৰে ব্যৱস্থা লয়।

'মুভিং এগ্ৰিকালচাৰ' অৰ্থাৎ কৃষি কৰ্মক কেনেকৈ গতিশীল আৰু কাৰ্যক্ষম কৰিব পাৰি সেই সন্দৰ্ভত এই পুথিখনত ভালে কেইটা মূল্যবান প্ৰবন্ধ আছে। এ চি দাসৰ "বিজ্ঞান পদ্ধতিৰে তৈয়াৰ কৰা পথাৰ", প্ৰমোদ গোস্বামীৰ "উত্তৰ পূৰ্বাঞ্চলৰ বাবে জল নিৰ্বাহ", গিলেশ্বৰ কোঁৱৰৰ "খৰাং মাটিত জল প্ৰবাহৰ ব্যৱহাৰ", ডঃ প্ৰফুল্ল চন্দ্ৰ বৰাৰ "খেতি পদ্ধতি আৰু বীজ ৰোপণ কৰা ধৰণ বা নমুনা", ডঃ এন কে মোহন আৰু আৰ শৰ্মাৰ "উত্তৰ পূৰ্বাঞ্চলত ব্যৱসায়িক ভিত্তিত উদ্যান পালনৰ আশা প্ৰত্যাশা", বিনোদ চন্দ্ৰ চৌধুৰীৰ "হাৰ্টিকালচাৰ উন্নতিকৰণৰ সা-সুবিধা", এছ জে শৰ্মাৰ "গ্ৰাম্য বজাৰ, প্ৰয়োজন আৰু কাৰ্যকৰণ", ডঃ ডি ডি মালীৰ শিল্প ব্যৱসায়ৰ প্ৰতি উৎসাহী লোকৰ বিকাশ বৰুৱা, আৰ কে চৌধুৰীৰ, "কৃষিজাত কৰ্ম-সংস্কৃতিত জনসাধাৰণৰ সহযোগ" আদি উল্লেখযোগ্য। সংস্থাৰ সভাপতি ডঃ ডি বৰঠাকুৰৰ কেইবাটাও বিজ্ঞান ভিত্তিক প্ৰবন্ধ হৈছে সংকলনখনৰ বিশেষত্ব। কৃষি কৰ্মৰ বিষয়ে তেওঁ ৰচনা কৰা এই প্ৰবন্ধ কেইটা সময়োপযোগী হৈছে। উত্তৰ পূৰ্বাঞ্চলত যাতে কৃষিজাত কৰ্ম-সংস্কৃতিত জনসাধাৰণৰ সহযোগ" আদি উল্লেখযোগ্য। সংস্থাৰ স ভাপতি ডঃ ডি এ বৰঠাকুৰৰ কেইবাটাও বিজ্ঞান ভিত্তিক প্ৰবন্ধ হৈছে সংকলনখনৰ বিশেষত্ব। কৃষি কৰ্মৰ বিষয়ে তেওঁ ৰচনা কৰা এই প্ৰবন্ধ কেইটা সময়োপযোগী হৈছে। উত্তৰ পূৰ্বাঞ্চলত যাতে কৃষি পৰিকল্পনা বিজ্ঞানসন্মত হয় আৰু দেশৰ আৰ্থ-সামাজিক উন্নয়নত এনে পৰিকল্পনাই অৰ্থপূৰ্ণ অৰিহণা যোগাব পাৰে, তাকে ডঃ বৰঠাকুৰে আশা কৰিছে। আমি পৰম আনন্দিত যে প্ৰয়াত প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৰ দূৰদৰ্শিতাৰ ফলত আমাৰ দেশত বিজ্ঞানৰ অগ্ৰগতিৰ ক্ষেত্ৰত বিশিষ্ট ভূমিকা পালন কৰিবলৈ ঠায়ে ঠায়ে বিজ্ঞান আৰু প্ৰযুক্তি বিদ্যাৰ গৱেষণাগাৰ স্থাপন কৰা হৈছিল। সেইবোৰ গৱেষণাগাৰত হোৱা গৱেষণা বিষয়ক সমস্যাবোৰৰ সুত্ৰাশ্ৰয়ী পৰীক্ষাৰ ফল সাম্প্ৰতিক কালত আমি ভোগ কৰিছো। কৃষিৰ ক্ষেত্ৰত ভাৰতবৰ্ষই উল্লেখযোগ্য প্ৰগতি লাভ কৰিছে, ক্ষেত্ৰ পৰিদৰ্শন কৰিবলৈ "চেটেলাইট'ৰ সহায় লোৱা হৈছে, কম্পিউটাৰৰ যোগেদি তথ্য আহৰণ কৰা হৈছে। জ্ঞান বা স্বীকৃত তথ্যৰ ওপৰত ভিত্তি কৰি কৃষিৰ উন্নতি সাধন আৰু সম্প্ৰসাৰণ সাধিত হৈছে।

অসমৰ ক্ষেত্ৰত ক'ব পাৰি যে খাদ্যৰ উৎপাদন বহুত বৃদ্ধি হৈছে। চোৰাং বেপাৰীয়ে ধান অসমৰ পৰা বাহিৰলৈ চালান দিছে। চাহিদাৰ অতিৰিক্ত উৎপন্ন কৰিও, লগতে চোৰাং ব্যৱসায় থাকিও অসমত মূল খাদ্যৰ 'মাৰ্জিনেল' ভঁৰাল বৈ গৈছে। অসমৰ মানুহ দুৰ্ভিক্ষত মৰিব লগা হোৱা নাই। জলসিঞ্চন বিভাগটো অধিক কৰ্মৰত আৰু ন্যায়নিষ্ঠ হ'লে অসমে আনবোৰ অভাৱী ৰাজ্যক চাউলৰ যোগান ধৰিব পাৰিব। আলোচিত সংকলনখনত খেতিপথাৰত পানী যোগানৰ বিজ্ঞানসন্মত উপযোগী পৰিকল্পনাৰ বিষয়ে ডঃ বৰঠাকুৰে গুৰুত্ব দিছে। মাটিৰ compaction (একত্ৰ কৰা প্ৰক্ৰিয়া)ৰ বিষয়েও পুথিখনত ইংগিত আছে।

"মুভিং এগ্ৰিকালচাৰ" এখন উপযোগ্য গৱেষণামূলক সংকলন; এনে পুথি অধ্যয়ন কৰিলে লাভবান হ'ব পাৰি। ধন্যবাদ জনাইছো সম্পাদক মৌচুম হাজৰিকাক। অসমীয়া সংস্কৰণ এটা উলিয়াব পাৰিলে আমাৰ শিক্ষিত খেতিয়ক শ্ৰেণী উপকৃত হ'ব। সেউজ বিপ্লৱৰ বীজ প্ৰসাৰিত হৈ নদন বদন অসম গঢ়ি উঠা আমি বাঞ্ছা কৰো।

★ ★ ★



# আলোকসম্পাত দৃষ্টিপাত
# চাৰিটা দশকৰ জলঙাইদি

অসমৰ এগৰাকী শীৰ্ষস্থানীয় প্ৰবীন সাংবাদিক কীৰ্তিনাথ হাজৰিকাৰ সাংবাদিক জীৱন স্বাদেশিকতাৰ উপাদানেৰে আলোকসম্পাতী। সেই আলোকসম্পাত দৃষ্টিৰ মাজেদি তেওঁ অসমৰ পটুৱৈ সমাজক চাৰিটা দশকজোৰা তেওঁৰ কৰ্মক্ষেত্ৰৰ জলঙাইদি জুমি চাওঁতে চকুত পৰা কেতবোৰ কথা জানিবলৈ প্ৰসায় কৰিছে। কথাবোৰৰ মাজত আছে, বাতৰিকাকাতৰ কথা, সাংবাদিক জীৱনৰ অভিজ্ঞতাৰ কথা, অসমৰ কথা, নানা ত্ৰুটি-বিচ্যুতিৰ কথা। সময়ৰ জলঙাইদি চাওঁতে তেওঁৰ চকুত বহুতো কথাই লুকা-ভাকু খেলিছে, কিছুমান কাষৰ, কিছুমান দূৰৰ। ১৯৪৬-১৯৮৬ চনৰ মাজত সংঘটিত বহুতো ঘটনাৰ কিছুমান চিত্ৰপট তেওঁ বাছি লৈছে- জুমুঠিটো বান্ধিবৰ বাবে। সাংবাদিক হিচাপে হাজৰিকাৰ নিজা এটা দৰ্শন আছে। তেওঁ নিৰ্ভীক, সহজে আপোচ নকৰে, কৰিব নোখোজে। অনেক বিপদৰ মাজতো তেওঁ নিজৰ সততা বা সুনাম ৰক্ষা কৰি চলিব খোজে। আজিকালি সাংবাদিকতাই সমাজৰ বিভিন্ন পৰ্যায় পৰ্যবেক্ষণ কৰি প্ৰতিবেদন যুগুত কৰে। স্পষ্টবাদিতাই সুস্থ সাংবাদিকতাৰ সাফল্যৰ ভিত্তি। কীৰ্তিনাথ হাজৰিকাৰ দীৰ্ঘ সাংবাদিক জীৱনত প্ৰশংসা যেনেকৈ আছে তেনেকৈ আছে- নিৰাপত্তা আৰু আত্মমৰ্যাদাৰ প্ৰতি প্ৰত্যাহ্বান। কিন্তু তেওঁ নিৰাপত্তা, স্বাচ্ছন্দ্য আৰু স্বাধীনতা হেৰুৱালেও আদৰ্শৰ বিনষ্ট সাধন হ'বলৈ নিদিয়ে। তেওঁৰ জীৱনত কৰ্মপ্ৰেৰণাৰ শৃংখলাৰ পৰিচয় আছে, নিজক নিয়ন্ত্ৰণ কৰাৰ আৰু নিজৰ মূল্য বুজাৰ এক প্ৰত্যয় আছে। এই প্ৰত্যয়ৰ পোহৰ এতিয়ালৈকে ম্লান পৰা নাই।

হাজৰিকাৰ 'চাৰিটা দশকৰ জলঙাইদি' এনে এখন প্ৰতিবেদন, য'ত সন্মিলিত হৈছে অসমৰ সমষ্টিবদ্ধ ঘটনাপ্ৰবাহৰ নৈৰ্ব্যক্তিক আৰু যথাযথ বিৱৰণ, লগতে নিজস্ব দৃষ্টিভংগী। তেওঁ পৰিৱৰ্তনৰ বিৰোধী নহয়, কিন্তু পৰিবৰ্তনৰ লগত সাঙোৰ খাই থকা কিছুমান নিৰ্মোহ, অসংগতিপূৰ্ণ কাৰ্যকলাপে তেওঁৰ বিচৰ মঞ্চত যথাৰ্থ যুক্তি প্ৰদৰ্শন কৰিব পৰা নাই। সেয়েহে তেওঁ সম্পাদনা কৰা তিনিখন দৈনিক অসমীয়া কাকতৰ জৰিয়তে বিভিন্ন প্ৰসঙ্গবোৰৰ খুটি নাটি পৰ্যালোচনা কৰি অসমৰ ৰাইজৰ আগত এটা নিৰপেক্ষ ব্যাখ্যা দাঙি ধৰাত যত্নপৰ হৈছে। উদাহৰণ স্বৰূপে, সাংবাদিক হাজৰিকাই কৈছে যে অসমৰ সমাজ জীৱনৰ এটা নিজস্ব ৰূপ আছে, এটা বিশিষ্ট জীৱনধাৰা আছে। আজি অসমত বসবাস কৰা লাখ লাখ মানুহৰ মনত ভৱিষ্যতৰ কথা ভাবি অস্থিৰতাই ক্ৰিয়া কৰিছে। ব্যক্তি আৰু সমাজৰ মাজত আজি শীতল যুদ্ধ আৰম্ভ হৈছে। ব্যক্তিয়ে সমাজৰ, সমাজে ব্যক্তিৰ ওপৰত আস্থা হেৰুৱাইছে। আজি নিৰপেক্ষতাৰ অৰ্থ নোহোৱা হৈছে। সমাজ ব্যৱস্থাত নোহোৱা হৈছে ঐতিহাসিকবোধ;

অৰ্থহীন হৈ পৰিছে ভৱিষ্যৎ আৰু বৰ্তমান। আটাইতকৈ ডাঙৰ কথা হৈছে যে মনে প্ৰাণে অসমৰ জনসাধৰণ ক্লান্ত আৰু বিভ্ৰান্ত হৈ পৰিছে, ফলত আজি অসমৰ শিল্প, সাহিত্য, ইতিহাস আৰু সমাজ চেতনাত বিপৰ্যয়ে দেখা দিছে। হাজৰিকাৰ প্ৰাথমিক বক্তব্য হ'ল, অসমৰ আত্মগৰিমাৰ গুৰুত্ব কেন্দ্ৰীভূত হৈছে ক্ষমতা আৰু বিত্তৰ আকাংক্ষাৰ প্ৰাবল্যত। অকল ভোটৰ চিন্তা হৈ পৰিছে অসমৰ ৰাজনীতি। মদ, কম্বল, টকা পইচা দি ভোট কিনাৰ কাৰবাৰ আজি মুকলি বজাৰত পৰিণত হৈছে, ৰাজনীতিৰ আইঁফলা বিচাৰৰ যোগেদি ৰাজনীতি কৰা দলবোৰে মুনাফা আদায় কৰাৰ মানসিকতাক প্ৰশ্ৰয় দি নতুন সংঘাতৰ সৃষ্টি কৰিছে। হাজৰিকাই আক্ষেপৰ সুৰত কৈছে যে অসমত প্ৰবৰ্তন কৰা জনজাতীয় নীতিৰ অদূৰদৰ্শিতাৰ ফলত মূল প্ৰবাহৰ পৰা অসমত 'একে জাতি একে প্ৰাণ' ৰূপে বসবাস কৰি অহা জনজাতীয় ৰাইজক আঁতৰাই নিয়া হ'ল। দিল্লীৰ শক্তিশালী লবীৰ চল চাতুৰীত উত্তৰ পূব পৰিষদ নামৰ এটা আমোলাতান্ত্ৰিক উপদেষ্টা সংগঠন জাপি দিয়া হ'ল। ইয়াৰ বাবে শ্বিলঙত ওপৰঞ্চি প্ৰশাসনীয় কাৰেং নিৰ্মাণ কৰি এটা সমান্তৰাল চৰকাৰ কাৰ্যতঃ প্ৰৱৰ্তন হ'ল। হাজৰিকাই তেওঁৰ চাৰিটা দশকৰ জলঙাইদি লক্ষ্য কৰিছিল যে অসমৰ দুৰ্বল নেতৃত্বই অসমৰ গণতান্ত্ৰিক মূল্যবোধ, সাংবিধানিক মৰ্যাদা, অসমীয়া মানুহৰ অস্তিত্ব বিপন্ন কৰি কেনেকৈ ত্ৰাসৰ সঞ্চাৰ কৰিবলৈ কুণ্ঠাবোধ কৰা নাই। এজন দূৰদৃষ্টিসম্পন্ন সাংবাদিকে বৰ্তমানৰ লগতে ভৱিষ্যতৰ কথাও ভাবিব লাগে। সমাজৰ বিপৰ্যয়, ক্ৰুটি ক'ত তাক দেখুৱাই দিয়া, ভ্ৰম সংশোধন কৰা তেওঁৰ বৃত্তিৰ অংশ বিশেষ। বেয়া, গৰ্হিত কামৰ পৰা জনসাধাৰণক নিৰস্ত কৰিবলৈ সাংবাদিক এজনৰ উৎকণ্ঠা হোৱা স্বাভাৱিক। হাজৰিকাই সাংবাদিক জীৱনৰ প্ৰবৃত্তিৰ তাড়না আৰু সামাজিক দায়বদ্ধতাক অধিক গুৰুত্ব দিছিল, সেয়েহে তেওঁৰ সম্পাদকীয় কলমৰ আঁৰত তেওঁৰ বিশেষ চিন্তা আৰু বুদ্ধিৰ পৰিচয় ফুটি ওলাইছিল। সম্পাদক হিচাপে কীৰ্তিনাথ হাজৰিকাই কেতিয়াবা আশংকা আৰু কেতিয়াবা আশ্বাসৰ মন্তব্য দিছিল আৰু এই মন্তব্য প্ৰদান কঠিন কাম নিশ্চয় আছিল। এটা কথা নিঃসন্দেহে ক'ব পাৰি যে হাজৰিকাৰ কলম 'গেলা নলা খোঁচৰা জামাদাৰ' বুলি ককৰ্থনা কৰা লোকসকলৰ অপ্ৰিয় হ'লেও বৃহত্তৰ পাঠক সমাজে তেওঁৰ লিখা কথাবোৰ আগ্ৰহেৰে পঢ়িছিল। পঢ়ি আত্মসংযম আৰু হয়তো, আত্মানিৰ্দেশৰ ইংগিত বিচাৰি পাইছিল। হাজৰিকাই দৈনিক অসমীয়া, নতুন অসমীয়া আৰু দৈনিক অসম কাকতত কাম কৰি নিজৰ সাংবাদিক সংসাৰ গঢ়ি তুলিছিল। দেশৰ মঙ্গল সাধনৰ আদৰ্শ আগত ৰাখি তেওঁ সততাৰে এই সংসাৰ গঢ়ি তুলিছিল। তেওঁৰ তীক্ষ্ণ পৰ্যবেক্ষণ শক্তি, সুক্ষ্ম মনস্তত্ত্ব বিশ্লেষণ -ক্ষমতা আছিল তেওঁৰ স্বদেশ ভাৱনাৰ লক্ষণীয় বিষয়। বিদেশী নাগৰিকৰ অনুপ্ৰবেশৰ সমস্যাটোৱে তেওঁৰ মনত দুশ্চিন্তাৰ সূচনা কৰিছিল আৰু তেওঁ অবিৰতবাৱে এই সমস্যাটোৰ ওপৰত ভিত্তি কৰি এক যুক্তিসংঙ্গত জনমত গঠনৰ প্ৰক্ৰিয়া আৰম্ভ কৰিছল। 'নিশাটোৰ ভিতৰতে' শীৰ্ষক ৰচনাত তেওঁ লিখিছে, "ভাৰতৰ সীমান্তইদি সৰকি আহিলেই নিশাটোৰ ভিতৰতে বিদেশী নাগৰিকক ভাষিক সংখ্যালঘু আৰু ধৰ্মীয় সংখ্যালঘুলৈ ৰূপান্তৰিত কৰা মানসিকতা এটাই সদায় কাম কৰি আহিছে। এইসকল লোকৰ বেলিকা মানৱতা, গণতন্ত্ৰ আদিৰে বুটা বছা কথা আমি শুনিয়েই আছো। কিন্তু এতিয়া

মানৱতাৰ নামত কন্দাকটা কৰা বিড়াল তপস্বীসকলেই তাহানিৰ মানৱতা, ভাৰতবৰ্ষ আৰু ইয়াৰ সাতামপুৰুষীয়া ঐতিহ্যৰ প্ৰতি বিশ্বাসঘাতকতা কৰা নাছিলনে বাৰু?" তেওঁ আক্ষেপৰ সুৰত কৈছে যে লাখ লাখ মানুহৰ চৰম বিপৰ্যয় ঘটাবৰ বেলিকা মানৱতাক বৰপেৰাৰ ভিতৰত সুমুৱাই থোৱা হৈছিল। গণতন্ত্ৰৰ ভিতৰত আজি ক্ষয়ৰোগে বাহ লৈছে। গণতন্ত্ৰ বাহিৰখন চকমকাই ৰখাতে যেন সকলো ব্যস্ত হৈ আছে। গণতন্ত্ৰৰ দাবীদাৰসকল আজি নেতৃত্ব হেৰুৱাৰ ভয়ত কম্পমান।

ক'ব পাৰি যে চাৰিটা দশকৰ জলঙাইদি ১৯৪৬-১৯৮৬ চনৰ ঘটনাৱলীৰ এটা সম্যক দৃষ্টিপাত। ইয়াত সাংবাদিকগৰাকীৰ অভিজ্ঞতাৰ কিছুমান তাৎপৰ্যপূৰ্ণ মন্তব্য আছে যিবোৰ মন্তব্যই সমাজৰ ক্লেদাক্ত চেহেৰা, ৰাজনৈতিক ভ্ৰষ্টাচাৰ, দলীয় শত্ৰুতা, কদৰ্য আৰু আত্মঘাতী সিদ্ধান্তবোৰ উদঙাই দিছে। সৰ্বমুঠ ছয়ত্ৰিশটা নিবন্ধত হাজৰিকাই তেওঁ জড়িত থকা কাগজকেইখনত চলোৱা তেওঁ মস্তিষ্কৰ ধাৰা বিস্তাৰিত আৰু তথ্য নিৰ্ভৰ ৰূপত প্ৰতিপন্ন কৰাৰ প্ৰয়াস কৰিছে। এই প্ৰয়াসৰ লগতে হাজৰিকাই সাংবাদিকতাৰ ওপৰত সঘনাই হৈ থকা অন্ধকাৰ, অসন্তোষ, ষড়যন্ত্ৰ, জোৰ জুলুম আৰু নিয়ন্ত্ৰণকৰণৰ কৌশল দাঙি ধৰি সেইবোৰে কেনেকৈ বাতৰি কাকতৰ স্বাধীনতা খৰ্ব কৰাত ব্যাপক জাল পেলাইছিল সেই কাহিনী বৰ্ণনা কৰিছে। "প্ৰেছনোটৰ ৰহস্য" (৭৫ পৃষ্ঠা) এই ক্ষেত্ৰত দ্ৰষ্টব্য।

হাজৰিকাৰ মন্তব্য স্বাদেশানুৰাগ আৰু সাংবাদিক নীতিতত্ত্বৰ সমাৰ্থক বিষয়। মন কৰিব পাৰি যে সমাজ জীৱনৰ বিষবৃক্ষৰ মূল উচ্ছেদ কৰাতে যেন নিবন্ধবোৰ এটাৰ পিচত আনটো লিখি গৈছে। 'দৈনিক অসম' খনক এখন জাতীয়তাবাদী সংবাদপত্ৰৰূপে গঢ় দিওঁতে হাজৰিকাই অশেষ পৰিশ্ৰম কৰিব লগাত পৰিছিল। অসম আন্দোলনৰ সময়ছোৱাত বিশেষকৈ 'দৈনিক অসমৰ'ৰ ভূমিকা আছিল-সম্পূৰ্ণ অসম হিতৈষী। অৱশ্যে এনে ভূমিকা গ্ৰহণত তৰ্কৰো অৱকাশ আছিল আৰু কাকতখনক কোনোৱে 'উগ্ৰজাতীয়তাবাদী' বুলি দোষাৰোপ কৰিছিল। 'দৈনিক অসমৰ' পঢ়ুৱৈৰ সংখ্যা অত্যাধিক বৃদ্ধি পোৱাত সম্পাদক হিচাপে হাজৰিকাই কৃতিত্ব লভিছিল। এই গ্ৰন্থখনত আমি যিবোৰ প্ৰবন্ধ পঢ়িছো সেইবোৰ কোনো কোনো পক্ষৰ বাবে বিস্ফোৰক হ'লেও ইয়াত আছে এজন বিজ্ঞ সম্পাদকৰ উদ্দেশ্যগত বিশ্বাস আৰু ঘটনাক চেতনাগত কৰাৰ আন্তৰিক প্ৰৱণতা। অভিযোগ উঠিছে যে জনসাধাৰণৰ শিক্ষাৰ ক্ষেত্ৰত 'ৰচনালিখা ক'লা ক্ৰমান্বয়ে হ্ৰাস পাইছে। কিন্তু এই প্ৰয়োজনীয় কলাক সাংবাদিকসকলেহে জীয়াই ৰাখিছে তেওঁলোকৰ বৃত্তিৰ তাড়নাত। কীৰ্তিনাথ হাজৰিকায়ো ইয়াৰ যোগেদি মুকলি কৰিছে সময়োপযোগী বিষয়সমূহৰ তাৰ্কিক পটভূমি, বাতৰি মাধ্যমৰ আৰু বৰ্ণনাৰ এক দৃঢ়তৰ ভিত্তি। এই মনোজ্ঞ সংকলনখন তাৰে প্ৰতিফলন।

***

# অসমীয়া কবিতাৰ প্ৰবাহ

ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক ডঃ কবীন ফুকন দীৰ্ঘদিন ধৰি কবিতা সংগৰ দ্বাৰা প্ৰবাহিত হৈ আছে। তেওঁৰ সাম্প্ৰতিক ৰচনা অসমীয়া কবিতাৰ প্ৰবাহৰ প্ৰথম খণ্ড। গ্ৰন্থখন মুঠ চাৰিটা খণ্ডত উলিয়াবলৈ তেওঁ প্ৰস্তুতি চলাইছে। আলোচ্য প্ৰথম খণ্ডত শৈৱ শাক্ত আৰু বৌদ্ধ তন্ত্ৰ-মন্ত্ৰৰ যুগতে সংস্কৃত মূলজ অসমীয়া ভাষাৰ বিবৰ্তন, বৃদ্ধি প্ৰকাশ আৰু পোতনৰ কথাৰ লগতে বঙলা, উৰিয়া, মৈথিলীৰে উমৈহতীয়া হৈ থকা অসমীয়া ভাষাৰ সহজীয়া বৌদ্ধ ধৰ্মী চৰ্যাপদ অথবা চৰ্যাগীতি বুলি পৰিচিত সাহিত্য পাঠৰ সুবিস্তৃত বিশ্লেষণাত্মক আৰু ইতিহাসধৰ্মী পৰ্যালোচনা আগবঢ়োৱা হৈছে। দহোটা মূল বিষয় যথা চৰ্যাপদৰ ইতিহাস, অসমীয়া কবিতাঃ উহনিৰ পৰা সৰু সুতিঁয়েদি 'দ' বাটলৈ, লোক কবিতাৰ ইতিহাস, চহামন, চহাপ্ৰাণ, চহা কবিতাৰ সুঁতিয়েদি অসমীয়া কবিতাৰ প্ৰবাহ, অসমত আদি-বৈষ্ণৱবাদৰ ইতিহাস, পূৰ্ব কবি হেম সৰস্বতী, হৰিহৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি, মাধৱ কন্দলিৰ বিষয়ে সংক্ষিপ্ত সাৱলীল আলোচনা দাঙি ধৰা হৈছে।

অসমীয়া গৱেষক কেইবা গৰাকীয়ে অসমীয়া ভাষা- সাহিত্য বুৰঞ্জী প্ৰণয়ন কৰি গৈছে। হেমচন্দ্ৰ গোস্বামীৰ সম্পাদনাত কুৰিৰ দশকতে প্ৰকাশ পাইছিল অসমীয়া সাহিত্যৰ চানেকি। ইয়াৰ বাহিৰেও দেৱেন্দ্ৰ নাথ বেজবৰুৱা, ডিম্বেশ্বৰ নেওগ, দেৱানন্দ ভৰালী, ডঃ বাণীকান্ত কাকতি, ডঃ সূৰ্যকুমাৰ ভূএগ, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ,ডঃ সত্যেন্দ্ৰ নাথ শৰ্মা প্ৰমুখ্যে পণ্ডিতসকলে এই বুৰঞ্জীমূলক ৰচনাত গ্ৰন্থ আৰু প্ৰবন্ধপাতি আগবঢ়াইছে। এইবোৰ তাৎপৰ্যপূৰ্ণ অৱিহণা, সন্দেহ নাই। হোমেন বৰগোহাঞিৰ সম্পাদনাত আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাৰ যোগেদি অসমীয়া সাহিত্যৰ বুৰঞ্জী (ষষ্ঠ খণ্ড) এখনো প্ৰকাশ পাইছে। কবীন ফুকনৰ 'অসমীয়া কবিতাৰ প্ৰবাহ' এখন স্বতন্ত্ৰৰীয়া বুৰঞ্জী, যিখনৰ বিধিবদ্ধ বিষয় প্ৰসংগ-অসমীয়া কবিতা। অন্য সাহিত্যৰ বুৰঞ্জীতকৈ ইয়াৰ বিৱৰণ অৱশ্যেই পৃথক। গ্ৰন্থখনৰ পঠন-পাঠন তথ্যভিত্তিক। ইতিহাস আৰু কবিতা ইয়াত চক্ৰযুক্ত হৈ এটা উল্লেখযোগ্য সমীক্ষাৰ, সহ অৱস্থান পৃষ্ঠপোষকতা কৰিছে। গ্ৰন্থখনৰ আগবতৰাত থকা "ইতিহাস প্ৰণয়নৰ সমস্যা আৰু কবিতাৰ ইতিহাস" নিবন্ধটোত এই সম্পৰ্কে লিখকে বিস্তাৰিতভাৱে পাতনি মেলিছে। গ্ৰন্থখনত চৰ্যাপদৰ যিখিনি আলোচনা, সেইখিনি কবিতাৰ সাৰবস্তু ৰূপে পৰিগণিত হৈছে। চৰ্যাপদৰ বিষয়ে লিখকে ইমান গুৰুত্ব দিয়াৰ কাৰণ হয়তো আছে। ডঃ পৰীক্ষিত হাজৰিকা প্ৰমুখ্যে দুই এগৰাকী লিখকে এই বিষয়ত যিখিনি সমল আগবঢ়াইছে তাতোকৈ বিস্তৃতভাৱে ইয়াত আলোচিত হৈছে আৰু এই আলোচনাই অসমীয়া কবিতাৰ ঐতিহাসিক ধাৰাবাহিকতা বিশেষ ৰূপত প্ৰতিফলিত কৰিবলৈ সমৰ্থ হৈছে। এটা কথা চকুত পৰে যে আমাৰ সাহিত্যৰ কাব্যধাৰা পৰ্যালোচনা

কৰোতে আমি বেছি অতীতলৈ যাব নোখোজো। বৈষ্ণৱ সাহিত্যই হৈ পৰে আমাৰ দূৰত্ব। বিহংগম দৃষ্টিৰে আমি শৈৱ, শাক্ত আৰু বৌদ্ধ তন্ত্ৰ-মন্ত্ৰৰ জগতখন প্ৰদক্ষিণ কৰো মাথোন। উদাহৰণ স্বৰূপে ক'ব পাৰি যে অসমীয়া ভাষাৰ মূলজ সহজীয়া বৌদ্ধধৰ্মী চৰ্যাপদবোৰৰ যি মহতী ভাব, যি অনুভূতি, সেইবোৰৰ পৰা প্ৰকাশ পোৱা কাব্যিক ৰসবোধ আমাৰ বাবে দুৰ্লভ হৈ পৰে। ইয়াত সোমাই থকা অহিংসা, প্ৰেম-প্ৰীতি কৰুণা, দয়া, মৈত্ৰী, বীৰ্য, বিশিষ্ট আধ্যাত্মিক ভাব, সৌন্দৰ্যবোধৰ আৰ্হি চিহ্নিত কৰা যি আনন্দ, তাৰপৰা আমি বঞ্চিত হওঁ। অতীতক স্মৃতিৰ পৰা বিলুপ্ত কৰা (বেৰি দ্য পাষ্ট) মানে ভৱিষ্যতক সুন্দৰ ৰূপত গঢ় দিয়াত অসমৰ্থ হোৱা। ভূগৰ্ভত মূল্যবান খনিজ দ্ৰব্য লুকাই থকাৰ দৰে চৰ্যাপদবোৰো লুকাই আছে। ডঃ কবীন ফুকনে সেইবোৰ উদঘাটনা কৰাৰ প্ৰয়াস কৰিছে। তেওঁ কৈছে, "অতীতমুখী আৰু অতীত বিমুখী অৰ্থাৎ পৰম্পৰা আৰু সম্প্ৰতি সজ্ঞান হোৱাটোৱেই সাৰ্থক সৃষ্টি প্ৰক্ৰিয়াৰ এটা পূৰ্ব চৰ্ত"। ইয়াক তেওঁ মানি চলিছে আৰু এই পৰিশ্ৰমী কামত হাত দিছে। আমি গ্ৰীক সাহিত্যৰ ধাৰাবাহিকতালৈ মন কৰিলে এনে এটা দিশ লক্ষ্য কৰো। গ্ৰীক সাহিত্যৰ আদি পতন ঘটিছিল ধৰ্মীয় গীত আৰু যুদ্ধ বিদ্ৰোহৰ বেলেড জাতীয় গাঁথাৰ যোগেদি। গ্ৰীক ভাষা মাৰ্জিত আৰু উন্নত হোৱাৰ লগে লগে মানুহৰ ৰুচি বদলিল। ভাৱনা উৰ্দ্ধগামী হ'ল। বেলেডৰ পৰা, উপাখ্যানৰপৰা জন্ম লাভ কৰিলে এপিক জাতীয় মহাকাব্য যেনে, ইলিয়াড, ওডিছি প্ৰভৃতি। ধৰ্মীয় ক্ৰিয়াকাণ্ডৰ পৰা গ্ৰীক ট্ৰেজেডি, কমেডি ওলাল। গ্ৰীচত গণতন্ত্ৰৰ প্ৰচলন হোৱাৰ লগে লগে কাব্যিক চেতনাই মুক্ত কল্পনাৰে, মুক্ত ভাব-ভংগীমাৰে সৃজনীমূলক সাহিত্যত পৰিণত হ'ল। ক'ব পাৰি যে গ্ৰীক সভ্যতাৰ ক্ৰম বিকাশত গ্ৰীক কবিতাৰ ভূমিকা তাৎপৰ্যপূৰ্ণ। ডঃ ফুকনেও যুক্তিসহ দেখুৱাইছে যে অসমীয়া কবিতাৰ ইতিহাসত চৰ্যাপদবোৰ সবাতোকৈ পুৰণি। তেওঁ এইটোও কৈছে যে উৰিয়া, মৈথিলী আৰু বঙলা ভাষাৰো আঁতি-গুৰিত চৰ্যাপদৰ অৰিহণা নুই কৰিব নোৱাৰি। ক'বলৈ গলে পূৰ্ব ভাৰতৰ এটা আদৰণীয় উমৈহতীয়া ভাষা ৰূপে চৰ্যাপদবোৰে স্বীকৃতি লাভ কৰিছিল। অসমীয়া ভাষাৰ ৰূপতত্ত্ব মূলক উদাহৰণ ৮ শ ১২ শ শতিকাত ৰচিত (বৌদ্ধ সিদ্ধাচাৰ্যসকলৰ দ্বাৰা ৰচিত) চৰ্যাপদত পোৱা যায়। অসমীয়া ভাষাৰ এটা সুন্দৰ ৰূপ এইবোৰে দাঙি ধৰিছে। "ধ্বনিতত্ত্ব, ৰূপতত্ত্ব, শব্দমালা আৰু বাক্যবিন্যাস আদি সকলো ক্ষেত্ৰতে চৰ্যাপদৰ লগত অসমীয়া ভাষাৰ নিগূঢ় সম্পৰ্ক ৰক্ষিত হৈছে। সেইবোৰ অবিচ্ছিন্নভাৱে প্ৰাচীন অসমীয়াৰ মাজেদি আধুনিক অসমীয়াত সোমাই পৰিছেহি।" ( ডঃ উপেন্দ্ৰ নাথ গোস্বামীৰ মন্তব্য) ডঃ ফুকনে দেখুৱাইছে, কেনেকৈ অসমীয়া কবিতাৰ প্ৰবাহ চৰ্যাপদৰ লগত সাঙোৰ খাই আছে আৰু এটা ঐতিহাসিক সাদৃশ্য ৰক্ষা কৰিছে। আধুনিক অসমীয়া কবিতাত ব্যৱহাৰ কৰা অনেক শব্দ চৰ্যাপদত পোৱা যায়। কবি নৱকান্ত বৰুৱা, কবি নীলমণি ফুকন, কবি কবীন ফুকন প্ৰভৃতিয়ে কবিতাত চৰ্যাপদৰ প্ৰত্যয়দীপ্ত নিদৰ্শন সংযোগ কৰিছে। অনুবাদৰ মাজেদিও আমি চৰ্যাপদৰ সোৱাদ উপভোগ কৰো। চৰ্যাপদৰ ভাষাত নানা ভাষাৰ নানা ৰূপৰ যে সংমিশ্ৰণ ঘটিছে, এই আভাস স্পষ্ট, এই সংমিশ্ৰণে অসমীয়া ভাষাকো চহকী কৰিছে। প্ৰসংগক্ৰমে মনত পৰিছে, কোনোবা এজনে লিখিছিল,

কবিগুৰু ৰবীন্দ্রনাথৰ বিখ্যাত গীতি কবিতাৰ পংক্তি- "যদি তোৰ ডাক শুনে কেউ না আসে তবে একলা চলৰে" বৌদ্ধ গাঁথাৰ দুখবাদক দ্বাৰা অনুপ্রাণিত। ডঃ ফুকনে সামৰণিত কৈছে যে চর্যাপদৰ অন্তৰালত ভাব জগতৰ ইতিহাস সোমাই আছে; দুখবাদ, মহাদুখবাদ, কল্পনাৰ যৌনজ ভাব বিলাস সকলো। আধুনিক অসমীয়া কবিতাৰো এইবোৰ প্ৰবাহ। ডঃ ফুকনে সুদীর্ঘ আলোচনাত চর্যাপদৰ লগত থকা তান্ত্রিক বৌদ্ধ চিন্তাৰ বৌদ্ধিক অনুভূতি দাঙি ধৰা এটা মনস্তাত্বিক তত্ত্ব কথাৰো পাতনি মেলি তেওঁৰ যুক্তি প্রতিপন্ন কৰিছে। লগতে, তেওঁ প্রাচীনতম অসমীয়া জাতি গঠনৰো সংমিশ্রণ প্রক্রিয়া, -গতি-প্রগতিৰ লহৰ, ভাষাৰ ইতিহাস, সংশ্লিষ্ট ভাষা চেতনা প্রভৃতি দাঙি ধৰিবলৈ চেষ্টা কৰিছে। এই সকলোবোৰ বিশদ আলোচনাৰ মূল প্রতিপাদ্য হৈছে চর্যাপদৰ বৈচিত্র্যৰ বিষয়ে এটা মননশীল চিন্তা প্রতিপন্ন কৰা।

লোক কবিতাৰ ইতিহাস বিষয়ক প্ৰৱন্ধটোত অসমীয়া প্রবাহৰ লগত ইয়াৰ পৌৰাণিক ঘনিষ্ঠতা,, ঐতিহাসিক নান্দনিক বিচাৰ, মান্য কবিতাৰ লগত ইয়াৰ সংস্পর্শ, সাহজিক সংগতি প্রভৃতি আলোচনা কৰা হৈছে। অৱশ্যে কোৱা হৈছে যে অসমীয়া চহা জীৱনৰ ভাব সাধনৰ লগত সাঙোৰ খাই থকা লোকগীতবোৰৰ এটা ধাৰাবাহিক বিৱৰণ তেনেকৈ দিয়া সহজ নহয়। ইয়াৰ উৎপত্তি কেতিয়া হৈছিল তাকো সঠিকভাৱে নির্ণয় কৰিব নোৱাৰি। অসমীয়াৰ মাজৰ বিবিধ জাতি- প্রজাতিৰ ভাব তৰংগ বিভিন্ন সময়ত, বিভিন্ন সংযোগত, বিভিন্ন সুৰুঙাইদি অসমীয়া লোক সাহিত্যত সোমাইছিলহি। লোকগীতৰ গৱেষক নকুল চন্দ্ৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, বিৰিঞ্চি কুমাৰ বৰুৱা, ক্ষেত্রধৰ বুঢ়াগোহাঁই, ডঃ প্ৰফুল্লদত্ত গোস্বামী, ডঃ লীলা গগৈ, ডঃ হেমন্ত কুমাৰ শর্মা আদিয়ে লোকগীতৰ মনযোগী সংগ্ৰহ, সংৰক্ষণ আৰু সমীক্ষাত্মক বিশ্লেষণ কৰি, সেই বিষয়ত তত্ত্বমূলক গ্ৰন্থ প্ৰকাশ কৰিছে। অসমীয়া সমাজ জীৱনৰ নানা চিহ্ন তেওঁলোকৰ গৱেষণাৰ প্রধানতম মনোনিবেশ। ডঃ ফুকনৰো সমীক্ষা তত্ত্বভিত্তিক। তেওঁ কৈছে যে আধুনিক কবিৰ প্ৰাণ লোক সংস্কৃতিৰ বিচিত্ৰ সম্ভাৰেৰে সার্বজনীন হৈ পৰিছে। লোকগীতৰ মাজেদি জনকৃষ্টিৰ যি সহজ, সৰল আৰু সজীৱ ভাব ব্যক্ত হৈছে, সেই ভাৱে আধুনিক কবিতাকো সমৃদ্ধ কৰিছে। লোকগীতৰ মাজত নানা ৰকমৰ বৈচিত্র্য সৃষ্টি হৈ এক ধাৰাবাহিকতা গঢ়ি তুলিছে। সার্বজনীন ভাবৰ মাজত দেহ বিচাৰৰ গীত, টোকাৰি গীত বা বৰাগী গীত, চিয়া্ঁ গীতৰ প্ৰসংগ উল্লেখ কৰি ডঃ ফুকনে ইয়াৰ তত্বাশ্রিত দর্শন ব্যাখ্যা কৰিছে আৰু কেনেকৈ এনে চিন্তাৰ ভিতৰেদি আধ্যাত্মিক গুণ প্ৰকাশ পাইছে তাক আঙুলিয়াইছে। চহামন, চহা প্ৰাণৰ মাজত থকা এই সহজাত কাব্যিক অভিব্যক্তি- আধুনিক অসমীয়া কবিতাৰ অন্যতম বোৱঁতী সুঁতি। আনফালে এইবোৰে কৌটি কালৰে পৰা বাগৰি অহা অসমৰ বিবিধ জাতি প্রজাতিৰ সমন্বয় সংশ্লেষণৰ সাক্ষী ৰূপে পৰিগণিত হৈছে।

গ্ৰন্থখনত অসমৰ আদি বৈষ্ণৱবাদৰ এটা চিত্ৰৰূপ লক্ষ্য কৰা যায়। আদি বৈষ্ণৱ কবিসকলে প্রাচীন অসমৰ অন্ততঃ ৬-৭ শতিকাৰ পূর্বৰে পৰা বিষ্ণু বিশ্বাসৰ গুটি ছটিয়াই বৈষ্ণৱ আন্দোলনৰ পথাৰখন তৈয়াৰ কৰিছিল। কালিকাপুৰাণ আৰু যোগিনী তন্ত্ৰত বিষ্ণু মাহাত্ম্যৰ

উল্লেখ এই বিষয়ে উনুকিয়াব পাৰি। ডঃ ফুকনে আদি স্বৰৰ বৈষ্ণৱ ভাবাপন্ন কবি যথা, হেম সৰস্বতী, হৰিহৰ বিপ্ৰ, কবিৰত্ন সৰস্বতী, ৰুদ্ৰ কন্দলি আৰু মাধৱ কন্দলিৰ পৰিপক্ক সাৱলীল কাব্যিক সৌন্দৰ্যই, অসমীয়া কবিতাৰ 'সুমধুৰ জাগৰণ'ত কেনেকৈ সহায় কৰিছিল তাক উদাহৰণ পদ্ধতিৰে প্ৰত্যক্ষ কৰিছে। ডঃ ফুকনৰ ব্যাখ্যাত ঐতিহাসিক তথ্য উদয় হৈ আলোচনা সুখপাঠ্য হৈ পৰিছে।

৪৬৩ পৃষ্ঠাৰ এই সুবৃহৎ খণ্ডটোৱে ডঃ ফুকনৰ অনুসন্ধিৎসু মনৰ পৰিচয় দিছে। বিষয়সমূহ সুন্দৰভাৱে আলোচনা কৰি তেওঁ যোগ্যতা প্ৰমাণ কৰিছে। তেওঁৰ নিপুণ কলমৰ জোৰত আমি এখন মূল্যবান গ্ৰন্থ লাভ কৰিলো। মধ্যযুগীয় অসমীয়া কাব্য সাহিত্যৰ লগতে পুৰণি অসমীয়া কবিতাৰ ধাৰাক লৈ যি সকলে গৱেষণা কৰিব খোজে, তেওঁলোকৰ বাবে এই গ্ৰন্থখন অপৰিহাৰ্য। আধুনিক কবিতাৰ চৰ্চাতো গ্ৰন্থখন বিশেষ উপযোগ্য হ'ব বুলি আমি নিশ্চয় আশা কৰিব পাৰো। ডঃ ফুকনৰ প্ৰয়াস শক্তিশালী আৰু কঠোৰ কৰ্মদক্ষতাৰ প্ৰতিফলন।

* * *

